# অসমীয়া ভ্ৰমণ-সাহিত্য সমীক্ষা

মুখ্য সম্পাদক
ভূপেন শইকীয়া

সম্পাদক
ড° চিত্ৰজিৎ শইকীয়া



অসম সাহিত্য সভা

# অসমীয়া ভ্ৰমণ-সাহিত্য সমীক্ষা

মুখ্য সম্পাদক
**ভূপেন শইকীয়া**

সম্পাদক
ড° চিত্ৰজিৎ শইকীয়া




অসম সাহিত্য সভা

**Asamiya Bhraman Sahitya Samikhya**

A collection of literary articles on Assamese travelogue.
edited by Rtd. Professor Bhupen Saikia (chief editor) and Asst. Professor Dr. Chitrajit Saikia (editor), Duliajan College, Duliajan, Assam and published by Padum Rajkhowa, Secy. General, Asam Sahitya Sabha

ISBN : 978-93-84679-89-7

---

প্ৰকাশক ঃ পদুম ৰাজখোৱা, প্ৰধান সম্পাদক, অসম সাহিত্য সভা

প্ৰকাশ কাল ঃ ৩০ আগষ্ট, ২০১৮ চন



মূল্য ঃ ২০০ টকা মাত্ৰ
বেটুপাত ঃ ড° চিত্ৰজিৎ শইকীয়া
অক্ষৰ বিন্যাস ঃ মুকুটকুমাৰ শৰ্মা
অন্বেষা প্ৰিন্টাৰ্চ, দুলীয়াজান
মুদ্ৰণ ঃ ক্ৰান্তিকাল প্ৰকাশন, নগাঁও-১

## উছৰ্গা



প্ৰাচ্যবিদ্যাৰ্ণৱ ড° মহেশ্বৰ নেওগৰ
পবিত্ৰ স্মৃতিত
এই গ্ৰন্থখনি উছৰ্গা কৰা হ'ল।

# অসম সাহিত্য সভাৰ সভাপতিৰ একাষাৰ

অসমীয়া ভ্ৰমণ সাহিত্যৰ ইতিহাস বেছি পুৰণি নহয়। পৰিভ্ৰমণৰ মাজেদি জ্ঞান আহৰণ কৰি শ্ৰীমন্ত শংকৰদেৱে অসমীয়া সাহিত্য-সংস্কৃতিৰ মৌকোহ তৈয়াৰ কৰিছিল। মধ্যযুগত বুৰঞ্জী আৰু চৰিত সাহিত্য সৃষ্টিৰ অন্তৰালতো লেখকসকলৰ ভ্ৰাম্যমাণ পটভূমিৰ ভূমিকা উল্লেখযোগ্য। আধুনিক অসমীয়া ভ্ৰমণ বিষয়ৰ গ্ৰন্থ প্ৰকাশ পাই আহিছে যদিও এই মুহূৰ্তত কোনেও হেম বৰুৱাক অতিক্ৰম কৰিব পৰা নাই।

অসম সাহিত্য সভাৰ প্ৰাচ্যতত্ত্ববিদ ড° মহেশ্বৰ নেওগ অসম তত্ত্ব গৱেষণা সংস্থানৰ উপাধ্যক্ষ অধ্যাপক ভূপেন শইকীয়াৰ নেতৃত্বত অসমীয়া ভ্ৰমণ সাহিত্যখিনিৰ বিষয়ে এক নিৰ্মোহ আলোচনা কৰাৰ বাবে এখনি গ্ৰন্থ প্ৰস্তুত কৰিবলৈ দিয়া হৈছিল। সেইমৰ্মে তেখেতে ড° চিত্ৰজিৎ শইকীয়াৰ সহযোগত এই কৰ্ম সম্পাদন কৰিছে। আশা কৰিছোঁ সভাই প্ৰকাশ কৰিব খোজা এই গ্ৰন্থখনিৰ মাজেদি অসমীয়া ভ্ৰমণ সাহিত্যৰ এক ৰূপৰেখা পৰিদৃশ্যমান হ'ব। এই ছেগতে অধ্যাপক ভূপেন শইকীয়া প্ৰমুখ্যে গ্ৰন্থখনিলৈ অৱদান আগবঢ়োৱা লেখক-লেখিকাসকললৈ আন্তৰিক শলাগ জ্ঞাপন কৰিলোঁ।

চিন চেনেহী মোৰ ভাষা জননী।

ড° পৰমানন্দ ৰাজবংশী
সভাপতি,
অসম সাহিত্য সভা

# প্ৰকাশকৰ একাষাৰ

'অসমীয়া ভ্ৰমণ সাহিত্য সমীক্ষা' গ্ৰন্থখনিৰ পৰিকল্পনা আছিল সভাৰ শতবৰ্ষীয় অধিৱেশনৰ প্ৰাককালৰ। তদানীন্তন মাননীয় প্ৰধান সম্পাদক ড° পৰমানন্দ ৰাজবংশীদেৱে বাৰ্ষিক কৰ্ম-আঁচনিৰ এক অংশস্বৰূপে গ্ৰন্থখনি সম্পাদনাৰ দায়িত্ব অৰ্পণ কৰিছিল সভাৰ মাননীয় প্ৰাক্তন উপ-সভাপতি ভূপেন শইকীয়াদেৱক। সেই সূত্ৰে দুলীয়াজান মহাবিদ্যালয়ৰ সহযোগী অধ্যাপক ড° চিত্ৰজিৎ শইকীয়াক সম্পাদকৰূপে লৈ ভূপেন শইকীয়াদেৱে গ্ৰন্থখনিৰ কাম সম্পূৰ্ণ কৰি তুলিছিল। সভাৰ ফালৰ পৰা বুঢ়ীদিহিং-বৰডুমছা অধিৱেশনৰ পূৰ্বে গ্ৰন্থখনি মুদ্ৰণ কৰি ৰাইজৰ হাতত তুলি দিবলৈ প্ৰযত্নও কৰা হৈছিল। কিন্তু কিবা-কিবি কাৰণত তেতিয়া সেয়া হৈ নুঠিল। অসমীয়া ভাষা-সাহিত্যৰ ক্ষেত্ৰখনত গ্ৰন্থখনিৰ বিশেষ গুৰুত্ব অনুধাৱন কৰি বৰ্তমান গ্ৰন্থখনি প্ৰকাশ কৰা হৈছে। গৱেষণাধৰ্মী গ্ৰন্থখনি সম্পাদনা কৰি আমাক বাধিত কৰা দুয়োগৰাকী সম্পাদকলৈ এই আপাহতে আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। সন্মানীয় লেখকমণ্ডলীৰ লগতে গ্ৰন্থ প্ৰস্তুত আৰু প্ৰকাশত সহায়ৰ হাত আগবঢ়াওঁতা সকলোৰে শলাগ লৈছোঁ।

খৰখেদাকৈ গ্ৰন্থখনি ছপাশাললৈ পঠিয়াই উন্মোচনৰ দিহা কৰা হেতু বৰ্ণাশুদ্ধি তথা প্ৰথম পুৰুষৰ ক্ৰিয়া বিভক্তিৰ চন্দ্ৰবিন্দুৰ ব্যৱহাৰ বিষয়টো লক্ষ্য কৰাৰ সুযোগ নাপালোঁ। তাৰ কাৰণে সকলোৰে ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিছোঁ।

শেষত, গ্ৰন্থখনিৰ প্ৰকাশৰ বাবে অনুমোদন দিয়া হেতু সভাৰ মাননীয় সভাপতি ড° পৰমানন্দ ৰাজবংশীদেৱলৈ ধন্যবাদ জ্ঞাপন কৰিছোঁ আৰু পাঠক সমাজে গ্ৰন্থখনি সানন্দে আদৰি ল'ব বুলি গভীৰভাৱে আশা কৰিছোঁ। ইতি।

চিৰ চেনেহী মোৰ ভাষা জননী

পদুম ৰাজখোৱা
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

নগাঁও
২৫ আগষ্ট,২০১৮ খ্ৰীষ্টাব্দ

# মুখ্য সম্পাদকৰ একাষাৰ

ভ্ৰমণ শব্দৰ আভিধানিক অৰ্থ ভ্ৰমা কাৰ্য বা ঘূৰি ফুৰা কাৰ্য। ফুৰিবলৈ বা বিশেষ উদ্দেশ্যেৰে এঠাইৰ পৰা আন ঠাইলৈ যোৱা কাৰ্য। ইয়াক পৰ্যটন বুলিও কোৱা হয়। ইংৰাজীত যাক Travel বোলা হয়। এই কাৰ্য কৰাজনক ভ্ৰমণকাৰী বা Traveller বুলি কোৱা হয়। সাধাৰণ ভ্ৰমণকাৰীয়ে সংশ্লিষ্ট ঠাই বা দেশ ভ্ৰমণ কৰি দেখা কথাবোৰ লিপিবদ্ধ কৰে, কিন্তু পৰ্যটকে সংশ্লিষ্ট দেশৰ ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক, অৰ্থনৈতিক আদি সকলো বিষয় সূক্ষ্মভাৱে নিৰীক্ষণ কৰি প্ৰকৃত সত্য আৱিষ্কাৰ কৰে। যেতিয়া এনে অভিজ্ঞতাসমূহে গ্ৰন্থ ৰূপ লাভ কৰে তেতিয়া যি ভাষাত গ্ৰন্থখন লিখা হয় সেই ভাষাটোৰ জাতীয় সাহিত্যৰ সম্পত্তিস্বৰূপ হৈ পৰে। আনহাতে, পৰ্যটনত কোনো অৰ্থনৈতিক লাভালাভৰ কথা নাথাকে। কেৱল কলা-সংস্কৃতিৰ জ্ঞান লাভ কৰিবৰ বাবে অথবা প্ৰাকৃতিক দৃশ্য উপভোগ কৰিবলৈ এঠাইৰ পৰা আন ঠাইলৈ পৰ্যটকে পৰ্যটন কৰে। ইয়াত অৰ্থোপাৰ্জনৰ কথাটো জড়িত হৈ নাথাকে। থাকে কেৱল সত্য অন্বেষণৰ স্পৃহা।

ভ্ৰমণ মানুহৰ এটা স্বাভাৱিক প্ৰবৃত্তি। অতীজৰে পৰা মানুহে অন্ন, বস্ত্ৰ, সংস্থান নাইবা আজৰি সময় কটাবৰ বাবে ভ্ৰমণ কৰি আহিছে। লেখকৰূপী ভ্ৰমণকাৰীসকলে তেওঁলোকে ভ্ৰমণ কাৰ্যত পোৱা সকলো অভিজ্ঞতা লিপিবদ্ধ কৰে। সেইবিলাকে সংশ্লিষ্ট দেশৰ সাহিত্যৰ ভঁড়াল চহকী কৰে। একালত আমাৰ অসমৰ পৰাও অনেক লোক দক্ষিণ-পূব এছিয়ালৈ ভ্ৰমণৰ বাবে গৈছিল আৰু সেইবিলাক কাহিনী আকাৰত ঘৰত আহি কৈছিলহি। আমাৰ পুৰণি অসমলৈয়ো অনেক ভ্ৰমণকাৰী আহিছিল আৰু আমাৰ অসমৰ পৰাও গৈছিল। বুৰঞ্জীত বহুতো ভ্ৰমণকাৰীৰ কথা পোৱা যায়। তেওঁলোকে পোৱা অভিজ্ঞতাসমূহ লিপিবদ্ধ

কৰি থৈ গৈছে। সম্ভৱতঃ 'কছাৰী বুৰঞ্জী'কেই অসমৰ প্ৰথম ভ্ৰমণ সম্পৰ্কীয় পুথি বুলি ক'ব পাৰি। স্বাধীনতাৰ পাছত অসমৰ বহুজনে বিশ্বৰ বিভিন্ন ঠাই ভ্ৰমণ কৰি গ্ৰন্থ প্ৰকাশ কৰা দেখা গৈছে। সেইবিলাক অসমীয়া সাহিত্য অমূল্য সম্পদ। এই গ্ৰন্থসমূহৰ সাহিত্যিক মূল্য সম্পৰ্কে বিতং আলোচনা-পৰ্যালোচনা হৈছে বুলি ক'ব নোৱাৰি। হৈছে যদিও অতি কম। 'অসমীয়া ভ্ৰমণ সাহিত্য সমীক্ষা'ত তেনে এটা উদ্দেশ্য ৰাখিয়েই প্ৰস্তুত কৰা হৈছে। অৱশ্যে কিমান দূৰ সফল হ'ব পাৰিছোঁ সেয়া পাঠকলৈ এৰিলোঁ।

গ্ৰন্থখনিৰ বাবে যিসকল স্বনামধন্য লেখক-লেখিকাই বৰঙণি আগবঢ়ালে, তেখেতসকলৰ ওচৰত কৃতজ্ঞতাৰ শৰাই আগবঢ়ালোঁ। গ্ৰন্থখনিৰ প্ৰকাশৰ ক্ষেত্ৰত দুলীয়াজান মহাবিদ্যালয়ৰ সহকাৰী অধ্যাপক ড° চিত্ৰজিৎ শইকীয়াই সম্পাদক হিচাপে কৰা ত্যাগৰ শলাগ লৈছোঁ। অসম সাহিত্য সভাই প্ৰকাশৰ দায়িত্ব লোৱাত ধন্য হৈছোঁ।

গ্ৰন্থখনি জনগণে আদৰি ল'লে আমাৰ শ্ৰম সাৰ্থক হ'ব। এই আশাৰে—

(ভূপেন শইকীয়া)
মুখ্য সম্পাদক

২০ জুলাই, ২০১৭ খ্ৰীষ্টাব্দ




## অসমীয়া ভ্ৰমণ-সাহিত্য ঃ উপেক্ষা আৰু প্ৰত্যাশা

অসমীয়া সাহিত্যৰ গতি-প্ৰকৃতিলৈ লক্ষ্য কৰিলে ইয়াৰ উত্থান-পতন, ভিন্ন সাহিত্য ৰূপৰ পৰিচয়, ভিন্নজন লেখকৰ সৃষ্টিশৈলী, বিবিধ আংগিকগত পৰীক্ষা-নিৰীক্ষা আৰু বিশ্ব-সাহিত্যলৈ অহা নানান পৰিৱৰ্তনৰ হাত ধৰি অসমীয়া সাহিত্যতো আংশিক হ'লেও সেইবোৰৰ আত্মপ্ৰকাশ দৃষ্টিগোচৰ হয়। আজিৰ অসমীয়া সাহিত্য তাহানিৰ সেই চালুকীয়া অৱস্থাতে নিশ্চিতভাৱে নাই। গল্প, উপন্যাস, কবিতা, প্ৰবন্ধ, নাটক, সমালোচনা — সাহিত্যৰ এই প্ৰধান ৰূপসমূহৰ কোনোটোতে অসমীয়া সাহিত্য পিছ পৰি থকা নাই। তাৰ লগে লগে এই ৰূপসমূহৰ অন্তৰ্গতভাৱে আন কিছুমান নৱ সাহিত্য-ৰূপৰো সৃষ্টি হৈছে। উপন্যাসৰ বিবিধ প্ৰকাৰ, নাটকৰ বিবিধ পৰীক্ষা-নিৰীক্ষা, কবিতাৰ নতুন শাখা-প্ৰশাখা, সাহিত্য সমালোচনাৰ নিত্য-নতুন পদ্ধতিয়ে সামগ্ৰিকভাৱে অসমীয়া সাহিত্যলৈ বৈচিত্ৰ্য আনিছে। নতুন নতুন সাহিত্য-তত্ত্বৰ প্ৰয়োগ আৰু অন্যান্য কাৰিকৰী অভিনৱত্বই অসমীয়া সাহিত্যক চমৎকাৰিত্বপূৰ্ণ কৰি তুলিছে। এই সকলোবোৰে অসমীয়া সাহিত্যক বিশ্ব-সাহিত্যৰ প্ৰেক্ষাপটত প্ৰাসংগিক কৰি তুলিছে।

অসমীয়া সাহিত্যৰ এই গৰিমাময় যাত্ৰাৰ সন্ধান পাঠকে লাভ কৰিব পাৰে অসমীয়া সাহিত্যৰ বুৰঞ্জীসমূহৰ যোগেদি। অৱশ্যে অদ্যাপি অসমীয়া সাহিত্যৰ পূৰ্ণাংগ বুৰঞ্জী পাবলৈ নাই। তথাপি অসমীয়া সাহিত্যত উপলব্ধ সাহিত্য-বুৰঞ্জীকেইখনৰ পৰা অসমীয়া সাহিত্যৰ উৎপত্তি আৰু ক্ৰমবিকাশৰ আভাস পাব পাৰি। প্ৰাক্-স্বাধীনতা কালৰ অসমীয়া সাহিত্যৰ লগত স্বৰাজোত্তৰ কালৰ অসমীয়া সাহিত্য যাক 'আধুনিক সাহিত্য' বোলা হৈছে তাৰ পাৰ্থক্য

অনুধাৱন কৰিব পাৰি। লোক সাহিত্য, বৈষ্ণৱ সাহিত্যৰ পৰা আৰম্ভ কৰি আধুনিক অসমীয়া সাহিত্যৰ বিভিন্ন ৰূপসমূহৰ প্ৰণালীবদ্ধ অধ্যয়ন কৰিবলৈ যাওঁতে আমি সততে এই সাহিত্য বুৰঞ্জীসমূহৰ কাষ চাপিবলগা হয়। অতি সাম্প্ৰতিক কালৰ সাহিত্য-চৰ্চাৰ তথ্য নাপালেও আৰম্ভণিৰে পৰা বিংশ শতিকাৰ আশী-নব্বৈ দশকমানৰ অসমীয়া সাহিত্যৰ তথ্য আৰু সংক্ষিপ্ত পৰিচয় আমি সাহিত্য-বুৰঞ্জীত লাভ কৰিবলৈ সক্ষম হওঁ। কিন্তু পৰিতাপৰ কথা যে, অসমীয়া সাহিত্যক সমৃদ্ধ কৰা ভ্ৰমণ-সাহিত্যসমূহৰ তথ্য কিন্তু সাহিত্য বুৰঞ্জীত অতি নগণ্য। সাহিত্যৰ এটি ৰূপ (genre) হিচাপে ভ্ৰমণ-সাহিত্যক প্ৰতিষ্ঠা কৰাৰ কোনো প্ৰয়াস সাহিত্য-বুৰঞ্জীসমূহত লক্ষ্য কৰা নাযায়। অসমীয়া ভ্ৰমণ-সাহিত্য যেন একপ্ৰকাৰ উপেক্ষিত সাহিত্য।

প্ৰকৃততে অন্যান্য সাহিত্য-ৰূপৰ দৰে ভ্ৰমণ সাহিত্যসমূহেও অসমীয়া সাহিত্যক সমৃদ্ধ কৰিছে। মধ্যযুগৰ অসমীয়া সাহিত্যতে অসমীয়া ভ্ৰমণ-সাহিত্যই পোখা মেলিছিল। গুৰু-চৰিত কথাৰ বৰ্ণনাতো আনকি ভ্ৰমণ-সাহিত্যৰ সমল বিচাৰিব পাৰি। আহোম যুগৰ সাহিত্য, অৰুণোদই যুগৰ সাহিত্য আৰু জোনাকী যুগৰ সাহিত্যতো কেইবাখনো ভ্ৰমণ-সাহিত্যৰ উদাহৰণ পোৱা যায়। অৱশ্যে অসমীয়া ভ্ৰমণ-সাহিত্যই স্বাধীনোত্তৰ কালতহে অধিক পৰিপূৰ্ণ ৰূপ লাভ কৰিবলৈ সক্ষম হয়। এই কালছোৱাত বিভিন্নজন লেখকে ভ্ৰমণ-সাহিত্য ৰচনা কৰি অসমীয়া সাহিত্যত এই সাহিত্য-ৰূপটোক প্ৰতিষ্ঠিত কৰে। সামগ্ৰিকভাৱে অসমীয়া ভ্ৰমণ-সাহিত্যক অন্তৰ্দেশীয় আৰু বহিৰ্দেশীয় ভ্ৰমণ সাহিত্য এই দুই শ্ৰেণীত ভগাব পাৰি। আধুনিক অসমীয়া ভ্ৰমণ-সাহিত্যক জনপ্ৰিয় কৰি তোলা অন্যতম লেখকজন আছিল হেম বৰুৱা। হেম বৰুৱাৰ পৰৱৰ্তী সময়ত শতাধিক অসমীয়া সাহিত্যিকে ভ্ৰমণ অভিজ্ঞতাক সমল হিচাপে লৈ ৰসোত্তীৰ্ণ ৰূপত ভ্ৰমণ সাহিত্য ৰচনা কৰিছে। তাৰ ভিতৰত হেমাংগ বিশ্বাস, বিৰিঞ্চিকুমাৰ বৰুৱা, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য, নৰকান্ত বৰুৱা, চন্দ্ৰপ্ৰসাদ শইকীয়া, নগেন শইকীয়া, লক্ষ্মীনন্দন বৰা, ৰথীন্দ্ৰনাথ গোস্বামী, গৌতমপ্ৰসাদ বৰুৱা, কনকসেন ডেকা, হীৰেন গোহাঁই, গোবিন্দপ্ৰসাদ শৰ্মা, চৈয়দ আব্দুল মালিক , ভূপেন হাজৰিকা, উৎপল দত্ত, মনোজ কুমাৰ গোস্বামী, ধ্ৰুৱজ্যোতি বৰা, নিৰ্মলপ্ৰভা বৰদলৈ, অনিমা গুহ, নিৰুপমা বৰগোহাঞি, জয়ন্তী চুতীয়া, অঞ্জলি বৰুৱা, ক্ষীৰদা বৰুৱা, তোষপ্ৰভা কলিতা, দীপিকা ভট্টাচাৰ্য, কৰবী ডেকা হাজৰিকা, ভাৰতী দত্ত, অনুভৱ তুলসী, সৌম্যদ্বীপ দত্ত আদি লেখকৰ নাম উল্লেখযোগ্য। আনহাতে বহুকেইজন অসমীয়া অনুবাদকে বিশ্ব-বিখ্যাত ভ্ৰমণ-কাহিনী অসমীয়ালৈ অনুবাদ কৰিও অসমীয়া ভ্ৰমণ-সাহিত্যৰ সৌষ্ঠৱ বৃদ্ধি কৰিছে।

ভ্ৰমণ-সাহিত্য পঠনেও এক সুকীয়া স্বাদ প্ৰদান কৰে। ভ্ৰমণ সাহিত্যই এহাতেদি যেনেকৈ তথ্য দিয়ে, অন্যহাতেদি লেখকৰ ভ্ৰমণ অভিজ্ঞতাৰ কলাত্মক অভিব্যক্তিয়ে পাঠকৰ মন ৰোমান্স আৰু কৌতূহলেৰে ভৰাই তোলে। ৰুচিবান পাঠকে কাহিনীত বৰ্ণিত বিবিধ ঘটনা-পৰিঘটনাৰ লগত নিজকে একাকাৰ কৰি পেলায়। সাম্প্ৰতিক সময়ত বিজ্ঞান-প্ৰযুক্তিবিদ্যাৰ নিত্য-নতুন প্ৰগতি আৰু গোলকীকৰণে গোটেই বিশ্বখনকে এখন সৰু গাঁৱলৈ পৰিণত কৰাত ভ্ৰমণ-সাহিত্যই সেই মাধুৰ্য ধৰি ৰাখিছেনে নাই সেই কথা একে আষাৰে কোৱা টান। অৱশ্যে ঐতিহ্যক ধৰি ৰখা সাহিত্যিক মাধ্যম হিচাপে ভ্ৰমণ-সাহিত্যৰ গুৰুত্ব যে সদায় বৰ্তি থাকিব সেই কথা নিশ্চিত।

অসমীয়া ভাষাত ভ্ৰমণ-সাহিত্যৰ তাত্ত্বিক দিশৰ আলোচনাও তেনেই সীমিত। আনহাতে অসমীয়া সাহিত্যক বৈচিত্ৰ্যময় কৰি তোলাৰ ক্ষেত্ৰত অৰিহণা যোগোৱা এই লানি সাহিত্য-ধাৰাৰ অদ্যাপি প্ৰণালীবদ্ধ আলোচনা হোৱা নাই। এনে প্ৰেক্ষাপটতে বিষয়টোৱে ব্যাপক পৰিসৰত আলোচনা দাবী কৰে। আমি হাতত লোৱা গ্ৰন্থ-প্ৰকল্পটিতো তেনে এটি উদ্দেশ্যই নিহিত আছিল। অৱশ্যে একেখন গ্ৰন্থতে সকলোখিনি ভ্ৰমণ-সাহিত্যক সামৰি লোৱাটোও এটি দুৰূহ কাম। সেয়েহে বহুজন ভ্ৰমণ-সাহিত্যিকৰ মাজৰ পৰা কেইজনমানক নিৰ্বাচন কৰি আমাৰ গ্ৰন্থখন সজোৱা হৈছে। ভ্ৰমণ সাহিত্যৰ স্বৰূপ নিৰ্ণায়ক এটি লেখাৰ যোগেদি ইয়াৰ তাত্ত্বিক দিশৰ আলোচনাৰ অভাৱ দূৰীকৰণৰ চেষ্টা কৰা হৈছে। আনহাতে গ্ৰন্থখনিত অসমীয়া ভ্ৰমণ-সাহিত্যৰ সংক্ষিপ্ত ইতিহাস এটিও সংযোজিত কৰা হৈছে। আন কেইবাটাও গুৰুত্বপূৰ্ণ দিশৰ সুকীয়াকৈ আলোচনা কৰাৰ পৰিকল্পনা কৰা হৈছিল যদিও বাস্তৱত সেয়া সম্ভৱ হৈ নুঠিল। বহুকেইজন ভ্ৰমণ সাহিত্যিকৰ ভ্ৰমণ-সাহিত্যৰ লেখা আমি সংগ্ৰহ কৰিব নোৱাৰাত গ্ৰন্থখনিত বহুখিনি সীমাবদ্ধতা থাকি গ'ল। ভৱিষ্যতে সকলোখিনি সামৰি গ্ৰন্থখনি পূৰ্ণাংগ কৰাৰ আশা মনত পুহি ৰখা হ'ল।

সৰ্বশেষত যিসকল লেখকে তেওঁলোকৰ লেখা প্ৰদানেৰে আমাক বাধিত কৰিলে তেওঁলোকলৈ বিশেষ কৃতজ্ঞতা জ্ঞাপন কৰা হ'ল। 'চন্দ্ৰপ্ৰসাদ শইকীয়াৰ ভ্ৰমণ সাহিত্য' শীৰ্ষক গৌতমপ্ৰসাদ বৰুৱাৰ লেখাটি অনুজ প্ৰতীম অসীম চুতীয়াৰ যোগেদি সংগ্ৰহ কৰি এই গ্ৰন্থত সংযোজন কৰা হৈছে। সেয়েহে তেওঁকো বিশেষভাৱে ধন্যবাদ জ্ঞাপন কৰা হ'ল।

এই গ্ৰন্থখনিয়ে অসমীয়া ভ্ৰমণ-সাহিত্য সম্পৰ্কীয় যিকোনো চিন্তা-চৰ্চাত কিঞ্চিত মানো অৰিহণা আগবঢ়ালে আমাৰ শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম। অসমীয়া ভ্ৰমণ-সাহিত্যই অসমীয়া সাহিত্যৰ বুকুত যথোচিত স্থান আৰু মৰ্যাদা লাভ কৰক — এয়ে আমাৰ প্ৰত্যাশা।

(ড° চিত্ৰজিৎ শইকীয়া)

১৫ আগষ্ট, ২০১৭
দুলীয়াজান

# বিষয়ৰ অনুক্ৰম

বিষয়ৰ অনুক্ৰম

# প্ৰথম অধ্যায়

## ভ্ৰমণ সাহিত্যৰ স্বৰূপ আৰু গতি-প্ৰকৃতি

# অসমীয়া ভ্ৰমণ সাহিত্যৰ সামাজিক গুৰুত্ব ঃ কিছু চিন্তন

**ড° মৃদুল শৰ্মা**

মানুহৰ সভ্যতাৰ বিকাশৰ সৈতে ভ্ৰমণৰ এৰাব নোৱাৰা সম্বন্ধ আছে। কল্পনাপ্ৰৱণ মানুহে যিদৰে কল্পনাশক্তিৰ বস্তুগত ব্যৱহাৰেৰে সাহিত্যকে ধৰি সুকুমাৰ কলাসমূহ জন্ম দিছে, সেইদৰেই জীৱনত প্ৰত্যক্ষভাৱে আহৰণ কৰা অভিজ্ঞতাক মূলধন কৰিও নানা কলাৰূপ সৃষ্টি কৰিছে। ভ্ৰমণ সাহিত্য এনেভাৱে সৃষ্ট কলাহে। ইয়াত বিষয় সম্পূৰ্ণ বস্তুগত, ৰচনাৰীতি বা বিষয় দাঙি ধৰা কৌশলহে ব্যক্তিনিষ্ঠ।

সাহিত্যৰ ইতিহাসকাৰসকলে ভ্ৰমণ সাহিত্যক বৰ ভাল দৃষ্টিৰে নাচায়। অসমীয়া সাহিত্যৰ সবাতোকৈ জনপ্ৰিয় বুৰঞ্জী দুখনেই ইয়াৰ প্ৰমাণ। কিন্তু সাহিত্যৰ আন আন ৰূপ (Genre)-সমূহৰ দৰেই মানুহৰ কল্যাণত ভ্ৰমণ সাহিত্য গুৰুত্বপূৰ্ণ। কিছুমান ক্ষেত্ৰত আন আন সাহিত্যৰূপসমূহতকৈ ভ্ৰমণ সাহিত্যই সমাজত সহজে আৰু প্ৰত্যক্ষভাৱে প্ৰভাৱ পেলোৱাত অগ্ৰণীহে। অৱশ্যে শেহতীয়াকৈ, একবিংশ শতিকাৰ আৰম্ভণিতে অসমীয়া ভ্ৰমণ সাহিত্যক উচ্চতৰ সাহিত্য অধ্যয়নৰ পাঠ্যক্ৰমৰ অন্তৰ্ভুক্ত কৰি ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগে ইতিবাচক উদ্যোগ লৈছে।

সি যি নহওক, ভ্ৰমণ সাহিত্যক আত্মজীৱনীৰ খণ্ডিত ৰূপ বুলিব পাৰি। কাৰণ, যি কাৰণতে নহওক, ক্ষুদ্ৰৰূপত হ'লেও ভ্ৰমণকাৰীৰ (লেখক) জীৱনৰ এছোৱা সময় ইয়াত লিপিবদ্ধ হয়। তদুপৰি যি তাড়নাৰে কোনো লোকে আত্মজীৱনী লিখে, ভ্ৰমণ সাহিত্যৰ ৰচনাতো সেই একে ধৰণৰ তাড়নাৰে ক্ৰিয়া বিদ্যমান। লেখকজনৰ ব্যক্তিগত ৰুচি-অভিৰুচি, সমাজ অধ্যয়ন কৰাৰ

মনোভংগী, মানুহক গ্ৰহণ কৰিব পাৰা-নোৱাৰা গুণ আৰু সামগ্ৰিকভাৱে জীৱনক গ্ৰহণ কৰাৰ দৃষ্টিভংগী এটা ভ্ৰমণ সাহিত্যৰ মাজত প্ৰৱহমান হৈ থাকে। অতি সাধাৰণভাৱে ক'বলৈ হ'লে লেখকজনৰ উদ্দেশ্য ভ্ৰমণ সাহিত্যৰ ক্ষেত্ৰত সাহিত্যৰ আন ৰূপবোৰৰ দৰে আঁৰ-বেৰ দি ৰাখিব পৰা ধৰণৰ নহৈ কিছু মুকলিমুৰা হয়। গতিকে, পাঠকে কোনো ভ্ৰমণ বিষয়ক লেখা পঢ়িবলৈ লৈ লেখকজনৰ উদ্দেশ্যটো গম পালেই পঠন অব্যাহত ৰাখিব নে সামৰিব সেই বিষয়ে সিদ্ধান্ত লৈয়ে পেলায়।

সাধাৰণতে সাহিত্যৰ আন আন কল্পনাশ্ৰয়ী ৰূপবোৰৰ দৰে জীৱনী, আত্মজীৱনী, ভ্ৰমণ কাহিনী, চিকাৰ কাহিনী আদি ৰূপবিশেষত কল্পনাৰ ভূমিকা অতিশয় গৌণ হোৱা উচিত অথবা কল্পনাৰ পৰা এনে সাহিত্যৰূপবোৰ আঁতৰি থকা উচিত বুলি কোৱা হয়। কিন্তু কল্পনাশ্ৰয়ী কাহিনী সাহিত্যত কল্পনাৰ সমান্তৰালভাৱে প্ৰায়েই হুবহু বাস্তৱ সোমাই পৰাৰ দৰেই এইকেইটা সাহিত্যৰূপতো কল্পনা-জড়িত ভালেখিনি উপাদান সন্নিৱিষ্ট হয়। একেদৰেই ভ্ৰমণ সাহিত্যৰ লেখকজনে যিহেতু ভ্ৰমণশীল অৱস্থাত সেই অভিজ্ঞতাৰ বিষয়ে লিখি যোৱাটো সম্ভৱ নহয়, গতিকে তেওঁ ভ্ৰমণ সামৰণি মৰাৰ পাছতহে সেই অভিজ্ঞতাৰ বিষয়ে লিখে। এনে অৱস্থাত তেওঁ নিৰ্ভৰশীল হ'বলগীয়া হয় ঘাইকৈ এইকেইটা সমলৰ ওপৰত —

ক) নিজৰ টোকাবহীখন,

খ) স্মৃতি আৰু

গ) একে ধৰণৰ আন লিপিবদ্ধ উৎস বা আন ভ্ৰমণকাৰীৰ স্মৃতি।

গতিকে, সমগ্ৰ প্ৰক্ৰিয়াটোত লেখকজনৰ কল্পনাৰো ভূমিকা এটা অৱশ্যম্ভাৱী হৈ পৰে। কিন্তু কল্পনাবিলাস ভ্ৰমণ সাহিত্যৰ প্ৰাথমিক লক্ষ্য হ'ব নোৱাৰে আৰু নালাগে।

কিন্তু উপৰিউক্ত (গ) উৎসৰ পৰা তথ্য গ্ৰহণ কৰাৰ ফলত বহু ভ্ৰমণ সাহিত্যত তথ্য-বিকৃতি ঘটে। তেনে লেখাৰ সত্যতা, লেখকৰ সততা বা বিশ্বাসযোগ্যতা সম্পৰ্কে সচেতন পাঠকৰ মনত সন্দেহ ওপজে — যিটো নিতান্তই স্বাভাৱিক। এনে দৃষ্টিৰে ভ্ৰমণ সাহিত্যক বিশুদ্ধ ৰূপত বাস্তৱাত্মক গদ্য (Non-fictional prose) বুলিব নোৱাৰি।



ই পৰিপূৰ্ণ অৰ্থত বিশ্বাসযোগ্যও নহয়। বহু সময়ত বহু লেখকে নিজা ভ্ৰমণ কাহিনীত কেৱল ক'ৰ পৰা ক'লৈ গ'ল, কি কি চমৎকাৰী বস্তু বা ঘটনা দেখিলে, ক'ত ক'ত কিমান ধনেৰে বজাৰ-সমাৰ কৰিলে, কি কি খালে আদিৰ খতিয়ান দিয়াতে নিজৰ দায়িত্ব সামৰি থয়। তেনে লেখকৰ লেখাক স্বৰূপাৰ্থত 'সাহিত্য' বুলিবই নোৱাৰি। তেনে ধৰণৰ লেখায়ো ভ্ৰমণ সাহিত্যৰ বিশ্বাসযোগ্যতা তথা সামাজিক ভূমিকা অৰ্থাৎ প্ৰয়োজন সম্পৰ্কে পাঠকৰ মনত যুক্তিসিদ্ধভাৱে প্ৰশ্নৰ সৃষ্টি কৰিব পাৰে। এইখিনি কথা আৰু স্পষ্টভাৱে এনেকৈ ক'ব পাৰি যে ভ্ৰমণভিত্তিক গ্ৰন্থ লিখাটো বহু লোকৰ বাবে সাহিত্য-সেৱা বা সমাজ-সেৱাৰ তাড়নাতকৈও অধিক আত্মপ্ৰচাৰৰ অজুহাত মাথোন। কাৰণ, উদাহৰণস্বৰূপে বহু লোকে নিজা ৰচনাত বৰ্ণনাৰ সমৰ্থনৰ উদ্দেশ্যে নিজৰ ভ্ৰমণকালৰ ফটোগ্ৰাফ ব্যৱহাৰ কৰে। এনে কাৰ্যত প্ৰায়বোৰ ক্ষেত্ৰতে ৰচনা আৰু ফটোগ্ৰাফৰ মাজত সম্পৰ্কৰ সংশ্লেষ দেখা নাযায়। তেনে অৱস্থাত সেই কাৰ্যক লেখকে দাঙি ধৰা বৃত্তান্তখিনি মনেসজা নহয় বুলি প্ৰমাণ কৰাৰ প্ৰৱণতাৰ পৰিচায়ক হৈ পৰে। এনেকুৱা দায়িত্বজ্ঞানক অৱহেলা কৰা লেখক কিছুমানে ভ্ৰমণ কাহিনীৰ সামাজিক গুৰুত্ব সম্পৰ্কে সচেতন লেখকসকলকো ক্ষতিগ্ৰস্ত কৰে আৰু সামগ্ৰিকভাৱে নিজৰ জাতীয় সাহিত্যৰ ওজন কমোৱাতহে অৰিহণা যোগায়, বঢ়োৱাত নহয়।

উপৰিউক্ত কথাখিনি অসম আৰু অসমীয়া সমাজৰ ক্ষেত্ৰত কোনেও অস্বীকাৰ কৰিব নোৱাৰে। কাৰণ, ভ্ৰমণবিমুখী বুলি অসমীয়া মানুহৰ এটা পৰিচয় আছে। এই পৰিচয়ৰ দীঘলীয়া ইতিহাসো আছে। ডাকৰ বচনতে ভ্ৰমণৰ পৰা ইচ্ছুক মানুহক আঁতৰাই ৰখাৰ প্ৰৱণতা লক্ষণীয়ভাৱে প্ৰকাশ পাইছে। সেই ইতিহাসলৈ নগৈ সদ্যহতে ক'ব পাৰি যে এইটো কাৰণতে অসমীয়া ভ্ৰমণ কাহিনীৰ ভঁৰাল অন্ততঃ ভাৰতবৰ্ষই স্বাধীনতা অৰ্জন কৰা সময়লৈকে বিশেষ চহকী নাছিল। অৱশ্যে সম্প্ৰতি অৱস্থাৰ দ্ৰুত উন্নতি ঘটিছে আৰু বিগত প্ৰায় সত্তৰ বছৰ কালত অসমীয়া ভ্ৰমণ সাহিত্যই চকুত লগাকৈ উন্নতি কৰিছে।

আধুনিক অসমীয়া ভ্ৰমণ সাহিত্যৰ অৱতৰণি হয় *অৰুনোদই*ৰ পাততে। তাৰো পূৰ্বে জীৱন চৰিতত শংকৰ-মাধৱৰ তীৰ্থ পৰিক্ৰমাৰ যি বিৱৰণ পোৱা যায় সি সম্পূৰ্ণ অৰ্থতে চৰিতকাৰৰ কাল্পনিক সৃষ্টি আছিল। আকৌ আহোম

ৰজাৰ আমোলত বুৰঞ্জীৰ ৰূপত ভ্ৰমণ বৃত্তান্ত লিখা হৈছিল। *অৰুনোদইত* প্ৰকাশিত 'আমেৰিকা প্ৰথমে দৰ্সন হোআৰ কথা' শীৰ্ষক লেখাক প্ৰথম আধুনিক অসমীয়া ভ্ৰমণ বৃত্তান্ত বুলিবই লাগিব। *অৰুনোদইৰ* পৰা প্ৰান্তিক, সাতসৰী, গৰীয়সী, প্ৰকাশ, বিস্ময় আদি কাকত-আলোচনীলৈ অসমীয়া ভ্ৰমণ সাহিত্যৰ ধাৰা প্ৰৱাহিত হৈ আছে। স্বাধীনোত্তৰ কালত গ্ৰন্থৰূপেও যথেষ্ট সংখ্যক ভ্ৰমণ সম্পৰ্কীয় গ্ৰন্থ প্ৰকাশ হৈছে।

**অসমীয়া ভ্ৰমণ সাহিত্যৰ দ্ৰুত উন্নতিৰ কাৰণ ঃ**

স্বাধীনোত্তৰ কালত অসমীয়া সাহিত্যৰ ভ্ৰমণক কেন্দ্ৰ কৰি ৰচিত অংশৰ দ্ৰুত উন্নতিৰ মূলতে আছে ভ্ৰমণ সম্পৰ্কে অসমীয়া মানুহৰ মনত থকা কৌটিকলীয়া ধ্যান-ধাৰণাসমূহৰ অৱসান। বিশেষকৈ জাত-পাতৰ বিচাৰ, খাদ্য-অখাদ্যৰ বিচাৰেই অসমৰ সৰহ সংখ্যক লোকক ভ্ৰমণৰ পৰা আঁতৰাই ৰাখিছিল। বেহা-বেপাৰৰ প্ৰতিও অসমীয়া মানুহৰ আগ্ৰহ অতীতত অতিকে সীমিত আছিল। ডাকৰ বচনৰ দৰে লোক সাহিত্যতো অসমীয়া মানুহৰ এই মানসিকতা প্ৰকাশ পাইছে — 'ডাকে বোলে শুনা উপায় / বাণিজ্যৰ পথ কৃষিত পায়।' সাম্প্ৰতিক কালত বিভিন্ন কাৰকে অসমীয়া মানুহক দেশ-বিদেশৰ বিভিন্ন স্থান ভ্ৰমণৰ বাবে উদ্বুদ্ধ কৰিছে। সেইসমূহৰ ভিতৰত —

ক) স্বাধীনোত্তৰ কালত সমগ্ৰ দেশৰ লগতে অসমীয়া মানুহৰো জাতিগত আত্মবিশ্বাস বৃদ্ধি হৈছে। ফলস্বৰূপে পূৰ্বৰ ভ্ৰমণ-বিমুখিতা কিছু পৰিমাণে হ্ৰাস পাইছে।

খ) স্বাধীনোত্তৰ কালছোৱাত পূৰ্বৰ তুলনাত ভাৰতবৰ্ষৰ লগতে অসমৰ মানুহৰো আৰ্থিক অৱস্থা উন্নত হৈছে।

গ) অসমীয়া মানুহৰ বৌদ্ধিক, শৈক্ষিক, সাহিত্যিক আৰু সাংস্কৃতিক প্ৰতিভাই ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ত স্বাধীনোত্তৰ কালত পূৰ্বৰ তুলনাত অধিক স্বীকৃতি লাভ কৰিছে।

ঘ) যোৱা প্ৰায় অৰ্ধ শতিকা কালত বিশ্বব্যাপি যোগাযোগ ব্যৱস্থাৰ দ্ৰুত উন্নয়ন সাধিত হৈছে। আন্তঃৰাষ্ট্ৰীয় সহযোগিতা বৃদ্ধিৰ ফলত ভ্ৰমণ সুবিধাজনক আৰু আৰামদায়ক হৈ উঠিছে।

ঙ) স্বাধীনোত্তৰ কালত প্ৰবাসী অসমীয়া লোকসকলেও বহু অসমীয়াক



বিদেশ ভ্ৰমণৰ সুবিধা উলিয়াই দিছে।

চ) দেশৰ বিভিন্ন স্থানত বাস কৰা অসমীয়াসকলেও দেশৰ পৰিসীমাৰ ভিতৰত অসমৰ মানুহৰ ভ্ৰমণৰ সুবিধা সৃষ্টি কৰাত ভূমিকা পালন কৰিছে।

ছ) চৰকাৰী আৰু অনাচৰকাৰী বহু অনুষ্ঠানে বিদেশৰ সৈতে কৰা শৈক্ষিক-সাংস্কৃতিক বিনিময় কাৰ্যসূচীৰ সংখ্যা বৃদ্ধি হৈছে। ফলত বিভিন্ন ক্ষেত্ৰৰ লোকৰ বাবে ভ্ৰমণৰ সুবিধা বাঢ়িছে।

জ) চৰকাৰ অথবা আন বিত্তীয় প্ৰতিষ্ঠানে বিদেশত মেধাৱী ছাত্ৰ-ছাত্ৰীৰ উচ্চতৰ অধ্যয়নৰ অৰ্থে জলপানি আগবঢ়াইছে। ফলত বহু ছাত্ৰ-ছাত্ৰীয়ে বিদেশত থাকি অধ্যয়নৰ সুবিধা লাভ কৰিছে।

ঝ) বিভিন্ন বহুজাতিক কোম্পানীয়ে ভাৰতৰ বহু কৰ্মচাৰীক তেওঁলোকৰ বিদেশৰ বাণিজ্য-কেন্দ্ৰবোৰত গৈ স্থায়ী বা অস্থায়ীভাৱে সেৱা আগবঢ়োৱাৰ সুবিধা প্ৰদান কৰিছে।

ঞ) পৰ্যটন খণ্ডই দ্ৰুত গতিত উদ্যোগৰূপে উন্নতি কৰাৰ ফলত বিভিন্ন বেচৰকাৰী উদ্যোগীয়ে পৰ্যটকক বিদেশ ভ্ৰমণৰ অসুবিধাবোৰ আঁতৰাই দিয়াৰ দায়িত্ব গ্ৰহণ কৰিছে। ইয়াৰ ফলতো ভ্ৰমণৰ প্ৰতি অসমীয়া মানুহৰ আগ্ৰহ পূৰ্বতকৈ বৃদ্ধি পাইছে।

সকলো ভাষা-সাহিত্যৰ দৰেই অসমীয়া ভাষাৰ লেখকসকলেও ঘাইকৈ ভ্ৰমণসূত্ৰে লাভ কৰা দেশ-বিদেশৰ অভিজ্ঞতাৰ আধাৰত নিজৰ ভাষাৰ মানুহক উদ্বুদ্ধ কৰাৰ উদ্দেশ্যেই ভ্ৰমণ সাহিত্য ৰচনা কৰে। অৱশ্যে এনে কিছুমান ভ্ৰমণ বিষয়ক গ্ৰন্থও পোৱা যায় যিবোৰ পঢ়ি লেখকৰ কোনো স্পষ্ট উদ্দেশ্য বিচাৰি পোৱা নাযায়। তেনে গ্ৰন্থই পাঠককো উপকৃত কৰিব নোৱাৰে আৰু জাতীয় সাহিত্যৰ ভেটিও মজবুত কৰিব নোৱাৰে। কিন্তু সৌভাগ্যৱশতঃ সামাজিক দায়বদ্ধতাৰে লিখা ভ্ৰমণ বিষয়ক গ্ৰন্থ অসমীয়া ভাষাত যথেষ্ট। তেনে কেইখনমান গ্ৰন্থৰ পৰা গোটাচেৰেক উদাহৰণ আনি সাম্প্ৰতিক সমাজ-বাস্তৱৰ ওপৰত সিবোৰৰ প্ৰভাৱৰ সম্ভাৱনা সম্পৰ্কে সামান্য আলোকপাত কৰিলে দেখা যায় যে বিষয়বোৰ বৰ পোনপটীয়া নহয়। সদ্যহতে দুখনমান গ্ৰন্থৰ প্ৰণিধান গ্ৰহণ কৰা হওক ঃ

আমেৰিকাৰ শিক্ষা জগতখনৰ অধ্যয়ন আৰু তাৰ আধাৰত অসমৰ

শিক্ষাজগতৰ উন্নয়ন সম্পৰ্কীয় চিন্তাৰ উদ্দেশ্য প্ৰকাশ পোৱা এখন উল্লেখযোগ্য গ্ৰন্থ হৈছে 'প্ৰফেচাৰ বৰুৱাৰ চিঠি'। গ্ৰন্থখনৰ উল্লেখনীয় দিশসমূহ হৈছে ক্ৰমে লেখকৰ দেশপ্ৰেম আৰু নিজৰ সমাজৰ প্ৰতি বিশুদ্ধ দায়বদ্ধতা, গভীৰ আৰু বিস্তৃত পৰ্যৱেক্ষণশীলতা, স্বদেশৰ শিক্ষাব্যৱস্থাৰ উন্নয়নৰ চিন্তা, ৰসাল বৰ্ণনা, নিজৰ বক্তব্যৰ সমৰ্থনত প্ৰয়োজনীয় তথ্যৰ ব্যৱহাৰ আৰু প্ৰয়োজনবশতঃ তুলনামূলক দৃষ্টিভংগীৰ সংশ্লেষণ। পুথিখনত লেখকে বৰ্ণনা কৰিছে এনেদৰে —

*ইয়াত ল'ৰা-ছোৱালীয়ে দুপৰীয়াৰ আহাৰ স্কুলত বিনামূল্যে পায় — মোৰো বিনামূল্যেই হ'ল। মই চাবলৈ গৈছিলোঁ ঘাইকৈ পাঠ্যপুথি, বিভিন্ন বিষয়ৰ। এনেবোৰ পাঠ্যপুথি আমাৰ ল'ৰা-ছোৱালীয়ে সৰুৰেপৰা পঢ়িবলৈ পালে যি কোনো দেশৰ লগতে ফেৰ মাৰিব পাৰিব। সম্ভৱ হ'লে মই ডক্টৰ অশ্বিনী বৰকাকতীলৈ এলানি কিতাপ পঠাম (পৃ. ৯)।*

ইয়াত ফুটি উঠিছে এজন স্বদেশপ্ৰেমিক শিক্ষাব্ৰতী পণ্ডিতৰ পৰিচয়। সাম্প্ৰতিক কালৰ প্ৰেক্ষাপটত 'ৰাষ্ট্ৰীয় গ্ৰামীণ শিক্ষা অভিযান' বা 'সৰ্বশিক্ষা অভিযানে' আমাৰ শিক্ষাব্যৱস্থাত দুপৰৰ আহাৰৰ যোগান ধৰি ল'ৰা-ছোৱালীক কিমান দূৰ শিক্ষালাভৰ প্ৰতি আগ্ৰহী কৰি তুলিছে এই প্ৰশ্নটোও প্ৰাসংগিক। প্ৰশ্ন হয়, আঁচনিৰ উদ্দেশ্যবোৰ দেখোন মহৎ; কিন্তু ৰূপায়নৰ ক্ষেত্ৰত আমি চূড়ান্তভাৱে ব্যৰ্থ কিয়? আকৌ —

*অধ্যাপকসকলে শ্ৰেণীত বক্তৃতা দিওঁতে প্ৰাসঙ্গিক কিতাপৰ নাম উল্লেখ কৰি যায় (ব্লেকবৰ্ডত নাম লিখি দিয়ে; অসংখ্য আলোচনীৰ প্ৰবন্ধৰো উল্লেখ কৰে। আলোচনীৰ প্ৰবন্ধ পঢ়া ছাত্ৰ-ছাত্ৰীৰ বিশেষ কৰ্তব্য। মই কোনো বিভাগে যুগুত কৰা পাঠ্য-তালিকা সংগ্ৰহ কৰিছোঁ বিশেষকৈ ভাষাতত্ত্ব আৰু লোকসংস্কৃতিৰ। এইবোৰত অসংখ্য আলোচনী আৰু প্ৰবন্ধৰ উল্লেখ আছে। (পৃ. ১১)।*

ইয়াত এজন অনুসন্ধিৎসু শিক্ষাব্ৰতী পণ্ডিত লোকৰ মনত থকা আশা আৰু আশংকাৰ প্ৰকাশ লক্ষ্যণীয়। কাৰণ স্বদেশৰ শিক্ষাজগতৰ ভৱিষ্যৎ সম্পৰ্কে তেওঁৰ মনৰ সজাগতাৰ সমান্তৰালভাৱে নিজৰ আগ্ৰহৰ ক্ষেত্ৰৰ বাহিৰৰ জ্ঞানৰ



জগৎখনৰ তত্ত্বাৱধানৰ দিশত তেওঁৰ সৈতে একে মানসিকতাৰ লোকৰ অভাৱৰ ইংগিতো ইয়াত স্পষ্ট। আনহাতে শিক্ষালাভ মানে কেৱল পাঠ্যপুথি পঢ়া আৰু পৰীক্ষাৰ প্ৰশ্নোত্তৰ লিখি নম্বৰ পোৱাই নহয়, একে সময়তে নিৰ্দিষ্ট বিষয়ৰ সম্ভাব্য গ্ৰন্থপঞ্জী প্ৰস্তুত কৰি নিজৰ মনৰ দিগন্ত প্ৰসাৰিত কৰাও। এই বক্তব্যও উপৰি উক্ত বৰ্ণনাখিনিত সোমাই আছে। কিন্তু দুৰ্ভাগ্যজনক কথা এয়ে যে লেখকজনৰ বক্তব্য অদ্যাপি অসমৰ উচ্চশিক্ষাৰ আন অংশবোৰৰ কথা বাদেই, গৱেষণা বোলা কাণ্ডবিধতো হৈ উঠা নাই। গৱেষণাৰ নামত কিন্তু কোটি কোটি ৰাজহুৱা ধনৰ শৰাধ হৈয়ে আছে।

একেখন পুথিৰে আন একাংশ বৰ্ণনাই কৈছে —

*ইউনিভাৰচিটিৰ নিজৰেই বঢ়িয়া কিতাপৰ দোকান আছে। নতুন কিতাপৰ নামবোৰত চকু ফুৰাই ভাল লাগে; নতুন কিতাপৰ গোন্ধটোত মাদকতা আছে। দুই-চাৰিখন কিতাপ মই শুঙি চাইছোঁ। আমাৰ তাত Made easy আৰু নোটবুকৰ বহু সমালোচনা হৈছে। ইয়াত সেই শাৰীৰ কিতাপ দেখিছোঁ — অৱশ্যে আমাৰ তাৰ লগত বহু পাৰ্থক্য। ... ইয়াৰ Made simple কিতাপ অনুবাদ কৰিলেই ছমাহতে বঢ়িয়া বিশ্বকোষ প্ৰণয়ন হ'ব। এইবোৰ কিতাপে বিষয়-প্ৰৱেশত বিশেষ সহায় কৰে।*

*আমাৰ ছাত্ৰ-ছাত্ৰীসকলৰ ইচ্ছা, প্ৰতিভা, শক্তি আদি সকলো আছে। কিন্তু তেওঁলোকক উপদেশ, পৰামৰ্শ দিওঁতা নাই। আমাৰ দৰে প্ৰাচীনপন্থীসকলে তেওঁলোকক এৰাই চলোঁ। কেতিয়াও ভাল বুদ্ধি-পৰামৰ্শ দিবলৈ আগবাঢ়ি নেযাওঁ। ছাত্ৰ-ছাত্ৰীয়েও আমাক শ্ৰেণীৰ বাহিৰে সকলোতে বিসৰ্জন দিছে — অদৰ্কাৰী বুলি। সেই দেখিয়েই ছাত্ৰ-ছাত্ৰীৰ অনুষ্ঠানত সভাপতি বা প্ৰধান অতিথিৰ কাৰণে নিমন্ত্ৰণ কৰা হয় — অনা শিক্ষকক। আমেৰিকাত কিন্তু শিক্ষকৰ বাহিৰে আনৰ শিক্ষানুষ্ঠানত প্ৰৱেশ নিষেধ। (পৃ. ১৫)।*

বিৰিঞ্চিকুমাৰ বৰুৱাৰ 'প্ৰফেচাৰ বৰুৱাৰ চিঠি'ৰ অভিজ্ঞতাক যদি অসমৰ শিক্ষাজগতৰ কামত লগোৱা হ'লহেঁতেন তেনেহ'লে অসম এই একবিংশ শতিকাত ভাৰতৰ ভিতৰতে অন্যতম অগ্ৰণী ৰাজ্য হৈ উঠিলহেঁতেন। কিন্তু

দুৰ্ভাগ্যজনকভাৱে আমাৰ দেশৰ শিক্ষানীতি নিৰ্ভৰ কৰে ৰাজনীতিবিদ আৰু আমোলাৰ ইচ্ছা-অনিচ্ছাৰ ওপৰত।

আন এখন পুথিৰ লেখকৰ অভিজ্ঞতাৰ সমান্তৰালভাৱে সেই অভিজ্ঞতাই জাগ্রত কৰা তেওঁৰ ইতিহাস চেতনাক কিদৰে জাতীয়তাবোধে সমৃদ্ধ কৰিছে মন কৰা যাওক —

*ছাছপেন্‌ছন ব্রিজৰ মাজ পালে সঁচাই ভাল লাগে। ... প্রায় ডেৰমাইল দৈৰ্ঘ্যৰ এই দলংখন ১৯৬৪ চনত মুকলি কৰা হৈছিল। ... দলং নিৰ্মাতা উইলিয়াম আৰল নামৰ ইঞ্জিনীয়াৰজনে দলংখনৰ স্থায়িত্ব সম্পৰ্কে সোধাত হেনো কৈছিল — for ever, if you look after it.* (চক্রৱৰ্তী, অৰনীকুমাৰ, *দেশ, নৈ আৰু মানুহ,* পৃ. ২২)

জাতীয় সম্পদৰ প্রতি মানুহ কিমান সৎ আৰু শ্রদ্ধাশীল হ'ব পাৰে তাৰ প্রমাণ উল্লিখিত বৰ্ণনাখিনি। আমাৰ দেশত আকৌ নিজৰ ব্যক্তিগত সম্পদবোৰহে নিজৰ, ৰাজহুৱাখিনি আনৰ! সেয়েহে নিৰ্মাণ কাৰ্য শেষ নৌহওঁতেই আমাৰ ইয়াত ভৱন ভাগি পৰে, ৰাস্তা জৰাজীৰ্ণ হৈ পৰে।

*নিমজ, পোন পথটোত অনাহকতে ক'তো অকণো ৰ'ব নালাগে। তীব্র গতিত গাড়ীবোৰ চলে। গতি হ'ল প্রগতিৰ মূল। উন্নত দেশবোৰে সেয়েহে যিকোনো প্রকাৰে যথেষ্ট খৰচ কৰি হ'লেও গতিবেগৰ ক্ষিপ্রতা অটুট ৰাখে।* (চক্রৱৰ্তী, অৰনীকুমাৰ, *দেশ, নৈ আৰু মানুহ,* পৃ. ৩১)

উন্নতিৰ প্রতি জাতিগত আগ্রহ এই অংশত প্রকাশ পোৱা ঘাই সত্য। আমাৰ যাতায়াত ব্যৱস্থাক এই বৰ্ণনাৰ সৈতে তুলনা কৰি চাব পাৰি। আন একাংশ বৰ্ণনাত শিক্ষণ-শিকনৰ দিশ এটা ফুটি উঠিছে এনেদৰে ঃ

*শ্রেণীত প্রয়োজন হোৱা সকলো তথ্য-পাতি, সামগ্রী, আহিলা আদি কোঠালিটোত যোগান ধৰা হয়, যাতে আলোচ্য সকলো কথা ছাত্র-ছাত্রীয়ে সুন্দৰকৈ বুজি পায়। ... প্রয়োজন অনুসৰি পোহৰ কম-বেছি কৰিব পৰা বা একেবাৰে আন্ধাৰ কৰি ল'ব পৰা ব্যৱস্থা থকাত শ্রেণীবোৰ পৰিকল্পনা অনুসৰি সফল কৰি তুলিব পাৰি।* (চক্রৱৰ্তী, অৰনীকুমাৰ, *দেশ, নৈ আৰু মানুহ,* পৃ. ৪০)





*হাইৱেৰ এঠাইত একেবাৰে দাঁতিৰ ট্রেক্টৰ গাড়ী কেইখনমান থৈ দিয়া আছে। আমেৰিকাত পুৰণি গাড়ী এনেকৈ ক'ৰবাত এৰি থৈ যায় বুলি কোনোবাই কৈছিল। বৰাই ক'লে— নহয়, এইবিলাক গাড়ী সেই যে সিফালৰ আলিত কাম কৰি আছে, সেই মজদুৰ কেইজনৰহে।। আমাৰ গড়কাপ্তানি বিভাগৰ আলিত কাম কৰা অসমীয়া গাঁৱলীয়া মজদুৰ কেইজনলৈ মনত পৰিল ঃ ভগা চাইকেলত চাহ-ধপাতৰ সৰঞ্জাম লৈ ৯ বজাত এমুঠি খাই ওলাই যায় আৰু দুপৰীয়া গছৰ ছাঁ-তে বহি চাহ তপতাই খাই বই কটাই দিয়ে।* (শইকীয়া, নগেন, *আমেৰিকাত দহদিন,* পৃ. ২৮)

এই উদ্ধৃতিৰ গুৰুত্বপূৰ্ণ দিশ হৈছে দুখন দেশৰ মানুহৰ মনত শ্রম সম্পৰ্কে থকা ধাৰণাৰ আকাশ-পাতাল পাৰ্থক্য। এনে পাৰ্থক্যৰ বাবেই দুয়োখন দেশৰ মানুহৰ জীৱন ধাৰণৰ মানতো আকাশ-পাতালৰ দূৰত্ব দেখা যায়। আমাৰ চৰকাৰী কাৰ্যালয়ত দৰমহাজীৱী কৰ্মচাৰীগণৰ কাম কৰাৰ নমুনা আমি সদায় দেখিয়ে আছো। বিদেশৰ তেনে নমুনাৰ উদাহৰণ —

*ছোৱালীজনীয়ে মোৰ পাছপোৰ্টখন চালে আৰু চাৰিশ ডলাৰৰ চেক্ উলিয়াই দিলে। গোটেই কামখিনিত ত্রিছমিনিট সময়ো নালাগিল। আমাৰ তাত ত্রিছ দিনতো বোধকৰোঁ নহ'লহেঁতেন।* (শইকীয়া, নগেন, *আমেৰিকাত দহদিন,* পৃ. ২২)

কৰ্ম-তৎপৰতা, আনক সন্মান জনোৱাৰ প্রতি সজাগতা, সততা আৰু মৰ্যাদাবোধ সম্পৰ্কত লেখকজনে কৰা উল্লিখিত মন্তব্য গুৰুত্বপূৰ্ণ।

*ইয়াত আনকি বিশ্ববিদ্যালয়ৰ সোণালী জয়ন্তী পাতিলেও শ্রেণী বন্ধ নহয়। সেইবুলি উৎসৱ উদ্‌যাপন নকৰাকৈও নাথাকে; বৰং আমাতকৈ বেছি অৰ্থপূৰ্ণভাৱেহে উদ্‌যাপন কৰে। হয়তো তেনে উপলক্ষ্যত সাদিন সাতোটা বিষয়ৰ আলোচনা-চক্র হ'ল; বা কোনো বিষয়ৰ বিশেষ বক্তৃতাৰ আয়োজন কৰা হ'ল; এদিন আজৰি উলিয়াই কোনোবা এটা গোটে হয়তো সাংস্কৃতিক কৰ্মসূচীও সম্পন্ন কৰিলে। আমাৰ দৰে কলেজ সপ্তাহৰ নামত সাদিন শ্রেণীবন্ধৰ সোৱাদ*

*এওঁবিলাকে ল'বলৈ নাপায়।* (শইকীয়া, নগেন, *আমেৰিকাত দহদিন*, পৃ. ২২)

বিদেশৰ শিক্ষানুষ্ঠানৰ সৈতে স্বদেশৰ শিক্ষানুষ্ঠানৰ তুলনা কৰি উৎসৱ-অনুষ্ঠান উদ্‌যাপনৰ নামত উন্নত আৰু উন্নয়নশীল বা অনুন্নত দেশৰ মাজত থকা পাৰ্থক্য লেখকৰ পৰ্যবেক্ষণত এনেভাৱে ধৰা পৰিছে।

**আন এটা ধাৰা ঃ**

অসমীয়া ভ্ৰমণ সাহিত্যত একবিংশ শতিকাৰ প্ৰথম দশকটোত সংযোজিত হোৱা আন এটা বিশেষ ধাৰা চিহ্নিত হৈছে। সেইটো হৈছে দুঃসাহসিক প্ৰকৃতি-পৰ্যটনৰ অভিজ্ঞতা-আধাৰিত আৰু প্ৰকৃতি-ভ্ৰমণ-আধাৰিত ভ্ৰমণ সাহিত্যৰ ধাৰা। অৱশ্যে একাংশ জনপ্ৰিয় অসমীয়া আলোচনীত বহু আগৰে পৰাই দুঃসাহসিক অভিযান বৰ্ণিত হৈ আহিছে; কিন্তু মূল সুঁতিৰ সাহিত্যকৰ্ম হিচাপে চিহ্নিত হ'ব পৰা গুণ সেইবোৰ লেখাত প্ৰায় নাছিলেই। একবিংশ শতিকাৰ প্ৰথমটো দশকত এনে বিষয়ৰ উচ্চ স্তৰৰ সাহিত্য-মূল্যসম্পন্ন কেইবাখনো গ্ৰন্থ প্ৰকাশ পাইছে। অসমীয়া সাহিত্যৰ বাবে ই নিশ্চয় আনন্দৰ কথা।

প্ৰফুল্ল ডেকাৰ *তিব্বতৰ পৰা অসম উপত্যকালৈ বুল্লুম্ বুথুৰ* আৰু মৃণাল তালুকদাৰৰ *চাংপোৰ পৰা ব্ৰহ্মপুত্ৰলৈ* গ্ৰন্থ দুখনত বিশাল ব্ৰহ্মপুত্ৰ নদ-পৰিক্ৰমাৰ অভিজ্ঞতা বিবৃত হৈছে। বানপানী আৰু গৰা খহনীয়াৰ দৰে অসমৰ পৰস্পৰে পৰিপূৰক দুটা জ্বলন্ত সমস্যাৰ স্বৰূপ উপলব্ধিৰ বাবে এই দুখন পুথিয়ে সহায় কৰিব পাৰে।

প্ৰাকৃতিক সম্পদৰ দ্ৰুত ক্ষীয়মানতাই সৃষ্টি কৰা পাৰিপাৰ্শ্বিক ভাৰসাম্যহীনতাৰ পৰা পৰিত্ৰাণৰ উপায় বিচাৰি ফুৰা মানুহক প্ৰকৃতি পৰ্যটন সম্পৰ্কীয় গ্ৰন্থই পথ-নিৰ্দেশনা দিব পাৰে। এনে গ্ৰন্থৰ উদাহৰণ ক্ৰমে সৌম্যদ্বীপ দত্তৰ *নামচাঙৰ অন্তেষপুৰ*, ৰঞ্জন কুমাৰ দাসৰ *পক্ষীৰ কাকলিত ডিব্ৰু-ছৈখোৱা* আদি।

সাহিত্যৰ প্ৰতিটো ৰূপেই কম-বেছি পৰিমাণে মানুহৰ সমাজৰ ওপৰত প্ৰভাৱ পেলায়। কিন্তু তুলনামূলকভাৱে ভ্ৰমণ সাহিত্যই মানুহক সহজে প্ৰভাৱান্বিত কৰে। কাৰণ, বাকীবোৰ ব্যক্তিনিষ্ঠ সাহিত্যৰূপত মানুহৰ কল্যাণৰ দিশবোৰ পৰোক্ষ হৈ থাকে; সাধাৰণ পাঠকৰ পক্ষে সেই ৰহস্য ভেদ কৰাটো



বহু সময়ত আনকি অসম্ভৱো হৈ পৰে। আনহাতে গুৰুগম্ভীৰ বিষয়ৰ প্ৰবন্ধই সাধাৰণ পাঠকক বিৰক্ত অথবা সাহিত্য-পাঠৰ প্ৰতি অনাসক্ত কৰি তুলিবও পাৰে। ভ্ৰমণ সাহিত্য কিন্তু উপৰিউক্ত দুই ধৰণৰ দুৰ্বলতাৰ পৰা মুক্ত সাহিত্যৰূপ। তদুপৰি ই জনপ্ৰিয়ও, গুৰুগম্ভীৰো। বিষয়বস্তুৰ কাৰণেই, নজনাক জানিবলৈ মানুহৰ স্বাভাৱিক আগ্ৰহেই ইয়াত পাঠকক মন্ত্ৰমুগ্ধ কৰি ৰাখিবও পাৰে। সেয়েহে মানুহৰ সমাজৰ ওপৰত ভ্ৰমণ সাহিত্যই প্ৰভাৱ পেলাব পৰা সম্ভাৱনা অতি বেছি।

**আলোচনাৰ আধাৰত অসমৰ সমাজ-বাস্তৱৰ কিছু দিশ ঃ**

ক) অসমৰ স্কুলীয়া ছাত্ৰ-ছাত্ৰীয়েও বৰ্তমান স্কুলত দুপৰীয়াৰ আহাৰ খাবলৈ পাইছে; কিন্তু শিক্ষণ-শিকন কাৰ্য কিমান দূৰ আকৰ্ষণীয় বা সফল হৈছে সি চিন্তনীয়।

খ) অসমৰ শিক্ষকেও শ্ৰেণীত পাঠদান কৰোতে প্ৰাসংগিক কিতাপ-আলোচনীৰ নাম উল্লেখ কৰে। কিন্তু অসমৰ ছাত্ৰই শিক্ষাবৰ্ষ শেষ হোৱাৰ পাছতো সেই শিক্ষাবৰ্ষৰ বাবে প্ৰয়োজনীয় কিতাপকেইখন দেখিবলৈও নোপোৱাৰ উদাহৰণ আছে। চৰকাৰী নীতিৰ ফলত কিতাপ কিনিবলৈও পোৱা নাযায়। অথচ সেই ছাত্ৰ-ছাত্ৰী বছৰি ইটো শ্ৰেণীৰ পৰা সিটোলৈ উত্তীৰ্ণ হৈ গৈয়ে আছে। ইয়াতে আমাৰ শিক্ষাব্যৱস্থাৰ ফোপোলা স্বৰূপটো প্ৰকাশ পাইছে।

গ) Notes বা Made Simple জাতীয় কিতাপেৰে অসমৰ (ভাৰতবৰ্ষৰ) কিতাপৰ বজাৰ উভৈনদী। কিন্তু ইয়াৰে সৰহভাগ কিতাপে ছাত্ৰ-ছাত্ৰীক বিভ্ৰান্তহে কৰে; বিষয় অনুধাৱনত সহায় নকৰে।

ঘ) সামগ্ৰিকভাৱে অসমৰ (ভাৰতবৰ্ষৰে) শিক্ষক সম্প্ৰদায়ে ছাত্ৰৰ পৰা আৰু ছাত্ৰসমাজে শিক্ষকৰ পৰা দূৰৈত অৱস্থান কৰে। ছাত্ৰও শিক্ষকৰ ওচৰ নাচাপে আৰু শিক্ষকেও ছাত্ৰক ওচৰ চপাৰ সুবিধা নিদিয়ে।

ঙ) অসমত কৃতী ছাত্ৰ-ছাত্ৰীয়ে শিক্ষানুষ্ঠানৰ পৰা সন্মান পায়; কিন্তু সেই সন্তানৰ অভিভাৱকে শিক্ষানুষ্ঠানৰ পৰা কাহানিও স্বীকৃতি অথবা প্ৰশংসা নাপায়।

চ) বিভিন্ন কাৰণত ভাৰতৰ উচ্চ শিক্ষানুষ্ঠানসমূহে ছাত্ৰ-ছাত্ৰীক জীৱিকাৰ

পথ দেখুওৱাত ব্যৰ্থ হৈছে।

ছ) ৰাজহুৱা সম্পদ মানেই অপচয়যোগ্য বস্তু বুলি গণ্য কৰাটো ভাৰতীয় মানুহৰ মজ্জাগত বদ চৰিত্ৰ।

জ) সময়ৰ সৎ ব্যৱহাৰৰ গুৰুত্ব অসমীয়া (ভাৰতীয়) মানুহে উপলব্ধি নকৰে। জাতীয় উন্নতিত সময়ৰ সৎ ব্যৱহাৰ গুৰুত্ব অসীম।

ঝ) দেশৰ শ্ৰমিক-বনুৱা শ্ৰেণীৰ লোকৰ জীৱন-ধাৰণৰ মান উন্নত কৰাৰ কাৰণে সৎ চিন্তাৰে উদ্বুদ্ধ লোক ভাৰতবৰ্ষ তথা অসমত অতিকে নগণ্য।

ঞ) কৰ্ম-তৎপৰতা, আনক সহায় কৰি তৃপ্ত হোৱাৰ মানসিকতা, সততা আদি মানৱীয় মূল্যবোধৰ দিশত ভাৰতীয় মানুহৰ মন অতীতৰ পৰা ক্ৰমশঃ অৱনমিত হৈছে।

ট) ভাৰতীয়, বিশেষকৈ অসমৰ শিক্ষা-ব্যৱস্থাক বন্ধ নামৰ ব্যাধিৰ কুপ্ৰভাৱেও পঙ্গু কৰি আনিব খুজিছে। ইত্যাদি।

এনে সমস্যাৱলীৰ সমাধান উলিওৱাত ভ্ৰমণ সাহিত্যৰ পৰা সহায় ল'ব পাৰি। কেৱল পঢ়া আৰু দুদিনমান জাতীয় আৱেগত সমাজ-সংশোধনৰ সপোন দেখি দুদিনতে পাহৰি যোৱাৰ মাজতে দায়িত্ব সীমাবদ্ধ বুলি নাভাবি সঁচা দেশপ্ৰেমেৰে উদ্বুদ্ধ লোক যেতিয়া সমাজক নেতৃত্ব দিবলৈ আগবাঢ়ি আহিব তেতিয়াৰ পৰাই ভাৰতীয় তথা অসমীয়া সমাজ-জীৱনত ইতিবাচক পৰিৱৰ্তনৰ প্ৰক্ৰিয়া এটা আৰম্ভ হ'ব।▸▸।



# অসমীয়া ভ্ৰমণ-সাহিত্যৰ সংক্ষিপ্ত ৰেহ-ৰূপ

ড° বৰ্ণালী বড়া

ভ্ৰমণ-সাহিত্য হৈছে লেখকৰ ভ্ৰমণ অভিজ্ঞতাৰ কলাত্মক অভিব্যক্তি। ভ্ৰমণ অভিজ্ঞতাক সাহিত্যৰ ৰূপ প্ৰদান কৰাতো অত্যন্ত জটিল প্ৰক্ৰিয়া। কোনো এজন লেখকে তেখেতৰ ভ্ৰমণ কালৰ প্ৰত্যক্ষ অভিজ্ঞতাক সংবেদনশীল মনন, সূক্ষ্ম পৰ্যবেক্ষণশীলতা তথা কাব্যিকতা ৰঞ্জিত সাৱলীল শব্দ চয়নেৰে বৰ্ণনা কৰিব পাৰিলেহে সেই অভিজ্ঞতাই পাঠকৰ হৃদয় স্পৰ্শ কৰিব পাৰে। তেতিয়াহে এই শ্ৰেণীৰ ৰচনাই সাহিত্যৰ ৰূপ পৰিগ্ৰহ কৰিবলৈ সক্ষম হয়। অন্যথা ভ্ৰমণ অভিজ্ঞতাৰ বৰ্ণনা হৈ পৰে কোনো এখন দেশৰ বা একোখন ঠাইৰ তথ্যভিত্তিক বুৰঞ্জীসদৃশ। লেখকৰ উপস্থাপন শৈলীৰ সুদক্ষতাইহে ভ্ৰমণ-সাহিত্য সৰস তথা সাৰ্থক কৰি তোলে। অসমীয়া সাহিত্যৰ ক্ষেত্ৰখনত সাহিত্যৰ এক উল্লেখযোগ্য প্ৰকাৰ হিচাপে ভ্ৰমণ-সাহিত্যই বৰ্তমানেও যথোচিত স্বীকৃতি লাভ কৰিবলৈ সক্ষম হোৱা নাই।

অসমীয়া ভ্ৰমণ-সাহিত্যই স্বাধীনতাৰ পৰৱৰ্তী কালতহে সমৃদ্ধি লাভ কৰিছে বুলিব পাৰি। অৱশ্যে প্ৰাচীন অসমীয়া সাহিত্যতে ভ্ৰমণমূলক বৃত্তান্তৰ সম্ভেদ পোৱা যায়। উদাহৰণস্বৰূপে, আহোম স্বৰ্গদেউ জয়ধ্বজ সিংহৰ (১৬৪৫-৬৩ খ্ৰীঃ) শাসনকালত ৰাম মিশ্ৰই ৰচনা কৰা 'বৃন্দাবন চৰিত্ৰ'লৈ আঙুলিয়াব পাৰি। 'বৃন্দাবন চৰিত্ৰ'ই হৈছে প্ৰাচীন যুগৰ অসমীয়া সাহিত্যৰ প্ৰথমখন ভ্ৰমণ-বৃত্তান্ত। পৰৱৰ্তী সময়ত ৰুদ্ৰসিংহৰ (১৬৯৬-১৭১৪ খ্ৰীঃ) ৰাজত্বকালত ৰত্ন কন্দলি আৰু অৰ্জ্জুন দাস বৈৰাগী নামৰ কটকী দুজনে ৰচনা কৰা 'ত্ৰিপুৰা বুৰঞ্জী' (১৭২৪) খনো এখন তথ্যসমৃদ্ধ ভ্ৰমণ সাহিত্য বুলি অভিহিত কৰিব পাৰি।

উল্লেখযোগ্য যে অষ্টাদশ শতিকাত সংকলিত 'গুৰু-চৰিত কথা'তো শংকৰদেৱ আৰু তেখেতৰ শিষ্যসকলৰ তীৰ্থ-ভ্ৰমণৰ অভিজ্ঞতাৰ বৰ্ণনা পোৱা যায়।

আধুনিক অসমীয়া ভ্ৰমণ-সাহিত্যৰ ধাৰা আৰম্ভ হৈছিল ঊনবিংশ শতিকাৰ পৰা। ১৮৪৯ চনৰ আগষ্ট সংখ্যা 'অৰুণোদই'ত লুচি এন হেইডন নামৰ ছাত্ৰজনে প্ৰেৰণ কৰা এখন চিঠি, যিখন 'আমেৰিকালৈ জোআ এজন নগাঁও স্কুলৰ চাতৰৰ পৰা আমি এই যাত্ৰাৰ চিঠি পালোঁ' শিৰোনামেৰে প্ৰকাশ পাইছিল। এই চিঠিখনতেই অসমীয়া ভ্ৰমণ সাহিত্যৰ বীজ নিহিত হৈ আছিল। ইয়াৰ পৰৱৰ্তী সময়ত 'জোনাকী' আলোচনীৰ দ্বিতীয় বছৰৰ (১৮১৩ শক, ১৮৯০ খ্ৰীঃ) চতুৰ্থ সংখ্যাৰ পৰা অষ্টম সংখ্যালৈকে প্ৰকাশিত ভ্ৰমণ-সাহিত্যৰ সামগ্ৰিক বৈশিষ্ট্যৰে সমৃদ্ধ গুণাভিৰাম বৰুৱাৰ 'সৌমাৰ ভ্ৰমণ' শীৰ্ষক ৰচনালানিকেই প্ৰকৃত অসমীয়া ভ্ৰমণ বিষয়ক ৰচনাৰ প্ৰথম নিদৰ্শন হিচাপে অভিহিত কৰা হয়। ইয়াৰ পাছত ১৮৯৪ চনত 'শ্ৰী হৰ্য' ছদ্মনামত 'জোনাকী'ৰ ৫ ভাগ (৪ৰ্থ - ৭ম সংখ্যা)ত প্ৰকাশিত আনন্দ চন্দ্ৰ আগৰৱালাৰ 'ব্ৰহ্মযাত্ৰীৰ ডায়েৰী' নামৰ ভ্ৰমণ কাহিনীত ব্ৰহ্মদেশ ভ্ৰমণৰ বিৱৰণ পোৱা যায়। বিংশ শতিকাৰ প্ৰথম দশকত বেজবৰুৱাই সম্পাদনা কৰা 'বাঁহী' আলোচনীৰ প্ৰথম বছৰৰ দ্বিতীয় সংখ্যাত (১৯০৯ চন) জ্ঞানদাভিৰাম বৰুৱাৰ বিলাত ভ্ৰমণৰ অভিজ্ঞতা সম্বলিত ৰচনা 'বিলাতৰ চিঠি' প্ৰকাশ পায়। এনেদৰেই অসমীয়া সাহিত্যত ভ্ৰমণ অভিজ্ঞতাৰ বিষয়ে লিখাৰ ধাৰাটোৰ সূচনা হৈছিল।

বিংশ শতিকাৰ দ্বিতীয়াৰ্ধত অৰ্থাৎ স্বাধীনতাৰ পৰৱৰ্তী কালছোৱাত অসমীয়া ভ্ৰমণ-সাহিত্যৰ ক্ষেত্ৰখন বিবিধ বৈচিত্ৰ্যৰে সমৃদ্ধ হৈ পৰিল। স্বাধীনতাৰ পৰৱৰ্তীকালৰ ভ্ৰমণ সাহিত্যসমূহক দুটা ভাগত ভাগ কৰিব পাৰি --

অন্তৰ্দেশীয় ভ্ৰমণ-সাহিত্য আৰু

বহিৰ্দেশীয় ভ্ৰমণ-সাহিত্য।

দেশৰ ভিতৰতে কৰা ভ্ৰমণৰ অভিজ্ঞতা প্ৰকাশক সাহিত্যৰাজিক অন্তৰ্দেশীয় ভ্ৰমণ-সাহিত্যৰ আৰু বিদেশ ভ্ৰমণৰ অভিজ্ঞতা সম্বলিত ৰচনাৰাজিক বহিৰ্দেশীয় ভ্ৰমণ-সাহিত্যৰ অন্তৰ্গত কৰিব পাৰি।

ভাৰত ভ্ৰমণ সম্পৰ্কীয় গ্ৰন্থবোৰৰ ভিতৰত তীৰ্থভ্ৰমণ বিষয়ক কেইখনমান ভ্ৰমণ-সাহিত্য হৈছে সুব্ৰতা বৰুৱাৰ 'হিমতীৰ্থ বদ্ৰীনাথ' (১৯৬২), শ্ৰীনাথদেৱ



গোস্বামীৰ 'ভাৰতৰ তীৰ্থ কাহিনী' (১৯৭১), 'পঞ্চধাম পঞ্চতীৰ্থ', হেমলতা দত্তৰ 'অলকানন্দাৰ পৰা সাগৰ তীৰলৈ' (১৯৭৮), নিৰুপমা কটকীৰ 'দেৱভূমি বদ্ৰীনাথৰ পৰা দেৱী কন্যাকুমাৰী', সুবৰ্ণলতা ঠাকুৰৰ 'ভাৰত তীৰ্থৰ বাটে বাটে' (১৯৮২) ইত্যাদি।

তীৰ্থ ভ্ৰমণৰ উপৰিও বিভিন্ন সময়ত বিভিন্নজনে ভাৰতবৰ্ষৰ ভিন ভিন ঠাই ভ্ৰমণ কৰি ৰচনা কৰা সাধাৰণ ভ্ৰমণ কাহিনীবোৰেও অসমীয়া ভ্ৰমণ সাহিত্যৰ সৌষ্ঠৱ বৃদ্ধি কৰিছে। এইবোৰৰ ভিতৰত হৰিনাৰায়ণ দত্তবৰুৱাৰ 'ভাৰত ভ্ৰমণ', ৰোহিনী কুমাৰ কাকতিৰ 'হিমকন্যা', অণু বৰুৱাৰ 'দিল্লীৰ ডুখৰীয়া ছবি', দেৱেন্দ্ৰ নাথ বৰাৰ 'ৰাজতৰংগিনী কাশ্মীৰ', 'দেৱভূমি ভাৰত', অনিল কুমাৰ ভূঞাৰ 'ৰূপতীৰ্থ কুমায়ুন হিমালয়' (১৯৯৫), দীপিকা ভট্টাচাৰ্যৰ 'গিৰিতীৰ্থ কেদাৰবদ্ৰী', 'ত্ৰিকুটেশ্বৰী বৈষ্ণোদেৱী', 'কুম্ভমেলাৰ মধুৰ স্মৃতি', 'প্ৰয়াগৰ পাৰে পাৰে' ইত্যাদি উল্লেখযোগ্য।

অন্তৰ্দেশীয় ভ্ৰমণ-সাহিত্যৰ ভিতৰত উত্তৰ-পূৰ্বাঞ্চলক কেন্দ্ৰ কৰি ৰচনা কৰা ভ্ৰমণ কাহিনী অসমীয়া ভাষাত তেনেই সীমিত। এই প্ৰসংগত লক্ষেশ্বৰ শৰ্মাৰ 'মিচিমি পাহাৰৰ ৰণ শিঙা' (১৯৬৫), লীলা গগৈৰ 'সীমান্তৰ মাটি আৰু মানুহ', হেমলতা বৰাৰ 'সেউজীয়া পাহাৰৰ মাজে মাজে' চন্দ্ৰ বৰদলৈৰ 'লিমেকিঙৰ পৰা ইটানগৰলৈ' (২০০৬) সৌম্যদ্বীপ দত্তৰ 'অপৰূপা অৰুণাচল' (২০০৮), 'নামচাঙৰ অন্তেষপুৰ', 'অৰণ্যাতুৰ ভ্ৰমণ কথা' (২০১৫), 'অৰণ্যৰ ছাঁ-পোহৰ', লোহিত ডেকাৰ 'টাৱাঙত দহ দিন' (২০১২), অৰূপা পটংগীয়া কলিতাৰ 'পাহাৰ নদী সাগৰ আৰু মানুহ' (২০১১) আদি উল্লেখযোগ্য।

পৰ্বতাৰোহণৰ দুঃসাহসিক অভিজ্ঞতাক কেন্দ্ৰ কৰি ৰচনা কৰা প্ৰণয় বৰদলৈৰ 'হিমালয়ৰ শিখৰে-কন্দৰে', কুসুম উজীৰৰ 'দুৰ্গম গিৰিতীৰ্থ মুক্তিনাথ' আদি অসমীয়া ভ্ৰমণ-সাহিত্যলৈ উল্লেখযোগ্য সংযোজন।

অসমীয়া ভ্ৰমণ-সাহিত্যত বহিৰ্দেশীয় ভ্ৰমণ অভিজ্ঞতা বিষয়ক গ্ৰন্থইহে অধিকাংশ ঠাই দখল কৰি আছে। এইবোৰৰ ভিতৰত আমেৰিকা ভ্ৰমণ বিষয়ক সাহিত্যই সৰ্বাধিক। ইয়াৰ উপৰিও ইংলেণ্ড, চীন, গ্ৰীচ, ছিংগাপুৰ, জাপান, থাইলেণ্ড, নেপাল, ভূটান আদি দেশৰ ভ্ৰমণ-অভিজ্ঞতাকলৈয়ো যথেষ্ট সংখ্যক সাহিত্য ৰচিত হৈছে।

অসমীয়া ভ্ৰমণ-সাহিত্যক অধিক জনপ্ৰিয় কৰি তোলা শক্তিশালী

লেখকজন হ'ল হেম বৰুৱা। তেখেতৰ 'সাগৰ দেখিছা' (১৯৫৪) হ'ল আমেৰিকা ভ্ৰমণ বিষয়ক প্ৰথমখন অসমীয়া ভ্ৰমণ সাহিত্য। তাৰ পাছতে বিৰিঞ্চিকুমাৰ বৰুৱাই আমেৰিকাৰ ইণ্ডিয়ানা বিশ্ববিদ্যালয়ত 'ভিজিটিং প্ৰফেচাৰ' হিচাপে অধ্যাপনা কৰা সময়ছোৱাৰ অভিজ্ঞতাৰে ৰচনা কৰা 'প্ৰফেচাৰ বৰুৱাৰ চিঠি' (১৯৬৮)ত বিংশ শতিকাৰ ষাঠিৰ দশকৰ আমেৰিকাৰ শিক্ষা, সংস্কৃতি, জীৱনচৰ্যা আদিৰ বিশদ বৰ্ণনা আগবঢ়াইছে। একেদৰে প্ৰফুল্ল দত্ত গোস্বামীয়ে আমেৰিকা ভ্ৰমণক কেন্দ্ৰ কৰি ৰচনা কৰা গ্ৰন্থখন হৈছে — 'পৃথিৱীৰ চৌপাশে এপাক' (১৯৬৮)। চন্দ্ৰপ্ৰসাদ শইকীয়াৰ 'আমেৰিকাৰ চিঠি' (১৯৭৬), অৰুণিমা ভৰালীৰ 'স্মৃতিলেখা' (১৯৮০), নগেন শইকীয়াৰ 'আমেৰিকাত দহদিন' (১৯৯৩) অসমীয়া ভ্ৰমণ-সাহিত্যলৈ উল্লেখযোগ্য সংযোজন। বিশ্ববিশ্ৰুত শিল্পী ভূপেন হাজৰিকাই ৰচনা কৰা 'দিহিঙে-দিপাঙে' (১৯৯৩) গ্ৰন্থত অন্য ঠাইৰ লগতে আমেৰিকাৰ আশে-পাশে থকা বিভিন্ন ঠাইৰ ভ্ৰমণ অভিজ্ঞতাৰ বিষয়ে বৰ্ণনা কৰিছে।

উত্তৰ-আমেৰিকাৰ সমাজ জীৱনৰ বৈচিত্ৰ্য প্ৰকাশক এখন উল্লেখযোগ্য ভ্ৰমণ বৃত্তান্ত হৈছে — লক্ষ্মীনন্দন বৰাৰ 'সীমাৰ পৰিধি ভেদি' (১৯৯৭)। ৰথীন্দ্ৰনাথ গোস্বামীৰ 'মহাসমুদ্ৰৰ সিপাৰে' (১৯৯৭) আন এখন বৃহৎ আমেৰিকা ভ্ৰমণ বৃত্ত। সেইদৰে তেখেতৰ 'বিদেশী বন্ধুৰ লগত' (১৯৯৭) কিশোৰ উপযোগী এখন সুখপাঠ্য আমেৰিকা ভ্ৰমণ গ্ৰন্থ।

আন দুখন উল্লেখযোগ্য আমেৰিকা বিষয়ক ভ্ৰমণ-সাহিত্য হৈছে — অনিমা গুহৰ 'তৃতীয় বিশ্ববাসিনীৰ আমেৰিকা দৰ্শন' (১৯৯৬) আৰু 'মন মোৰ উৰণীয়া পক্ষী' (২০০৩)। একেদৰে অসমীয়া ভ্ৰমণ-সাহিত্যক বিশেষভাৱে সমৃদ্ধ কৰা আন এজন লেখক হৈছে গৌতমপ্ৰসাদ বৰুৱা। তেখেতৰ ভ্ৰমণ-সাহিত্যকেইখন হৈছে - 'দেশে দেশে নানা ৰং ঃ শিল্পীৰ দেশত' (১৯৯৩), 'সাত সাগৰ সংগম' (১৯৯৫), 'নতুন বিশ্বৰ ৰটনা' (১৯৯৬) ইত্যাদি। কনকসেন ডেকাৰ 'হাডচনৰ পৰা লোহিত গংগা' (১৯৯৮) আদিও প্ৰসংগক্ৰমে উল্লেখনীয়।

আমেৰিকা ভ্ৰমণ বিষয়ক আন এখন উল্লেখযোগ্য গ্ৰন্থ হৈছে কৰবী ডেকা হাজৰিকাৰ 'নীলা সাগৰ আৰু সোণালী দেশ' (২০০০)। ফ্লৰিডা, অৰ্নাল্ডো, লণ্ডন আৰু ছিংগাপুৰ ভ্ৰমণৰ বিচিত্ৰ অভিজ্ঞতাৰ বৰ্ণনাই গ্ৰন্থখন সমৃদ্ধ কৰিছে।



তেখেতৰ আনখন আমেৰিকা বিষয়ক ভ্ৰমণ সাহিত্য হৈছে — 'লেটিন আমেৰিকাৰ বিস্ময় আৰু শিহৰণ' (২০১৫)। আমেৰিকা ভ্ৰমণ বিষয়ক আনকেইখনমান ভ্ৰমণ সাহিত্য হৈছে — প্ৰদীপ্ত বৰগোহাঞিৰ 'লিংকনৰ দেশত অতিথি' (১৯৯৯), ৰথীন্দ্ৰনাথ গোস্বামীৰ 'হৃদয় শিখৰৰ প্ৰতিধ্বনি' (২০০১), ৰোহিনী কুমাৰ বৰুৱাৰ 'ৰঙে ৰঙে ভৰা মোৰ বসুন্ধৰা' (২০০২), হেমলতা দত্তৰ 'আটলাণ্টিকৰ ইপাৰ-সিপাৰ' (২০০২), বিকাশ বৰুৱাৰ 'লাষ্ট ষ্টপেজত ছাণ্টা মণিকা' (২০০২), অদীপ কুমাৰ ফুকনৰ 'মিছিছিপি পাৰৰ টুকুৰা খবৰ' (২০০৩), টংকেশ্বৰ বৈৰাগীৰ 'আমেৰিকা যুক্তৰাষ্ট্ৰত এভুমুকি' (২০০৫), মুকুল কুমাৰ শৰ্মাৰ 'দেশ-দেশান্তৰৰ কাহিনী' (২০০৫), 'অভিজ্ঞতা দেশ-বিদেশৰ' (২০০৬), হীৰেন গোহাঁইৰ 'আখ্যানৰ দেশ আমেৰিকা' (২০০৭), অনন্ত হাজৰিকাৰ 'সপোনৰ ইউৰোপ দিঠকৰ ভ্ৰমণ' (২০০৭), গোবিন্দ প্ৰদাস শৰ্মাৰ 'ডেফ'ডিল ফুল দেখিছা' (২০০৮), জয়ন্তী চুতীয়াৰ 'বীথোফেনৰ ঘৰত এদিন' (২০০৮), হৰেন চন্দ্ৰ বৰুৱাৰ 'আমেৰিকাত এভুমুকি' (২০০৯), অঞ্জলি বৰুৱাৰ 'বিদেশৰ বাটে-ঘাটে লেছেৰী বুটলি', অদীপ হাজৰিকাৰ 'শীতৰ শেষত অ'বামাৰ দেশত' (২০১২), প্ৰিয়া ভৰালীৰ 'ইউৰোপৰ ডায়েৰী' (২০১৫), ড° শ্ৰীশ্ৰীপীতাম্বৰ দেৱগোস্বামীৰ 'আমেৰিকাৰ আম ৰঙা আম' (২০১৭), অমিয় শৰ্মাৰ 'বিদেশ ভ্ৰমণৰ টুকুৰা অভিজ্ঞতা' আদি উল্লেখযোগ্য।

সামগ্ৰিকভাৱে আমেৰিকা বিষয়ক ভ্ৰমণ-সাহিত্যসমূহত আমেৰিকাৰ সামাজিক, সাংস্কৃতিক, অৰ্থনৈতিক, ৰাজনৈতিক, প্ৰাকৃতিক, ঐতিহাসিক, শৈক্ষিক আদি বিবিধ দিশৰ কলাত্মক প্ৰকাশ ঘটিছে।

ইংলেণ্ড ভ্ৰমণৰ বহুবৰ্ণময় অভিজ্ঞতা প্ৰকাশক ভ্ৰমণ সাহিত্যসমূহ হৈছে - প্ৰফুল্লদত্ত গোস্বামীৰ 'সোণ ৰূপৰ নহয় ই দেশ' (১৯৫৮), উমা বৰুৱাৰ 'চীয়েন নদীৰ ঢৌ' (১৯৬২), ললিত বৰুৱাৰ 'ইউৰোপৰ বাটত', অনু বৰুৱাৰ 'সাগৰ দেখিলোঁ (১৯৬৮), বাসন্তী গোস্বামীৰ 'অন্য এক দিগন্ত', লক্ষ্মীনন্দন বৰাৰ 'পশ্চিমৰ পম খেদি' (১৯৯১), 'জোৱালগা জাৰ্মেনীত' (১৯৯৩), চৈয়দ আব্দুল মালিকৰ 'এটা চিনাকি দ্বীপৰ তটৰেখা', অৰণী কুমাৰ ভাগৱতীৰ 'দেশ নৈ আৰু মানুহ' (২০০১), মেনকা শইকীয়াৰ 'বিদেশৰ ডুখৰীয়া স্মৃতি' (২০০১), 'টেমছৰ দুয়োপাৰ' (২০০২), নিৰুপমা বৰগোহাঞিৰ 'এই দ্বীপ এই নিৰ্বাসন' (২০০৩), 'সৰগ নৰকৰ মাজেদি' (২০০৩), শান্তনু নন্দন শৰ্মাৰ 'লণ্ডনত সংবাদ

বোটলোঁতে' (২০০৪), গোবিন্দ প্ৰসাদ শৰ্মাৰ 'ডেফ'ডিল ফুল দেখিছা' (২০০৭), 'লাইলাক ফুল ফুলিবৰ বতৰ' (২০১১), ইছমাইল হোছেইনৰ 'ইংলেণ্ডৰ ডায়েৰী' ইত্যাদি।

ৰাছিয়া ভ্ৰমণৰ মনোৰম অভিজ্ঞতা সম্বলিত গ্ৰন্থসমূহৰ ভিতৰত প্ৰথমেই নাম ল'ব পাৰি হেম বৰুৱাৰ 'ৰঙা কৰবীৰ ফুল' (১৯৫৯) গ্ৰন্থখনৰ। ৰুছবাসীৰ ঐতিহ্য প্ৰীতি, অধ্যয়ন প্ৰীতি, স্বদেশপ্ৰেম, সাংস্কৃতিক জীৱনবোধ আদি দিশৰ সাৱলীল বৰ্ণনাই গ্ৰন্থখন সুখপাঠ্য কৰি তুলিছে। একেদৰে চৈয়দ আব্দুল মালিকৰ 'মাজত মাথোন হিমালয়' (১৯৬৬), সুৰেন্দ্ৰ মোহন দাসৰ 'টলষ্টয়ৰ দেশত' (১৯৬৯), বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'সীমাই আমনি কৰে' (১৯৭৫), ভবেন দত্ত বৰুৱাৰ 'মস্কোৰ পৰা প্ৰেয়সীলৈ' (১৯৭৬), ভাৰত-ছোভিয়েটৰ মিত্ৰতা প্ৰকাশক ভ্ৰমণ-সাহিত্য নৰকান্ত বৰুৱাৰ 'দেশে দেশে মোৰ দেশ' (১৯৮২), চিদানন্দ শইকীয়াৰ 'ৰঙচুৰা পৃথিৱীৰ সেউজীয়া বোল' (১৯৮৮) আদিও ৰাছিয়া ভ্ৰমণৰ অন্যতম সুখপাঠ্য ভ্ৰমণ-বৃত্তান্ত।

অসমীয়া সাহিত্যত চীন ভ্ৰমণ বিষয়ক সাহিত্যৰ সংখ্যা সৰহ নহয়। দিলীপ শৰ্মাৰ 'চীন ভ্ৰমণত', হেমাংগ বিশ্বাসৰ 'চীন চাই আহিলোঁ' (১৯৭৪), 'আকৌ চীন চাই আহিলোঁ' (১৯৭৭), বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'চীনত কি দেখিলোঁ', নগেন শইকীয়াৰ 'মহাচীনৰ দিনলিপি' (১৯৯৪), মহেন্দ্ৰ নাথ বৰাৰ 'লী আৰু হোৱাংহোৰ পাৰে পাৰে' (১৯৯৫), তুলতুল বৰাৰ 'হিউৱেনচাঙৰ দেশত' (১৯৯৫), ভুৱনেশ্বৰী বৈশ্যৰ 'বেইজিং আৰু বেংকক ভ্ৰমণ' (১৯৯৭), তোলন চন্দ্ৰ শইকীয়াৰ 'চীন দেশৰ ৰঙা বেলি' (২০০৫), সুনীল কুমাৰ শইকীয়াৰ 'চীন দেশ চাই আহিলোঁ' (২০০৬), কৰবী ডেকা হাজৰিকাৰ উপন্যাসোপম ভ্ৰমণ গ্ৰন্থ 'সেউজীয়া চীন' (২০০৯), ড° শ্ৰীশ্ৰীপীতাম্বৰ দেৱগোস্বামীৰ 'চীনৰ লিজিয়াঙত' আদি অসমীয়া ভ্ৰমণ-সাহিত্যলৈ উল্লেখযোগ্য তথা বৈচিত্ৰ্যময় সংযোজন।

জাপান ভ্ৰমণ বিষয়ক কেইবাখনো গ্ৰন্থই সাহিত্যৰ এই ধাৰাটো সমৃদ্ধ কৰিছে। সেইসমূহ যথাক্ৰমে -মহেন্দ্ৰ নাথ বৰাৰ 'সূৰ্য উঠা দেশ' (১৯৬৯), নিৰ্মলপ্ৰভা বৰদলৈৰ 'চেৰীফুলৰ দেশ-জাপান', দীপালী দত্তৰ "টকিঅ'ত এটি দিন", হৰেকৃষ্ণ বৰ্মনৰ 'জাপান ভ্ৰমণ', জয়ন্তী চুতীয়াৰ 'হাইকু আৰু ছামুৰাইৰ দেশত' (১৯৯১), তোষপ্ৰভা কলিতাৰ "ত'ত্তচচানৰ দেশত"



(২০০২), অনুৰাধা বৰুৱাৰ "জাপানৰ অভিনৱ মহানগৰ ঃ এড' আৰু ইয়াংক" (২০০৫), সুনীল কুমাৰ শইকীয়াৰ 'ছিংগাপুৰ, জাপান আৰু কোৰিয়া ভ্ৰমণৰ আনন্দ' (২০০৭), 'হংকং, মাকাও আৰু ডুবাই ভ্ৰমণৰ আনন্দ', ৰীণা দেৱীৰ 'ডোডোৰ দেশ মৰিশ্যচ' ইত্যাদি।

ইজৰাইল ভ্ৰমণৰ অভিজ্ঞতাক কেন্দ্ৰ কৰি হেম বৰুৱাই লিখিছিল 'ইজৰাইল' (১৯৬৭) নামৰ গ্ৰন্থখন। তদুপৰি তেখেতৰ 'মেকং নৈ দেখিলোঁ, (১৯৬৭) গ্ৰন্থখনত থাইলেণ্ড, কম্বোডিয়া, লাওছ, মালয়েছিয়া আৰু ছিংগাপুৰ ভ্ৰমণৰ মনোৰম অভিজ্ঞতা বৰ্ণিত হৈছে। বৰুৱাৰ 'সানমিহলি' (১৯৫৭) শীৰ্ষক গ্ৰন্থখনত ব্ৰহ্মদেশ আৰু ইজিপ্ত ভ্ৰমণ সম্পৰ্কীয় প্ৰবন্ধ সন্নিৱিষ্ট হৈছে। ব্ৰহ্মদেশ, থাইলেণ্ড, চীনদেশৰ বিচিত্ৰ অভিজ্ঞতা সম্বলিত পূৰ্ণকান্ত বুঢ়াগোহাঁইৰ 'পাটকাইৰ সিপাৰে ন বছৰ' (১৯৯৩) ৰ নামো উল্লেখযোগ্য। বিৰিঞ্চিকুমাৰ বৰুৱাৰ 'চুইজাৰলেণ্ড' (১৯৪৮), নীলমণি ফুকনৰ 'বাৰ্লিনত কি দেখিলোঁ' (১৯৬৯), প্ৰমোদ বৰুৱাৰ ইজৰাইল ভ্ৰমণ বিষয়ক 'এই মাটিৰে মানুহ', আব্দুছ ছাত্তাৰৰ আফগানিস্তান ভ্ৰমণৰ কাহিনী 'বিদেশত দুদিনমান' (১৯৬৭), অমলেন্দু গুহৰ 'আফগানিস্তানত এভুমুকি', অসীম কুমাৰ দত্তৰ 'সেউজ দ্বীপ আন্দামান' (২০০১), উৎপল দত্তৰ 'অপৰূপা আন্দামান' (১৯৯৩), মনোজ কুমাৰ গোস্বামীৰ 'ভাল্টা এখন নদীৰ নাম' (১৯৯৭), প্ৰাতসলতা বুঢ়াগোহাঞিৰ 'থাইলেণ্ডৰ মিঠা সোৱঁৰণী' (২০০২), দীপিকা ভট্টাচাৰ্যৰ 'মোহময়ী নেপাল', শিৱানন্দ শৰ্মাৰ 'ৰূপহী নেপাল আৰু মুক্তিক্ষেত্ৰ' (২০০২), সুনীল শইকীয়াৰ ইজিপ্ত ভ্ৰমণ বিষয়ক 'পিৰামিডৰ দেশত' (২০০৪), কৰবী ডেকা হাজৰিকাৰ 'গ্ৰীচ দেশৰ সূৰ্যমুখী দিন আৰু অপৰাজিতা ৰাতি' (২০১১), সৌম্যদ্বীপ দত্তৰ ভূটান বিষয়ক 'ব্ৰজড্ৰেনৰ দেশত' (২০১৬), উৎপল বৰুৱাৰ 'সূৰ্য উঠা দেশৰ পৰা সূৰ্য ডুবা দেশলৈ', মৌচুমী ডেকাৰ 'শীতৰ শেহত বৰফৰ দেশত', 'কিছু সময়' আদি ভ্ৰমণ সাহিত্যয়ো অসমীয়া ভ্ৰমণ-সাহিত্যৰ সৌষ্ঠৱ বৃদ্ধি কৰিছে।

অসমীয়া ভ্ৰমণ-সাহিত্যলৈ এক ব্যতিক্ৰমী আৰু অভিনৱ সংযোজন হৈছে অনুভৱ তুলসীৰ 'মেঘপটত মোৰ লিখা নাম বাইজেনটিয়াম' (২০১২) শীৰ্ষক ভ্ৰমণ গ্ৰন্থখন। ছুইডেনৰ ইস্তানবুল নগৰত অনুষ্ঠিত হোৱা সাহিত্য অনুষ্ঠানত যোগ দিবলৈ গৈ আহৰণ কৰা অবিস্মৰণীয় ভ্ৰমণ অভিজ্ঞতাৰ ভিত্তিত তেখেতে গ্ৰন্থখন ৰচনা কৰিছে। গ্ৰন্থখনত লেখকে ছুইডেনৰ ইতিহাস, সাহিত্য,

ছুইডেনৰ মানুহ তথা প্ৰকৃতিৰ বৰ্ণনা কৰোতে কাব্যিক ভাষাৰ প্ৰয়োগ ঘটাইছে। সমগ্ৰ গ্ৰন্থখনতে কবিগৰাকীৰ উপস্থিতি সততে অনুভৱ কৰা যায়। অসমীয়া ভ্ৰমণ-সাহিত্যৰ উপস্থাপন শৈলীলৈ এয়া নিশ্চিতভাৱে অভিনৱ সংযোজন।

অসমীয়া ভ্ৰমণ-সাহিত্যলৈ আন এক ব্যতিক্ৰমী সংযোজন হৈছে ধ্ৰুৱজ্যোতি বৰাৰ 'চীনা এডমিৰেল জাল' (২০০৪) নামৰ গ্ৰন্থখন। উপন্যাসোপম এই ভ্ৰমণ গ্ৰন্থখনত তিনিটা কাহিনী বৰ্ণিত হৈছে। অগতানুগতিক উপস্থাপন শৈলী তথা প্ৰাঞ্জল ভাষা মাধুৰ্যই ভ্ৰমণ গ্ৰন্থখনক উপন্যাসৰ দৰে মনোৰম কৰি তুলিছে। মনকৰিবলগীয়া যে মামণি ৰয়ছম গোস্বামীয়ে ভ্ৰমণ অভিজ্ঞতাকলৈ 'বুদ্ধ সাগৰ ধূসৰ গেইছা আৰু মহম্মদ মুচা' নামেৰে এখন উপন্যাসো ৰচনা কৰিছে।

কেইবাখনো অনূদিত ভ্ৰমণ কাহিনীয়েও অসমীয়া ভ্ৰমণ-সাহিত্যৰ ক্ষেত্ৰখন চহকী কৰি তোলা পৰিলক্ষিত হয়। যথা — খগেন্দ্ৰ নাৰায়ণ দত্ত বৰুৱাই অনুবাদ কৰিছে তৰুণ ভাদুড়ীৰ 'মৰু প্ৰান্তৰ' (১৯৬১), শংকু মহাৰাজৰ 'বিগলিত কৰুণা জাহ্নৱী-যমুনা' (১৯৬২), কালকূট ছদ্মনামত সমৰেশ বসুৰে লিখা 'অমৃত কুম্ভৰ সন্ধানত' (১৯৭১) শীৰ্ষক এই গ্ৰন্থকেইখন। সেইদৰে অনিমা গুহে অনুবাদ কৰিছে মাৰাঠী লেখক শ্ৰীপদ যোগীৰ 'পূৰ্বাঞ্চল চফৰ' (১৯৭১), মনু সেনে অনুবাদ কৰিছে মৈত্ৰেয়ী দেৱীৰ 'অচিনাকী চিন' (১৯৭৮), বসুন্ধৰা শইকীয়াই অনুবাদ কৰি উলিয়াইছে ৰাণী চন্দ্ৰৰ 'পূৰ্ণকুম্ভ' (১৯৯২) ইত্যাদি।

আমাৰ আলোচনাত অসমীয়া ভ্ৰমণ-সাহিত্যৰ কিছু সংক্ষিপ্ত তথ্য দাঙি ধৰা হৈছে। ইয়াৰে যিখিনি ভ্ৰমণ-সাহিত্য আমি অধ্যয়ন কৰাৰ সুযোগ লাভ কৰিছোঁ তাৰ আধাৰত ক'ব পাৰি যে সামগ্ৰিকভাৱে অসমীয়া ভ্ৰমণ-সাহিত্যসমূহত লেখকে ভ্ৰমণ কৰা সংশ্লিষ্ট ঠাইবিশেষৰ সামাজিক, সাংস্কৃতিক, অৰ্থনৈতিক, বৌদ্ধিক, শৈক্ষিক আদি বিভিন্ন দিশৰ তথ্যসমৃদ্ধ বৰ্ণনাৰ কলাত্মক অভিব্যক্তি ঘটাইছে। অৱশ্যে দুই এজন লেখকে অন্য দৃষ্টিকোণেৰেও ভ্ৰমণ অভিজ্ঞতাৰ বৰ্ণনা দাঙি ধৰিছে। উদাহৰণস্বৰূপে হীৰেন গোহাঁইৰ 'আখ্যানৰ আঁৰৰ আমেৰিকা', গোবিন্দ প্ৰসাদ শৰ্মাৰ 'লাইলাক ফুল ফুলিবৰ বতৰ', অনুভৱ তুলসীৰ 'মেঘপটত মোৰ লিখা নাম বাইজেনটিয়াম' আদি গ্ৰন্থক ব্যতিক্ৰমী বুলি অভিহিত কৰিব পাৰি। অনাগত দিনবোৰতো সময়ৰ পৰিৱৰ্তনৰ হাত ধৰি অসমীয়া ভ্ৰমণ-সাহিত্যই যে অধিক বৈচিত্ৰ্যময় ৰূপ লাভ কৰিব সেই কথা সহজেই অনুধাৱন কৰিব পাৰি। ▸▸।



# শংকৰদেৱৰ ৰচনাত ভ্ৰমণ সাহিত্যৰ সমল

**বীণা বৰদলৈ বৰুৱা**

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে দুবাৰ তীৰ্থ ভ্ৰমণ কৰিছিল বুলি গুৰুচৰিত পুথিসমূহৰ পৰা জানিব পাৰি। প্ৰত্যেকখন গুৰু-চৰিত পুথিৰে এই ভ্ৰমণৰ কাল নিৰ্ধাৰণক লৈ মতবিৰোধ দেখা যায়। গুৰুজনাই প্ৰথমবাৰ বাৰ বছৰ কাল তীৰ্থভ্ৰমণত কটায় আৰু দ্বিতীয়বাৰ ছমাহ কাল তীৰ্থ ভ্ৰমণ কৰে বুলি গুৰু-চৰিতসমূহত উল্লেখ আছে। ভাৰতভূমিৰ প্ৰায় সকলোবোৰ তীৰ্থভ্ৰমণ কৰি আহি গুৰুজনে নিজে তাৰ প্ৰত্যক্ষ-পৰোক্ষ ভ্ৰমণ বিৱৰণ ক'তো দিয়া বুলি জনা নাযায়; কিন্তু ভ্ৰমণৰ অভিজ্ঞতাৰে পুষ্ট হৈ কৰা তেওঁৰ ৰচনাসমূহত আৰু গুৰু-চৰিতসমূহৰ বিৱৰণত ভ্ৰমণ সাহিত্যৰ সমল বিচাৰিব পাৰি। শংকৰদেৱে তেওঁৰ ৰচনাৰ বহুঠাইত ভাৰত ভূমিক উচ্চ প্ৰশংসা কৰি 'দুৰ্লভ মনুষ্য জন্ম ভাৰতত পাইলো' বুলি কৃতজ্ঞ হৈছে। দুবাৰকৈ ভাৰতৰ প্ৰায়বিলাক তীৰ্থ ভ্ৰমণত ভাৰতীয় সংস্কৃতি, দৰ্শন, ধৰ্ম, চিন্তা আদি সকলো দিশৰ পৰিপক্ক অভিজ্ঞতাৰে তেওঁৰ সাহিত্যৰাজি সমৃদ্ধ হৈছে। কেৱল সাহিত্যৰ ক্ষেত্ৰতেই নহয়; স্থাপত্য, ভাস্কৰ্য, চিত্ৰকলা, গীত, বাদ্য আদি সকলো দিশতে শংকৰদেৱৰ বিশাল প্ৰতিভা অতুলনীয়।

বাৰ বছৰ কাল ভাৰত ভ্ৰমণ কৰা শংকৰদেৱৰ ভাৰতীয় সাহিত্য, সংস্কৃতি, ধৰ্ম পৰম্পৰাৰ জ্ঞান আছিল গভীৰ। 'ৰামবিজয়' নাটত মূল ৰামায়ণত নথকা অথচ সেই সময়ত প্ৰচলিত কিছুমান নাটৰ লগত মিল থকা কথা দেখিবলৈ পোৱা যায়। উদাহৰণস্বৰূপে বাপচন্দ্ৰ মহন্তদেৱে তেখেতৰ 'ঐতিহাসিক পটভূমিত মহাপুৰুষ শংকৰদেৱ' পুথিত উল্লেখ কৰিছে যে 'সমসাময়িক সামাজিক পৰিৱেশ বা জনসাধাৰণৰ যোগ্যতালৈ চকু ৰাখিহে মঞ্চ নোহোৱা নাটৰ প্ৰয়োজন উপলব্ধি কৰিলে' (পৃ. ২৯০)। এইক্ষেত্ৰত অংকীয়া নাটৰ

ভাৰতীয় পটভূমি সম্বন্ধে আলোচনা কৰাৰ থল আছে।

তীৰ্থভ্ৰমণৰ পিছত সৃষ্টি কৰা 'চিহ্নযাত্ৰা' মহাপুৰুষগৰাকীৰ জীৱনৰে নহয়, অসমৰ সাংস্কৃতিক জীৱনৰো এক ঐতিহাসিক ঘটনা। নগেন শইকীয়াদেৱৰ মতে, "দক্ষিণ ভাৰতৰ কথাকলি বা কথক বা মোহিনী আট্টমৰ দৰেই নৃত্য, বাদ্য, অভিনয়ৰ লগত গীতো সংযোগ কৰি শংকৰদেৱে চিহ্নযাত্ৰাৰে নৃত্যাভিনয়ৰ আলেখ্য ৰচনা আৰু ৰূপায়ণৰ শুভাৰম্ভ কৰিছিল নাটকীয় ঘটনাৰ অভিনয়ৰ দ্বাৰা সংলাপ নোহোৱাকৈ 'চিহ্নযাত্ৰা' সৃষ্টি কৰিছিল"। হীৰেন গোহাঁইদেৱেও মন্তব্য প্ৰকাশ কৰিছে এনেদৰে — তীৰ্থযাত্ৰাৰ পাছতহে শংকৰদেৱৰ মনলৈ আহে সংলাপ সন্নিবিষ্ট কৰাৰ কথা, আৰু এই সংলাপ অভিনেতাৰ মৰ্জিৰ ওপৰত এৰি দিবলৈ তেওঁৰ প্ৰবৃত্তি হোৱা নাছিল। 'ভাৰতীয় কাব্য সাহিত্য মন্থন কৰি অন্যান্য সাহিত্যৰ জকমকাই থকা চানেকীৰ পৰা তেওঁ যেতিয়া অসমীয়াত ফুল তুলিছিল, থলুৱা ভাৱ-ভাষা আৰু অনুভূতিৰ পটভূমিতহে তুলিছিল।' পুৰী, কাশী, বৃন্দাবন আদি ঠাইবোৰৰ প্ৰাকৃতিক, সামাজিক, ধৰ্মীয়, আধ্যাত্মিক গুৰুত্ব উপলব্ধি কৰি সেইবোৰৰ পৰা অনুপ্ৰাণিত হৈছিল। তীৰ্থভ্ৰমণে শংকৰদেৱৰ ধৰ্মীয় চিন্তা আৰু সাহিত্য সাধনাক দৃঢ় কৰি তুলিছিল। তীৰ্থভ্ৰমণ কালত বদৰিকাশ্ৰমত মাধৱদেৱক এনেদৰে কোৱা বুলি চৰিত পুথিৰ পৰা জানিব পাৰি যে - 'লোকৰ ভাটে দহো ভট্‌ভটাই আমাৰ ভাটেনো কি কৰা যায়।' গতিকে ধাৰণা কৰিব পাৰি যে তেওঁ তীৰ্থভ্ৰমণ কালত ভাৰতৰ বিভিন্ন স্থানৰ ৰচনা সম্ভাৰ দেখি অনুপ্ৰাণিত হৈছিল।

বদৰিকাশ্ৰমত থকা সময়তে পুৰাৰাম মহন্তৰ মতে শ্ৰীমন্ত শংকৰদেৱে এটা বৰগীত ৰচনা কৰে। সম্ভৱতঃ হিমালয় পৰ্বতৰ সৌম্য অথচ বিশাল অৱয়ৱে তাৰাক আধ্যাত্মিকভাৱে উদ্বেলিত কৰি তুলিছিল, যাৰ বাবে তাৰাই বৰগীত ৰচনা কৰিবলৈ প্ৰণোদিত হয়। চৰিতকাৰৰ মতে সেই সময়ত মহাপুৰুষজনাৰ বয়স প্ৰায় চল্লিশ বছৰ আছিল। দুকুৰি বছৰ বয়সত তাৰাই ৰচনা কৰা সেই বহু চৰ্চিত বৰগীতটো হৈছে —

ৰাগ-ধনশ্ৰী

ধ্ৰুং - মন মেৰি ৰাম চৰণহি লাগু।
তই দেখনা অন্তক আগু।।
পদ - মন আয়ু ক্ষেণে ক্ষেণে টুটে।
দেখো প্ৰাণ কোন দিন চুটে।।
মন কাল অজগৰে গিলে।
জান তিলেকে মৰণ মিলে।।
মন নিচয় পতন কায়া।
তই ৰাম ভজ তেজি মায়া।।
ৰে মন ই সব বিষয় ধান্ধা।
কেন দেখি নেদেখস আন্ধা।।
মন সুখে পাৰ কৈছে নিন্দ।
তুসি চে তিয়া চিন্ত গোবিন্দ।।
মন জানিয়া শংকৰে কহে।
দেখো ৰাম বিনে গতি নহে।। (পূৰ্ণাঙ্গ কথা গুৰুচৰিত, সঞ্জীৱ কুমাৰ বৰকাকতী, পৃ. ৬৭)

শংকৰদেৱে ভাৰতৰ বিভিন্ন ৰাজ্য ভ্ৰমণ কৰোঁতে সেইবোৰ ৰাজ্যত প্ৰচলিত সঙ্গীত নাটক আদি সূক্ষ্মভাৱে অনুসন্ধান কৰি নিজা অধ্যয়ন আৰু গৱেষণাৰে 'বৰগীত'ৰ দৰে উচ্চমাৰ্গৰ সংগীত সৃষ্টি কৰি অসমীয়া সংগীত জগতলৈ অনুপম দান দি থৈ গৈছে। বৰগীতসমূহ ৰচনা কৰা হৈছিল ব্ৰজাৱলী ভাষাত। লীলাৱতী শইকীয়া বৰাই শংকৰদেৱৰ ভাষা-জ্ঞানৰ বিষয়ে এইদৰে কৈছে — 'সুদীৰ্ঘ তীৰ্থ ভ্ৰমণ কালত লাভ কৰা বিবিধ ভাৰতীয় ভাষাৰ জ্ঞানেও শংকৰদেৱক এটা সৰ্বজনপ্ৰিয় উন্নততৰ কাব্য-ভাষাৰ সৃষ্টিত সহায় কৰিছিল। এইদৰে বিভিন্ন উৎসৰ পৰা সমল লৈ শংকৰদেৱে তেওঁৰ সাহিত্যৰ বাবে এনে এটি শক্তিশালী ভাষা নিৰ্মাণ কৰিলে, যিটো ভাষাই ৰতি, হাস, শোক, ক্ৰোধ, উৎসাহ, ভয়, বিস্ময়, শম, দাস্য, সখ্য, বৎসলতা আদি স্থায়ীভাৱৰ আধাৰত বিচিত্ৰ কাব্যৰস সৃষ্টি কৰিব পাৰিছিল।' আকৌ ব্ৰজবুলি ভাষাৰ কথা কৈছে এইদৰে — 'এই ভাষাত পোনপ্ৰথমে অসমীয়া নাট আৰু বৈষ্ণৱ ভক্তিগীত ৰচিত হৈছিল। ব্ৰজবুলি ঘাইকৈ মৈথিলী প্ৰভাৱপুষ্ট অৱহট্‌ঠৰ ওপৰত ভিত্তি কৰিৰ গঢ় লৈ উঠা সমগ্ৰ উত্তৰ পুব ভাৰতৰ এটা ধৰ্মীয় সাহিত্যিক ভাষা। অসম, বংগ, নেপাল আৰু উৰিষ্যাত এই ভাষা গা কৰি উঠিছিল।' গতিকে শংকৰদেৱে গোটেই ভাৰত ভ্ৰমণ কৰি কেৱল সাহিত্য-সংস্কৃতিৰ দিশতে পৰিপুষ্ট হোৱা নাছিল, এটা নতুন ভাষাৰ সোৱাদো অসমবাসীক দিছিল। ব্ৰজবুলি, যিটো ভাষা

অসমীয়া মানুহে প্ৰায়ে ব্ৰজাৱলী ভাষা বুলি কয়, ই বিশুদ্ধ অসমীয়া ভাষাৰ নিদৰ্শন নহ'লেও অসমীয়া মানুহৰ হৃদয় উদ্বেলিত কৰা আপোন ভাষা। ব্ৰজাৱলী ভাষাত ৰচনা কৰা নাটসমূহত অসমীয়া গদ্যৰ প্ৰথম নিদৰ্শন দেখা পোৱা যায়। বাপচন্দ্ৰ মহন্তদেৱে গুৰুজনৰ তীৰ্থভ্ৰমণ সম্পৰ্কে উল্লেখ কৰিছে যে — 'সেইকালৰ তীৰ্থ ভ্ৰমণ আৰু আজিকালিৰ তীৰ্থভ্ৰমণৰ মাজত পাৰ্থক্য বহুত। প্ৰাকৃতিক আৰু সামাজিক দুইশ্ৰেণীৰ গুৰুত্বৰ ওপৰত নিৰ্ভৰ কৰি তীৰ্থ আৰু ক্ষেত্ৰবোৰ গঢ় লৈ উঠিছিল। এইশ্ৰেণীৰ সকলো ঠাইতে কিছুমান প্ৰাকৃতিক বৈশিষ্ট্য থাকে। বদৰিকাশ্ৰম, হৰিদ্বাৰ, প্ৰয়াগ, কাশী, পুস্কৰ, শ্ৰীক্ষেত্ৰ প্ৰভৃতি স্থানসমূহতো এই লক্ষণবোৰ মনকৰিবলগীয়া। প্ৰকৃতিৰ সৌন্দৰ্য্যই কলাত্মক ৰুচি আৰু আধ্যাত্মিক বোধক তীব্ৰতা আৰু গভীৰতা দিয়ে। ঐতিহাসিক আৰু সামাজিক গুৰুত্ব থকা ঠাইবোৰে সমাজ-চেতনাৰ সুকীয়া সুকীয়া দিশবোৰ দেখুৱাই দিব পাৰে। শ্ৰীক্ষেত্ৰ, গয়া, কাশী আৰু বৃন্দাবনৰ নিচিনা তীৰ্থস্থানবোৰ শঙ্কৰদেৱৰ সময়ত এই শ্ৰেণীৰ সামাজিক গুৰুত্বপূৰ্ণ আছিল। সৰ্বভাৰতীয় চিন্তা আৰু আদৰ্শৰ প্ৰচাৰ কৰিবৰ কাৰণে তীৰ্থস্থানবোৰেই সেই সময়ত প্ৰধান কেন্দ্ৰৰূপে স্বীকৃত হৈছিল।'

শংকৰদেৱৰ ৰচনাৱলীৰ আটাইতকৈ জনপ্ৰিয় পুথি হৈছে কীৰ্তন পুথি। চৰিত পুথিত পোৱা যায় —

গগন মণ্ডল চোৱে কীৰ্তনৰ ধ্বনি।
আনন্দ সাগৰে লোক মজে তাক শুনি।।
স্বভাৱে কীৰ্তন-ঘোষা পৰম সুন্দৰ।
এখনো মিলায় শুনি আনন্দ লোকৰ।।

দৈতাৰি ঠাকুৰৰ মতে গুৰুজনাই প্ৰথম তীৰ্থভ্ৰমণৰ পিছতহে এইখিনি কৰ্ম আহি কৰিছেহি।... প্ৰথমবাৰ এই ভ্ৰমণৰ সময়ত সম্ভৱতঃ পুৰীতেই আটাইতকৈ সৰহদিন কটাইছিল। এই তীৰ্থভ্ৰমণৰ ফলত সেই সময়ত ভাৰতৰ বিভিন্ন অঞ্চলত গঢ় লৈ উঠা নৱবৈষ্ণৱ আন্দোলনৰ লগত শ্ৰীশংকৰদেৱৰ গাঢ় পৰিচয় স্থাপিত হ'ল। (দৈতাৰি ঠাকুৰ, উৎস ঃ কীৰ্তন ঘোষা আৰু নামঘোষা, ভূমিকা, নগেন শইকীয়া (সম্পা.), পৃ. ৮ - ১১)

কীৰ্তন পুথিত সংস্কৃত সাহিত্যৰ সকলো ৰসৰ প্ৰয়োগ ঘটিছে। কীৰ্তন পুথিত ভক্তিৰসেই মূল যদিও কাব্য হিচাপে এখন সৌন্দৰ্যশালী গ্ৰন্থ। কাব্যিক



সৌন্দৰ্যই পুথিখনিক এনেদৰে আচ্ছাদিত কৰি ৰাখিছে যে কোনো কালে ম্লান পেলাব নোৱাৰা এক সৰ্বোত্তম সাহিত্য কৰ্ম হিচাপে প্ৰতিপন্ন হৈ আছে। ভাৰতীয় কাব্য সাহিত্য মন্থন কৰি কলাত্মক ৰুচিৰে তাত্ত্বিক আৰু নান্দনিক সৌন্দৰ্য একেলগ কৰি তেওঁৰ সৰ্বোত্তম সৃষ্টি কৰিলে - সেয়ে কীৰ্তন পুথি। তীৰ্থভ্ৰমণে শংকৰদেৱৰ ধৰ্মীয় চিন্তা আৰু সাহিত্য সাধনাক দৃঢ় কৰি তুলিছিল বাবেই যে এনে মহৎ কাব্যৰ সৃষ্টি হৈছিল সেই কথা সহজে অনুমেয়।

চৰিত-পুথিসমূহত শ্ৰীমন্ত শংকৰদেৱৰ তীৰ্থ ভ্ৰমণৰ বৰ্ণনা বিস্তাৰিতভাৱে পোৱা গ'লেও চৰিত পুথিবিলাকৰ মাজত তথ্য সংক্ৰান্তত বহুত মতভেদ আছে। মতভেদ থাকিলেও তীৰ্থভ্ৰমণৰ বিস্তাৰিত বৰ্ণনা কেউখনতেই পোৱা যায়। 'পূৰ্ণাংগ কথা গুৰু চৰিত'ত উল্লেখ কৰা মতে 'শ্ৰীমন্ত শংকৰদেৱে কেইজনমান ভাল ব্যক্তিক লগত লৈ তীৰ্থলৈ ওলাল। তীৰ্থযাত্ৰীসকলে প্ৰথমে গঙ্গা তীৰ্থ পালে আৰু তাত বিষ্ণুৰ পাদোদক গংগাজলেৰে স্নান কৰিলে। ইয়াৰ পিছত তেওঁলোক গয়াত উপস্থিত হ'ল আৰু তাত পিতৃ-পিতামহসকলৰ পিণ্ড দান কৰিলে তথা বিপ্ৰসকলক দান দিলে। তাৰ পিছত সকলোৱে জগন্নাথ ক্ষেত্ৰলৈ আহিল। তাত পাণ্ডাসকলে শ্ৰীমন্ত শংকৰদেৱৰ দৰ্শনক মহাভাগ্য মানি তাৰাৰ লগ নেৱা হ'ল। মহাপুৰুষজনাই জগন্নাথক দৰ্শন কৰি পৰম আনন্দ লাভ কৰিলে। তাৰাই ব্ৰহ্মপুৰাণৰ পৰা জগন্নাথৰ আৱিৰ্ভাৱৰ কাহিনী কৈ সকলোকে আনন্দ দিছিল। তাৰ পিছত তাৰাই গৃহলৈ প্ৰত্যাৱৰ্তন কৰিবলৈ ওলাল, পাণ্ডাসকলে অতি দুখেৰে তাৰাক মান সন্মান কৰি আগবঢ়াই থলে।' (ভূষণ দ্বিজ, উৎস ঃ পূৰ্ণাঙ্গ কথাগুৰু চৰিত, সঞ্জীৱ কুমাৰ বৰকাকতী (সম্পা.), পৃ. ৫৯)

আকৌ জগন্নাথ মন্দিৰ দৰ্শন কৰাৰ কথা একেখন চৰিত পুথিতে বৰ্ণাইছে এনেদৰে — "জগন্নাথ ক্ষেত্ৰত উপস্থিত হৈ শ্ৰীমন্ত শংকৰদেৱে দৌল মন্দিৰটো সাতবাৰ প্ৰদক্ষিণ কৰিলে। তাৰপিছত তাৰাই ভোগ মন্দিৰৰ পৰা জগন্নাথ, বলভদ্ৰ আৰু সুভদ্ৰাক দৰ্শন কৰিলে। প্ৰভু জগন্নাথে নিজে পৰিধান কৰি থকা মালাধাৰ শ্ৰীমন্ত শংকৰদেৱক উপহাৰ দিলে। কিন্তু জগন্নাথে কেতিয়া তাৰাক মালাডাল দিলে সেইটো কোনেও নেদেখিলে আৰু কেৱল জগন্নাথৰ মালাডাল শ্ৰীমন্ত শংকৰদেৱৰ শিৰত দেখা পাই পৰম বিস্মিত হ'ল। যাত্ৰীসকলে তেতিয়া বুজি পালে যে শ্ৰীমন্ত শংকৰদেৱ স্বয়ং ভগৱান। জগন্নাথ প্ৰভূ আৰু শ্ৰীমন্ত শংকৰদেৱ উভয়ে উভয়ক দৰ্শন কৰি

আনন্দাশ্ৰু বোৱাব ধৰিলে। ইয়াৰ পিছত শ্ৰীমন্ত শংকৰদেৱে বাহিৰলৈ ওলাই আহি পুনৰ সাতবাৰ প্ৰদক্ষিণ কৰিলে।" (উল্লিখিত)।

চক্ৰপাণি বৈৰাগীৰ মতে শ্ৰীমন্ত শংকৰদেৱে ভকতসকলক প্ৰায়েই গকুল, মথুৰা, বৃন্দাবন প্ৰমুখ্যে বাৰবন আৰু তাত কৃষ্ণৰ সৈতে বিচৰণ কৰা গোপবালকসকলৰ কাহিনী কৈছিল। তাৰাৰ পৰা সেই কাহিনীবোৰ শুনি শুনি ভকতসকলৰ মনত সেই স্থানসমূহ দৰ্শনৰ বাবে তীব্ৰ ইচ্ছাৰ সৃষ্টি হ'ল। সেই বাবে শ্ৰীমন্ত শংকৰদেৱে সৰ্বমুঠ ছয় কুৰি ভকত লগত লৈ দ্বিতীয় বাৰ তীৰ্থযাত্ৰা কৰিলে। এই তীৰ্থযাত্ৰাত অনেক কাহিনী বিশেষকৈ গুৰু আৰু শিষ্যৰ মাজৰ সম্বন্ধ আৰু গুৰুৰ গধুৰ দায়িত্বৰ কথা সবিস্তাৰে বৰ্ণনা কৰা হৈছে। যিহেতু শ্ৰীমন্ত শংকৰদেৱৰ উদ্দেশ্য সেই ক্ষেত্ৰসমূহৰ নৈসৰ্গিক শোভা বা প্ৰাকৃতিক দৃশ্যাৱলীৰ শোভা বৰ্ণনা কৰাটো নাছিল সেয়ে সেই দৃশ্যাৱলীৰ অন্তৰালত থকা এটা গধুৰ কাহিনীয়ে সদায় বিৰাজ কৰিছিল। উদাহৰণস্বৰূপে - চক্ৰপানি বৈৰাগীৰ মতে তীৰ্থযাত্ৰা কালত ভকতসকলে এজোপা শিমলু গছ দেখা পায়। গছজোপা চৰাইৰ বিষ্ঠাৰে সম্পূৰ্ণ বগা হৈ আছিল। গুৰুজনাই সেই গছজোপাৰ ছাঁটোও স্পৰ্শ নকৰিলে আৰু মূল পথটো এৰি দাতিৰ হাবিয়েদি খোজ ল'লে। মাধৱদেৱে গুৰুজনাক গছজোপাৰ ছাঁটোও স্পৰ্শ নকৰাৰ কাৰণটো সুধিলে। গুৰুজনাই তেতিয়া ক'লে যে সেইজোপা গছৰ তলেদি যাব নাপায়। পূৰ্বজন্মত সেই গছজোপা এক জ্ঞানমাৰ্গীয় গুৰু আছিল। কিন্তু তেওঁ ধনৰ বিনিময়তহে শিষ্যক জ্ঞান বিতৰণ কৰিছিল। স্বাভাৱিকতে তেওঁ সেই শিষ্যসকলক মুক্তি দিয়াব নোৱাৰিলে। গতিকে তেওঁ সেইসকলৰ ওচৰত ঋণী হৈ ৰ'ল। বৰ্তমান জন্মত তেওঁ বৃক্ষৰূপ ধাৰণ কৰিছে আৰু তেওঁৰ শিষ্যসকলে চৰাইৰ ৰূপ ধাৰণ কৰি তেওঁৰ দেহত বিষ্ঠা ত্যাগ কৰিছে। এতিয়া সেই গছজোপা কাটি যদি তাৰে নাও সজোৱা হয়, তেতিয়া শিষ্যসকলে শামুক হৈ তাত কামুৰি ধৰিব। যদি তেওঁ পুনৰ গছ হৈ জন্ম গ্ৰহণ কৰে, শিষ্যসকলে হয়তো ৰঘুমলা হৈ তেওঁৰ ওপৰতে প্ৰৱৰ্ত্তিব। (উল্লিখিত, পৃ.৩৭৫)

শ্ৰীমন্ত শংকৰদেৱৰ তীৰ্থযাত্ৰা কালৰ বিভিন্ন স্থানৰ অভিজ্ঞতাৰ কথা চৰিতকাৰসকলে বৰ্ণনা কৰিছে। তেওঁ চহৰৰ পৰা নিলগৰ দাতি কাষৰীয়া নদীৰ তীৰক তীৰ্থকালত থাকিবৰ কাৰণে অগ্ৰাধিকাৰ দিছিল বুলি ক'ব পাৰি। দ্বিতীয়বাৰ তীৰ্থভ্ৰমণৰ বিৱৰণ এটি চক্ৰপাণি বৈৰাগীৰ মতে এনেধৰণৰ —



'সেই ঠাইত এজোপা পাৰলি গছ আছিল। পিছদিনা পুৱা স্নান ভোজন কৰি গুৰুজনাই গছজোপাৰ তলত বহি ভকতসকলক কৃষ্ণ কথা কৈ আছিল। তেতিয়াই ভকতসকলে গছজোপাৰ খোৰোঙত এটা মৌ বাহ আৱিষ্কাৰ কৰে। মৌ বিচনীখন নিশ্চয় পকি আছিল। সেয়ে ভকতসকলে সেইখন পাৰি তাৰ পৰা মৌ উলিয়ালে আৰু সকলোৰে আনন্দমনে মৌজোল পান কৰিলে। মাধৱদেৱে তেতিয়া সেই স্থানক অতি পবিত্ৰ বুলি অভিহিত কৰি ক'লে যে সেই স্থানত গুৰুজনা সহিতে ভকতসকলে পদাৰ্পণ কৰিলে, হৰিকথা আলোচনা কৰিবলৈ পোৱা হ'ল আৰু মধুও পান কৰিবলৈ পোৱা গ'ল।' সেই ঠাইখনেই পিছলৈ মধুপুৰ থান নামে পৰিচিত হ'ল বুলি সমগ্ৰ দেশে বিশ্বাস কৰে।

আকৌ আন এটা বিৱৰণ মতে — 'কুঁৱৰীগঞ্জ নামৰ ঠাইত ভকতসকলৰ অন্য এক বিচিত্ৰ অভিজ্ঞতা হয়। গুৰুজনৰ সহিতে তেওঁলোক সকলোৰে কৃষ্ণৰ মহিমা কীৰ্তন কৰি গৈ আছিল। ইপিনে প্ৰায় এশজন লোকে সেই ঠাইত হৰিনাম কীৰ্তন কৰি আছিল। তেওঁলোকৰ সিদ্ধ প্ৰসাদৰ বাবে চাউল সিদ্ধ কৰি থকা হৈছিল। চাউল সিজি ভাত হোৱাৰ পিছতে হঠাৎ ক'ৰবাৰ পৰা কাউৰী এটাই চোঁ মাৰি আহি টৌৰ পৰা অলপ ভাত ঠোঁটেৰে লৈ গ'ল। ৰান্ধনি আৰু অন্য সমজুৱাসকল এই আকস্মিক ঘটনাত হতভম্ব হৈ পৰিল। তেনেতে সেইলোকসকলে ভকতসকলৰ দ্বাৰা পৰিবেষ্টিত হৈ আহি থকা শ্ৰীমন্ত শঙ্কৰদেৱক দেখা পালে। তাৰাক দেখিয়েই তেওঁলোকে এজন সন্ত বুলি বুজিব পাৰি তাৰাৰ পৰামৰ্শ ল'বলৈ আগবাঢ়ি গ'ল। তেওঁলোকে গুৰুজনাক ক্ষন্তেক ৰ'বলৈ অনুৰোধ কৰি ঘটনাটোৰ বিষয়ে অৱগত কৰি তেওঁলোকে এতিয়া কি কৰিব সেই বিষয়ে তাৰাৰ পৰা পৰামৰ্শ বিচাৰিলে। গুৰুজনাই তেতিয়া ক'লে যে - ভাগৱত, পুৰাণ, বেদ, জ্যোতিষ, শ্ৰুতি, গীতা, সহস্ৰনাম আদি সকলো শাস্ত্ৰৰ জৰিয়তে পূৰ্বতে ঋষিসকলে হৰিনামৰ মাহাত্ম্যকে প্ৰতিষ্ঠা কৰি থৈ গৈছে। তেনে হৰিনাম কীৰ্তনৰ প্ৰসাদক এটা কাউৰীয়ে কেতিয়াও নষ্ট কৰিব নোৱাৰে। গতিকে কাউৰীয়ে মুখ দিয়া ঠাইৰ পৰা তিনি কৰচ পৰিমাণৰ ভাত পেলাই দিলেই বাকী অন্ন গ্ৰহণযোগ্য হ'ব।' (পূৰ্ণাঙ্গ কথা গুৰু চৰিত, পৃ. ৩৮১-৩৮২)

তীৰ্থযাত্ৰাৰ ওভতনি যাত্ৰাৰ অভিজ্ঞতাৰ কথাও চৰিতকাৰসকলে আগবঢ়াইছে। ওভতনি যাত্ৰাৰ সময়ৰ এটি বিৱৰণ এনেধৰণৰ —

'মুচোয়াবাজৰ পৰা গৈ ভকতসকল গঙ্গা নদীৰ পাৰৰ জঙ্গিনপুৰত ৰ'ল।

তাত বুঢ়া দৈৱজ্ঞই সিধা দিলে। গকুললৈ যাবলৈ অহা কেইজনমান বৈৰাগীয়ে তাত বাহৰ পাতি আছিল। তেওঁলোকে পুৱা সময়ত কৃষ্ণ বলভদ্ৰৰ কাহিনী বৰ্ণনা কৰি এটি গীত গাইছিল। সেই গীতটো হ'ল —

যমুনাৰ তীৰে তীৰে যদুৰাই
ব্ৰহ্মাণ্ডৰ ঈশ্বৰে ধেনু চৰায়। — গুৰুজনাই বৈৰাগীকেইজনৰ গীতটো শুনি অতি ভাল পালে। তাৰাই মাধৱদেৱৰ আগত মন্তব্য দিলে যে বৈৰাগীকইজনে পূৰ্ণ ব্ৰহ্মৰ মাহাত্ম্য বৰ্ণনা কৰিবলৈ সক্ষম হৈছে আৰু এক ঈশ্বৰৰ তত্ত্বকে প্ৰকাশ কৰিছে। তাৰাই মাধৱদেৱকো গীত কৰিবলৈ উদ্‌গনি দিলে। তেতিয়া মাধৱদেৱে 'কামদ' ৰাগত এটা গীত ৰচনা কৰি গালে।

আজু গোপীনাথ পেখলো আখি
যমুনাৰ তীৰে ফিৰে ধেনু ৰাখি। — ইয়াৰ পৰা গুৰুজনাৰ তীৰ্থযাত্ৰাৰ কালছোৱাত অনেক গীত ৰাগ ৰচিত হৈছিল বুলি জানিব পৰা যায়।

লক্ষ্মীনাথ বেজবৰুৱাই তেখেতৰ 'শ্ৰীশ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱ' গ্ৰন্থত বৰ্ণনা কৰিছে —

"এদিন তেওঁলোকে এখন গাঁৱৰ মাজেদি যাওঁতে শঙ্কৰদেৱে দেখিলে যে এঠাইত কিছুমান পণ্ডিতে একত্ৰ হৈ বহি শাস্ত্ৰৰ অৰ্থ ব্যাখ্যা কৰিব লাগিছে। মাধৱদেৱক শঙ্কৰদেৱে সুধিলে - 'বঢ়াৰ পো, সেইখন কিহৰ মেল?' মাধৱদেৱে উত্তৰ দিলে, 'বাপ শাস্ত্ৰৰ অৰ্থ ব্যাখ্যা হৈছে।' এইকথা শুনি শঙ্কৰদেৱে ক'লে, 'বঢ়াৰ পো, আমাৰো অৰ্থ ব্যাখ্যা কৰা।' গুৰুৰ আজ্ঞা পালি মাধৱদেৱে এই গীতটো ৰচনা কৰি গালে —

শুনিলো পণ্ডিত!
হৰি কথা সেৱাৰসে থিৰ কৰু চিত।
... ... ... ... ...
ভকতি সমান বলী নাহি নাহি আৰ।
কহয় মাধৱ গতি নন্দৰ কুমাৰ।।

এঠাইত এজন লোকে বাণিজ্য কৰা দেখি শংকৰদেৱে মাধৱদেৱক সুধিলে, 'বঢ়াৰ পো, সেয়া কি কৰিছে?' মাধৱদেৱে উত্তৰ দিলে — 'বাপ বেপাৰ কৰিছে।' শংকৰদেৱে ক'লে 'আমাৰো কৰাঁ।' এইকথা শুনি মাধৱদেৱে এই গীতটি ৰচি গালে —



বেসায়ো ভাৰতে হাট, আউৰ বেলি নাটে।
চলিতে নিকট ভৈয়ো ভৰা দিয়া জান্তে।।
ভাৰত পাটত নৰ নাও পচি যায়।
হুয়ো সাৱধান কৃষ্ণ কিঙ্কৰে গায়।।

ভকতসকলেৰে এইদৰে পদব্ৰজে গৈ থাকোঁতে এদিন শংকৰদেৱে কেতবোৰ ঢুলিয়াই ঢোল বজোৱা শুনি মাধৱদেৱক সুধিলে - 'বঢ়াৰ পো, সেয়া কি কৰিছে?' মাধৱদেৱে ক'লে 'বাপ ঢোল বজাইছে।' শংকৰদেৱে এইকথা শুনি মাধৱক ক'লে - 'বঢ়াৰ পো, আমাৰো বাব লাগিব।' এই বাণী শুনি মাধৱে তেতিয়াই এই গীত ৰচনা কৰি গালে - -

মুকুন্দ মাধৱ মুৰাৰি মধুৰিপু,
জগত জীৱন ৰাম হৰি হৰি। ইত্যাদি। (পৃ. ৮৫)

শংকৰদেৱে ভাৰতৰ বিভিন্ন ঠাইবোৰত তীৰ্থভ্ৰমণ কৰি সমগ্ৰ ভাৰতৰে চিন্তা চেতনাৰ লগত একীভূত হৈ পৰিছিল। 'ভক্তি-ৰত্নাকৰ' গ্ৰন্থত ভাৰতক কৰা উচ্চ প্ৰশংসাই তাৰ প্ৰমাণ দিয়ে। কেৱল 'ভক্তি-ৰত্নাকৰ' গ্ৰন্থতেই নহয়, অন্যান্য পদবোৰতো তাৰ প্ৰমাণ পোৱা যায়। উদাহৰণস্বৰূপে 'দশম স্কন্ধ'ৰ 'আদি ছোৱা'ত উল্লেখ কৰিছে —

ভাৰতে মনুষ্য তনু কত পূণ্যে পায়।
চিন্তামণি জন্ম হেৰা হাততে হৰাই।।

আকৌ —

ভাৰতে মনুষ্য তনু নাপাইবা সেন্থৰে।
ভকত বান্ধৱ নাই মাধৱত পৰে।।

শংকৰদেৱৰ পদবোৰত 'অসম' ঠাইখনৰ নামৰ পৰিৱৰ্তে বহুত ঠাইতে 'ভাৰত' নামটো প্ৰয়োগ কৰা দেখা যায়।

ৰামচৰণ ঠাকুৰীয়াই এই সম্পৰ্কে কৈছে —

'ৰাজনৈতিকভাৱে কেতিয়াবা কেতিয়াবা কিছু ভিন্ন হৈ থাকিলেও সাংস্কৃতিকভাৱে যে সমগ্ৰ ভাৰতবৰ্ষই এক এই বিষয়ত মহাপুৰুষ আছিল সম্পূৰ্ণ সজাগ।...। এজন ভাল অসমীয়া হৈয়ো যে ভাল ভাৰতীয় হৈ থাকিব পাৰি - শংকৰদেৱৰ জীৱনাদৰ্শ তাৰেই উৎকৃষ্ট উদাহৰণ।' (উদ্ধৃত, অসম সাহিত্য সভা পত্ৰিকা, ছবি গগৈ (সম্পা.), পৃ. ১৮০)

ওপৰত উল্লেখ কৰা বৰ্ণনাসমূহৰ দ্বাৰা শংকৰদেৱৰ সাহিত্যৰ চিন্তা-

চেতনাৰ বিষয়ে জানিব পাৰি। কাহিনীবোৰে সেই সময়ৰ সমাজৰ সকলো দিশৰে নিখুঁত চিত্ৰায়ণ কৰিছে। গতিকে ভ্ৰমণ সাহিত্যই যদি ভ্ৰমণ কৰা দেশবোৰৰ বিভিন্ন দিশ চিত্ৰায়ণ কৰে, শংকৰদেৱৰ উল্লিখিত কাহিনীসমূহেও সেই সময়ৰ ভাৰতবৰ্ষৰ সমাজখনৰ বিভিন্ন দিশ চিত্ৰায়ণ কৰিছে বুলিলে অত্যুক্তি কৰা নহ'ব।

ভ্ৰমণ সাহিত্য বা বৃত্তান্তসমূহে ভ্ৰমণ কৰা দেশবোৰৰ বিভিন্ন দিশবোৰৰ চিত্ৰায়ণ কৰে। যিকোনো এখন ঠাই ভ্ৰমণ কৰি সেই ঠাইৰ প্ৰাকৃতিক, সামাজিক, সাংস্কৃতিক ইত্যাদি দিশৰ সূক্ষ্ম অনুভূতিৰে সমুজ্জ্বল বৰ্ণনা কৰা হয় ভ্ৰমণ সাহিত্যসমূত। ইয়াৰ লগে লগে সেই দেশৰ লগত নিজৰ ঠাইখনৰ ভিন্নতাও ভাহি উঠে বৰ্ণনাসমূহত। এই ধৰণে বিচাৰ কৰিলে শংকৰদেৱৰ সাহিত্যসমূহ সৰ্বোত্তম সৃজন। শংকৰদেৱে মৌলিক সৃজনি শক্তিৰে সমগ্ৰ ভাৰতৰে সংস্কৃতি অসমীয়া সংস্কৃতিত বিলীন কৰি দিবলৈ সক্ষম হৈছিল। আমাৰ আলোচনাৰ পৰা এই কথা প্ৰতীয়মান হয় যে শংকৰদেৱে যদিও বিশুদ্ধভাৱে ভ্ৰমণ সাহিত্য ৰচনা কৰি থৈ যোৱা নাই তথাপি তেওঁৰ সাহিত্যকৰ্মৰ পৰা সমগ্ৰ ভাৰতৰে চিন্তা-চেতনা, সভ্যতা, সামাজিকতা, ধৰ্ম আদিৰ বিষয়ে ধাৰণা কৰিব পাৰি।।।



# মধ্যযুগৰ অসমৰ ভ্ৰমণ সাহিত্য শংকৰদেৱ আৰু ত্ৰিপুৰা বুৰঞ্জী

**ড° ডম্বৰুধৰ নাথ**

অসমীয়া মানুহৰ মাজত সাধাৰণ শিক্ষাৰ প্ৰচাৰ আধুনিক যুগৰ অৱদান। প্ৰাচীন আৰু মধ্য যুগত, অৰ্থাৎ ব্ৰিটিছ শাসন আৰম্ভ হোৱাৰ আগলৈকে, সাধাৰণ মানুহৰ মাজত লেখা-পঢ়া অভ্যাস বা শিক্ষা থকাৰ কথা জনা নাযায়। ৰজাঘৰৰ কোঁৱৰসকলৰ কথা বাদ দিলে ব্ৰাহ্মণ আৰু কায়স্থ পৰিয়াল, বিশেষকৈ ব্ৰাহ্মণ পৰিয়ালবিলাকৰ বাহিৰে প্ৰজা সাধাৰণৰ কোনো formal শিক্ষা নাছিল। ফলত, লেখা-পঢ়া বিদ্যা তেওঁলোকৰ মাজত নাছিল বুলিলেই হয়। কায়স্থসকলৰ মাজতো মূল শিক্ষাৰ বিষয় আছিল তথ্য সংৰক্ষণ আৰু সাধাৰণ অংকহে। কদা-কাচিৎহে ধৰ্ম-শাস্ত্ৰ বা দৰ্শনাদি বিষয়বোৰৰ অধ্যয়ন তেওঁলোকৰ মাজত হৈছিল। ব্যতিক্ৰম পৰিয়ালবোৰৰ ভিতৰত মহাপুৰুষ শংকৰদেৱ বা মাধৱদেৱৰ পৰিয়ালৰ কথা উল্লেখ কৰিব পাৰি। এই দুই শ্ৰেণীৰ বাহিৰে ধৰ্মগুৰুসকলৰ মাজত, বিশেষকৈ তান্ত্ৰিক বৌদ্ধ, কৌলীন্যাদি ধৰ্মগুৰুসকলৰ মাজত কিছু চৰ্চা হৈছিল। সংস্কৃতৰ উপৰিও তেওঁলোকৰ মাজত অসমীয়া ভাষাৰ চৰ্চাও আৰম্ভ হৈছিল। চৰ্যাপদ বা গীত নামে জনাজাত তান্ত্ৰিক বৌদ্ধ সাহিত্যশ্ৰেণী তেওঁলোকৰ হাততে সৃষ্টি হৈছিল। পণ্ডিতসকলে এই চৰ্যাপদবিলাকক অসমীয়া (বঙালী আৰু উৰীয়া) ভাষাৰো প্ৰথম শ্ৰেণীৰ সাহিত্য বুলি ক'ব খোজে। যি কি নহওক, দুৰ্ভাগ্যৰ বিষয় যে কোনো পণ্ডিত বা ধৰ্মগুৰুৱেই ভ্ৰমণ অভিজ্ঞতাভিত্তিক গ্ৰন্থ ৰচনা কৰি থৈ যোৱা নাই। অৱশ্যে এটা কথা ঠিক যে পূৰ্বৰে পৰাই অসমৰ মানুহৰ মাজত বিদেশ ভ্ৰমণৰ অভ্যাস এটি গঢ় লৈ উঠা নাছিল। আহোম ৰাজত্বৰ সময়ত প্ৰজাবৰ্গক ৰাজ্যৰ বাহিৰলৈ যাবলৈকে দিয়া নাছিল ব্ৰাহ্মণ বা কায়স্থ বা ৰাজকুমাৰসকলৰ মাজত যিসকলে অসমৰ বাহিৰলৈ ওলাই গৈছিল, তেওঁলোকৰ অধিকাংশই বাৰানসী, গয়া, নৱদ্বীপলৈহে মূলতঃ গৈছিল - সংস্কৃত

শিক্ষা ল'বলৈ বা পিতৃ-মাতৃ পূৰ্বপুৰুষৰ গংগাত চিতা-ভস্ম বিসৰ্জন বা পিণ্ড দিবলৈ। গতিকে দেশ ভ্ৰমণৰ মূল উদ্দেশ্য লৈ ৰাজ্যৰ বাহিৰলৈ ওলাই যোৱা লোকৰ নাম এটা পাবলৈ নাই। এই ক্ষেত্ৰত বোধহয় একমাত্ৰ ব্যতিক্ৰম আছিল মহাপুৰুষ শংকৰদেৱ। শংকৰদেৱে সেই ভ্ৰমণ কৰিছিল মূলতঃ তীৰ্থ যাত্ৰাৰ উদ্দেশ্যে। কিন্তু ই আছিল সুদীৰ্ঘ কালৰ দীঘলীয়া ভ্ৰমণ। কেৱল সেয়ে নহয় তেওঁ দ্বিতীয়বাৰৰ বাবেও ধৰ্ম-কেন্দ্ৰিক উদ্দেশ্যৰে ভাৰত ভ্ৰমণলৈ ওলাই গৈছিল জীৱনৰ দ্বিতীয়াৰ্ধ কালত পৈণত বয়সত। চৰিতপুথিবিলাকৰ পৰা জনা যায় যে তেওঁ প্ৰথমবাৰ বাৰবছৰ (১৪৮১-১৪৯৩) আৰু দ্বিতীয়বাৰ এবছৰ (১৫৫০) কাল তীৰ্থ ভ্ৰমণ কৰিছিল। এই দ্বিতীয়বাৰ মহাপুৰুষে মূলতঃ জগন্নাথ মন্দিৰলৈহে গৈছিল। যি কি হওক, প্ৰথমবাৰ তীৰ্থভ্ৰমণৰ বাৰবছৰ কালত শংকৰদেৱে ভাৰতবৰ্ষৰ প্ৰায় সকলোবোৰ প্ৰধান প্ৰধান তীৰ্থস্থান ভ্ৰমণ কৰিছিল - উত্তৰে বদৰিকাশ্ৰমৰ পৰা কাশী, বৃন্দাবন, মথুৰা, জগন্নাথ হৈ সুদূৰ দক্ষিণে শ্ৰীৰংগপট্টমলৈ (সেতুখণ্ড) যদিও এই সকলোবোৰ তীৰ্থস্থানতকৈ পুৰীৰ জগন্নাথ মন্দিৰতেই তেওঁ সৰ্বাধিক সময় পাৰ কৰিছিল। মহাপুৰুষ শংকৰদেৱৰ তীৰ্থভ্ৰমণ সম্পৰ্কে উল্লেখ কৰোতে সকলোবোৰ চৰিত পুথিতে একেবোৰ তীৰ্থস্থানৰ একেদৰে নামকেই পোৱা নাযায়। স্বাভাৱিকতে ভ্ৰমণ কৰা তীৰ্থৰ তালিকা সম্পৰ্কে আধুনিক পণ্ডিতসকলৰ মাজত পাৰ্থক্য কমিব পাৰে; কিন্তু তেওঁ যে বাৰবছৰ কালৰ ভিতৰত ভাৰতৰ বিভিন্ন তীৰ্থভ্ৰমণ কৰিছিল তাত সন্দেহ নাই। উল্লেখ্য যে শংকৰদেৱৰ নিজৰ লেখাতে 'ধন্য ধন্য ভাৰত বৰিষে' হে আছে, তাত কেৱল উত্তৰ ভাৰত বা আৰ্যবৰ্তৰ প্ৰশংসাই নাই।

বিস্তৃত কালৰ সুদীৰ্ঘ তীৰ্থভ্ৰমণৰ সময়ত শংকৰদেৱে বেলেগ বেলেগ ঠাই দেখাৰ উপৰি ভিন্ন সংস্কৃতি আৰু ভিন ভিন্ সমাজ দেখা পাইছিল। তাৰ প্ৰমাণ তেওঁৰ নিজৰ লেখাতে দেখা পোৱা যায়। উদাহৰণস্বৰূপে গুৰুচৰিত পুথিত উল্লেখ আছে যে ভ্ৰমণ কালত তেওঁ দেখা পাইছিল যে কোনো কোনো ঠাইত মানুহে গোবৰো কিনিছিল, আনহাতে, সেই একেবোৰ মানুহেই আকৌ মহামূল্যৱান ৰত্নমাণিক আদিও বিক্ৰী কৰিছিল। বৰঘুণ, নদীৰ পলস আৰু নানান বিধ প্ৰাকৃতিক সাৰেৰে সাৰুৱা অসমৰ মানুহ শংকৰদেৱে সেয়ে গোবৰৰ দৰে 'অলাগতিয়াল' দ্ৰব্য এটা কিনা-বিকা কৰা, দেখি আচৰিত হৈছিল। তদুপৰি, বাণিজ্যবিহীন অসমত মানুহৰ ব্যৱসায়-বাণিজ্যৰ কোনো অভ্যাস নাছিল। ধান-



চাউল, ৰত্ন আদি মূল্যৱান সামগ্ৰীৰ কথা বাদেই সাধাৰণ দ্ৰব্য এটাও ইয়াত, অন্ততঃ মধ্যযুগত কিনি খোৱা বা বেচাৰ অভ্যাস নাছিল। অৱশ্যে, কোচবেহাৰ কমতাৰ কথা বেলেগ - য'ত সেই সময়ত কিছু ব্যৱসায় চলিছিল। সি যি নহওক, এহাতে অতি মূল্যহীন বুলি ভবা বস্তু কিনা আৰু আনহাতে অতি মূল্যৱান দ্ৰব্য বিক্ৰী কৰা - মানুহৰ এই দুই অভ্যাসে শংকৰদেৱক বিস্ময় মনাইছিল —

গোবৰো কিনয় মানিকো বিক্ৰয়
বিস্ময় ভৈলোহো দেখি।

শংকৰদেৱৰ এই বিস্ময়ে এহাতে যেনেকৈ সমসাময়িক উত্তৰ ভাৰতৰ অৰ্থনৈতিক জীৱনৰ এখন ছবি অংকন কৰি দেখুৱাই, ঠিক তেনেকৈ ই অসমৰ মানুহৰ অৰ্থনৈতিক আৰু সামাজিক জীৱনৰ ছবি এখনো প্ৰতিফলিত কৰে।

উত্তৰ ভাৰতত ভক্তি আন্দোলনৰ প্ৰৱল ধাৰাটো চলি থকা সময়তে মহাপুৰুষ শংকৰদেৱে তেওঁৰ প্ৰথমবাৰ ভ্ৰমণ হাতত লৈছিল। সেই সময়ত, যদি ড° মহেশ্বৰ নেওগে দেখুওৱাৰ দৰে তেওঁৰ প্ৰথম ভ্ৰমণ কাল ১৪৮১-১৪৯৩ চনৰ ভিতৰত হয়) উত্তৰ ভাৰতত চুলতানী আমোলৰ শাসন চলি আছিল, আৰু সেই কালছোৱা আছিল চুফীবাদীসকলৰ ভৰ বতৰ। ইফালে ৰামানন্দ, চৈতন্য, কবীৰ, নানক আদি গুৰুসকলৰ পৰম্পৰা সজীৱ আৰু বিস্তাৰিত ৰূপত জনপ্ৰিয় হৈ থকাৰ বতৰ। স্বাভাৱিকতে তীৰ্থযাত্ৰী শংকৰদেৱৰ প্ৰখৰ চিন্তাত সেই অৱস্থাটোৱে প্ৰভূত প্ৰভাৱ পেলাইছিল; কিন্তু কেৱল এফাঁকি পদৰ ব্যতিৰেকে তেওঁ বিশেষ একো নিলিখিলে —

উৰেষা বাৰানসী যাৱে যাৱে
কবিৰ গীত শিষ্ট সৱে গাৱে।

কবিয়েই হওক বা কবীৰেই হওক, শংকৰদেৱৰ এইফাঁকি পদে তেওঁৰ উত্তৰ ভাৰতৰ ভ্ৰমণৰ সময়ত কাশী, গয়া, বদৰিকাশ্ৰমৰ ধৰ্মীয় পৰম্পৰাৰ গুৰুত্বপূৰ্ণ খবৰৰ যোগান ধৰে। চৰিত পুথিৰ আধাৰত ড° মহেশ্বৰ নেওগে লিখিছে যে বদৰিকাশ্ৰমতেই মহাপুৰুষে তেওঁৰ 'মন মেৰি ৰাম নামকহু লাগু' — এই বৰগীতটো ৰচনা কৰিছিল। ৰামানন্দ আৰু কবীৰ দুয়োজন ধৰ্মগুৰুৱেই ভগৱানৰ ৰূপ বা স্বৰূপ বা কল্পনা 'ৰাম' নামত অৰ্পিত হৈছিল। কবীৰ আৰু ৰামানন্দ উভয়ে বৰ্ণাশ্ৰম প্ৰথাৰ সমৰ্থক আছিল; কবীৰ বৰঞ্চ আছিল এই প্ৰথাৰ ঘোৰ বিৰোধী। মহাপুৰুষৰ ভক্তিত তেওঁলোক দুইগৰাকী ধৰ্মগুৰুৰ প্ৰভাৱ সম্পৰ্কে

আমি তেওঁৰ নিজৰ বক্তব্য পাব লাগিছিল, কাৰণ এহাতে অসমৰ মহাপুৰুষীয়া ধৰ্মপন্থ যেনেকৈ সৰ্বভাৰতীয় সগুণ-নিৰ্গুণ (ভক্তি) পন্থাৰে সম্পৃক্ত, আনহাতে ইয়াৰ সমষ্ট ভেটিটোৱেই সৰ্বভাৰতীয় ভিত্তিক। মহাপুৰুষে ইচ্ছা কৰা হ'লে তেওঁ দৃষ্টি আৰু চিন্তাত টৌতোলা সকলোবোৰ কথা নহ'লেও কিছু কথা লিখি থৈ যাব পাৰিলেহেঁতেন। যেইকি নহওক, শংকৰদেৱৰ ৰচনাৰ আঁত ধৰি সমসাময়িক ভাৰতবৰ্ষৰ সামাজিক আৰু ধৰ্মীয় পৰম্পৰাৰ ধাৰণা এটা কৰাৰ নিশ্চিত অৱকাশ আছে বুলি আমাৰ বিশ্বাস। প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে - তেওঁৰ কীৰ্ত্তন পুথিৰ বলিছলন অধ্যায়ত বংগদেশৰ বাউল-বৈষ্ণৱসকলৰ উপমা আছে য'ত বলিৰ ভক্তিৰ নিদৰ্শনৰ উদাহৰণ অৰ্থত 'উঠি উঠি নাচন্ত বসন্ত বাউল যেন' - বুলি বলিৰ হৰি ভক্তিৰ উপমা দিয়া হৈছে। বংগদেশৰ বৈষ্ণৱী বাউল সম্প্ৰদায়ৰ উত্থান, চৈতন্যদেৱৰ ভূমিকা আৰু তেওঁলোকৰ হৰি ভক্তি আৰু সংকীৰ্তনৰ খ্ৰীঃ ১৬ শ শতিকাৰ শংকৰদেৱ আছিল নিশ্চয় এগৰাকী প্ৰত্যক্ষদৰ্শী। সেয়েহে এই বিষয়ত শংকৰদেৱে লিখি থৈ যোৱা প্ৰত্যক্ষদৰ্শীৰ বৰ্ণনা এটা যেনে উপভোগ্য আৰু অৰ্থপূৰ্ণ হ'লহেঁতেন, মহাপুৰুষৰ ভক্তিধৰ্ম আৰু আদৰ্শৰ আলোচনা প্ৰসংগতো সি সাৰ্থক সমল ৰূপত ব্যৱহাৰ হ'লহেঁতেন। দেখা যায় যে উপমাৰ মাধ্যমেৰেই মহাপুৰুষে ভ্ৰমণৰ বহু অৰ্থপূৰ্ণ অভিজ্ঞতা এৰি থৈ গৈছে। তাৰে কিছুমান উপমা তেওঁৰ নিজা ৰচনাবোৰতে পোৱা যায় আৰু অলিখিত ৰূপত থকা আন কিছুমান তেনে উপমা পিছৰ যুগৰ চৰিতকাৰসকলে চৰিত পুথিতো ধৰি ৰাখিছে; কিন্তু সহস্ৰ উপমাৰে শোভিত মহাপুৰুষ শংকৰদেৱৰ ৰচনা আৰু কৰ্মৰাজিৰ মাজত বিচাৰি পাব পৰা সৰ্বভাৰতীয় ইতিহাসৰ ৰেঙণিয়ে বৌদ্ধিক মহলত এতিয়াও আলোড়ন তুলিব পৰা নাই।

অসমৰ মধ্যযুগৰ ভ্ৰমণ সাহিত্যৰ এক স্থায়ীৰূপ হ'ল ত্ৰিপুৰা বুৰঞ্জীখন। অসমৰ স্বৰ্গদেউ ৰুদ্ৰসিংহই ত্ৰিপুৰা দেশলৈ পঠোৱা ৰত্নকন্দলি আৰু অৰ্জুন দাস বৈৰাগীৰ অভিজ্ঞতা সম্বলিত এই পুথি বা বুৰঞ্জীখন ড° সূৰ্যকুমাৰ ভূঞাৰ সম্পাদনাত এই নামেৰে প্ৰকাশ হৈ ওলোৱাৰ পূৰ্বে 'ত্ৰিপুৰাদেশৰ কথাৰ লেখা' নামেৰে হাতে লিখা পুথিৰ (manuscript) আকাৰত আহোমৰ দিনৰ 'বুৰঞ্জী' হৈ আছিল। ইয়াৰ মূল প্ৰতিপাদ্য বিষয় আছিল ত্ৰিপুৰাৰ ৰজা ৰত্নমানিক্যৰ লগত অসমৰ স্বৰ্গদেউ ৰুদ্ৰসিংহই কটকী পঠাই সম্প্ৰীতি কৰাৰ বৰ্ণনা। ত্ৰিপুৰা ৰাজ্যৰ লগত ৰাজনৈতিক সম্পৰ্ক গঢ়ি তোলাই এই সম্প্ৰীতিমূলক কটকী



গতাগত কৰাৰ মূল উদ্দেশ্য আছিল। উল্লেখ্য যে স্বৰ্গদেউ ৰুদ্ৰসিংহই মোগলক ঘটুৱাই অন্ততঃ কৰতোৱা পৰ্যন্ত বংগ ৰাজ্যৰ একাংশ মোগলৰ হাতৰ পৰা অধিকাৰ কৰি ল'ব বিচাৰিছিল প্ৰধানতঃ দুই উদ্দেশ্য সাধনৰ অৰ্থে — প্ৰথম, যৱন মুছলমানৰ হাতৰ পৰা গো-ব্ৰাহ্মণ ৰক্ষা কৰা আৰু দ্বিতীয়, গংগানদীৰ একাংশ নিজ ৰাজ্যৰ ভিতৰ কৰি লোৱা। সেই অৰ্থে তেওঁ মোগল সম্ৰাটক আক্ৰমনৰ পৰিকল্পনা কৰি সমসাময়িক হিন্দু ৰজাসকলৰ সমৰ্থন আদায়ৰ অৰ্থে বিভিন্ন ৰাজ্য আৰু ৰজাৰ ওচৰলৈ কটকী পঠাই বন্ধুত্বপূৰ্ণ কূটনৈতিক সম্পৰ্ক স্থাপন কৰিব বিচাৰিছিল। ত্ৰিপুৰা ৰাজ্যলৈ অৰ্জুনদাস বৈৰাগী আৰু ৰত্ন কন্দলী — এই দুই কটকীক স্বৰ্গদেৱে তেওঁলোকে দেখা, শুনা আৰু অনুধাৱন কৰা বা তেওঁলোকৰ মনোযোগ আকৰ্ষণ কৰা উল্লেখযোগ্য কথা বা ঘটনাবোৰ লিখিত ৰূপত বা স্মৃতিৰ পটত সংৰক্ষণ কৰি যাবৰ বাবে নিৰ্দেশ দি থৈছিল। সেয়েহে অৰ্জুনদাস আৰু ৰত্ন কন্দলীৰ টোকা সন্নিৱিষ্ট ত্ৰিপুৰা বুৰঞ্জীখন প্ৰকৃত অৰ্থত এখন অৰ্থপূৰ্ণ ভ্ৰমণ সাহিত্যৰূপে বিবেচনা কৰিব পাৰি। মধ্যযুগৰ অসমীয়া বৌদ্ধিক জগতখনৰ বিস্তৃতি আৰু পৰিসীমালৈ লক্ষ্য কৰিলে ইয়াৰ গুৰুত্ব অসীম। মাধৱ কন্দলিৰ অসমীয়া ৰামায়ণ, ভট্টদেৱৰ কথা গীতা আৰু কথা ভাগৱত, মহাপুৰুষ দুজনাৰ বৰগীত, অংকীয়া ভাওনা আদিৰ যেনে আচুতীয়া একোখন স্থান আছে মধ্যযুগৰ অসমীয়া সাহিত্যৰ বুৰঞ্জীতো এইখন পুথিৰো এক সুকীয়া গুৰুত্ব আছে।

ত্ৰিপুৰা বুৰঞ্জীখনত সন্নিৱিষ্ট বিষয়বস্তু ত্ৰিপুৰা ৰাজ্য ৰত্নমানিক্যৰ সময়ৰ (১৬৯৮ - ১৭১২)। ইয়াত অৰ্জুন দাস বৈৰাগী আৰু ৰত্ন কন্দলী - দুই কটকীৰ কথাৰ উপৰি তেওঁলোকে নিয়োগ কৰা দুজন গুপ্তচৰে ত্ৰিপুৰা ৰাজ হাউলীৰ পৰা সংগ্ৰহ কৰি দিয়া খবৰো সন্নিৱিষ্ট আছে। তদুপৰি, সুদীৰ্ঘ দিনৰ যাত্ৰাৰ পথত তেওঁলোকে পাৰ হৈ যোৱা নদ-নদী, বাট-পথ, পৰ্বত-পাহাৰ, জাতি-জনজাতি, খাদ্য, সাজ পোছাক, উৎপাদিত দ্ৰব্য আৰু বেহা-বেপাৰ ইত্যাদি বিভিন্ন বিষয়ৰ ওপৰত তেওঁলোকে মন কৰা সকলোবোৰ কথাই ইয়াত সন্নিৱিষ্ট হৈছে। কেৱল সেয়ে নহয়, ত্ৰিপুৰা ৰাজ্যৰ ৰাজনৈতিক বুৰঞ্জীৰ বহুতো গুৰুত্বপূৰ্ণ ঘটনা অসমৰ দুই কটকীৰ বৰ্ণনাও সংৰক্ষিত হৈছে। ৰজাৰ দৈনন্দিন জীৱন, তেওঁৰ খাদ্যাভাস, সাজ-পোছাক, ধৰ্ম বিশ্বাস, ৰাজসভাৰ নীতি-নিয়ম, ৰাজ-কাৰেঙৰ নিৰ্মাণ শৈলী, মন্ত্ৰীসভাৰ বৈঠক ৰাজধানীৰ ষড়যন্ত্ৰৰ উপৰি সিংহাসনক

লৈ হোৱা ভাতৃ-দ্বন্দ্বলৈকে বুৰঞ্জীখনত ঠাই পাইছে। উল্লেখ্য যে জনজাতীয় স্তৰৰ পৰা ব্ৰাহ্মণ্য - সংস্কৃতৰ ভিতৰতে ত্ৰিপুৰা ৰাজপৰিয়ালৰ উত্তৰণৰ সমগ্ৰ প্ৰক্ৰিয়াৰ ইতিহাসো ইয়াক সন্নিৱিষ্ট হৈছে। তদুপৰি, ত্ৰিপুৰা ৰাজ্যৰ ধৰ্ম বিশ্বাস, সেই ৰাজ্যৰ সমাজৰ পৰম্পৰাগত ৰীতি-নীতি, যেনে মানুহৰ জন্ম-মৃত্যু সংক্ৰান্তীয় ৰীতি-নীতি সতীদাহ প্ৰথা আদি সমাজ জীৱনৰ বিভিন্ন দিশ উল্লেখ হৈছে। ত্ৰিপুৰীসকলৰ বিষয়ে ক'বলৈ গৈ তেওঁলোকে কৈছে — "ইদিকিলৈ ইহঁতে মদ, গাহৰি খাই, মৰিলে পোৰে সুধি এক মাসে হয়। ছোমতায়া বুলি এক আছে, আমাৰ এখেৰ দেওধাই যেনে তেনে, সেয়ে কৰ্ম কৰে।" ত্ৰিপুৰা ৰজাৰ পূৰ্বৰ নাম 'মানিক্য' নাছিল; আছিল 'ফা'; আৰু তেওঁলোকৰ বহুতো দৌল আঠচুকীয়া আছিল। ৰাজধানীৰ ভিতৰত কেইবাটাও বিশাল আকাৰৰ পুখুৰী আছিল। ৰাজধানীৰ ভিতৰত ৰজাই ভাওনা চাবৰ ব্যৱস্থা কৰি লৈছিল। ৰজা ৰত্নমানিক্যই স্থায়ীভাৱে নিৰ্মাণ কৰি ৰখা ঘৰৰ ভিতৰতে বহি কালীয় দমন ভাওনা চাইছিল। ৰাজধানীৰ ভিতৰত থকা সুবিস্তীৰ্ণ পুখুৰীৰ পাৰে পাৰে শিল্পী, কাৰিকৰ যেনে — তাঁতী, সোণাৰী, কমাৰ, কুমাৰ, চমাৰ, কুন্দাৰ (কুমাৰ?), ধোবা, বাঢ়ৈ আদি পৰিয়ালবোৰৰ বসবাস আছিল। ব্ৰাহ্মণ, কায়স্থ, দৈৱজ্ঞ, মালী - আদি লোকৰ বাসস্থান আছিল এওঁলোকৰ বাসস্থানৰ পৰা নিলগত। গাঁওবোৰ ৰাজধানীৰ পৰা দূৰত আছিল। গাঁৱৰ সিফালে হাবি আৰু পৰ্বত।

ভ্ৰমণ সাহিত্য হিচাপে অসমীয়া সাহিত্যৰ বুৰঞ্জীত অন্ততঃ অষ্টাদশ শতিকালৈকে ত্ৰিপুৰা বুৰঞ্জীখনেই একমাত্ৰ পুথি। মন কৰিবলগীয়া যে খ্ৰীঃ ৭ম শতিকাৰ মাজভাগত কামৰূপলৈ অহা চীনা বৌদ্ধ ভিক্ষু হিউয়েন চাং আৰু সপ্তদশ শতিকাৰ মাজভাগত অসমলৈ অহা মোগল ঐতিহাসিক চিহাবুদ্দিন তালিছে কামৰূপ, অসমৰ বিষয়ে লিখি থৈ যোৱা তেওঁলোকৰ টোকা বা বৰ্ণনাবোৰ অসমৰ কোনো লেখকৰে দৃষ্টি আকৰ্ষণ কৰিব পৰা নাছিল যেনেই লাগে। অৱশ্যে সেইবোৰৰ বিষয়ে তদানীন্তন অসমৰ পণ্ডিতসকলেই বা কিমান জানিছিল সেই বিষয়তো সন্দেহ আছে। কুমাৰ ভাস্কৰ বৰ্মনৰ লগতে উভতি নালন্দালৈ যোৱা হিউৱেন চাঙেও টোকা তৈয়াৰ কৰি থ'লে, কিন্তু হংসবেগ বা ভাস্কৰবৰ্মন — এজনেও তেওঁলোকৰ কনৌজ-নালন্দাত লাভ কৰা অভিজ্ঞতাৰ কথা লিখি নগ'ল — যদিও তেওঁলোক দুয়োজনেই শিক্ষিত ব্যক্তি আছিল। সেই একেই ঘটিল মহাপুৰুষ দুজনা আৰু তেওঁলোকৰ সংগী



ভকতসকলৰ ক্ষেত্ৰত। দেখা যায় যে দুটা প্ৰধান কাৰণত প্ৰাচীন আৰু মধ্যযুগৰ কালছোৱাত অসমীয়া ভাষা বা অসমৰ পণ্ডিতসকলৰ দ্বাৰা তেওঁলোকৰ ভ্ৰমণ বিষয়ক পুথি ৰচনা হোৱা নাছিল। প্ৰথম ভ্ৰমণকাৰীৰ অভাৱ, দ্বিতীয় শিক্ষা আৰু অভ্যাস তথা পৰম্পৰাৰ অভাৱ। খ্ৰীঃ অষ্টাদশ শতিকাৰ প্ৰথম ভাগত (খ্ৰীঃ ১৭২৪) সেই পৰম্পৰা ভংগ কৰি 'ত্ৰিপুৰা বুৰঞ্জী'খনে ভ্ৰমণ সাহিত্যৰ অভাৱ কিছু পূৰণ কৰিলে। সেয়ে বুৰঞ্জীখনৰ সম্পাদক ড° সূৰ্যকুমাৰ ভূঞাই লিখিছে — "এই ধৰণৰ ৰচনাই সেইজন মানুহৰ পৰিসীমা বৃদ্ধি কৰিব বুলি আশা কৰিব পাৰি। আৰু তেনে প্ৰত্যাশাই ভৱিষ্যতেও তেওঁলোকক তেনে মিশ্যন হাতত ল'বলৈ অনুপ্ৰাণিত কৰিব।" উল্লেখ্য যে অন্ততঃ অষ্টাদশ শতিকা হ'লেও অসমীয়া মানুহে এনে ৰাজনৈতিক (ভ্ৰমণ) সাহিত্যৰ গুৰুত্ব উপলব্ধি কৰিছিল। ▸▸

# অসমীয়া ভ্ৰমণ-সাহিত্যৰ আদিপৰ্ব

## 'ব্ৰহ্মযাত্ৰীৰ ডায়েৰী'ত এটি ঐতিহাসিক দৃষ্টিপাত

**প্ৰফুল্ল গগৈ**

আদিম কালৰে পৰা মানুহ পৰিভ্ৰমী। খাদ্য আৰু আশ্ৰয়ৰ সন্ধানত মানুহে দুৰ্গম-দুৰ্ভেদ্য, জল-স্থল, পৰ্বত-পাহাৰ আৰু প্ৰতিকূল প্ৰাকৃতিক পৰিস্থিতি আদিৰ বাধা-বিঘিনি, ঘাত-প্ৰতিঘাত অতিক্ৰমি ইঠাইৰ পৰা সিঠাইলৈ পৰিভ্ৰমণ কৰিছিল। আদিম মানুহৰ জীৱন-জীৱিকাৰ হাজাৰ বছৰীয়া সংগ্ৰামী ইতিহাসৰ সুফলসমূহৰ নামান্তৰ আজিৰ আধুনিক সভ্য মানুহৰ জীৱন পৰিক্ৰমা। প্ৰাক্-ঐতিহাসিক যুগৰ মানুহৰ পৰিভ্ৰমী জীৱন-প্ৰণালীৰ সণ্চালনি ধাৰা আধুনিক কালতো অবিৰতভাৱেই চলি থাকিল। আজিও তাৰ প্ৰবাহ চলিয়ে আছে — আনকি আদিম কালৰ দৰেই আজিৰ আধুনিক বিজ্ঞানসন্মত পৰিভ্ৰমণতো জীৱন-জীৱিকাৰ সন্ধানৰ উদ্দেশ্য চলিয়ে আছে। অৱশ্যে আধুনিক সভ্য মানুহৰ পৰিভ্ৰমণত জীৱন-জীৱিকাৰ লগতে জ্ঞানান্বেষণৰ সাধন-সাধনাৰ অদম্য স্পৃহা জড়িত হৈ পৰিল। অতি সাম্প্ৰতিক কালত ভ্ৰমণৰ সৈতে অৱসৰ বিনোদন আৰু আনন্দ লাভৰ উদ্দেশ্যও সাঙোৰ খাই পৰিছে। তৎসত্বেও ভ্ৰমণ যে জ্ঞানান্বেষণৰ এটি সাধন মাৰ্গ তাক স্বীকাৰ কৰিব লাগিব। অসমীয়া জনমানসত প্ৰচলিত - 'নানা ঠাই ফুৰে যি নানা কথা শিকে সি' - কথাষাৰতো তাৰেই প্ৰতিফলন ঘটিছে।

সাহিত্যৰ এটি বিশেষ বিভাগ হ'ল ভ্ৰমণ সাহিত্য। অসমীয়া ভ্ৰমণ সাহিত্যৰ আধুনিক ইতিহাস ৰচিত হৈছিল 'জোনাকী'ত। আধুনিক ইতিহাস সাহিত্যৰ প্ৰথমখন ভ্ৰমণ সাহিত্য হৈছে 'সৌমাৰ ভ্ৰমণ'।[১] সাহিত্যিকগৰাকী হৈছে গুণাভিৰাম বৰুৱা। 'জোনাকী'ৰ দ্বিতীয় ভাগ, পঞ্চম সংখ্যাৰ পৰা সপ্তম সংখ্যালৈ প্ৰকাশিত এটি দীঘল প্ৰবন্ধ পৰ্যায়ৰ স্বদেশ ভ্ৰমণ বৃত্তান্তৰ এই ইতিহাসৰ পিছত বিদেশ ভ্ৰমণৰ প্ৰথম ইতিহাস ৰচনা কৰিলে ব্ৰহ্মদেশ ভ্ৰমণ কৰি আনন্দ



চন্দ্ৰ আগৰৱালাই ৰচনা কৰা 'ব্ৰহ্মযাত্ৰীৰ ডায়েৰী'য়ে। 'জোনাকী'ৰ পঞ্চম ভাগ, চতুৰ্থ সংখ্যাৰ পৰা পঞ্চম ভাগ, সপ্তম সংখ্যালৈকে ধাৰাবাহিকভাৱে প্ৰকাশিত বিদেশ ভ্ৰমণ বৃত্তান্তৰ ই প্ৰথমখন অসমীয়া ভ্ৰমণ সাহিত্য। অৱশ্যে আজিও এইখনি ভ্ৰমণ কাহিনী গ্ৰন্থ ৰূপত প্ৰকাশিত হোৱা নাই। প্ৰসংগক্ৰমে উল্লেখ কৰা হৈছে যে গ্ৰন্থাকাৰে প্ৰকাশিত প্ৰথম অসমীয়া ভ্ৰমণ সাহিত্যখনি হৈছে জ্ঞানদাভিৰাম বৰুৱাৰ 'বিলাতৰ চিঠি' (১৯৩৯ খ্ৰীঃ)[২]। আমাৰ আলোচনা 'ব্ৰহ্মযাত্ৰীৰ ডায়েৰী'তে সীমাবদ্ধ ৰখা হৈছে।

প্ৰথম অসমীয়া বিদেশ ভ্ৰমণ টোকাৰে জাতীয় সাহিত্যৰ ভঁড়াল সমৃদ্ধ কৰা আনন্দ চন্দ্ৰ আগৰৱালা বৃত্তিত ব্ৰিটিছ 'পদানত' পুলিচ কৰ্মচাৰী আছিল যদিও জাতীয় সাহিত্যৰ এগৰাকী প্ৰতিপত্তিসম্পন্ন কবি আছিল। বিশেষভাৱে 'ভাঙনি কোঁৱৰ' বিভূষণপ্ৰাপ্ত কবিগৰাকীয়ে 'জীৱন-সংগীত', 'চহা আৰু পণ্ডিত', 'সুখৰ ঠাই' আদি কবিতা ইংৰাজী ভাষাৰ পৰা অসমীয়ালৈ অনুবাদ কৰি গৈছে মৌলিক কবিতাতকৈ কাব্যগুণসম্পন্ন ৰূপত। একমাত্ৰ কাব্য সংকলন 'জিলিকনি' (১৯২০) ৰ কবিতা গুচ্ছ অসমীয়া সাহিত্যৰ অনবদ্য সম্পদ। কলিকতাত এফ. এ. পঢ়ি থকা কালতে অ. ভা. উ. সা. সভা থূলত যোগদান কৰি ছাত্ৰাৱস্থাতে 'ধৰ্ম সংগীত' নামৰ গীতৰ পুথি প্ৰকাশ কৰা, 'জোনাকী'ৰ 'শ্ৰীহৰ্ষ' নামৰ লেখক আনন্দ চন্দ্ৰ আগৰৱালা কৰুণাভিৰাম বৰুৱাৰ শিশু আলোচনী "ল'ৰাবন্ধু" (১৮৮৮ খ্ৰীঃ)ৰো প্ৰধান সহযোগী আছিল।[৩]

আনন্দ চন্দ্ৰ আগৰৱালাই 'শ্ৰীহৰ্ষ' ছদ্মনামেৰে লিখা, 'জোনাকী'ৰ পঞ্চম ভাগ ঃ চতুৰ্থ সংখ্যাৰ পৰা প্ৰকাশিত 'ব্ৰহ্মযাত্ৰীৰ ডায়েৰী'ৰ আৰম্ভণিতে এই বিদেশ ভ্ৰমণৰ উদ্দেশ্য জ্ঞাপন কৰিছে এনেদৰে —"ভালেমান দিনৰ পৰা ব্ৰহ্মদেশ চাবৰ হেঁপাহ আছিল। অসমৰ বুৰঞ্জীৰ সৈতে ব্ৰহ্মদেশৰ বৰ সম্বন্ধ আছে। যি কুক্ষণত প্ৰথমে ব্ৰহ্মদেশৰ মানুহে অসমত ভৰিৰ ধূলা পেলালেহি সেই মুহূৰ্তৰ পৰাই অসমত শনিৰ উদয় হ'ল, অসমৰ ভাগ্যলক্ষ্মী চঞ্চলা হ'ল। ...যি মানুহ অসমত ওপজে, অসমীয়া গাঁৱত অসমীয়া আইৰ কোলাত ডাঙৰ হয় তাৰ স্বভাৱতঃ ব্ৰহ্মদেশ চাবলৈ এটা হেঁপাহ হয়। অসমীয়াই কেঁচুৱাৰ পৰা মাক-বাপেকৰ মুখেদি 'মান অনা ফুকনৰ' কথা, পিজৌ গাভৰু, ৰাজমাও দেউতা, ৰূপচিং, মিঙ্গিমাহা তিলোৱা বন্দুলা আৰু গাঁৰৰ জাঁকি ইত্যাদিৰ কথা শুনি

শুনি ডাঙৰ হয়। কেঁচুৱা ল'ৰাই কান্দিলে মাকে 'মান আহিছে' বুলি নিচুকায়। মানৰ অত্যাচাৰৰ কথা শুনি অসমীয়া ল'ৰাৰ অন্তৰত সৰুৰে পৰা প্ৰতিহিংসাৰ জুই ধোঁৱাবলৈ ধৰে আৰু যি মানৰ ভয়ত কিছুমান বছৰৰ পূৰ্বে স্নেহময়ী মাকে নিজৰ কোলাৰ সন্তানক দলিমাৰি পেলাই থৈ প্ৰাণ লৈ পলাইছিল, তেনেকুৰা ভয়ংকৰ মানক চাবলৈ মন বৰ উত্ৰাৱল হয়।" - ভ্ৰমণকাৰীগৰাকীয়ে 'আৰম্ভ' নামৰ আৰম্ভণিৰ এই দীঘলীয়া উদ্ধৃতিৰ কথাখিনিৰেই ভ্ৰমণৰ উদ্দেশ্য অৱগত কৰিছে।

আদিপৰ্বৰ অসমীয়া লেখকসকলৰ ইংৰাজ আনুগত্য-প্ৰীতি আছিল প্ৰবল। বৃত্তিসূত্ৰে শ্ৰীহৰ্ষৰো ব্ৰিটিছৰ প্ৰতি প্ৰভুভক্তিৰ নিদৰ্শন আৰম্ভণিতে পোৱা যায়। প্ৰথম কলমৰ শেষ বাক্যটো 'আমাৰ দেশ পৰমেশ্বৰৰ কৃপাত দয়ালু প্ৰজাৰঞ্জন ইংৰাজ গৱৰ্ণমেণ্টৰ হাতলৈ আহে আৰু চুকাফা ৰজাৰ বংশধৰসকলৰ ৰাজত্বৰ অন্ত পৰে।'

দয়ালু, প্ৰজাৰঞ্জন, ব্ৰিটিছভক্তি 'আৰম্ভ'ৰ অন্তিম কলমত মানদেশৰ বৰ্ণনাতো পৰিস্ফুট হৈছে এনেদৰে —

'...মানদেশত ইংৰাজৰ ৰেল-জাহাজ চলিছে আৰু বিজুলী-ডাকৰ তাঁৰ হৈছে। মানৰ ল'ৰাই বিশ্ববিদ্যালয়ৰ পৰীক্ষাত উঠি সুশিক্ষিত আৰু জ্ঞানী হৈছে আৰু বিলাত-আমেৰিকা প্ৰভৃতি ঠাইত বিদ্যাৰ মহলা দি আহিছে। আমাৰ দেশতকৈ ব্ৰহ্মদেশৰ শাসন প্ৰণালীও অনেক উন্নত হৈছে। শান্তি আৰু সুশাসন লাহে লাহে বিস্তৃত হৈছে।'

এই প্ৰসংগতে উল্লেখ কৰা হ'ল যে — শ্ৰীহৰ্ষৰ ব্ৰিটিছ-বন্দনা ভাৱাক্ৰান্ত এই ভ্ৰমণ সাহিত্যখনি 'ভ্ৰমণ সাহিত্য' হিচাপেই অন্বেষণ আৰু আলোচনা কৰা হ'ব।

ব্ৰহ্মযাত্ৰী 'শ্ৰীহৰ্ষ'ৰ ব্ৰহ্মদেশ যাত্ৰাৰ শুভাৰম্ভ হৈছে ১১ মাৰ্চ, ১৮৯৩ চনত আৰু একেটি বৰ্ষৰ ২২ মাৰ্চত ১২ দিনীয়া ভ্ৰমণ সামৰিছে যাত্ৰা আৰম্ভ কৰা কলিকতাৰ জাহাজঘাটতে। ১১ মাৰ্চত যাত্ৰাৰম্ভ কৰি ১৫ মাৰ্চত ৰেংগুন জাহাজঘাটত উঠালৈকে এই কালছোৱাৰ যাত্ৰাকালীন বৰ্ণনাত মানুহ (যাত্ৰী), সাগৰ, প্ৰকৃতি, চৰাই-চিৰিকটি, জাহাজৰ নিয়ম-নীতি, নানা সাজ-সজ্জা, খাদ্যাখাদ্য, সময় শৃংখল, চাহাব-মেমচাহাবৰ বহু বৰ্ণনাৰে ভ্ৰমণ বৃত্তান্ত সৰস কৰি তুলিছে। ভ্ৰমণ কাহিনীত যাত্ৰাপথৰ বিৱৰণেৰে আৰম্ভ কৰি মানদেশৰ



নানা বিষয়ৰ শিৰোনামভুক্ত বৰ্ণনাত যিকোনো পাঠকে লেখকৰ অনুসন্ধিৎসা, জিজ্ঞাসা আৰু বিদ্যায়তনিক সন্ধান লাভ কৰিব। ব্ৰহ্মদেশৰ নগৰৰ বৰ্ণনা (ৰেংগুনৰ), বাট-পথ, ঘৰ-দুৱাৰ, খাদ্যাভাস, সাজ-পোছাক, ব্যৱসায়-বাণিজ্য, জীৱন-জীৱিকা, শিক্ষা-সংস্কৃতি, ধৰ্ম, সংস্কাৰ, বিশ্বাস-পৰম্পৰা, কৃষি, প্ৰকৃতি, মুনিহ-তিৰোতা, যাতায়াত আদি সকলো দিশৰে আভাস এই চুটি ভ্ৰমণ কাহিনীত সামৰি দিব পৰাটোৱে গ্ৰন্থখনিৰ সফলতাকে সূচাইছে।

'শ্ৰীহৰ্ষ'ৰূপী আনন্দ চন্দ্ৰ আগৰৱালাই ব্ৰহ্মদেশলৈ যাত্ৰা আৰম্ভ কৰিছিল ১১ মাৰ্চ, ১৮৯৩ খ্ৰীঃত পুৱা ১১ বজাত 'পালিটানা' নামৰ জাহাজেৰে। কলিকতাৰ মেকিনন ঘাটৰ পৰা যাত্ৰা আৰম্ভ কৰি ভাগিৰথী নদীয়েদি গৈ বংগোপসাগৰ পাইছিলগৈ পিছদিনা - অৰ্থাৎ ১২ মাৰ্চৰ পুৱা ১০ বজাত। সাগৰত প্ৰৱেশ কৰি অভিভূত, উল্লাসিত হৈ পৰা পৰ্যটকগৰাকীৰ ভাষাত — "চকুৰ আগত যি পানীৰ ৰাজ্য দেখিলোঁ তাক নমবোঁ মানে পাহৰিব নোৱাৰিম। হেজাৰ হেজাৰ ঢৌ আৰু ফেনৰ থুপিৰে সৈতে সাগৰে গৰ্জিব লাগিছে। সাগৰৰ পানী নীল বৰণীয়া। ওপৰত অনন্ত নীলাকাশ, মাজে মাজে দুচপৰা-এচপৰা বগা বগা ডাৱৰে বাট হেৰোৱাই উৰি ফুৰিছে, তলত পাৰ-কুল নেদেখা নীল সমুদ্ৰ ...অকুল সমুদ্ৰ। যেনিয়ে চাই পঠিয়াওঁ কেৱল পানী — ঘোৰ নীল বৰণীয়া পানী, দেখিলে প্ৰথমতে ভয় লাগে। কালি সাগৰৰ পানী নীল দেখিছিলো; কিন্তু আজিৰ পানী ঘোৰ কৃষ্ণবৰ্ণ, — মহীৰ নিচিনা, সঁচাকৈয়ে আমাৰ মানুহে সাগৰক 'কলীয়া পানী' বোলে।" ..."সমুদ্ৰ কেতিয়াও স্থিৰ নহয়। সদাই সমুদ্ৰত ঢৌ থাকে, সদাই জাহাজ হেন্দুলি হেন্দুলি গৈ থাকে। সাগৰত বৰকৈ বতাহ বলে। পৰ্বতাকাৰ ঢৌবোৰে ভয়ংকৰ ৰূপে গৰ্জিবলৈ ধৰে। সেই ঢৌৰ আঘাতত জাহাজৰ হেন্দোলনি ইমান বেছি হয় যে যাত্ৰীসকলৰ মূৰ ঘূৰি যায়। অনেক যাত্ৰী অচেতনৰ নিচিনা হৈ কেইবাদিনলৈকে পৰি থাকে, একোকে খাব নোৱাৰে। অনেকে আকৌ হোলোক হোলোক বঁতিয়াবলৈ ধৰে। সমুদ্ৰযাত্ৰীসকলৰ এনেকুৱা অৱস্থাকে Sea-Sickness বা 'সমুদ্ৰ ব্যাধি' বোলে" — এনেধৰণেই সাগৰ যাত্ৰাকালৰ বৰ্ণনা দিছে। ১৫ মাৰ্চত মানদেশৰ ঐৰাৱতী নদী আৰু সাগৰৰ সংগমস্থলীত উপস্থিত হৈ অনুভৱ ব্যক্ত কৰিছে — '...আজি চৰাইৰ মাতে আহি টোপনিৰ পৰা জগালেহি। বৰ উলাহেৰে উঠি খিৰিকি দুৱাৰেদি মুখ উলিয়াই অনেক সামুদ্ৰিক চৰাই দেখি জানিলোঁ ব্ৰহ্মদেশৰ ওচৰ চাপিছোঁ' ...'য'ত ঐৰাৱতী

নৈ সাগৰেৰে মিলিছে সেইখিনিতে সাগৰৰ পাৰত থাকিবলৈ ভাল পায় হ'বলা। সেই দেখিয়েই, বোধকৰোঁ তাহানিৰ শ্ৰীৰামচন্দ্ৰই লংকাৰ সেতু বান্ধিবলৈ সাগৰৰ পাৰত অসংখ্য বান্দৰ পাইছিল।"

পৰ্যটক আগৰৱালাদেৱৰ ব্ৰহ্মদেশ ভ্ৰমণৰ প্ৰবল ধাউতি আছিল বিশেষতঃ অসম দেশক তিনিবাৰকৈ আক্ৰমণ কৰি অতি নৃশংস-বৰ্বৰতাৰে যি ইতিহাস কলংকিত মানৰ ৰাক্ষসৰ পৰিচয় দিছিল সেই মানসকলৰ দেশত গৈ তেওঁলোকক স্বচক্ষে সন্ধান কৰা।

'ব্ৰহ্মযাত্ৰীৰ ডায়েৰী'ৰ পাতত অধিক গুৰুত্বসহকাৰে পৰিলক্ষিত হোৱা কথাটো হৈছে — অভিযাত্ৰীৰ প্ৰাথমিক অনুসন্ধান ব্ৰহ্মদেশৰ মানুহ। মান মুনিহ-তিৰোতাৰ স্বভাৱ, বৈশিষ্ট্য বৰ্ণনা কৰিছে। 'মান - তিৰোতা' নামৰ অধ্যায়ত লিখিছে — 'মান তিৰুতাবিলাকৰ গাৰ বৰণ প্ৰায় কেঁচা সোণৰ নিচিনা, ...তিৰুতাবিলাকৰ মুখত বৰ গঢ় নাই। চুলিৰ খোপাটো আমাৰ দেশৰ তিৰুতাৰ দৰে পাছ পিনে নেবান্ধি মূৰৰ ওপৰত বান্ধে। ওখই ডাঙ্গৰে সিহঁত আমাৰ দেশৰ তিৰুতাৰ নিচিনাই।'

তিৰোতাৰ সাজপাৰৰ বৰ্ণনা দিছে এনেদৰে —

'প্ৰত্যেক মান তিৰুতাই কঁকাললৈকে পৰা একোটা কুৰ্ত্তা চোলা পিন্ধে। সেই কুৰ্ত্তাৰ ওপৰত ৰিহা বা আন কাপোৰ নলয়। মেখেলাৰ নিচিনাকৈ সিহঁতেও কাপোৰ একোডোখৰ পিন্ধে; কিন্তু আমাৰ অসমীয়া মেখেলাৰ দৰে সেই কাপোৰ সি নলয়, - নিসিয়াকৈ এনেয়ে মেৰাই পিন্ধে। ডিঙ্গিত সিহঁতে একোখন ৰুমাল পেলাই লয় আৰু ভৰিত একোজোৰ চটি জোতা পিন্ধে। সেই চটি জোতা দেখিবলৈ কিছু পৰিমাণে আমাৰ দেশৰ ফানতিৰ নিচিনা। মান তিৰুতাই মুখৰ পৰা ধঁপাতৰ চেলেউ, হাতৰ পৰা ছাটি, ভৰিৰ পৰা চটি জোতা প্ৰায় নুগুচায়।'

মান তিৰোতাৰ কৰ্মমুখিতাৰ বৰ্ণনা দিছে এনেদৰে —

"মান তিৰুতা বৰ পৰিশ্ৰমী। সিহঁতে ঘৰুৱা সকলো কামকে কৰে। তাৰ বাহিৰেও নিজে দোকান দিয়ে আৰু বজাৰতো বস্তুৰ বেহা কৰে। আমি যাক 'স্ত্ৰী-স্বাধীনতা' বোলো সেই বস্তুটি সিহঁতৰ ভিতৰত খুব আছে।"

মান দেশত স্ত্ৰী শিক্ষাৰ বৰ্ণনা দি কৈছে —

'...ব্ৰহ্মদেশত স্ত্ৰী শিক্ষাৰ সোঁত বৰকৈ ববৰ আগন্তুক হৈছে।'... "কেমেণ্ডাইন গাৰ্ল-স্কুল' নামে ৰেঙ্গনত এক প্ৰসিদ্ধ ছোৱালী পঢ়াশালি আছে।



আমি আমাৰ হোটেলৰ আগেদি সাৰী সাৰীকৈ পঢ়াশালিৰ ছোৱালীবোৰক নিয়া দেখিলোঁ।"

আমাৰ দেশৰ স্ত্ৰী শিক্ষাৰ নিঃকিন চিত্ৰখন মান দেশৰ সৈতে এটি আক্ষেপ ভৰা তুলনা কৰিছে — 'আজি উনৈশ শতিকাৰ জ্ঞান-বিজ্ঞানৰ পোহৰত জগতৰ প্ৰায় সকলো দেশ জিলিকি উঠিছে। কিন্তু বৰ দুখৰ বিষয় যে আমাৰ দেশৰ হেজাৰ হেজাৰ তিৰুতাবিলাক আজিলৈকে অজ্ঞানৰ এন্ধাৰত পৰি থাকিল, তাতোকৈ দুখৰ বিষয় এই যে আগলৈ উঠি অহা কুমলীয়া ছোৱালীবিলাকৰো শিক্ষাৰ একো ভাল দিহা হোৱা নাই। শ্ৰীহট্ট অকলৈ এখন জিলা হৈও স্ত্ৰী শিক্ষাৰ নিমিত্তে যি কৰিছে, আমাৰ অসমৰ উপত্যকাৰ ৬খন জিলাইও তাৰৰ এশ ভাগৰ এভাগো কৰিব পৰা নাই। শ্ৰীহট্ট সন্মিলনীৰ নিচিনা সভা নো আমাৰ অসমত হ'ব নোৱাৰে নে?'

মান সমাজত স্ত্ৰী-স্বাধীনতা পূৰামাত্ৰাই আছে, শিক্ষাৰ ক্ষেত্ৰতো আগবাঢ়িছে — অথচ মান সমাজত নাৰীৰ দুৰ্যোগ-দুৰ্ভোগৰ অন্ত নাই, মান দেশতো নাৰী পণ্যদ্ৰব্যৰ দৰেই। এক অৰ্থত ভোগ্য সামগ্ৰী। মান সমাজৰ বিবাহ পদ্ধতিত থকা শিথিলতাৰ বাবেই এনে অৱস্থা হোৱাৰ সম্ভাৱনা। মান বিবাহ প্ৰণালীত আছে —

'মানহঁতে এজনীতকৈ বেছি তিৰুতা নেৰাখে; কিন্তু বেটী বুলি অনেকক ৰাখে। বিবাহৰ বন্ধনৰ নিয়ম শকত নহয়। ডেকা-গাভৰু দুয়োৰে বিবাহৰ ইচ্ছা হ'লে, (কিন্তু মাক বাপেকৰ অনিচ্ছা হ'লে) দুয়ো পলাই গৈ কিছুদিন হাবিত থাকে; তাৰ পিছত ইফালে দৰা আৰু কন্যাৰ মাক-বাপেকৰ মাজত মিল হ'লেই, দুয়ো হাবিৰ পৰা ওলাই আহি স্বামী-স্ত্ৰীভাৱে বাস কৰেহি, আৰু বিবাহৰ বাবে এটি ভোজ দিয়েহি।'

মান দেশৰ বিবাহ প্ৰণালীৰ শিথিলতাৰ সুযোগত মান নাৰীয়ে বঞ্চনা-দুৰ্ভোগ ভুগিব লগাৰ উপৰি সামাজিক শৃংখলাহীনতাৰ সৃষ্টি হৈছে এনেদৰে —

"...সকলো বিদেশী মানুহেই সেই দেশত কাম বা বেপাৰ কৰিবলৈ গৈ এজনী বা দুজনীকৈ মান তিৰুতা ৰাখিছে। মাদ্ৰাজৰ ফালৰ মুছলমানবিলাক আৰু ইংৰাজবিলাক এই বিষয়ত অগ্ৰণী বুলি আমি শুনিবলৈ পালোঁ। বৰ দুখৰ বিষয় যে অনেক সুসভ্য ইংৰাজে গাইপতি এজনী বা দুজনীকৈ মান তিৰোতা ৰাখি, সেই তিৰুতাৰ গৰ্ভত দুটি বা এটি ল'ৰা-ছোৱালী হ'লেই তাইক এৰি

পেলায়। এইদৰে এৰা তিৰুতাৰ সংখ্যা অনেক বাঢ়িছে; তাৰ লগে লগে জহৰা ল'ৰা মাউৰা সন্তানে, 'বে ওৱাৰিছ' পুত্ৰ কন্যাৰ সংখ্যাও অনেক বাঢ়িছে।"

ভ্ৰমণ কাহিনীখনত মান তিৰোতাৰ বিষয়ে দীঘলীয়া বৰ্ণনা দিয়াৰ বিপৰীতে মান মুনিহৰ বৰ্ণনা তেনেই সংক্ষিপ্ত — 'মান মুনিহবিলাক দেখিবলৈ প্ৰায় আমাৰ দেশৰ আহোমবিলাকৰ নিচিনা। সিহঁতৰ নাক চেপেটা, চকু সৰু, দাড়ি সমূলঞ্চে নাই, গোফ দুডাল এডাল কোনো কোনোটোৰ কদাচিত দেখিবলৈ পোৱা যায়। মুছলমানৰ নিচিনাকৈ সিহঁতে পোন্ধ নমৰাকৈ চুৰীয়া পিন্ধে। মান দেশৰ সকলো মুনিহ মানুহে মূৰত এখন ৰুমাল মেৰাই লয় আৰু ভৰিত ফানতিৰ নিচিনা চটি জোতা পিন্ধে। মানুহবিলাক, কিছু এলেহুৱা হ'লেও সাহীয়াল। ... (স্বাধীনতাৰ তপত তেজ সিহঁতৰ এতিয়াও একেবাৰে চেঁচা পৰা নাই।) আমাৰ দেশৰ গাঁৱলীয়া মানুহে চাহাব এটা দেখিলে ভয়ত বিতং (?) হয়। কিন্তু মান মানুহৰ ওচৰেদি চাহাব দহোটা গলেও সিহঁতৰ দৃক্‌পাট নাই।'

মান দেশৰ প্ৰধান ধৰ্ম বৌদ্ধ। ধৰ্মমতৰ দৰেই মান দেশত - 'জাতিভেদ, নাই; কিন্তু মৰ্যাদাভেদ খুব আছে। মানৰ ধৰ্ম মতে একো জীৱ-জন্তু বধ কৰিব নেপায়। ... কিন্তু আন মানুহে জীয়া জন্তু মাৰি দিলে, মানহঁতে গৰু আদি সকলোকে খায়। ++ ফুঙ্গি[8] (বৌদ্ধ ধৰ্মৰ পুৰুহিত)বিলাকে দিনটোত এসাজ মাথোন খায়, সিবিলাক তিৰুতা মানুহৰ মুখলৈ চাব নেপায়, বস্তু বেচা কিনা নকৰে, ধনো নলয় আৰু অকল হালধীয়া কাপোৰহে লয়।

ভ্ৰমণ কাহিনীখনত 'ব্ৰহ্মা' ধৰ্মৰ অন্য অংগ 'সংস্কাৰ'ৰো কিছু আভাস উল্লেখ কৰিছে। তাৰ ভিতৰত 'শৱ সৎকাৰ'ৰ বিষয়ে এনেদৰে লিখিছে — '... এই শৱ সৎকাৰ চাবলগীয়া বস্তু। প্ৰথমতে এখন গৰুৰ গাড়ীত বহি কেইজনমান মানুহে পেঁপা আৰু বাজনা বজাই বজাই গৈ থাকে। তাৰ পিছত ক্ৰমাগত ৫/৬ খন গৰুৰ গাড়ী যায়। এই গাড়ীবিলাক প্ৰতিখনতে অনেক হালধীয়া নিচান লগোৱা থাকে। তাৰ পিছত অনেক মুনিহ আৰু তিৰোতা খোজ কাঢ়ি যায়। মৰা শৱটোক চতুৰ্দ্দোলৰ নিচিনা অতি সুন্দৰকৈ সজোৱা, এখন দোলাত শুৱাই, গাত কাপোৰ দি ঢাকি কেবাটাও মানুহ কান্ধতকৈ নিয়ে। শৱৰ আগত পাটৰ কাপোৰৰ নিচিনা ঈষৎ হালধীয়া বৰণৰ কাপোৰ পিন্ধি কিছুমান 'ফুঙ্গি' গৈছিল। ...চতুৰ্দ্দোলৰ ওপৰত নিয়া শৱটোৰ পিছত ঘোঁৰাৰ গাড়ীত উঠি ভদ্ৰ শ্ৰেণীৰ মুনিহ আৰু তিৰোতাবিলাক গৈছিল। শৱৰ ওচৰে



ওচৰে তাল আৰু পেঁপা বজাইছিল। বাজনা বৰ হৃদয় বিদাৰক। ... মৰা শৱ নিয়া চতুৰ্দ্দোলখন বৰ ধুনীয়া, ৰূপোৱালী আৰু সোণোৱালী বৰণৰ — ওপৰত এটি কলা-দিল আছে। মানহঁতে প্ৰায়ে শৱদাহ নকৰে; সিহঁতে মৈদাম সাজি পুতি থয়। কিন্তু বৰ ডাঙ্গৰ মানুহসকলৰ শৱদাহ কৰিবৰ নিয়ম আছে।'

ব্ৰহ্মদেশ ভ্ৰমণ কালত আনন্দ চন্দ্ৰ আগৰৱালাদেৱে ১৮৯৩ খ্ৰীঃৰ ১৭ মাৰ্চ তাৰিখে ৰেঙ্গুন নগৰৰ আশ্চৰ্য স্বৰূপ বাৰ্মিজ পেগডা, বাৰ্মিজ ভাষাত 'ফয়া' চাবলৈ গৈ কৈছে — 'ফয়া' নোচোৱাকৈ ৰেংগুন ভ্ৰমণ সম্পূৰ্ণ নহয় — ভাৰতৰ তাজমহলৰ দৰে অতি ৰমণীয় বস্তু হৈছে 'ফয়া'। 'ফয়া'ৰ অপূৰ্ব নিদৰ্শনৰ বৰ্ণনা দিছে এনেদৰে —

'... প্ৰৱেশ দুৱাৰৰ দুপিনে দুটা শিলেৰে সজা প্ৰকাণ্ড সিংহ মূৰ্ত্তি আছে, প্ৰথম মন্দিৰলৈ সোমাই দ্বিতীয় মন্দিৰলৈ সোমাব লাগে, দ্বিতীয় মন্দিৰৰ পৰা তৃতীয় মন্দিৰলৈ, তৃতীয়ৰ পৰা চতুৰ্থ; এইদৰে অনেক মন্দিৰ পাৰ হৈ ক্ৰমাগত ওপৰলৈ উঠি গৈ থাকিব লাগে; শেহত এখন বৰ ডাঙ্গৰ বৰ দীঘল, শিলৰ চোতাল পোৱা যায়, এই চোতালৰ চাৰিওফালে আকৌ সৰু সৰু মন্দিৰ, চোতালৰ ঠিক মাজত প্ৰধান পেগদাৰ সুবৰ্ণময় ঘৰ, চোতালত ঠিয় হৈ আমি গোটেইখন ৰেঙ্গুন নগৰৰ দৃশ্য দেখিবলৈ পালোঁ। পূৰ্বে কৈ অহা বাটৰ মন্দিৰবিলাকত সোণ আৰু ৰূপৰ অনেক কাৰুকাৰ্য কৰা আছে; কিন্তু প্ৰধান পেগডাৰ প্ৰায় গোটেই ঘৰটো সুবৰ্ণময়; এই ঘৰটিয়েই মানহঁতৰ প্ৰধান বৌদ্ধ মন্দিৰ'।

'ফয়া'ৰ বিষয়ে দিয়া বৰ্ণনাত পুথি-পাঁজি, পুৰোহিত, ধৰ্ম আচৰণৰ ৰীতি-নীতি আদিৰ দীঘলীয়া বিৱৰণ দিছে।

'ব্ৰহ্মযাত্ৰীৰ ডায়েৰী'ত ৰেঙ্গুন নগৰৰ আধুনিক জীৱন-যাত্ৰাৰ বিৱৰণত যাতায়ত, পথ, বাহন, জীৱন-জীৱিকা, শিল্প-অৰ্থনীতি, ব্যৱসায়-বাণিজ্য, শিক্ষা-সংস্কৃতিৰ সকলো দিশ সামৰিছে চমু ভ্ৰমণ কাহিনীখনত।

অন্য দুটিমান দিশ হৈছে — ব্ৰহ্মদেশৰ ৰেঙ্গুন নগৰত যিসকল প্ৰবাসী তাৰ ভিতৰত বঙালী সম্প্ৰদায়ৰ লোকৰ আধিক্য আছে — তাৰ ভিতৰতো বঙালী কেৰাণী দেখি লেখিছে — '... ব্ৰহ্মদেশত বহু বঙালী কেৰাণী আছে। কাবুলৰ পৰা ব্ৰহ্মলৈকে আৰু নেপালৰ পৰা লংকালৈকে এই ভূ-খণ্ডত বঙ্গালী কেৰাণী নোহোৱা ঠাই নাই। বঙালী কেৰাণীগিৰিকি ধন্যবাদ।'

বঙালীৰ উপৰি বহুত দক্ষিণ ভাৰতীয় লোকে মান দেশত নিগাজিকৈ বসবাস কৰি ব্যৱসায়- বাণিজ্য, চাকৰি আদি কৰি আছে।

দ্বিতীয়তে — প্ৰবাসী লোকৰ ভিতৰত ভাৰতকে ধৰি মান দেশ পৰ্যন্ত ব্ৰিটিছ সাম্ৰাজ্যবাদৰ ঔপনিবেশিক ভূমি হৈ পৰা এইসমূহ পৰাধীন ৰাষ্ট্ৰত বগা চাহাবৰ আধিক্য আৰু সেইসকলক ভাৰতীয় পদানত মানসিকতাৰ ব্ৰিটিছৰ প্ৰতি প্ৰভুভক্তি থকা চামে 'দেৱতা' জ্ঞান কৰাৰ আভাস লেখকৰ তুলিকাতো প্ৰতিফলিত হৈছে। মান দেশলৈ যাত্ৰা কৰা জাহাজখনৰ ভিতৰত যাত্ৰীৰূপে 'বগা' ব্ৰিটিছৰ গুণানুকীৰ্তন এই ভ্ৰমণ কাহিনীত এনেদৰে পোৱা যায় —

(১) 'টিফিনৰ ঘণ্টা পৰিল। খানা খোৱা টেবুলৰ দুয়োকাশে আহি চাহাব মেমবোৰ গিৰ্‌গিৰ্ কৰে বহিলহি। ... ডিনাৰ চাহাববিলাকৰ প্ৰধান খোৱা। চাহাব আৰু মেমবিলাকে সুন্দৰকৈ মূৰ আঁচুৰি ভাল নিকা কাপোৰ পিন্ধি খানা খাবলৈ বহিল। কাটা চামুচৰ কট্ কট্ শব্দ, বিলাতী পানীৰ ধুম্‌ধুমনি খুব শুনা গ'ল। চাহাববোৰৰ গিলাচবোৰ পৰ্ট ক্লেৰেট, চেম্পেন প্ৰভৃতিৰ নিমিত্তে নানা বৰণীয়া দেখা গ'ল।

(২) 'চাহাববিলাকৰ ভিতৰত প্ৰধান ভোজন তিনিবাৰ হয় ঃ ১ম দুপৰীয়া আমি ভাত খোৱাৰ সময়ত চাহাববোৰে যি খানা খায় তাকে (Breakfast) ব্ৰেকফাষ্ট বোলে; ২য় ১ বজাত চাহাববোৰে টিফিন খায়; ৩য় সন্ধ্যা লাগিলে ডিনাৰ খায়। এই ডিনাৰ সকলোবোৰ ভোজনতকৈ ডাঙৰ ভোজন। ইয়াৰ বাহিৰে আৰু তিনিবাৰ অলপ ভোজন হয় — ১ম, পুৱা শুই উঠাৰ পিছতে ছোট হাজিৰি; ২য় আবেলিৰ চাৰি বজাত, ৩য় ৰাতি শুবৰ সময়ত অলপ চাহ বা কফি ৰুটি কিংবা বিস্কুটেৰে সৈতে খায়।

(৩) (পূৰ্বে উল্লেখ কৰি অহা হৈছে) '... পৰমেশ্বৰৰ কৃপাত দয়ালু প্ৰজাৰঞ্জন ইংৰাজ গৱৰ্ণমেণ্টৰ হাতলৈ আহে;'

(৪) '... চাহাবে ৰেলিঙত আঁউজি ভাগীৰথীৰ ঢউ ধেমালী চাই আছে।'

(৫) '... ৰাতিপুৱা এই গা-ধোৱা ঘৰৰ দুৱাৰমুখত চাহাববিলাকে স্পঞ্জ



আৰু গামোছা লৈ গা-ধুবলৈ চাই থাকে...'

উল্লিখিত উক্তিবোৰ যথাৰ্থতে এই সাম্ৰাজ্যবাদী জাতিটোৰ প্ৰতি থকা ভাৰতীয় মানুহৰ ঔৎসুক্য, ভীতিবিহ্বলতাৰে প্ৰকাশক।

পৰ্যটকগৰাকীৰ এই ভ্ৰমণকাৰ্য ৰায় বাহাদুৰ গুণাভিৰাম বৰুৱাৰ উৎসাহত সফল হৈছিল যদিও লেখকে মৰণোত্তৰ কালতহে এই সাৰ্থকতা লভিবলৈ সক্ষম হয়। কৃতজ্ঞতা আৰু শ্ৰদ্ধাঞ্জলি স্বৰূপে 'ব্ৰহ্মযাত্ৰীৰ ডায়েৰী' ভ্ৰমণ কাহিনী সাহিত্যটি তেখেতৰ প্ৰতি উছৰ্গা কৰিছে। আধুনিক অসমীয়া ভ্ৰমণ সাহিত্যৰ বাটকটীয়া আনন্দ চন্দ্ৰ আগৰৱালাদেৱে তেখেতৰ ১২ দিনীয়া এই চুটি ভ্ৰমণ কালৰ বৃত্তান্ত লিখি অসমীয়া সাহিত্যক যে চহকী কৰিলে তাত সন্দেহ নাই। ভ্ৰমণ — শিক্ষাৰ এক এৰাব নোৱৰা অংগ, ই জ্ঞান লাভৰ এক মাধ্যম — তদুপৰি অন্য দেশ, জাতি আৰু তেনে স্থানৰ মানুহ আৰু সভ্যতা-সংস্কৃতিৰ বিষয়ে জনাৰ সুযোগ ভ্ৰমণ সাহিত্যত পোৱা যায়। আনন্দ চন্দ্ৰ আগৰৱালাদেৱে আজিৰ পৰা ১১৬ বছৰ পূৰ্বে ১৮৯০ খ্ৰীঃত অসমৰ শিহৰণকাৰী ইতিহাসৰ 'মান'হঁতৰ দেশ ভ্ৰমণ কৰি সেই দেশৰ মানুহ আৰু সংস্কৃতি তথা জীৱন পৰিক্ৰমাৰ যিখিনি বিৱৰণ দিলে সেয়া আজি ইতিহাস — আজি 'ৰামো নাই অযোধ্যাও নোহোৱা'ৰ দৰে তাহানিৰ ব্ৰহ্মদেশ আৰু আজিৰ ম্যানমাৰ অন্য এক ইতিহাস। গ্ৰন্থ হ'ল ইতিহাসৰ জীৱন্ত সাক্ষী— 'ব্ৰহ্মযাত্ৰীৰ ডায়েৰী'ৰ মূল্য তাতেই।

প্ৰসংগ-সূত্ৰ ঃ

১। নন্দ তালুকদাৰ, বিংশ শতাব্দীৰ অসমীয়া সাহিত্য, পৃ. ১৮৯।

২। তদীয়, ১৮৬৭, পৃ. ১৯০।

৩। মহেশ্বৰ নেওগ, অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃ. ২৭৪।

৪। 'ফুঙ্গি' বৌদ্ধ ধৰ্মৰ পুৰোহিত। ব্ৰহ্মযাত্ৰীৰ ডায়েৰীত ইয়াৰ বিশদ বৰ্ণনা আছে।

৫। সকলো উদ্ধৃতি ভ্ৰমণ কাহিনীখনৰ পৰা লিপ্যন্তৰ নকৰাকৈ একে ৰূপত ব্যৱহাৰ কৰা হৈছে।

# 'বাঁহী'ৰ পাতত জ্ঞানানন্দ জগতীৰ ভ্ৰমণ কাহিনী — মণিপুৰ যাত্ৰা

**ৰত্না দত্ত**

*"আলিৰ পৰা দেখা যায় তলেদি নৈ বাগৰি গৈছে, কিন্তু তালৈ নামিবৰ উপায় নাই। আলিৰ পৰা কেনেবাকৈ বাগৰি তললৈ সৰি পৰিব লাগিলে যে কি অৱস্থা হ'ব, পকা কঠালক সুধিলেহে বোধকৰোঁ ক'ব পাৰিব। তলত যে মুকলি, তেনেও নহয়। নানা ডাঙৰ সৰু গছেৰে পৰ্বতৰ গা আৰু তলডোখৰ আবৃত। এফালে এনে দ গাঁত। আনফালে ঠিক তাৰ বিপৰীত। তললৈ চালে একাষে গভীৰ খাদ, ওপৰলৈ চালে আনকাষে পাগুৰী সৰি পৰা ওখ পৰ্বত। আলিবাটেদি গৈ থকা ঘোৰাটোক আগফালৰ পৰা এটা বাঘে আৰু পাছফালৰ পৰা আন এটা বাঘে যদি ধৰিবলৈ যায়, তেনেহ'লে ঘোৰাটোৰ আৰু পলাবৰ কোনো বাট নেথাকে। হয় সি বৈ থাকিব লাগিব, নহয় জাপমাৰি কুৰুণ্ডত পৰি মৰিব লাগিব। এইটোৱেই মণিপুৰৰ আলি। এইখন পৰ্বতৰেই দেশ; ইয়াত ভৈয়াম একৰকম নাই বুলিলেই হয়। দুই দহ হাত ভৈয়াম ক'ৰবাত থাকিলেও, সেইবোৰ ঠাই বোধকৰো অস্বাস্থ্যকৰ বাবে বা আন কোনো কাৰণে, নগাবোৰ তাত নেথাকি পৰ্বতৰ ওপৰতহে ঘৰ সাজে। আৰু পৰ্বতৰ মাজৰ সৰু ঠাই বুলিলেই সি স্বভাৱতে ঘোপ মৰা।"* (বাঁহী ২য় বছৰ, ৭ম সংখ্যা)

এয়া জ্ঞানানন্দ জগতীৰ 'মণিপুৰ যাত্ৰা' নামৰ 'বাঁহী'ত ধাৰাবাহিকভাৱে প্ৰকাশিত ভ্ৰমণকাহিনীৰ অংশবিশেষ। সেয়া আছিল পৰাধীনতাৰ সময়, বৃটিছৰ সময়। তেতিয়াৰ কলিকতাত পঢ়িবলৈ যোৱা কিছুসংখ্যক অৱস্থাপন্ন মানুহৰ ঘৰৰ ডেকা ল'ৰা আৰু বিদেশলৈ উচ্চ শিক্ষাৰ্থে যোৱা দুই এজন ডাক্তৰৰ বাহিৰে অসমীয়া মানুহৰ ভ্ৰমণ স্পৃহাৰ কথা বিশেষ জনা নাযায়। বৃটিছেহে নিজৰ স্বাৰ্থত দেশৰ ইফালে-সিফালে হাবি বন ভাঙি বাট উলিয়াইছিল আৰু আমেৰিকান ব্যাপ্টিষ্ট মিশ্যনাৰীসকলে ইফালে সিফালে ঘূৰি পকি চাই ম'হ-



ডাঁহেৰে ভৰপুৰ অন্ধকাৰ, দুৰ্গম এলেকা একোটালৈকো যাত্ৰা কৰিছিল। অসমীয়া মধ্যবিত্তৰ ভ্ৰমণ আকাংক্ষা আছিল যদিও হয়তো মনৰ আশা মনতে মাৰ গৈছিল। তেনে এক পৰিবেশত 'ডিব্ৰুগড় জৰ্জ ইন্সটিটিউশ্যন' স্কুলৰ এগৰাকী শিক্ষক তুলসী প্ৰসাদ দত্তই সাধ্যানুসৰি দুই এঠাই ভ্ৰমণ কৰিছিল আৰু মণিপুৰ ভ্ৰমণৰ ৰসাল কাহিনী ওচৰৰ সৰু ঠাই ভ্ৰমণৰ সাধু বুলি সঙ্কুচিত নহৈ 'বাঁহী'ৰ পাতত লিখিছিল। তুলসী প্ৰসাদ দত্তৰ ছদ্মনাম হৈছে জ্ঞানানন্দ জগতী।

'মণিপুৰ যাত্ৰা'ৰ মাজলৈ সোমাই যোৱাৰ আগেয়ে জ্ঞানানন্দৰ এটি চমু পৰিচয় দাঙি ধৰাটো নিশ্চয় ভাল কথা হ'ব। তেওঁৰ ৰচনাৰাজি আজিও বিভিন্ন আলোচনীৰ পাততে সিঁচৰতি হৈ আছে। অৱশ্যে তেওঁ নিজা উদ্যোগতে কেইবাখনো কিতাপ প্ৰকাশ কৰিছিল; সেইবোৰৰ পুনৰ মুদ্ৰণ হৈ নাথাকিলেও অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি আগ্ৰহীসকলৰ মনৰ পৰা জ্ঞানানন্দৰ স্মৃতি একেবাৰে নোহোৱা হৈ যোৱা নাই। বিভিন্ন সময়ত লক্ষ্মীনাথ ফুকন, ডিম্বেশ্বৰ নেওগ, মহেশ্বৰ নেওগ, তীৰ্থনাথ শৰ্মা, যোগেন্দ্ৰ নাৰায়ণ ভূঞা প্ৰভৃতিয়ে বিভিন্ন প্ৰবন্ধত কৰা জ্ঞানানন্দ সম্পৰ্কীয় আলোচনা আৰু উল্লেখেই জ্ঞানানন্দৰ স্মৃতি জীপাল কৰিবৰ বাবে যথেষ্ট। ১৮৭২ চনৰ ১৪ নবেম্বৰত ডিব্ৰুগড় চহৰত তেওঁৰ জন্ম হয়। প্ৰথমে দুই এখন ৰচনা তুলসী প্ৰসাদ দত্ত নামেৰেই লিখিছিল; কিন্তু পিছলৈ 'জ্ঞানানন্দ জগতী' নামেৰেহে অলেখ প্ৰবন্ধ লিখিছে। তেওঁ যে এজন গম্ভীৰ, দাৰ্শনিকতাপূৰ্ণ প্ৰবন্ধ লেখকেই আছিল এনে নহয়, অভিজ্ঞতাভিত্তিক ৰসাল কাহিনী, যেনে - মোৰ বাইচাইকেল শিক্ষা আৰু গল্প, উপন্যাস। যেনে — সাধুকথাৰ জোলোঙা, পটেশ্বৰীৰ প্ৰথম চুমা, নদাই ফতুৱা আদিও ৰচনা কৰিছে। এজন কৃতী শিক্ষক হিচাপে তেওঁৰ স্বাক্ষৰ ৰৈ গৈছে ইংৰাজী ভাষা শিক্ষা সম্পৰ্কীয় খণ্ড খণ্ডকৈ প্ৰকাশিত তেওঁৰ গ্ৰন্থকেইখনত; কিন্তু যিসমূহ ৰচনাই অসমীয়া ভাষা-সাহিত্যৰ বিশাল জগতখনত তেওঁৰ এক বিশেষ স্থান নিৰ্ণিত কৰিছে, সেইসমূহ হৈছে আপোন মনৰ পৰা স্বতস্ফূৰ্ত ৰূপত নিগৰি ওলোৱা তুলনাবিহীন, ওজঃগুণসম্পন্ন প্ৰবন্ধৰাজি। সাহিত্যিক লক্ষ্মীনাথ ফুকনে এই প্ৰবন্ধৰাজি সম্পৰ্কে এনেদৰে মন্তব্য কৰিছে — "পঢ়ি গ'লো, ভাল বা বেয়া পালো আৰু গ'ল কথা গুচিল বুলি সামৰি থলো, তেনে বিধৰ নহয় এই ৰচনাখিনি। পঢ়োতে পঢ়োতে একোষাৰ কথাত ৰৈ যাব লাগে বৰ ঠিক কথা লিখিছে বুলি বা এয়া কি লিখিছে বুলি।" জ্ঞানানন্দৰ কেইবাখনো ৰচনা

সেইসময়ৰ স্কুলীয়া পাঠ্যপুথিত আৰু পিছলৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনৰ কলেজীয়া পাঠ্যপুথিত অন্তৰ্ভুক্ত হৈছে। সেই ৰচনা কেইখনলৈকে যদি মন কৰা যায়, দেখা যাব যে যি দুটা বিশেষ গুণৰ ওপৰত ভিত্তি কৰি স্কুল কলেজীয়া পাঠ্য যুগুত কৰা হয়, সেই দুটা গুণ - ভাষাৰ প্ৰাঞ্জলতা আৰু বিষয়বস্তুৰ দাৰ্শনিকতা - এই সমূহত বিদ্যমান। যেনে - 'গচকি যোৱা আৰু এফলীয়া হৈ যোৱা', 'কথা ক'ব জানা', 'মানুহৰ কুকুৰত্ব' ইত্যাদি।

এতিয়া আহোঁ 'মণিপুৰ যাত্ৰা'লৈ। 'মণিপুৰ যাত্ৰা' কৰিবলৈ যেতিয়া লেখক দুজনমান সংগীৰে সৈতে ওলাই গৈছে, তেতিয়া তেওঁ নাজানে সেই যাত্ৰাৰ বাট কোনটো অথবা সেইবাট সহজসাধ্য নে কষ্টসাধ্য। উত্তৰপূবৰ মণিপুৰ নামৰ ৰাজ্যখন যে চাবলৈ গৈছে, সেই সম্পৰ্কেহে তেওঁ নিশ্চিত। এনে কৰোতে গোটেই যাত্ৰা পথটোৱেই হৈ উঠিছে এক এডভেঞ্চাৰৰ কাহিনীৰ দৰে। নিজে তাৎপৰ্যপূৰ্ণ বুলি ভবা প্ৰায় প্ৰতিটো কথাৰ খুটি নাতি তেওঁ বৰ্ণনা কৰিছে। ৰচনাখন পঢ়িলে গম পোৱা যায় যে সেই সময়ত মানুহে গন্তব্যস্থান লাভ কৰাৰ আনন্দতকৈ অধিক উপভোগ কৰিছিল যাত্ৰাপথৰ অভিজ্ঞতাৰ সুখ-দুখ। এটা ঠেক পাহাৰীয়া বাটেদি তেওঁলোক আগবাঢ়িছে। প্ৰতি মুহূৰ্ততে বাগৰি পৰাৰ আশংকা। এটা ডাক বঙলা পোৱাৰ আগেয়ে এটা ভয়ংকৰ অন্ধকাৰ ৰাতি নিৰাপত্তাহীনভাৱে পাৰ কৰি আহিছে; তাকে দেখিলে সেইসময়ৰ মধ্যবিত্তীয় মানুহৰ ভ্ৰমণস্পৃহা সম্পৰ্কে অনুমান কৰিব পাৰি। বহুতৰে হয়তো সেই আকাংক্ষা পূৰ নহৈছিল; জ্ঞানানন্দই নিজৰ স্পৃহা পূৰ কৰিছিল —

> আৰু অলপদূৰ গৈ, আমি 'ঘাঁচ পানী' আড্ডা পালো। ইয়াত এটা ডাক-বঙলা আছে। গাড়ী আৰু আমাৰ আলহী-গৃহস্থ ইতিপূৰ্বেই এইখিনি পাইছিলহি। আমি ধীৰে সুস্থে অহাবাবে অলপ পাছত পালোহি। ইয়াৰ ডাক-বঙলাটো 'ফাৰ্ষ্টক্লাছ' ডাক-বঙলা। মণিপুৰৰ ডাক-বঙলা এটাইবোৰেই ফাৰ্ষ্টক্লাছ অৱশ্যে। কাৰণ এটাইবোৰ বঙলা শিলেৰে তৈয়াৰী। কম্পাউণ্ড ইত্যাদিয়ে সৈতে বন্দবস্তুও বৰ ভাল। প্ৰত্যেক ডাক-বঙলাৰ লগতে "মোচাফিৰ খানা" একোটাও থাকে। মোচাফিৰ খানা সাধাৰণ মানুহৰ নিমিত্তে। এই আড্ডাটো নিচেই চাপৰ পৰ্বত এটাৰ ওপৰত স্থাপিত। এই আড্ডাবোৰ মণিপুৰ ৰোডৰ "মৰুভূমিৰ ওৱেচিচ্"। বাটত ঘৰ এটি দেখিবলৈ নাই। আড্ডাত উপস্থিত হ'লে ঘৰত উপস্থিত হোৱা যেন লাগে। (বাঁহী - ২য় বছৰ, ৭ম সংখ্যা)



পৃথিৱী বিখ্যাত ভ্ৰমণ কাহিনীসমূহলৈ লক্ষ্য কৰিলে দেখা যায় যে লেখকে বৰ্ণনা কৰা ঠাইখন লেখকৰ নিজা দৃষ্টিৰেহে উদ্ভাসিত হয়। খ্যাতনামা ভ্ৰমণ কাহিনীবোৰ বহু পৰিমাণে ব্যক্তিনিষ্ঠ বুলিব পাৰি। এনেকৈ লেখকজনৰ ভাল-লগা, বেয়া-লগা, লেখকৰ মনোজগতখনে সেইবোৰ ভ্ৰমণ কাহিনীত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে। জ্ঞানানন্দৰ মনৰ জগতখন চাওক —

> কম্পাউণ্ডত লেচু, আহোম বগৰী প্ৰভৃতিৰ গছ আছিল। সেইবোৰত গুটিও লাগিছিল। ডাক-বঙলাৰ চাৰ্জত থকা গৰকাপ্তানীৰ মহৰীজন অসমীয়া হোৱা বাবে, তেওঁৰ লগত চিনাকী হৈ ল'বলৈ বেছি কষ্ট নহ'ল। তেওঁক সুধি আমি কেইটামান লেচু আৰু আহোম বগৰী পাৰি খালো। আহোম বগৰীবোৰ অমৃত যেন লাগিল। মাটিৰ গুণ নে আমাৰ অৱস্থাৰ গুণ? প্ৰথম সঙ্গীজনে বাটত খাবলৈ কেইটামান পকেটটো ভৰালে। মইও আহোম বগৰী দুটা কি এটা পকেটত ভৰাবৰ লোভ সম্বৰণ কৰিব নোৱাৰিলোঁ। কিন্তু মহৰীজনক বিপদত পেলাবৰ ভয়ত বেছি লোৱা নহ'ল। অতি কষ্টেৰেহে মনটোক সংযমৰ ভিতৰলৈ আনিব পৰা গৈছিল। (২য় বছৰ, ৭ম সংখ্যা)

সেই সময়ত আমাৰ দেশত বৃটিছৰ ৰাজত্ব চলিছিল। 'বাঁহী'য়ে বিভিন্ন সময়ত ভাৰত সম্ৰাটলৈ আনুষ্ঠানিক আনুগত্য প্ৰদৰ্শন কৰিছিল। সেই সময়তো ৰাজশক্তিৰ সহনীয়তাৰ যাত্ৰাটোৰ উমান পোৱা যায়। যেনে, ৰজা সপ্তম এড্ৱাৰ্ডৰ মৃত্যুৰ পাছত নতুনকৈ ৰজা হৈছে পঞ্চম জৰ্জ। 'বাঁহী'য়ে তেওঁৰ প্ৰতি আনুগত্য প্ৰকাশ কৰিছে এনেদৰে — "আমাৰ নতুন ৰজা সম্ৰাট পঞ্চম জৰ্জ। আমি অতি আনন্দেৰে তেওঁৰ প্ৰতি আমাৰ ৰাজভক্তি দেখুৱাওঁ। বিশ্বব্ৰহ্মাণ্ডৰ সম্ৰাট পৰমেশ্বৰে তেওঁক দীৰ্ঘায়ু কৰক, আমাৰ এই প্ৰাৰ্থনা" (১ম বছৰ, ৭ম সংখ্যা)। জ্ঞানানন্দৰো ইংৰাজৰ প্ৰতি অচলা ভক্তি নহ'লেও কৃতজ্ঞতাৰ ভাব মণিপুৰৰ যাত্ৰাপথৰ বৰ্ণনাত পোৱা যায় এনেদৰে — "আমি এতিয়া খাছ নগাৰ দেশত। কিন্তু ধন্য ইংৰাজৰ মহিমা! আমাৰ কোনো ভয়ৰ কাৰণ নাই! মণিপুৰৰ নিৰ্জন আলিত আমাৰ লেখিয়া নিৰস্ত্ৰ বাটৰুৱাকিটাক নগাই মাৰি এটা কুৰুণ্ডত পেলাই দিলে নো কোনে তাৰ তত্ত্ব পায়? কিন্তু ইংৰাজৰ নামৰ ইমান মহিমা যে ..." (২য় বছৰ, ৭ম সংখ্যা)

নিজান বাটেৰে কেইজনমান বন্ধু মণিপুৰলৈ গৈছে। প্ৰথমছোৱা পথ তেওঁলোকে ৰেলেৰে, ফেৰীৰে গ'ল। তাৰ পাছত তেওঁলোকে আৰম্ভ কৰিছে এক অচিন অজান পথেৰে পদযাত্ৰা —

আমাৰ এই সময়ৰ মানসিক অৱস্থা ইমান দিনৰ পাছত এতিয়া সঠিককৈ বৰ্ণনা কৰিবলৈ চেষ্টা কৰা মিছা। অকল কল্পনাৰ বলেৰে জহত জাৰৰ ভাব আৰু জাৰত জহৰ ভাবটো সঠিককৈ উপলব্ধি কৰিবৰ শক্তি কেইজনৰ আছে? যেইহক, বাঘৰ গোজৰণি শুনি আমি খোজেপতি বিপদৰ আশঙ্কা কৰিবলৈ ধৰিলো। এটা দুটা গোজৰ মাৰি যদি বাঘটো মনে মনে থাকিলহেঁতেন তেওঁ এটা কথা। কিন্তু ই কি? গোজৰৰ লানি নিছিগাই হ'ল! আমি নিঃশব্দে খোজকাঢ়ি খুব বেগাই আগবাঢ়িবলৈ ধৰিলোঁ। এবাৰ ফুচফুচাই প্ৰথম সঙ্গীজনক লানি নিছিগা গোজৰৰ বিষয়ে কিবা কথা এষাৰ ক'লো। তেওঁ পেটত (?) ৰাম নাম জপ কৰি নিঃশব্দে আগবাঢ়িবলৈ উপদেশ দিলে। সেইদিনাখন অমাৱস্যা আছিল নে নাই ক'ব নোৱাৰোঁ; কিন্তু 'সূচীভেদ্য অন্ধকাৰ' আদি ঘোৰ এন্ধাৰৰ যতবোৰ কবিয়ে কৰা বৰ্ণনা কিতাপত পঢ়িছিলো তাৰ এটাইবোৰ সত্যতা সেইদিনাখনৰ পৰা পাহৰিব নোৱাৰাকৈ উপলব্ধি কৰিলোঁ। খোজেপতি গছৰ জোপাটোকে হাতী বুলি ভ্ৰম হ'বলৈ ধৰিলে। আৰু খোজেপতি ৰৈ ৰৈ অতি সাৱধানে আগবাঢ়িবলৈ ধৰিলোহক — আমাৰ কাল্পনিক হাতীও ৰৈ থাকে আমিও ৰৈ থাকো, পাছত ভ্ৰম ভাগিলে আকৌ আগবাঢ়ো। এইদৰে ঘোৰ বিপদাশঙ্কাৰ ভিতৰতো মাজে মাজে হাঁহিৰ জিলিকনিয়ে পোহৰ দি যাবলৈ ধৰিলে। (২য় বছৰ, ৫ম সংখ্যা)

এনেদৰে ৰসাল বৰ্ণনাৰ মাজেৰে আগবাঢ়িছে জ্ঞানানন্দৰ 'মণিপুৰ যাত্ৰা'। মাজে মাজে ভাব হয়, চমু বাট লওঁ বুলি তেওঁলোকে এনেদৰে যি বিপদ আৰু অন্ধকাৰৰ মাজত সোমাই পৰিল, সেই বিপদৰ পৰা তেওঁলোকে সোনকালে পৰিত্ৰাণ পাওক। এনেতে এটা আশাব্যঞ্জক ঘটনা ঘটিল। ডাক-বঙলা এটিত তেওঁলোকে এজন অভিজাত, উদাৰ হৃদয়, চিনাকি মানুহ লগ পালে। এই মানুহজনে তেওঁলোকৰ পিছৰছোৱা যাত্ৰা কিছু সহজ কৰি তুলিলে। তেওঁলোকে



নিৰাপদ অনুভৱ কৰিলে, হেঁপাহ পলুৱাই ভোজন কৰিলে আৰু ভাগৰ পলুৱাই টোপনি গ'ল। অন্যথা তেওঁলোকৰ অৱস্থাটো হৈ উঠিছিল যথেষ্ট পুতৌজনক। তেওঁলোকে ভুল বাট ধৰিছিল —

আমি আগবাঢ়িবলৈ ধৰিলোঁ। পৰস্পৰে পৰস্পৰতকৈ আগ হৈ থকাৰ চেষ্টা চলি থকা বাবে আমাৰ একৰকম লৰি যোৱা হে হৈছিল। ডাৱৰীয়া নিশা সত্বেও আমি ঘামিবলৈ ধৰিলো আৰু পিয়াহত আমাৰ ডিঙি শুকাই যাবলৈ ধৰিলে। আমি বৰ ভাগৰিলো। যেই হক, ভালেমানপৰ খোজকাঢ়ি যোৱাৰ পাছত বাঘৰ মাত ক্ৰমে দূৰণীয়া হৈ পৰিল। কিন্তু বাঘৰ মাত দূৰণীয়া হ'লে কি হ'ব? হাতীয়ে ডাল ভঙাৰ শব্দ পূৰা মাত্ৰাত চলি আছে। ভাগৰ যেতিয়া বৰ বেছি হ'ল তেতিয়া ভয় বহুত পৰিমাণে কমি গ'ল। কিবা দুঃসাহৰ (desparate) ভাব এটাই আহি ভয়ৰ ঠাই অধিকাৰ কৰি ল'লেহি। কিন্তু আমি খোজকঢ়া বন্ধ নকৰিলোঁ। ভালেমান পৰ যাবৰ পাছত ঠাই ডোখৰ অলপ মুকলিমুৱা মুকলিমুৱা যেন লাগিল। দূৰৈত মানুহৰ মাতো শুনা যেন লাগিল।... (২য় বছৰ, ৫ম সংখ্যা)

ভ্ৰমণ কাহিনীৰ এটা উপযোগিতাবাদী মূল্যও থাকে। আজিৰ পাঠকৰ কাৰণে জ্ঞানানন্দৰ মণিপুৰ যাত্ৰাৰ এনে কোনো উপযোগিতাবাদী মূল্য নাই নিশ্চয়। আজিৰ 'কনডাক্টেট ট্যুৰ' কৰাৰ যুগততো 'মণিপুৰ যাত্ৰা'ৰ উপযোগিতা শূন্য বুলিব পাৰি। অথচ এই তাত্ত্বিক, ৰসিক লেখকজনৰ জীৱন সম্পৰ্কীয়, মানুহ সম্পৰ্কীয় একোটা মন্তব্যই এই যাত্ৰা কাহিনীটোত ভুমুকি মাৰি কাহিনীটোক এনে ৰসাল কৰি তুলিছে যে এবাৰ হাতত তুলি ল'লে শেষ নকৰাকৈ সামৰিব নোৱাৰি।

বাটতে এজন চাহাবক লগ পালো। তেওঁ ঘোঁৰাত উঠি কহিমাৰ ফালৰ পৰা অতি লাহে লাহে আহি আছিল। তেওঁৰ চাগৈ নিজৰ দূৰণিৰ জন্মভূমিৰ পৰ্বতীয়া ঠাইবোৰলৈ মনত পৰিছিল। কিয়নো, তেওঁক দৃশ্য চাই চাই বৰ চিন্তাশীল ভাবেৰে অহা দেখা গ'ল।... আমি ইতিপূৰ্বেই বুজি পাইছিলো এই প্ৰদেশত চাহাব দেখিলেই ছাতি বন্ধ কৰাৰ আৰু চেলাম কৰাৰ নিয়ম। পৰ্বতীয়া জাতিবোৰক ভদ্ৰতা শিক্ষা দিবৰ নিমিত্তে এইটো নিয়ম কৰা হৈছে বুলি

শুনিছিলোঁ। (২য় বছৰ, ৮ম সংখ্যা)

তেওঁলোকে প্ৰায়ে গৰু গাড়ীৰে আৰু খোজকাঢ়ি বাট বুলিছে — চাহ খাই আটায়েই আমি খোজ ললোঁ। পিকিমাৰ পৰা 'জুজা' আৰু 'কহিমা' বেছি দেখা যায়। দেখোতে নিচেই ওচৰ যেন দেখি কিন্তু বাটটো অকাই পকাই যোৱা বাবে ইয়াৰ পৰা কহিমালৈ আন্দাজ ২৫/২৬ মাইলৰ কম নহ'ব।... অলপ অলপ আঁতৰেদি পৰ্বতৰ ওপৰৰ পৰা নিৰ্মল পানীৰ সৰু সৰু সোঁত বাগৰি আহি আলিত পৰিছেহি। বাটৰুৱা মানুহে সেই সোঁতবোৰৰ বাটত ফলা বাঁহ বা ঠৰঙা গছৰ পাত গুজি দি পানী খাবৰ সুবিধা কৰি থৈছে। মণিপুৰৰ গোটেইটো বাটতে এনে স্বাভাৱিক 'পানীৰ কল' বৰ্ত্তমান। আমাৰ পিয়াহ লাগিলেই এইবোৰ স্বাভাৱিক 'কল' হাতৰ ওচৰতে পাওঁ।... (২য় বছৰ, ৮ম সংখ্যা)

পিকিমা, কহিমা আদি একোখন চহৰৰ বৰ্ণনাত সংৰক্ষিত হৈ আছে বৃটিছ শাসিত মণিপুৰৰ একোখন চিত্ৰ। যেনে —

কহিমা এক ৰকমে অলপ ডাঙৰ ঠাইয়েই। নগা পাহাৰ জিলাৰ ভিতৰত এইয়েই প্ৰধান ঠাই। ইয়াত "কেছাৰি" আছে কিন্তু উকিল মুক্তিয়াৰ নাই। আমোলা মহৰীৰ সৰহভাগেই অসমীয়া। প'ষ্ট অফিচ, টেলিগ্ৰাফ অফিচ প্ৰভৃতিৰ কৰ্মচাৰীবিলাকহে বঙালী। মাইনৰ স্কুলও আছে। নগা ল'ৰা গোটাচেৰেকেও তাত পঢ়িছে। ঠাইখন সমভূমি নহয়। বৰ ওখ চাপৰ। সৰহভাগ আদিবাসীয়েই হয় চিপাহী নহয় নামকটা চিপাহী। ওচৰত নগা গাৱোঁ আছে; দুই চাৰিখন কেএগুগোলাও আছে। (২য় বছৰ, ৮ম সংখ্যা)

মনকৰিবলগীয়া যে য'তেই ৰাতিৰ আন্ধাৰ নামি আহিছিল আৰু নিজান হৈ আহিছিল তাতেই দলটোৱে আন নহ'লেও এখন কেএগুগোলাৰ সন্ধান কৰিছিল। কেএগুগোলাৰ আভাস পালেই গম পাইছিল, ওচৰত পাতল জনবসতি আছে।

একোখন ঠাইৰ ডাকবঙলা বা তেনে ঠাইত এৰাতি বৈ তেওঁলোকে ঠাইখন ভালকৈ ঘূৰি পকি চায়। বৃটিছ শাসিত মণিপুৰত চাহাবৰ অস্তিত্ব পুনৰ পুনৰবাৰ অনুভৱ কৰে —



কহিমা সেনানিবাসৰ বাহিৰে আন একোৱেই নহয়। আমি এটা বাটেদি আহি আছো, আমাৰ ছাতি খোলা আছিল। কিয়নো বৰ ৰ'দ। এনেতে ওখ ঠাই এডোখৰৰ পৰা পহৰা দি থকা গোৰ্খালী চিপাহী এটাই "ছাতা বন্ধকৰ" "ছাতা বন্ধকৰ" বুলি চিঞৰিবলৈ ধৰিলে। আমি প্ৰথমতে কি কৈছে বুজিব নোৱাৰি অলপপৰ ছাতি নজপোৱাকৈ আছিলো। চিপাহীটো একেবাৰে নাচিবাগি উঠিল। এটা চিপাহী লৰি আমাৰ ফাললৈ নামি আহিবলৈ ধৰিলে। ... আমি দেখিবলৈ পালো সেই ঠাইত ওখত এডাল নিচান উৰিছে, সম্ভৱতঃ বৃটিছ ৰাজপতাকা। (২য় বছৰ, ৮ম সংখ্যা)

হয়, তেওঁলোকে ছাতি জপালে। এফালে আছিল বৃটিছৰ শাসন; আনফালে আমাৰ মানুহৰ মাজত সাংঘাটিক জাত-বিচাৰ। আনহাতে পৰ্বতীয়া মানুহৰ প্ৰতি লেখকৰ প্ৰশংসাসূচক দৃষ্টিভংগী। যেনে —

আমি যাবলৈ ধৰিলো। তিনিজন মানুহ এখন গৰুৰ গাড়ীত উঠি যোৱা বৰ সুখকৰ নহয়। কিন্তু সুখ সুবিধাতকৈ খৰচলৈহে আমাৰ বেছি দৃষ্টি আছিল। আমি পূৱমুৱা হৈ যাবলৈ ধৰিলো। আমাৰ আলিটো কহিমাৰ সৰহভাগ ঠাইতকৈ ওখ। কাজেই প্ৰায় গোটেইখন কহিমা এখন পটৰদৰে আমাৰ চকুৰ আগত প্ৰসাৰিত হৈছিল। ... গাড়ীত বহি ভাল নলগাত আমি খোজ কাঢ়ি যাবলৈ ধৰিলো। প্ৰায় ডেৰ দুই মাইল মানলৈকে ওৰেবাট সেনা বিভাগৰ গোৰ্খালী মতা মাইকীবিলাকক লগ পাই যাবলৈ ধৰিলো। সিহঁত এই পৰ্বতীয়া ঠাইত আনন্দত বিভোৰ। বোধকৰো ঠাইডোখৰ সিহঁতৰ মনত ঠিক নেপালৰ পৰ্বত যেন লাগিছিল। কিছুমানে জাক পাতি পাতি আলি বাটে বাটে নেপালী গান গায় গৈছে। কিছুমানে সৰু পৰ্বতৰ জোপাৰ মাজত সোমাই কিবাকিবি বুটলিছে বা কাটিছে আৰু নাম গাইছে। পৰ্বতীয়া মানুহৰ জীৱনৰ সুন্দৰ দৃশ্য এটা আমাৰ চকুৰ আগে যোৱা যেন লাগিল। (২য় বছৰ, ১০ ম সংখ্যা)

ঠেক পথেদি কেতিয়াবা গৰুগাড়ীত উঠি, কেতিয়াবা খোজকাঢ়ি কৰা কষ্টকৰ যাত্ৰাটোত মাজে মাজে যাত্ৰীজনে নিজকে লৈ ৰগৰ নকৰাও নহয় —

ভালেখিনি ৰাতি থাকোতেই গাড়ী এৰি দিলে। আমি গাড়ীত দীঘল দি গ'লো হয় কিন্তু টোপনি নাহিল। কেনেবাকৈ গাড়ীয়ে ছাৰিয়ে কুকুঙলৈ বাগৰি যায় বুলি ভয়তে টোপনি আমাৰ নাহিল। মই সাৱধানে মূৰ উলিয়াই যিমান দেখা পাওঁ চাই যাবলৈ ধৰিলো। কিয়নো, কেইবাবাৰো টোপনিৰ জালত গাড়োৱানাটোৰ চকু মুদ খোৱাত গাড়ী-কুকুঙৰ একেবাৰে দাঁতি পাইছিলগৈ; পাছৰ গাড়োৱানৰ চিঞৰত সাৰ পাইহে সি গাড়ী চলাইছিল! আমাৰ লেখিয়া মহামূলীয়া জীৱন কিটালৈকো তাৰ এনে উদাসীন ভাব দেখি তালৈ আমাৰ সেই সময়ত যে নথৈ খং উঠিছিল সেইটো বোধকৰো প্ৰকাশকৈ ক'ব নেলাগে।... (২য় বছৰ, ১২ শ সংখ্যা)

এনেদৰেই তেওঁ মণিপুৰৰ পাহাৰীয়া ওখ চাপৰ বাটৰ বৰ্ণনা কৰি গৈছে। পঢ়ি যাওঁতে ভাব হয়, যাত্ৰাৰ আনন্দ লাভ কৰাতকৈ ঠাইখন খুটি-নাতি মাৰি জনাৰ উদ্দেশ্যটোহে অধিক প্ৰকট। নিশ্চিতভাৱে এই যাত্ৰা কিছু সুগম কৰি তোলা মানুহজন আছিল প্ৰথমটো ডাক-বঙলাত লগ পোৱা উদাৰ-হৃদয় মানুহজন। তেওঁৰ প্ৰতি জ্ঞানানন্দ নথৈ কৃতজ্ঞ আছিল, তেওঁৰ কথা 'আলহী গৃহস্থ' বুলি উল্লেখ কৰিছে; কিয়নো তেওঁ আলহী হৈয়ো নিৰ্দিষ্ট এটা ডাক বঙলাত কামৰ খাতিৰত প্ৰায় নিগাজিকৈ বাস কৰিছিল।

জ্ঞানানন্দই তেওঁৰ যাত্ৰাৰ সংগীকেইজনৰ কোনো পৰিচয় দাঙি ধৰা নাই। 'আলহী গৃহস্থৰো' নাম উল্লেখ কৰা নাই। বাটত এজন চিনাকি মানুহ আৰু এজন চিনাকি ল'ৰা লগ পাইছে; তেওঁলোকৰ নামো উল্লেখ কৰা নাই।

সেইসময়ৰ ভৈয়ামৰ মানুহৰ জাতকুলৰ ধাৰণাটো অৰ্থাৎ অস্পৃশ্যতাবোধটো ৰচনাখনত বেচ ভালকৈ ফুটি উঠিছে। ডিব্ৰুগড়ৰ পৰা ৰেলত উঠাৰ পাছত - "জোৰহাট আৰু চেনিমৰাৰ ভিতৰ ডোখৰত মানুহবিলাকে যিদৰে উঠা-নমা কৰিবলৈ ধৰিলে, তালৈ চাই ট্ৰেইনখনক ঠিক ট্ৰামগাড়ী বুলি মোৰ ভ্ৰম হ'ল আৰু 'লাইন'টোক অসমীয়াৰ ঘৰুৱা লাইন বুলি বোধ হ'ল। জোৰহাটৰ হিন্দুয়ামিটোও অলপ বেছি যেন লাগিল। কিয়নো, কেবাজনো যোৰহাটীয়া বামুণ পেচেঞ্জৰে বেঞ্চত বহি থকা মানুহৰ জাত সুধি সুধি নিজলৈ বেঞ্চ বাছি লোৱা দেখিলোঁ। তেওঁবিলাকে



হেঁচা-ঠেলাকৈ এখন বেঞ্চতে বহিব, তেওঁ, এজন কি দুজন মছলমান মানুহে অধিকাৰ কৰি থোৱা মুকলি বেঞ্চখনত নবহে। অৱশ্যে ইমান দিনে এনেবোৰ ভাব ভালেমান কমিব পায়।" (২য় বছৰ, ৪ৰ্থ সংখ্যা)

অসমীয়া সমাজত 'বাঁহী' আছিল আধুনিক সজ ধাৰণাবিলাকৰ বাৰ্তাবাহক। সেয়েহে জ্ঞানানন্দই মুকলি মনেৰে হয়তো তেওঁৰ ভাবৰাশি প্ৰকাশ কৰিব পাৰিছিল। যাত্ৰাৰ সমগ্ৰ বৰ্ণনাত মন কৰা যায় যে সম্পাদক লক্ষ্মীনাথ বেজবৰুৱাৰ দৰেই জ্ঞানানন্দ ধৰ্মীয় কুসংস্কাৰৰ পৰা মুক্ত আছিল। তেওঁ দেশ-বিদেশ দেখা মানুহ নাছিল, অথচ আছিল এজন মুক্ত মনৰ, আধুনিক মানুহ। এটা 'জুপুৰি পঁজা'ই তেওঁৰ ঘৰ বুলি 'মণিপুৰ যাত্ৰা'ৰ আৰম্ভণিতে তেওঁ ব্যাখ্যা কৰিছে।

আৰম্ভণিতে তেওঁ লিখিছে — "কিন্তু তেওঁ (যাত্ৰাৰ সঙ্গী এজন) মোৰ প্ৰস্তাৱমতে ৰেল-জাহাজ নথকা মণিপুৰৰ লেখিয়া দূৰণি ঠাইলৈ যাবলৈ সন্মত হব, তেনে আশা মই স্বপ্নতো কৰা নাছিলো। ... মই পেটে পেটে ইমান দূৰৈ দেশলৈ (যাতায়তৰ অসুবিধাৰ কাৰণেহে দূৰৈ) যাবলৈ স্থিৰ সংকল্প হোৱা নাছিলো। ... ৰেলে কেইমিনিটমানৰ পাছত জাহাজ-ঘাটত নমাই দিলে। ... জাহাজ এৰি দিলে। ডিব্ৰুগড়ৰ চিৰসুন্দৰ আইথান হাবিৰ দৃশ্য ক্ৰমে চকুৰ আঁৰ হ'ল।..." (২য় বছৰ, ৩য় সংখ্যা)

এনেদৰেই ক্ৰমান্বয়ে ৰেলেৰে, ফেৰীৰে, খোজকাঢ়ি, দৌৰি, গৰুগাড়ীৰে শেষ হৈছিল মণিপুৰ যাত্ৰা। নিশ্চিতভাৱে 'মণিপুৰ যাত্ৰা'ই আজিৰ পৰা ১২০ বছৰ মান আগৰ উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰাকৃতিক, ৰাজনৈতিক, সামাজিক ছবি এখন দাঙি ধৰিছে; লগতে তুলি ধৰিছে জ্ঞানানন্দ জগতী নামৰ ডিব্ৰুগড়ৰ লেখকজনকো। এটা সময়ত 'বাঁহী', 'আলোচনী' আদিৰ পৃষ্ঠাবোৰ তেওঁৰ আকৰ্ষণীয় প্ৰবন্ধৰে ভৰি আছিল। এনে প্ৰাঞ্জল গদ্য লেখক সাধাৰণতে খুব কমেইহে দেখা যায়। তেওঁ কিছু পৰিমাণে লক্ষ্মীনাথ বেজবৰুৱাৰ আৰু কিছু পৰিমাণে বেণুধৰ শৰ্মাৰ অনুগামী আছিল বুলিব পাৰি। যিসকল গদ্য সাহিত্যিকৰ বহুমূলীয়া অৱদানৰ ফলস্বৰূপে অসমীয়া গদ্যই আজিৰ স্থান পাইছেহি, আধুনিক সাহিত্যৰ আৰম্ভণি কালৰ সেই গদ্যকাৰসকলৰ ভিতৰত জ্ঞানানন্দ জগতী অন্যতম। এই লেখকজনৰ ১৯৪০ চনৰ ৩১ ডিচেম্বৰত ৬৮ বছৰ বয়সত মৃত্যু

হয়। যোৱাটো শতিকাৰ আৰম্ভণিকালৰ এজন গুৰুত্বপূৰ্ণ গদ্যলেখকক অসমীয়া সাহিত্যৰ পাঠকে হয়তো পুনৰ আৱিষ্কাৰ কৰিবলৈ ইচ্ছা কৰিব পাৰে — এই মনোভাবেৰে 'মণিপুৰ যাত্ৰা'ৰ এক পুনৰীক্ষণ কৰা হ'ল। ৷৷

**টোকা** ঃ সকলো উদ্ধৃতি 'বাহী', প্ৰথম প্ৰকাশ, ২০০১ (প্ৰকাশক - 'অসম সাহিত্য সভা')ৰ পৰা গ্ৰহণ কৰা হৈছে। উদ্ধৃতিৰ আখৰ-জোঁটনিসমূহ মূলৰ অবিকল ৰখা হৈছে।



# একবিংশ শতিকাৰ অসমীয়া ভ্ৰমণ-সাহিত্যৰ ধাৰা (২০০১-২০১৫)

**গীতাশ্ৰী ফুকন**

ভ্ৰমণৰ অভিজ্ঞতাক আধাৰ হিচাপে লৈ ৰচনা কৰা সাহিত্যই হ'ল ভ্ৰমণ সাহিত্য। অৱশ্যে কেৱল ভ্ৰমণ অভিজ্ঞতাৰ বৰ্ণনাই ভ্ৰমণ সাহিত্য হ'ব নোৱাৰে। কাৰণ ভ্ৰমণ সাহিত্যত লেখকৰ সূক্ষ্ম পৰ্যবেক্ষণৰ লগতে বৰ্ণনাৰ কৌশলৰ প্ৰয়োজন। গতিকে ভ্ৰমণ সাহিত্যত তথ্য থাকিলেও কেৱল তথ্যৰ নিৰস আলোচনা নহৈ লেখকৰ কলাত্মক মনৰ প্ৰতিফলনো হ'ব লাগিব। এই ক্ষেত্ৰত ভ্ৰমণ বিষয়ক গ্ৰন্থখনৰ সাহিত্যিক মূল্য অপৰিহাৰ্য। ইয়াৰ বাবে লেখকজনৰ সূক্ষ্ম পৰ্যবেক্ষণ শক্তি, সংবেদনশীল মন আৰু ভাষাৰ মাধুৰ্য প্ৰয়োজন। ভ্ৰমণ সাহিত্য হ'ল সম্পূৰ্ণৰূপে লেখকৰ বাস্তৱ অভিজ্ঞতাৰ ভিত্তিত ৰচিত ব্যক্তিনিষ্ঠ সাহিত্য। ইয়াত লেখকে ভ্ৰমণ কৰা ঠাইৰ বৰ্ণনাৰ লগতে নিজৰ চিন্তা, অভিব্যক্তি আৰু দৃষ্টিভংগীৰো প্ৰকাশ ঘটায়।

বৰ্তমান অসমীয়া সাহিত্যৰ ক্ষেত্ৰখনত ভ্ৰমণ সাহিত্য এক উল্লেখযোগ্য সাহিত্য ৰূপ যদিও অসমীয়া সাহিত্যৰ ইতিহাসত ভ্ৰমণ সাহিত্যই সাহিত্যৰ এটা উল্লেখযোগ্য অংগ হিচাপে স্বীকৃত হোৱা বেছি দিন হোৱা নাই।

আধুনিক অসমীয়া ভ্ৰমণ সাহিত্যই ঊনবিংশ শতিকাতহে আত্মপ্ৰকাশ কৰে যদিও প্ৰাচীন অসমীয়া সাহিত্যৰ পৰম্পৰাত ভ্ৰমণ বৃত্তান্তমূলক ৰচনা দেখিবলৈ পোৱা যায়। বিশেষকৈ আহোম স্বৰ্গদেউ জয়ধ্বজ সিংহৰ (১৬৪৫-৬৩ খ্ৰীঃ) ৰাজত্ব কালত ৰাম মিশ্ৰই ৰচনা কৰা 'বৃন্দাবন চৰিত্ৰ', স্বৰ্গদেৱ ৰুদ্ৰসিংহই (১৬৯৬-১৭১৪ খ্ৰীঃ) ত্ৰিপুৰাৰ ৰজা ৰত্ন মানিক্যৰ ৰাজসভালৈ পঠিওৱা ৰত্ন কন্দলি আৰু অতুল দাস বৈৰাগী নামৰ কটকী দুজনে ৰচনা

কৰা 'ত্ৰিপুৰা বুৰঞ্জী'ক ভ্ৰমণ সাহিত্যৰ মৰ্যাদা দিব পাৰি। আনহাতে অষ্টাদশ শতিকাত সংকলিত গুৰু চৰিত কথাৰ বৰ্ণনাতো ভ্ৰমণ সাহিত্যৰ বহুখিনি উপাদান লুকাই আছে।

আধুনিক অসমীয়া ভ্ৰমণ সাহিত্যৰ আৰম্ভ হয় গুণাভিৰাম বৰুৱাৰ হাতত। 'জোনাকী' আলোচনীৰ দ্বিতীয় বছৰৰ (১৮১৩ শক, ১৮৯০ খ্ৰীঃ) চতুৰ্থ সংখ্যাৰ পৰা অষ্টম সংখ্যালৈকে প্ৰকাশিত তেওঁৰ 'সৌমাৰ ভ্ৰমণ' নামৰ ৰচনালানিয়েই প্ৰথম অসমীয়া ভ্ৰমণ সাহিত্যৰ নিদৰ্শন। অৱশ্যে তাৰ দুকুৰি বছৰ পূৰ্বে ১৮৪৯ চনৰ আগষ্টৰ সংখ্যা অৰুনোদইত প্ৰকাশিত 'আমেৰিকালৈ যোৱা এজন নগাঁও ইস্কুলৰ চাতৰৰ পৰা আমি এই যাত্ৰাৰ চিঠি পালো' শিৰোনাম লেখাটোতেই অসমীয়া ভ্ৰমণ সাহিত্যৰ বীজ নিহিত আছিল বুলিব পাৰি। ১৮৯৩ চনত লেখা আনন্দ চন্দ্ৰ আগৰৱালাৰ 'ব্ৰহ্মযাত্ৰীৰ ডায়েৰী'ৰ পাছতে বেজবৰুৱাৰ সম্পাদিত বাঁহীত প্ৰথম বছৰৰ (১৮৩১ শক, ১৯০৯ খ্ৰীঃ) দ্বিতীয় সংখ্যাত জ্ঞানদাভিৰাম বৰুৱাৰ 'বিলাতৰ চিঠি' প্ৰকাশ পাইছিলি। গ্ৰন্থকাৰে এই ভ্ৰমণ কাহিনী ১৯৩৯ চনত প্ৰকাশ পায়।

অসমীয়া ভ্ৰমণ সাহিত্যৰ এজন অন্যতম লেখক হ'ল হেম বৰুৱা। তেওঁৰ বিখ্যাত ভ্ৰমণ সাহিত্যকেইখন হ'ল—'সাগৰ দেখিছা' (১৯৫৪), 'ৰঙা কৰবীৰ ফুল' (১৯৪৯), 'ইজবাইল' (১৯৬৫), 'মেকং নৈ দেখিলো' (১৯৬৭), 'সানমিহলি'(১৯৫৭) আদি।

ঊনবিংশ শতিকাত আত্মপ্ৰকাশ কৰা আধুনিক অসমীয়া ভ্ৰমণ সাহিত্যই বিংশ শতিকাত বিশেষ সমৃদ্ধি লাভ কৰে আৰু বৰ্তমান একবিংশ শতিকাৰ প্ৰায় দেৰ দশকতো বিস্তাৰ আৰু জনপ্ৰিয়তা লাভ কৰিবলৈ সক্ষম হৈছে। এই সময়ছোৱাত আমেৰিকা, ইংলেণ্ড, চীন, জাপান, গ্ৰীচ, ছিংগাপুৰ, আন্দামান, থাইলেণ্ড, নেপাল, ভূটান আদি বিদেশৰ বিভিন্ন ঠাইৰ লগতে ভাৰত ভ্ৰমণ, উত্তৰ-পূৰ্বাঞ্চল ভ্ৰমণৰ কাহিনী প্ৰকাশ হৈছে। ইয়াৰ ভিতৰত আমেৰিকা বিষয়ক গ্ৰন্থই অধিক। বৰ্তমান গ্ৰন্থাকাৰে প্ৰকাশ পোৱা ভ্ৰমণ কাহিনীৰ উপৰিও বিভিন্ন কাকত আলোচনীত বিভিন্ন ভ্ৰমণ কাহিনী প্ৰকাশ হৈ আছে যদিও সেইবোৰক এই আলোচনাত অন্তৰ্ভুক্ত কৰা হোৱা নাই।

একবিংশ শতিকাৰ প্ৰথম দশকৰ ভ্ৰমণ সাহিত্যসমূহৰ ভিতৰত আমেৰিকা



বিষয়ক সাহিত্যই বেছি। ইয়াৰ অন্যতম কাৰণ হ'ল আমেৰিকা আজিৰ বিশ্বৰ সকলো দিশতে আধুনিকতাৰ অগ্ৰগতিৰ প্ৰতিনিধি, সেয়েহে আধুনিক সভ্যতাৰ ৰূপ দৰ্শনৰ বাবে আমেৰিকা ভ্ৰমণ প্ৰায়ে সকলো ভ্ৰমণপ্ৰিয় ব্যক্তিৰে আকাংক্ষাৰ বিষয়। আমেৰিকা বিষয়ক উল্লেখযোগ্য ভ্ৰমণ সাহিত্যসমূহ হ'ল— কৰবী ডেকা হাজৰিকাৰ 'নীলা সাগৰ আৰু সোণালী দেশ' (২০০০), ফ্লৰিডা বিশ্ববিদ্যালয়লৈ এখন চেমিনাৰত অংশগ্ৰহণ কৰিবলৈ যোৱা লেখিকাৰ ফ্লৰিডা, অৰ্লাণ্ডো, লণ্ডন, আৰু ছিংগাপুৰ ভ্ৰমণৰ বিচিত্ৰ অভিজ্ঞতাৰঞ্জিত কাব্যিক অনুভূতিযুক্ত সুখপাঠ্য ৰচনা। বিভিন্নজনৰ লগত হোৱা কথোপকথনৰ সংযোগে ভ্ৰমণ কাহিনীটোক নাটকীয়তা প্ৰদান কৰিছে।

ৰথীন্দ্ৰনাথ গোস্বামীৰ 'হৃদয় শিখৰৰ প্ৰতিধ্বনি' (২০০১)ত নিউইয়ৰ্কৰ টাইমছৰ কাৰ্যালয়ৰ বৰ্ণনাৰ লগতে আমেৰিকাৰ উপৰিও ভাৰত মহাৰাষ্ট্ৰৰ বিভিন্ন ঠাইৰ লগতে হাফলঙ ভ্ৰমণৰ বৰ্ণনাই ঠাই লৈছে। বিকাশ বৰুৱাৰ 'লাষ্ট ষ্টপেজত ছাণ্টা মণিকা' (২০০২), ৰোহিণী কুমাৰ বৰুৱাৰ 'ৰঙে ৰসে ভৰা মোৰ বসুন্ধৰা (২০০২), অনিমা গুহৰ 'মন মোৰ উৰণীয়া পক্ষী' (২০০৩), অদীপ কুমাৰ ফুকনৰ 'মিছিছিপিৰ পাৰৰ টুকুৰা খবৰ' (২০০৩), মুকুল কুমাৰ শৰ্মাৰ 'দেশ দেশান্তৰৰ কাহিনী' (২০০৫), টংকেশ্বৰ বৈৰাগীৰ 'আমেৰিকা যুক্তৰাষ্ট্ৰত এভুমুকি' (২০০৫), হীৰেন গোহাঁইৰ 'আখ্যানৰ আঁৰৰ আমেৰিকা' (২০০৭), গোবিন্দ প্ৰসাদ শৰ্মাৰ 'ডেফ'ডিল ফুল দেখিছা' (২০০৭), অনন্ত হাজৰিকাৰ 'সপোনৰ ইউৰোপ দিঠকৰ ভ্ৰমণ' (২০০৭), জয়ন্তী চুতীয়াৰ 'বীথোফেনৰ ঘৰত এদিন' (২০০৮), হৰেণ চন্দ্ৰ বৰুৱাৰ 'আমেৰিকাত এভুমুকি' (২০০৯), অঞ্জলি বৰুৱাৰ 'বিদেশৰ বাটে ঘাটে লেছেৰী বুটলি', অদীপ হাজৰিকাৰ "শীতৰ শেষত অ'বামাৰ দেশত" (২০১২), প্ৰিয়া ভৰালীৰ 'ইউৰোপৰ ডায়েৰি' (২০১৫) আদি।

আমেৰিকা ভ্ৰমণ বিষয়ক এই গ্ৰন্থসমূহৰ পৰা আমেৰিকাৰ সমাজ-সংস্কৃতি, জীৱন-যাত্ৰাৰ প্ৰণালী, কৃষ্টি-সংস্কৃতি, ঐতিহ্য, ভাস্কৰ্য, কৃষি উদ্যোগ, বাণিজ্য, ইতিহাস, শিক্ষা ব্যৱস্থা আদিৰ নতুন নতুন তথ্য আৰু অভিজ্ঞতা লাভ কৰিব পাৰি।

'মিছিছিপিৰ পাৰৰ টুকুৰা খবৰ' গ্ৰন্থত অদীপ কুমাৰ ফুকনে আমেৰিকাৰ বাণিজ্যিক কেন্দ্ৰ নিউয়ৰ্ক, ঔদ্যোগিক নগৰী ছেণ্ট লুইচ, মাৰ্কিন গণতন্ত্ৰ,

আমেৰিকাৰ প্ৰবাসী অসমীয়াৰ কৃতিত্ব, মাৰ্কিন ৰাজনীতিত ভাৰতীয়ৰ দখল আদি বিভিন্ন তথ্যৰ সৰস বৰ্ণনা দিবলৈ সক্ষম হৈছে। গোবিন্দ প্ৰসাদ শৰ্মাৰ "ডেফ'ডিল ফুল দেখিছা" এখন অন্যতম গ্ৰন্থ। এই গ্ৰন্থত ইংলেণ্ড আৰু আমেৰিকাৰ ভ্ৰমণ কাহিনী সন্নিৱিষ্ট হৈছে। অসমীয়া খবৰ কাকতত এই ভ্ৰমণ কাহিনীৰ নাম আছিল 'আমেৰিকা আমেৰিকা' আৰু "ডেফ'ডিল ফুল দেখিছা" আৰু গ্ৰন্থাকাৰে দুয়োটা খণ্ডকে সামৰা হৈছে। নামকৰণৰ ক্ষেত্ৰত হেম বৰুৱাৰ 'সাগৰ দেখিছা'ৰ অনুৰণন শুনাটো লেখকে বিচাৰিছে। এই গ্ৰন্থখনত দুয়োখন দেশৰ ইতিহাস, মানুহৰ সাম্প্ৰতিক জীৱনযাত্ৰা আৰু কৰ্ম চঞ্চলতা মনোগ্ৰাহীভাৱে বৰ্ণনা কৰিছে। গ্ৰন্থখনৰ প্ৰতিটো অধ্যায়তে আমেৰিকাৰ ভাল দিশবোৰ ফুটি উঠিছে, একপ্ৰকাৰ মুগ্ধতা প্ৰকাশ পাইছে। তেওঁৰ মতে আধুনিক সভ্যতাৰ যদি স্বৰূপ দৰ্শন কৰিব লাগে, তেন্তে যাব লাগে আমেৰিকালৈ।

'আখ্যানৰ আঁৰৰ আমেৰিকা' হীৰেন গোহাঁইৰ এখন অগতানুগতিক ভ্ৰমণ কাহিনী। আমেৰিকাক 'জনা' আৰু 'বুজাৰ' উদ্দেশ্য আগত ৰাখি ৰচনা কৰা এই গ্ৰন্থখনত আমেৰিকাৰ ইতিবাচক আৰু নেতিবাচক দুয়োটা দিশৰে নিৰ্মোহ বিশ্লেষণ কৰাৰ সচেতন প্ৰয়াস দেখা যায়। কাৰণ আমেৰিকা আত্মকেন্দ্ৰিক মধ্যবিত্তৰ স্বপ্নপুৰী।

ধন উপাৰ্জন আৰু ধন ব্যয়ৰ আত্ম-প্ৰতিষ্ঠাৰ আমোদ- প্ৰমোদ আমেৰিকাৰ দৰে আন দেশত নাই। সেয়েহে আমেৰিকাৰ বিষয়ে নিৰ্মোহ আৰু সম্যকদৰ্শী আলোচনা আমাৰ মাজত পাবলৈ নাই।

আমেৰিকাৰ এচাম লোকৰ ব্যৱসায়ৰ সৰ্বগ্ৰাসী প্ৰাধান্য, দেহ সৰ্বস্ব মনোভাব, যৌনতাৰ মুকলি বেহা আদি নেতিবাচক দিশসমূহৰ বিশ্লেষণ কৰাৰ লগতে যিবোৰ ইতিবাচক দিশে আমেৰিকাক বিশ্বৰ উন্নত দেশ এখন কৰি তুলিছে তাকো লেখকে যুক্তি সহকাৰে বৰ্ণনা কৰিছে। উদাহৰণ স্বৰূপে—

'আমেৰিকাৰ নাগৰিক উদ্যোগী, পৰিশ্ৰমী, কৰ্তব্যনিষ্ঠ, আত্মনিৰ্ভৰশীল আৰু আশাবাদী, তেওঁলোক আত্মকেন্দ্ৰিক যদিও স্বাৰ্থপৰ নহয়, বৰং বহু সময়ত আন্তৰিকভাৱে বন্ধু ভাৱাপন্ন আৰু পৰোপকাৰী। তেওঁলোক দায়িত্বজ্ঞান সম্পন্ন আৰু আইন মানি চলা মানুহ। কিন্তু এইবোৰ গুণো জনগোষ্ঠীগত নহয়। মাৰ্কিন সমাজত আইন-কানুন, শিক্ষা, প্ৰচাৰ মাধ্যম, ৰাজনীতি আদিয়ে যেনে পৰিৱেশ



গঠন কৰিছে, তেওঁলোকৰ গুণবোৰ তাৰেই ইতিবাচক ফলাফল।'

ইংলেণ্ড ভ্ৰমণৰ অভিজ্ঞতাক কেন্দ্ৰ কৰি ৰচিত হোৱা অসমীয়া ভ্ৰমণ সাহিত্যবোৰ যেনে ঃ মেনকা শইকীয়াৰ 'বিদেশৰ ডুখৰীয়া স্মৃতি' (২০০১), 'টেমছৰ দুয়োপাৰ' (২০০২), নিৰুপমা বৰগোহাঞিৰ 'এই দ্বীপ এই নিৰ্বাসন' (২০০৩), শান্তনু শৰ্মাৰ 'লণ্ডনত সংবাদ বুটলোতে' (২০০৪), গোবিন্দ প্ৰসাদ শৰ্মাৰ "ডেফ'ডিল ফুল দেখিছা" (২০০৭), 'লাইলাক ফুল ফুলিবৰ বতৰ' (২০১১) ইত্যাদি।

নিৰুপমা বৰগোহাঞিৰ 'এই দ্বীপ এই নিৰ্বাসন' এখন উল্লেখযোগ্য ভ্ৰমণ বিষয়ক গ্ৰন্থ। এই গ্ৰন্থত লেখিকাই ব্ৰণ্টি পাৰ্ছনেল মিউজিয়াম, ইংলিছ চেনেল পাৰ হোৱাৰ অভিজ্ঞতা, বিদেশত আপোন মানুহ, বেলজিয়ামৰ কিছু ভুগোল আৰু ইতিহাস, আমেৰিকান ডায়মণ্ড, লণ্ডনৰ মাডাম টুছ'ৰ যাদুঘৰ আদি বিভিন্ন বিষয়ৰ মনোৰম বৰ্ণনা কৰিছে। গ্ৰন্থখন পঢ়িলে সকলোবোৰ নিজ চকুৰে দেখি থকাৰ দৰে অনুভৱ হয়। শান্তনু শৰ্মাৰ 'লণ্ডনত সংবাদ বুটলোঁতে' আন এখন ৰসগ্ৰাহী ভ্ৰমণ সাহিত্য। ভ্ৰমণ কাহিনীটো ৰসগ্ৰাহী কৰিবৰ বাবে এটা নাটকীয় ঘটনাৰ অপেক্ষাত, ৱেষ্ট মিনষ্টাৰ বিশ্ববিদ্যালয়ত সাংবাদিকতাৰ সূত্ৰ, ভাৰতীয় ব্যৱসায় আদিৰে লণ্ডনৰ ছবি আঁকাৰ প্ৰয়াস কৰিছে। আনহাতে গোবিন্দ প্ৰসাদ শৰ্মাৰ "ডেফ'ডিল ফুল দেখিছা" নামৰ ভ্ৰমণ কাহিনীৰ প্ৰথম খণ্ডটিত ইংলেণ্ডৰ প্ৰাকৃতিক পৰিৱেশ, সমাজ জীৱন সম্পৰ্কে সৰস আৰু সজীৱ বৰ্ণনা দাঙি ধৰিছে।

গোবিন্দ প্ৰসাদ শৰ্মাৰ আন এক গুৰুত্বপূৰ্ণ ভ্ৰমণ সাহিত্য হ'ল- 'লাইলাক ফুল ফুলিবৰ বতৰ' (২০১১)। ইউৰোপ আৰু লণ্ডনৰ বিভিন্ন ঠাইৰ ভ্ৰমণৰ অভিজ্ঞতাৰ লগতে সেই বিশেষ ঠাই সমূহৰ ভ্ৰমণৰ তাৎপৰ্য আৰু পটভূমিৰ বিষয়ৰ মনোগ্ৰাহী আলোচনাই গ্ৰন্থখনৰ মূল্যবৃদ্ধি কৰিছে। ইউৰোপৰ বিভিন্ন ঠাই যেনে ঃ এথেন্স, ৰোম, অষ্ট্ৰিয়া, জাৰ্মানী, পেৰিছ, বেলজিয়াম, নেদাৰলেণ্ড আদি ঠাইসমূহৰ ভ্ৰমণৰ বৰ্ণনাৰ লগতে ঠাইসমূহৰ প্ৰাকৃতিক পৰিৱেশ, সাংস্কৃতিক-সাহিত্যিক ঐতিহ্যৰ উল্লেখে গ্ৰন্থখনক তথ্য সমৃদ্ধ কৰিছে। সেইদৰে বৃটিছ লাইব্ৰেৰী, ব্ৰিটিছ মিউজিয়াম, এডিনবৰা আৰু ৱাণ্টাৰ স্কট, ৱদাৰিং হাইটছ বিচাৰি হেৱৰ্থ আৰু ব্ৰণ্টি পৰিয়ালৰ সংসৰ্গ আদি বিষয়ৰ সংযোগে 'লাইলাক ফুল

ফুলিবৰ বতৰ' শীৰ্ষক ভ্ৰমণ বৃত্তখনক অধিক গুৰুত্বপূৰ্ণ কৰি তুলিছে। এই গ্ৰন্থত তথ্য আৰু আনন্দৰ সমাহাৰ ঘটিছে।

চীন ভ্ৰমণ বিষয়ক কাহিনী হ'ল — তোলন চন্দ্ৰ শইকীয়াৰ 'চীন দেশৰ ৰঙা বেলি' (২০০৫), সুনীল কুমাৰ শইকীয়াৰ 'চীন দেশ চাই আহিলো' (২০০৬), কৰবী ডেকা হাজৰিকাৰ 'সেউজীয়া চীন' (২০০৯) অন্যতম। এই গ্ৰন্থকেইখনৰ পৰা চীনৰ সমাজ-সংস্কৃতি, ইতিহাস, খাদ্যাভাস, কলা-কৃষ্টি আদিৰ সম্যক ধাৰণা কৰিব পাৰি। বিশেষকৈ এই তিনিওখন গ্ৰন্থত ঠাই পোৱা বিষয়কেইটা হ'ল- বেইজিঙৰ পদাৰ্পণ, চীনৰ মহান প্ৰাচীৰ, চীনা খাদ্যৰ জুঁতি, চাংহাইৰ বৰ্ণনা আদি। সুনীল শইকীয়াৰ ইজিপ্ত ভ্ৰমণ বিষয়ক আন এখন মনোৰম গ্ৰন্থ হ'ল 'পিৰামিডৰ দেশত' (২০০৪)। এই গ্ৰন্থখনত কাইৰো, নীল নদী, পিৰামিড চোৱাৰ মনোৰম বৰ্ণনাৰ লগতে ভাৰতবৰ্ষৰ পৰা বিদেশ ভ্ৰমণলৈ কিদৰে যাব পাৰি তাৰ নিৰ্দেশ দাঙি ধৰিছে।

চীন দেশ বিষয়ক কৰবী ডেকা হাজৰিকাৰ 'সেউজীয়া চীন' হ'ল এখন উপন্যাসোপম ভ্ৰমণ গ্ৰন্থ। ইয়াত উপন্যাসৰ দৰে মনোৰম বৰ্ণনা, কাব্যিক সংবেদনশীলতা, মানৱীয় অনুভূতিৰ সুকোমল প্ৰকাশ, কথোপকথন বা সংলাপৰ প্ৰক্ষেপ, কবিতাৰ বৰ্ণনা আদিয়ে গ্ৰন্থখনিক অধিক ৰসগ্ৰাহী কৰিছে। গ্ৰন্থখন নিৰ্মাণ শৈলীৰ দিশৰ পৰাও এখন মনোৰম ভ্ৰমণ বৃত্ত। কৰবী ডেকা হাজৰিকাৰ আন দুখন উল্লেখযোগ্য ভ্ৰমণ সাহিত্য হ'ল — 'গ্ৰীচ দেশৰ সূৰ্যমুখী দিন আৰু অপৰাজিতা ৰাতি' (২০১১), 'লেটিন আমেৰিকাৰ বিস্ময় আৰু শিহৰণ' (২০১৫)।

জাপান ভ্ৰমণ বিষয়ক কেইখনমান ভ্ৰমণ কাহিনী হ'ল- তোষপ্ৰভা কলিতাৰ 'অজ্ঞানৰ দেশত' (২০০২), অনুৰাধা বৰুৱাৰ "জাপানৰ অভিনৱ মহানগৰ ঃ এড' আৰু ইয়াংক" (২০০৫), সুনীল কুমাৰ শইকীয়াৰ 'ছিংগাপুৰ, জাপান আৰু কোৰিয়া ভ্ৰমণৰ আনন্দ' (২০০৭) আদি। সেইদৰে প্ৰাতসলতা বুঢ়াগোহাঞিৰ 'থাইলেণ্ড ভ্ৰমণ কাহিনী' আৰু অসীম কুমাৰ দত্তৰ 'সেউজ দ্বীপ আন্দামান' (২০০১) হ'ল আন্দামান ভ্ৰমণ কাহিনী।

অনুভৱ তুলসীৰ 'মেঘপটত মোৰ লিখা নাম বাইজেনটিয়াম' (২০১২) হ'ল অসমীয়া ভ্ৰমণ সাহিত্যত ব্যতিক্ৰমধৰ্মী আৰু গুৰুত্বপূৰ্ণ সংযোজন। লেখকে ছুইডেনৰ লেখক সংঘৰ আমন্ত্ৰণ ক্ৰমে ইস্তানবুল নগৰত অনুষ্ঠিত হোৱা সাহিত্য



অনুষ্ঠানত যোগ দিবলৈ যোৱা ভ্ৰমণ অভিজ্ঞতাৰ ভিত্তিত এই গ্ৰন্থ ৰচনা কৰিছে। তেওঁ সেই দেশলৈ যোৱাৰ পূৰ্বে সেই দেশখনৰ গৌৰৱময় ঐতিহ্যৰ বিষয়ে অধ্যয়ন কৰি নিজকে প্ৰস্তুত কৰি লয়। ইস্তানবুলৰ প্ৰাচীন নাম 'বাইজেনটিয়াম' যাৰ প্ৰতিষ্ঠা কাল আনুমানিক ৬৭১-৬৭২ খ্ৰীষ্টপূৰ্ব বৰ্ষ। মধ্যপ্ৰাচ্যৰ এই সকু দেশখনত কেইবাটাও উচ্চ সমৃদ্ধিশালী সভ্যতাৰ একাধাৰে সংঘাত আৰু সংযোগ হৈছিল। প্ৰাচীন গ্ৰীক সভ্যতা, বাইজেনটিয়াম, আৰবীয় সভ্যতা আদি। এই বাইজেনটিয়ামৰ বিষয়ে নোবেল বঁটা বিজয়ী আইৰিচ কবি উইলিয়াম বাটলাৰ ইয়েটচে ৰচনা কৰে বিখ্যাত কবিতা 'Sailing to Byzantiun'। ইষ্টানবুলৰ প্ৰাচীন ইতিহাস, সাহিত্যিক পৰম্পৰা, প্ৰকৃতি আৰু মানুহৰ বিষয়ে লেখকে গ্ৰন্থখনত কবিতাৰ দৰে স্পন্দিত পদ্যত প্ৰকাশ কৰিছে। কবিতাৰ মোহময় পৰিৱেশৰ মাজতো লেখকৰ কৌতুহলী সূক্ষ্ম মনন আৰু হাস্যৰসৰ সমাহাৰ ঘটিছে। সমগ্ৰ গ্ৰন্থখনেই এটা দীঘল আৰু মনোৰম কবিতা। লেখকে ইস্তানবুলক অনুভৱ কৰিছে এনেদৰে—

"ইস্তানবুলৰ ইতিহাস অতন্দ্ৰ!
ইস্তানবুল আন কথাত এক সমাধি। সমাধি বুকুত লৈ যেন শুব পাৰে শান্তিৰে।
বাইজেন্‌টিয়ামৰ পৰা কন্‌চটাণ্টিনোপল, কন্‌চটাণ্টিনোপলৰ পৰা ইস্তানবুল,
এই পৰিক্ৰমাত কিছু মৃত্যু, কিছু ধ্বংস হয়তো অনিবাৰ্য আছিল।'
(পৃ. ৩৩)

এই গ্ৰন্থখন নিৰ্মাণশৈলীৰ দিশৰ পৰাও অনন্য আৰু ব্যতিক্ৰমী সংযোজন।

সৌম্যদ্বীপ দত্তৰ 'বজ্ৰড্ৰেগনৰ দেশত' (২০১৬) হ'ল ভূটান বিষয়ক ভ্ৰমণ সাহিত্য। ভূটানক জনাৰ আৰু বুজাৰ বাবে এখন তথ্য সমৃদ্ধ ভ্ৰমণ সাহিত্য হ'ল এই গ্ৰন্থ। ইয়াত লেখকে ভূটানৰ ভৌগোলিক অৱস্থান, প্ৰাকৃতিক পৰিৱেশৰ লগতে ভূটানৰ ৰাজনীতি, সমাজনীতি, ধৰ্ম, উৎসৱ-অনুষ্ঠান আদিৰ তথ্যভিত্তিক বৰ্ণনা কৰিছে।

ওপৰত আলোচনা কৰা ভ্ৰমণ কাহিনীসমূহ হ'ল বিদেশ ভ্ৰমণ কাহিনী।

এই সময়ছোৱাত ৰচনা কৰা ভাৰত ভ্ৰমণ তথা উত্তৰ পূৰ্বাঞ্চল ভ্ৰমণ বিষয়ক কেইখনমান মনোৰম ভ্ৰমণ কাহিনী হ'ল- সৌম্যদ্বীপ দত্তৰ 'অপৰূপা অৰুণাচল' (২০০৮), 'নামচাঙৰ অন্বেষপুৰ', 'অৰণ্যাতুৰ ভ্ৰমণ কথা' (২০১৫), লোহিত ডেকাৰ 'টাৱাঙত দহ দিন' (২০১২), অৰূপা পটংগীয়া কলিতাৰ 'পাহাৰ নদী সাগৰ আৰু মানুহ' (২০১১) ইত্যাদি। সৌম্যদ্বীপ দত্তৰ অৰুণাচলৰ ভ্ৰমণৰ অভিজ্ঞতাৰ আধাৰত ৰচনা কৰা 'অপৰূপা অৰুণাচল' গ্ৰন্থখনৰ বৰ্ণনা সহজ সৰল, ৰসগ্ৰাহী হোৱাৰ লগতে ই এখন তথ্যসমৃদ্ধ গ্ৰন্থ। অৰুণাচলৰ সমাজ সংস্কৃতি, আৰ্থ সামাজিক দিশ, প্ৰাকৃতিক পৰিৱেশৰ তথ্য গ্ৰন্থখনত প্ৰকাশ পাইছে। লোহিতৰ গিৰিপাদ, মনপাৰ দেশ টাৱাঙ, দিবং উপত্যকা, পাচিঘাট, নামদফা আদিৰ বৰ্ণনা। গ্ৰন্থখনৰ মাজে মাজে ব্যৱহাৰ কৰা বিভিন্ন স্কেচ্ছ্সমূহে বিষয়বস্তুক অধিক স্পষ্ট কৰি উপস্থাপন কৰিছে। অৰূপা পটংগীয়া কলিতাৰ 'পাহাৰ নদী সাগৰ আৰু মানুহ' হ'ল অসমীয়া আন্তৰ্দেশীয় ভ্ৰমণ সাহিত্যৰ এক উল্লেখযোগ্য সংযোজন। গ্ৰন্থখনত হাফলং, জাতিংগা আৰু পাহাৰ, চিমলা, গোৱা, দিল্লী, নাইনিতাল আদি ঠাই সমূহৰ ভ্ৰমণৰ অভিজ্ঞতাৰ বৰ্ণনা দেখা যায়।

অসমীয়া ভ্ৰমণ সাহিত্যৰ ক্ষেত্ৰখনত এক অগতানুগতিক ভ্ৰমণ সাহিত্যৰ সংযোজন হ'ল ধ্ৰুৱজ্যোতি বৰাৰ 'চীনা এডমিৰেল জাল'। এই আধুনিক উপন্যাসোপম ভ্ৰমণ কাহিনীখনত তিনিটা কাহিনী আছে। 'চীনা এডমিৰেল জাল' শীৰ্ষকেৰে কেৰেলাৰ কোচিন, ত্ৰিবান্দম ভ্ৰমণ অভিজ্ঞতাৰ কাহিনী, 'পৰ্যটকেৰে তিব্বত ভ্ৰমণৰ বৰ্ণনা আৰু ইছলামৰ এক অসম্পূৰ্ণ যাত্ৰা' শীৰ্ষকেৰে দিল্লী ভ্ৰমণৰ বৰ্ণনাক লেখকে এটি নেপথ্য কাহিনীৰ লগত সংযোজিত কৰি গ্ৰন্থখন লিখি উলিয়াইছে। অগতানুগতিক উপস্থাপন শৈলীৰে নিৰ্মাণ কৰি উলিওৱা এই গ্ৰন্থখনৰ ভাষা সাৱলীল আৰু ই এখন উপন্যাসৰ দৰে মনোৰম। এনেদৰেই একবিংশ শতিকাত প্ৰকাশিত অসমীয়া ভ্ৰমণ সাহিত্যৰ বিষয়ে এক চমু আলোচনা কৰিব পাৰি। ঊনবিংশ শতিকা আৰু বিংশ শতিকাৰ তুলনাত একবিংশ শতিকাৰ প্ৰথম দশকৰ ভ্ৰমণ সাহিত্যই বৈচিত্ৰ্যময় ৰূপ লাভ কৰিছে। ভ্ৰমণ সাহিত্য ৰূপৰ উদ্দেশ্যৰ ভিত্তিত, বিষয়বস্তুৰ ভিত্তিত, দৃষ্টিভংগীৰ ভিত্তিত, কলা কৌশলৰ ভিত্তিত এই বৈচিত্ৰ্যময় ৰূপ পৰিলক্ষিত হয়। বৰ্তমান সময়ত আধুনিক তথ্য প্ৰযুক্তিৰ



সুবিধা, যাতায়াতৰ সুবিধা, মুক্ত বজাৰ অৰ্থনীতিৰ নীতিয়ে সমাজৰ সকলো স্তৰৰ মানুহকে ভ্ৰমণৰ প্ৰতি আগ্ৰহী কৰি তুলিছে আৰু ইয়াৰ ফলত অসমীয়া ভ্ৰমণ সাহিত্যৰ লেখক-পাঠক আৰু ভ্ৰমণৰ এক পৰম্পৰাৰ সূচনা হৈছে। সাম্প্ৰতিক সময়ত অসমীয়া ভ্ৰমণ সাহিত্য এক উল্লেখযোগ্য সাহিত্যিক প্ৰকাৰ হিচাপে বিবেচিত হৈছে। ▸▸

গ্ৰন্থপঞ্জী ঃ

গোস্বামী, ৰবীন্দ্ৰনাথ ঃ হৃদয় শিখৰৰ প্ৰতিধ্বনি, প্ৰথম প্ৰকাশ, ডিচেম্বৰ, ২০০১, ষ্টুডেন্টচ্ ষ্ট'ৰচ্, গুৱাহাটী।

গোহাঁই, হীৰেণ ঃ আখ্যানৰ আঁৰৰ আমেৰিকা, প্ৰথম প্ৰকাশ, ডিচেম্বৰ, ২০০৭, পদাতিক প্ৰকাশন, গুৱাহাটী।

ডেকা হাজৰিকা, কৰবী ঃ সেউজীয়া চীন, প্ৰথম প্ৰকাশ, জানুৱাৰি, ২০০৯, কিৰণ প্ৰকাশন, ধেমাজি।

দত্ত, সৌম্যদ্বীপ ঃ অপৰূপা অৰুণাচল, প্ৰথম প্ৰকাশ, ছেপ্টেম্বৰ, ২০০৮, ভৱানী অফ্‌ছেট এণ্ড ইমেজিং ছিষ্টেম্‌ছ।

বৰগোহাঞি, নিৰুপমা ঃ এই দ্বীপ, এই নিৰ্বাসন, প্ৰথম প্ৰকাশ, নৱেম্বৰ, ২০০৩, বনলতা।

বৰা, জয়ন্ত কুমাৰ ঃ নেপথ্য আৰু নিৰ্মাণ, প্ৰথম প্ৰকাশ, মে', ২০০৮, বৈজয়ন্ত প্ৰকাশন, শিৱসাগৰ।

বৰা, ধ্ৰুৱজ্যোতি ঃ চীনা এডমিৰেল জাল, প্ৰথম প্ৰকাশ, ডিচেম্বৰ, ২০০৪, বনলতা, পাণবজাৰ।

শইকীয়া, সুনীল কুমাৰ ঃ চীনদেশ চাই আহিলো, প্ৰথম প্ৰকাশ, ডিচেম্বৰ, ২০০৬, বনলতা, পাণবজাৰ।

শৰ্মা, গোবিন্দ প্ৰসাদ ঃ ডেফ'ডিল ফুল দেখিছা, প্ৰথম প্ৰকাশ, ডিচেম্বৰ, ২০০৭, জ্যোতি প্ৰকাশন।

শৰ্মা, সত্যেন্দ্ৰনাথ ঃ অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, নৱম সংস্কৰণ, ২০০১।

# অসমীয়া ভ্ৰমণ সাহিত্যৰ নতুন পৰ্ব

ড° অৰবিন্দ ৰাজখোৱা

১৯৭০ চনত 'এটা চিনাকি দ্বীপৰ তটৰেখা' নামৰ কিতাপখনৰ পাতনিত লেখক চৈয়দ আব্দুল মালিকে লিখিছিল ঃ 'আজিকালি মানুহে ভ্ৰমণ-কাহিনী নপঢ়ে, ভ্ৰমণ কৰে। দুশ পৃষ্ঠাৰ এখন ভ্ৰমণ-কাহিনী পঢ়ি শেষ কৰিবলৈ যিমান সময় লাগে, আকাশীযানেৰে সিমানখিনি সময়ৰ ভিতৰত বা তাতোকৈ কম সময়ৰ ভিতৰত সেইখন ঠাইলৈ যাব পাৰে, ওচৰ হ'লে কিছু ভ্ৰমণ কৰি ঘূৰিও আহিব পাৰে।'[১]

১৯৭০ চনত অসমীয়া ভ্ৰমণ সাহিত্যৰ ভেটিটোৱেই চকুত লগাকৈ প্ৰতিষ্ঠা হোৱা নাছিল। তেতিয়ালৈকে হেম বৰুৱাই আছিল সেই দিশটোক বিশেষভাৱে সমৃদ্ধ কৰা ব্যক্তি। 'সাগৰ দেখিছা' (১৯৫৪), 'ৰঙা কৰবীৰ ফুল' (১৯৫৯), 'ইজৰাইল' (১৯৬৫), 'মেকং নৈ দেখিলোঁ' (১৯৬৭) আৰু 'সানমিহলি' (১৯৫৭) এই পাঁচখন গ্ৰন্থ লিখি বৰুৱাই ভ্ৰমণ সাহিত্যক সুকীয়াকৈ আলোচনা কৰিব পৰা এটা ধাৰা হিচাপে আলোচনা কৰাৰ অৱকাশ সৃষ্টি কৰিছিল। সেয়ে তেওঁক 'অসমীয়া ভ্ৰমণ সাহিত্যৰ আটাইতকৈ শক্তিশালী আৰু আলোড়ন সৃষ্টিকাৰী লেখকজন'[২] বুলিও কোৱা হয়। তেওঁৰ উপৰিও আন কেইবাগৰাকীও লেখকে ভ্ৰমণ সাহিত্যত হাত দিছিল যদিও অধিক সংখ্যকেই এখনতকৈ অধিক গ্ৰন্থ লিখা নাই। অসমীয়া ভ্ৰমণ সাহিত্য সম্পৰ্কীয় আলোচনা-সমালোচনাও তেতিয়ালৈকে প্ৰায় বিৰলেই আছিল বুলিব পাৰি। সেই তেতিয়াই চৈয়দ আব্দুল মালিকে যি সংশয় প্ৰকাশ কৰিছিল সেয়া নিশ্চয় তাৎপৰ্যপূৰ্ণ। কুৰি শতিকাৰ শেষৰ ডেৰটামান দশক মানৱ সভ্যতাৰ বাবে কেইবাটাও দিশত লেখত ল'বলগীয়া। অসমেও তাৰ ভাগ পাবলৈ আৰম্ভ কৰিছিল। সেইখিনি সময়তে বিজ্ঞান আৰু প্ৰযুক্তি এই দুয়োটা দিশত ইতিপূৰ্বে আগুৱাই থকা জাপান, চীন, আমেৰিকা বা ইউৰোপৰ দেশসমূহৰ শেহতীয়া বিকাশৰ প্ৰভাৱ তৃতীয় বিশ্বৰ দেশসমূহলৈ দ্ৰুত গতিত প্ৰসাৰিত হ'বলৈ আৰম্ভ কৰিছিল।



ইয়াৰ মূল কাৰণ বাণিজ্যিক বুলিয়ে চিহ্নিত কৰা হৈছে। বিজ্ঞান-প্ৰযুক্তিত আগুৱাই যোৱা দেশসমূহে নিজৰ উৎপাদিত সামগ্ৰীৰ বিপণনৰ সুবিধাৰ বাবে লাভজনক উপভোক্তাৰ সম্ভাৱনা থকা দেশসমূহৰ লগত যাতায়াত আৰু যোগাযোগ সহজ কৰি তুলিব লগা হ'ল। তাৰ বাবে লক্ষ্য দেশসমূহৰ আনুষংগিক ভালেমান দিশৰ পৰিৱৰ্তনো সমান্তৰালভাৱে হোৱাটো জৰুৰী কথা হিচাপেই বিবেচিত হ'ল। ইয়াক বিশ্বায়নেই বোলা হওক বা পুঁজিপতিৰ আগ্ৰাসনেই বোলা হওক সেয়া সুকীয়া আলোচনাৰ বিষয়। কিন্তু বাহ্যিক বিশ্বখন যে যিকোনো মানুহৰ আয়ত্তৰ ভিতৰলৈ অহাৰ অনেক বাট মুকলি হ'ল সেয়া স্বীকাৰ্য। পোনপটীয়াকৈ ক'বলৈ গ'লে সেয়া দুই ধৰণে সম্ভৱ হ'ল ঃ (ক) ঘৰতে বহি তথ্য-প্ৰযুক্তিৰ শেহতীয়া ব্যৱস্থাবোৰৰ যোগেদি আৰু (খ) সুবিধাজনক আন্তঃৰাষ্ট্ৰীয় যাতায়াত ব্যৱস্থাৰ সুযোগেৰে বিভিন্ন ঠাই ভ্ৰমণ কৰি। চৈয়দ আব্দুল মালিকে ইয়াৰে প্ৰথম বিধৰ কথা কোৱা নাছিল। পিছে এতিয়া কেৱল ইন্টাৰনেটৰ যোগেদিয়েই মানুহে পৃথিৱীৰ ইমূৰৰ পৰা সিমূৰলৈ বিয়পি থকা অগণন তথ্য ঘৰতে লাভ কৰিব পাৰে। এগৰাকী ভ্ৰমণকাৰীয়েও ভ্ৰমণৰ আগতেই সংশ্লিষ্ট ঠাইখন খুঁতি-নাতি মাৰি চাই ল'ব পাৰে। ভ্ৰমণৰ পাছত অভিজ্ঞতাবোৰ অধিক স্পষ্ট কৰিবৰ পাবে পুনৰ ইন্টাৰনেটৰ সহায় ল'ব পাৰে। আনকি বহু সময়ত নিজে চাই অহাতকৈ ঠাই একোখনক বুজিবৰ বাবে ইন্টাৰনেটৰ তথ্যইহে অধিক সহায় কৰিবলৈ লৈছে।

উল্লিখিত প্ৰেক্ষাপটত চৈয়দ আব্দুল মালিকে কোৱা কথাষাৰ যথেষ্ট প্ৰাসংগিক বুলি ভবা যায়। তাৰ লগতে এইটো ইংগিতো পোৱা যায় যে ভ্ৰমণ কাহিনীৰ লেখকসকলৰ পৰ্যবেক্ষণ সলনি হ'বৰ হ'ল, তাতোকৈ বেছি সলনি হ'বৰ হ'ল লেখকসকলৰ লেখন-শৈলী। বিজ্ঞান-প্ৰযুক্তিৰ অভুতপূৰ্ব অগ্ৰগতিৰ কথা আওকান কৰি যদি এগৰাকী ভ্ৰমণকাৰীয়ে নিজৰ ভ্ৰমণ-বৃত্তান্ত তথ্যকোষ বা পৰ্যটকৰ হাতপুথিৰ লগত একাকাৰ কৰি পেলায় তেন্তে মালিকৰ সংশয় সঁচা প্ৰমাণিত হ'ব। অসমীয়া ভ্ৰমণ সাহিত্যত বৰ্তমানলৈ সেয়া ঘটিছেনে নাই তৎকালে জানিবলৈ কোনো উপায় নাই। কাৰণ আজিলৈকে অসমীয়া ভ্ৰমণ সাহিত্যৰ মূল্যায়নৰ চেষ্টাই বিশেষ হোৱা নাই।

ভ্ৰমণ সাহিত্য বুলিলে অসমীয়া পঢ়ুৱৈ, লেখক, প্ৰকাশক সকলোৰে মাজত সচৰাচৰ প্ৰচলিত এক ধাৰণা হৈছে যে ই মূলতঃ ইউৰোপ বা আমেৰিকা ভ্ৰমণৰ

বৃত্তান্তই হোৱা উচিত। চীন আৰু জাপানকো অলপ হিচাপত ধৰা হয়। বাকী ভাৰতবৰ্ষৰ সমপৰ্যায়ৰ বা তাতোকৈ পিছপৰা দেশলৈ যোৱা কাহিনীৰে 'প্ৰথম শ্ৰেণী'ৰ ভ্ৰমণ সাহিত্য নহয়। উপনিৱেশৰ পাছত ভাৰতীয় মানুহৰ সন্মোহন ইউৰোপে কাঢ়ি নিয়াটো স্বাভাৱিক কথাই বুলিব পাৰি। তদুপৰি সেই দেশসমূহ ভ্ৰমণ কৰাটো গৌৰৱৰ কথা বুলিও ভবা হয়। তেনে কাৰণতে অসমীয়া ভাষাত তুলনামূলকভাৱে ইউৰোপ আৰু আমেৰিকা ভ্ৰমণেৰে লিখা ভ্ৰমণ সাহিত্যৰ সংখ্যা অধিক।

১৯৯০ চনত চৈয়দ আব্দুল মালিকে সংশয় প্ৰকাশ কৰাৰ পাছত অসমীয়া ভাষাত যথেষ্ট সংখ্যক ভ্ৰমণ সাহিত্য ৰচিত হৈছে। উল্লেখ কৰাৰ দৰে ইয়াৰে অধিক সংখ্যকেই প্ৰথম বিশ্বৰ দেশসমূহ ভ্ৰমণ কৰা অভিজ্ঞতাৰ লগতে জড়িত। তথাপিও কেইগৰাকীমান লেখকৰ বিষয় উপস্থাপন, পৰ্যবেক্ষণ তথা বিশ্লেষণৰ ক্ষেত্ৰত থকা নিজা কৌশলৰ বাবে তেওঁলোকৰ ভ্ৰমণ সাহিত্যই সহজে হালি নপৰা মৰ্যাদা লাভ কৰিছে। আমাৰ বহু লেখকে মাথোঁ কেইটামান দিনৰ অভিজ্ঞতাৰেও ভ্ৰমণ কাহিনী লিখিছে। ই যথেষ্ট প্ৰত্যাহ্বানমুখৰ কাম। বহুসময়ত এনে ভ্ৰমণ কাহিনীত ভ্ৰমণৰ অভিজ্ঞতাতকৈ সংশ্লিষ্ট ঠাইৰ ইতিহাস, লেখকৰ অনুভৱ আদিহে অধিক মাত্ৰাত দেখিবলৈ পোৱা যায়। কিন্তু দীৰ্ঘদিন ধৰি কোনো প্ৰবাসত থকাৰ পাছত সেই অভিজ্ঞতাৰে লিখা ভ্ৰমণ সাহিত্য অধিক সমৃদ্ধ হোৱাৰ সম্ভাৱনা থাকে। পূৰ্ণকান্ত বুঢ়াগোহাঞিৰ 'পাটকাইৰ সিপাৰে ন বছৰ'(ৰচনাকাল ঃ ১৯৪২-৫৮, প্ৰকাশকাল ঃ ১৯৯৩), প্ৰদীপ্ত বৰগোহাঞিৰ 'লিংকনৰ দেশত অতিথি' আদি তেনেধৰণৰ ভ্ৰমণ সাহিত্য। 'লিংকনৰ দেশত অতিথি' (১৯৯৯)খন আন বৈশিষ্ট্য হ'ল ইয়াত কেৱল আমেৰিকা-প্ৰশস্তিৰ পৰিৱৰ্তে আচল আমেৰিকাখন 'ভালে বেয়াই' অসমীয়া পঢ়ুৱৈৰ সন্মুখত তুলি ধৰিবলৈ চেষ্টা কৰা হৈছে। তাৰ পৰৱৰ্তী সময়ত হীৰেণ গোহাঁইৰ ভ্ৰমণ গ্ৰন্থ 'আখ্যানৰ আঁৰৰ আমেৰিকা' (২০০৭)ত এই চেষ্টা অধিক শক্তিশালী ৰূপত দেখা যায়।

ভ্ৰমণ সাহিত্য সম্পৰ্কে থকা আন এক পূৰ্ব নিৰ্ধাৰিত ধাৰণা হৈছে যে ই বিমান বন্দৰ, ৰেলৰে প্লেটফৰ্ম, হোটেল, বিলাসী গাড়ী, মিউজিয়াম, প্ৰত্নতাত্ত্বিক বা পুৰাতাত্ত্বিক স্থানৰ বিৱৰণযুক্ত হ'বই লাগিব। অৱশ্যে কম দিনৰ বাবে বিদেশলৈ গ'লে ততাতৈয়াকৈ তেনেধৰণৰ অভিজ্ঞতাবোৰেই হোৱাই স্বাভাৱিক। সেয়ে হীৰেণ গোহাঁইৰ আত্মজীৱনী 'সপোনৰ দিক্‌চৌ বনত'ৰ পাতত আত্মজীৱনীৰ লগে লগে



আমি এক নতুন ধৰণৰ ভ্ৰমণ কাহিনীৰ সোৱাদ লাভ কৰো। কাৰণ এই গ্ৰন্থত আছে কেম্‌ব্ৰিজ বিশ্ববিদ্যালয়কেন্দ্ৰিক শৈক্ষিক পৰিৱেশটোৰ ভিতৰুৱা বহু কথাৰ সজীৱ বিৱৰণ। এনে বিৱৰণ এদিন বা দুদিনৰ বাবে কেম্‌ব্ৰিজলৈ যোৱা এজন ভ্ৰমণকাৰীয়ে দিব নোৱাৰে। কিতাপখনৰ পৰিশিষ্টত সন্নিৱিষ্ট 'এটা স্মৰণীয় অভিজ্ঞতা' নামৰ অংশটো সমগ্ৰ মানৱ জাতিৰ বাবে আদৰ্শস্বৰূপ; কিন্তু এনে অভিজ্ঞতা অৰ্জন কৰিবলৈ হ'লে এদিনীয়াকৈ বাছৰ পৰা ঠাইখন চাই আহিলে নহ'ব। এখন ভ্ৰমণ গ্ৰন্থত সংশ্লিষ্ট ঠাইখনৰ সমাজ, সংস্কৃতি, অৰ্থনীতি, শিক্ষা, ৰাজনীতি আদিৰ স্বৰূপ প্ৰকাশ পালে সেই গ্ৰন্থই নিঃসন্দেহে সদায়ে গুৰুত্ব লাভ কৰিব। এনে ভ্ৰমণ গ্ৰন্থৰ ঠাই কেতিয়াও ইন্টাৰনেটৰ পৰা পোৱা তথ্যই পূৰাব নোৱাৰে; কিন্তু কেৱল পঢ়ুৱৈৰ মনোৰঞ্জনৰ প্ৰতি লক্ষ্য ৰাখি ভাষাৰ চাতুৰ্যৰে ৰচনা কৰা ভ্ৰমণ সাহিত্যই কাল জয় কৰিবগৈ নোৱাৰে।

অসমীয়া ভ্ৰমণ সাহিত্য আৰু হোমেন বৰগোহাঞি — এই দুয়োটা কথা সম্পূৰ্ণ অপ্ৰাসংগিক যেন লাগে। বৰগোহাঞিয়ে নিজে ঘোষণা কৰি থৈছে যে তেওঁ এগৰাকী অত্যন্ত ভ্ৰমণ বিমুখ মানুহ। কিন্তু তেওঁৰ কেইখনমান ৰচনাই অসমীয়া ভ্ৰমণ সাহিত্যক ইমান বেছিকৈ সমৃদ্ধ কৰিছে যে অসমীয়া ভ্ৰমণ সাহিত্যৰ ইতিহাসত উক্ত ৰচনাকেইখনে সুকীয়া আলোচনাৰ বাট উলিয়াই লৈছে। কিন্তু লক্ষণীয়ভাৱে কেউখন ৰচনা উত্তৰ-পূব ভাৰতৰ তেনেই চিনাকি আৰু সাধাৰণ যেন লগা ঠাই ভ্ৰমণ কৰি লিখা ৰচনা। ১৯৮১ চনত মাত্ৰ এটা দিনৰ বাবে নাগালেণ্ডৰ চেচামা ভ্ৰমণ কৰি তেওঁ লিখা 'চেচামাত এটা দিন' নামৰ ৰচনাখনৰ কথাকে প্ৰথমতে ক'ব পাৰি। আহোম যুগৰ পৰা পৰিচিত নগা মানুহ আৰু নগা পাহাৰক আমি বিশেষ কিবা বৈচিত্ৰ্যৰ উৎস বুলি নাভাবোৱেই। পিছে নগাসকলৰ বিষয়ে ক'বলৈ ক'লে কেইটামান বাক্য ক'বলৈও আমাৰ হাতত সমল নাই। ইয়াৰ মূল কাৰণ হৈছে ভ্ৰমণ বুলিলেই সকলো সময়তে কেৱল অট্টালিকা চোৱাৰ হাবিয়াস। হোমেন বৰগোহাঞিয়ে উল্লিখিত ভ্ৰমণৰ পাছত লিখা ৰচনাখনত কোনো অট্টালিকাৰ বিৱৰণ নাই, তেওঁ লাভ কৰা আতিথ্যৰ গৰ্ব মিশ্ৰিত বিৱৰণো কেৱল নাই, তাৰ পৰিৱৰ্তে আছে নগাসকলৰ সংস্কৃতি, আত্মসন্মান আৰু তাৰ জৰিয়তে গঢ় লৈ উঠা অভিমানৰ উপলব্ধি। সাধাৰণ যেন লগা বিষয়ৰ অন্তৰালত অসাধাৰণত্বৰ সন্ধান হোমেন বৰগোহাঞিৰ ৰচনাৰ অন্যতম বৈশিষ্ট্য। তেনে বৈশিষ্ট্যৰে সমৃদ্ধ তেওঁৰ

আন কেইখনমান ভ্ৰমণমূলক ৰচনা হ'ল 'ডিমাপুৰত এদিন', 'পান্থশালাত এদিন দুপৰীয়া', 'কেটেটং গাঁৱত এটা দিন', 'বৰপেটাত এদিন এৰাতি' আদি। শেহতীয়াকৈ অসমীয়া সাহিত্যত বহুকেইগৰাকী লেখকে বৰগোহাঞিৰ উক্ত ৰচনাসমূহৰ সমগোত্ৰীয় ৰচনা লিখিবলৈ লোৱা দেখা গৈছে। চিনাকি ঠাইবোৰৰ লগতে দেশ বিদেশৰ অচিনাকি ঠাইলৈ যোৱাৰ অভিজ্ঞতাৰ দৰকাৰী অংশসমূহ সুন্দৰ অনুভৱেৰে প্ৰকাশ কৰি ৰচনা কৰা এই ৰচনাসমূহে অসমীয়া ভ্ৰমণ সাহিত্যৰ ইতিহাসত নিশ্চয় ঠাই পোৱা উচিত হ'ব।

কেইবাখনো উপন্যাসোপম ভ্ৰমণ গ্ৰন্থ লিখি শংকু মহাৰাজে বঙালী সাহিত্যক চহকী কৰিছে। শংকু মহাৰাজ কোনো বিদেশ ভ্ৰমিবলৈ যোৱা নাছিল, তেওঁ ভ্ৰমণ কৰিছিল ভাৰতবৰ্ষৰে হিমালয়ৰ পাদদেশত থকা বিভিন্ন ধৰ্ম পীঠ। তেনে এখন কিতাপ হ'ল 'বিগলিত-কৰুণা জাহ্নৱী-যমুনা'। যমোনেত্ৰী গংগোত্ৰী হৈ গোমুখীলৈ কৰা বিপদ সংমকুল যাত্ৰাৰ শিহৰণকাৰী বৰ্ণনাৰে লিখা এই ভ্ৰমণ গ্ৰন্থ কেইবাটাও দিশৰ পৰা অদ্বিতীয়। তেনে ঠাইলৈ যোৱাৰ অভিজ্ঞতাৰে অসমীয়া লেখকেও দুই এক ভ্ৰমণ-কাহিনী লিখিছে। কিন্তু যি কাৰণতে নহওক কিয় শংকু মহাৰাজৰ দৰে প্ৰসিদ্ধি লাভ কৰিবলৈ সক্ষম হোৱা নাই। প্ৰসংগতে ক'ব পাৰি কেইবাগৰাকীও অসমীয়া পৰ্বতাৰোহণকাৰীয়ে পৰ্বতাৰোহণৰ অভিজ্ঞতাৰে গ্ৰন্থ তথা প্ৰবন্ধ ৰচনা কৰিছে। সেইসমূহক ভ্ৰমণ সাহিত্যৰ ভিতৰুৱা হিচাপে গ্ৰহণ কৰা যেন নালাগে। দুগৰাকীকৈ অসমীয়া ব্যক্তিয়ে এভাৰেষ্ট জয় কৰিছে। তাৰে এগৰাকীয়ে সেই অভিযানৰ কাহিনী লিখিও উলিয়াইছে। শৈলেন্দ্ৰ নাথ বৰা, প্ৰণয় বৰদলৈ আদি ব্যক্তিয়ে পৰ্বতাৰোহণৰ অভিজ্ঞতাৰে যথেষ্ট প্ৰবন্ধ লিখিছে। অলপতে ৰাঘৱ চন্দ্ৰ ডেকাই এণ্টাৰ্কটিকা ভ্ৰমণৰ অভিজ্ঞতাৰে 'সঁফুৰা' আলোচনীৰ পাতত এলানি প্ৰবন্ধ লিখি শেষ কৰিছে। এই ৰচনাসমূহ ভ্ৰমণ সাহিত্যৰ ভিতৰুৱা হয়নে নহয় সেয়া কোনেও বিচাৰ কৰা দেখা নাই।

সৌম্যদ্বীপ দত্তই অসমীয়া ভ্ৰমণ সাহিত্যত এটা নতুন বিষয় সংযোজন ঘটাইছে। সেইটো হ'ল — অৰণ্য ভ্ৰমণ। এনে ধৰণৰ গ্ৰন্থ বা প্ৰবন্ধ আগতে আন কোনোৱে লিখিছে যদিও সৌম্যদ্বীপ দত্তৰ গ্ৰন্থসমূহে ইয়াক প্ৰতিষ্ঠাৰ পৰ্যায়লৈ আনিছে। প্ৰকৃতি সংৰক্ষণৰ লগত দীৰ্ঘদিন ধৰি জড়িত দত্ত এগৰাকী শক্তিশালী গদ্য লেখক। প্ৰকৃতি-প্ৰীতি তেওঁৰ বাবে বিলাস বা ৰোমাণ্টিক অনুভৱৰ বস্তু নহয়।



প্ৰকৃতিক তেওঁ অন্তৰেৰে উপলব্ধি কৰে আৰু প্ৰকৃতিৰ সান্নিধ্যৰ বাবে প্ৰায়ে অৰণ্যত সময় কটায়। সেই অভিজ্ঞতাৰে তেওঁ কিতাপ ৰচনা কৰিছে। 'অৰণ্যৰ ছাঁ-পোহৰ' (২০০৮) তেনে এখন কিতাপ। জুকু, সুন্দৰবন, ডিব্ৰু-চৈখোৱা, মানাহ আদি ভ্ৰমণৰ অভিজ্ঞতা তাত সন্নিৱিষ্ট হৈছে। আনহাতে সৌম্যদ্বীপ দত্তই 'অপৰূপা অৰুণাচল' (২০০৮)ৰ দৰে কিতাপো লিখিছে য'ত এখন নিৰ্দিষ্ট ৰাজনৈতিক সীমাৰেখাৰ ভিতৰৰ ঠাইৰ প্ৰকৃতি জগত ভ্ৰমণ কৰাৰ অভিজ্ঞতা বৰ্ণিত হৈছে। এই কিতাপখনত মানুহো হৈ পৰিছে প্ৰকৃতিৰ নিভাঁজ অংশ।

'ছাংপোৰ পৰহা ব্ৰহ্মপুত্ৰলৈ' (২০০৭) নামৰ গ্ৰন্থখন লিখি মৃণাল তালুকদাৰে অসমীয়া ভ্ৰমণ সাহিত্যত আন এটা নতুন দিশ আৰম্ভ কৰিলে। ব্ৰহ্মপুত্ৰ নদীৰে কৰা বিপদসংকুল, ৰোমাঞ্চকৰ যাত্ৰাৰ বিৱৰণেৰে লিখা হৈছে এই গ্ৰন্থ। লেখক তালুকদাৰে 'সোৱণশিৰি' নামৰ এখন জাহাজ ভাৰা কৰি কেইজনমান বন্ধু সৈতে উজনি অৰ্থাৎ তিব্বতৰ পৰা ব্ৰহ্মপুত্ৰৰে ভটিয়াই যি অভিযান সম্পূৰ্ণ কৰিছিল সেয়া আছিল ব্ৰহ্মপুত্ৰৰ ইতিহাসৰ প্ৰথম যাত্ৰা।[৩] কেৱল যাত্ৰাৰ বিৱৰণেই নহয়, সমান্তৰালভাৱে নদীখনক লৈ হোৱাৰ পূৰ্বৰ অধ্যয়নসমূহৰ বিশ্লেষণ আৰু ইয়াৰ লগত জড়িত হৈ থকা ইতিহাসৰ উল্লেখো কিতাপখনত সন্নিৱিষ্ট হৈছে। অসমীয়া ভ্ৰমণ সাহিত্যত 'ছাংপোৰ পৰহা ব্ৰহ্মপুত্ৰলৈ' এক অনন্য অৱদান। ইয়াৰ পৰৱৰ্তী সময়ত শৈলেন বৰুৱাই চাৰিকড়ীয়া আৰু সোৱণশিৰি নদীৰ বুকুৰে তেনে অভিযান সম্পন্ন কৰাৰ অভিজ্ঞতাৰে 'চাৰিকড়ীয়া অভিযান'(২০০৯) আৰু 'সোৱণশিৰি অভিযান'(২০১২) নামৰ দুখন গ্ৰন্থ লিখি এই দিশটোক পৰিপুষ্ট কৰিছে।

অসমীয়া ভ্ৰমণ সাহিত্যৰ এতিয়ালৈকে সঠিক অধ্যয়ন হোৱা নাই বুলি এই লেখাৰ প্ৰথমতেই কোৱা হৈছে। কিন্তু অধ্যয়ন নকৰাকৈ থাকোতেই বা অধ্যয়ন কৰিবলগা ধাৰা হোৱাগৈ নাই বুলি থাকোতেই ই বহুমাত্ৰিক ৰূপ লাভ কৰিছে। এতিয়ালৈকে ভ্ৰমণ সাহিত্য বুলিলে যি একমাত্ৰিক সৰু ধাৰা এটা বুলি আমাৰ যি ধাৰণা আছিল, তেনে ধাৰণাৰে ইয়াৰ আলোচনা কৰিবলৈ গ'লে লাভতকৈ ক্ষতি হোৱাৰ সম্ভাৱনাহে অধিক। এই লেখাত মাথোঁ তাৰ ৰেঙণিহে তুলি ধৰা হৈছে। বিস্তৃত অধ্যয়নৰ বহু অৱকাশ লক্ষ্য কৰা গৈছে। এই লেখাৰ প্ৰথমতেই চৈয়দ আব্দুল মালিকৰ যি সংশয়ৰ কথা উল্লেখ কৰা হৈছিল সেই সংশয় এচাম অসমীয়া

ভ্ৰমণ-কাহিনী লেখকে ইতিমধ্যেই অতিক্ৰম কৰিছে। কাৰণ সৌম্যদ্বীপ দত্ত, ৰাঘৱ চন্দ্ৰ ডেকা, মৃণাল তালুকদাৰ আদিয়ে যি পৰ্যায়ৰ তথ্য আৰু অভিজ্ঞতাৰে ভ্ৰমণ-কাহিনী লিখিছে তাৰ পৰিপূৰক হিচাপে ইণ্টাৰনেটে কেতিয়াও কাম কৰিব নোৱাৰে।▸▸

প্ৰসংগ-সূত্ৰ ঃ

১। চৈয়দ আব্দুল মালিক, *এটা চিনাকি দ্বীপৰ তটৰেখা*, পাতনি

২। জয়ন্ত কুমাৰ বৰা, *নেপথ্য আৰু নিৰ্মাণ*, পৃ. ৭৯

৩। মৃণাল তালুকাদৰ *ছাংপোৰ পৰা ব্ৰহ্মপুত্ৰলৈ* গ্ৰন্থত এই সম্পৰ্কত লিখিছে — 'আচৰিত নহ'ব যে আজিলৈকে কোনেও কৈলাস পাহাৰৰ কাষৰ 'মৰিম লা'ৰ জুৰিৰ পৰা আৰম্ভ হোৱা ছাংপো নদীৰ বুকুৰেদি ব্ৰহ্মপুত্ৰ হৈ বংগোপসাগৰ পোৱাগৈ নাই।' পৃ. ৭

গ্ৰন্থপঞ্জী ঃ


গোহাঁই, হীৰেণ ঃ *সপোনৰ দিক্‌চৌ বনত*, জ্যোতি প্ৰকাশন, গুৱাহাটী, ২০০৯

তালুকদাৰ, মৃণাল ঃ *ছাংপোৰপৰা ব্ৰহ্মপুত্ৰলৈ*, নন্দ তালুকদাৰ ফাউণ্ডেশ্বন, গুৱাহাটী, ২০০৭

দত্ত, সৌম্যদ্বীপ ঃ *অপৰূপা অৰুণাচল*, ভবানী প্ৰিণ্ট অণ্ড পাব্লিকেশ্বনচ্‌, গুৱাহাটী, ২০০৮

ঃ *অৰণ্যৰ ছাঁ পোহৰ*, ষ্টুডেণ্টছ্‌ ষ্ট'ৰচ্‌, গুৱাহাটী, ২০০৩

বৰগোহাঞি, পূৰ্ণকান্ত ঃ *পাটকাইৰ সিপাৰে ন বছৰ*, পূৰ্বাঞ্চল তাই সাহিত্য সভা, ১৯৯৩

বৰগোহাঞি, হোমেন ঃ *অবিস্মৰণীয় মানুহ ঘটনা আৰু অভিজ্ঞতা*, ষ্টুডেণ্টছ্‌ ষ্ট'ৰচ্‌, গুৱাহাটী, ২০১৪

বৰা, জয়ন্ত কুমাৰ ঃ *নেপথ্য আৰু নিৰ্মাণ*, বৈজয়ন্ত প্ৰকাশন, শিৱসাগৰ, ২০০৮

বৰুৱা, শৈলেন ঃ *চাবিকড়ীয়া অভিযান*, নেচাৰ্চ বেকন, ২০০৯

ঃ *সোৱণশিৰি অভিযান*, দেৱজিৎ বৰা, লখিমপুৰ ২০১২

মালিক, চৈয়দ আব্দুল ঃ *এটা চিনাকি দ্বীপৰ তটৰেখা*, ষ্টুডেণ্টছ্‌ ষ্ট'ৰচ্‌, গুৱাহাটী, ১৯৯০




# প্ৰকৃতি ভ্ৰমণমূলক অসমীয়া সাহিত্য

ড° নৰকুমাৰ চমুৱা

অৰ্জুন দাস বৈৰাগী আৰু ৰত্নাকৰ কন্দলীয়ে ৰচনা কৰা ত্ৰিপুৰা বুৰঞ্জী (১৭২৪ খ্ৰীঃ)ত ভ্ৰমণ কাহিনীৰ জান-নিজান উঁহ পোৱা যায়। তাৰপাছতো জোনাকী, বাঁহী আলোচনীত সৌমাৰ ভ্ৰমণ, বিলাতৰ চিঠি আদি ভ্ৰমণ কাহিনী প্ৰকাশ পোৱাৰ পৰা আজি পৰ্যন্ত বহুতো অসমীয়া ভ্ৰমণ কাহিনী ৰচিত হৈছে। দেশ-বিদেশৰ বিভিন্ন প্ৰান্তৰৰ ভ্ৰমণ অভিজ্ঞতাক আধাৰস্বৰূপে লৈ ৰসোত্তীৰ্ণভাৱে ৰচনা কৰা ভ্ৰমণ কাহিনীয়েই অসমীয়া ভ্ৰমণ সাহিত্যক সমৃদ্ধি প্ৰদান কৰিছে। দেশ-বিদেশৰ চহৰ পৰিভ্ৰমণৰ বৃত্তান্ত, সাগৰ-মহাসাগৰৰ ৰূপ-দৰ্শন, মৰুভূমিৰ উষ্ম পৰিৱেশ, খাদ্যভাস, সাংস্কৃতিক পৰিচয়ৰ পৰা আৰম্ভ কৰি ব্যক্তিগত অভিজ্ঞতাৰ সুষমাৰে বহু ভ্ৰমণ কাহিনী সমৃদ্ধ হৈ আছে; কিন্তু অৰণ্য ভ্ৰমণৰ আধাৰত ৰচিত অসমীয় ভ্ৰমণ কাহিনীৰ জয়যাত্ৰা তেনেই অৰ্বাচীন বুলিও ক'ব নোৱাৰি। লক্ষ্মীনাথ বেজবৰুৱাৰ সম্পাদনাত প্ৰকাশিত বাঁহী আলোচনীত আমি তেনেধৰণৰ দুখন ৰচনাৰ উমান পাওঁ। ইয়াৰে প্ৰথমখন ৰচনা প্ৰকাশিত হৈছিল বাঁহীৰ দ্বিতীয় বছৰৰ তৃতীয় সংখ্যাৰ পৰা (১৮৩২ শক, মাঘ)। বাঁহীত চৈধ্যটা খণ্ডত প্ৰকাশিত এই ৰচনাখনৰ শীৰ্ষক আছিল 'মণিপুৰ যাত্ৰা'। জ্ঞানানন্দ জগতীয়ে ৰচনা কৰা এই ভ্ৰমণ কাহিনীলানি মণিপুৰ যাত্ৰা হ'লেও ই উত্তৰ-পূৰ্বাঞ্চল ভ্ৰমণৰ আধুনিক ভ্ৰমণ কাহিনী আৰু প্ৰকৃতি বা পৰিবেশ ভ্ৰমণ কাহিনীৰ প্ৰথম নিদৰ্শন হিচাপে নতুনত্ব বহন কৰিছে।

ৰচনাখনত ডিব্ৰুগড়ৰ পৰা জাহাজেৰে ককিলামুখ আৰু ককিলামুখৰ পৰা ৰেলেৰে ডিমাপুৰলৈ যোৱা, ডিমাপুৰৰ পৰা অটব্য অৰণ্য পথেৰে খোজেৰে কহিমাহৈ মণিপুৰৰ ইম্ফললৈ কৰা ভ্ৰমণৰ বিস্তাৰিত কাহিনী সংযোজিত হৈছে। এই কাহিনীত লেখকৰ ব্যক্তিগত অভিজ্ঞতাৰ আধাৰত প্ৰকৃতি, জনগোষ্ঠী, আৰ্থসামাজিক আদি বিবিধ প্ৰসংগ অৱতাৰণা কৰা হৈছে। অৱশ্যে আমাৰ এই

আলোচনাত এই ভ্ৰমণ কাহিনীলানিক প্ৰকৃতি ভ্ৰমণমূলক ৰচনাৰ দৃষ্টিভংগীৰে চোৱাৰ যত্ন কৰা হৈছে। নাগালেণ্ড আৰু মণিপুৰৰ পাহাৰ অঞ্চলৰ প্ৰাকৃতিক শোভা পাহাৰীয়া লাস্যময়ী নৈ-নিজৰাৰ উদ্দাম গতিৰ বৰ্ণনা, প্ৰকৃতিৰ কোলাত লালিত-পালিত হোৱা জনগোষ্ঠীসমূহৰ মানসিক চৰিত্ৰ, অৰণ্যপথৰ যাত্ৰাৰ মনোৰম বৰ্ণনা এই ৰচনাখনত আগবঢ়াইছে। লেখকৰ ভ্ৰমণ পথত অৰণ্যৰ মাজত সন্মুখীন হোৱা তেনে এক ঘটনাৰ কিয়দংশ এনেধৰণৰ —

> আলিৰ দুকাষে বৰ ডাঠ হাবি দেখা পাবলৈ ধৰিলোঁ। ক্ৰমে বেলি মাৰ গ'ল। এন্ধাৰ হৈ আহিবলৈ ধৰিলে। আগত গাঁও পাবৰ আশাত আমি খুব বেগ দিব ধৰিলোঁ। এনেতে আলিবাটৰ জেকামাটিৰ ওপৰত সৰু-ডাঙৰ অসংখ্য বাঘৰ ন খোজ আমাৰ চকুত পৰিল। এই হাবিখন আৰু এই বাটটো পৰ্বতৰ নামনিৰ সমভূমিৰ ওপৰত। ইয়াত বাঘ ভালুক হাতী গাহৰি ইত্যাদি সকলোবিধ জন্তুৰ বৰ উপদ্ৰৱ।... এনেতে বাঁও হাতৰ ফালৰ মাজ হাবিৰ পৰা বনৰজাৰ ভীষণ গোঁজৰণি আহি গোটেই হাবি কঁপাই দিলে।... বাঘৰ গোঁজৰণি শুনি আমি খোজেপতি বিপদৰ আশংকা কৰিব ধৰিলোঁ। এটা দুটা গোজৰ মাৰি যদি বাঘটোৱে মনে মনে থাকিলহেঁতেন তেওঁ এটা কথা। কিন্তু ই কি? গোঁজৰৰ লানি নিছিগাই হ'ল। আমি নিঃশব্দে খোজ কাঢ়ি খুব বেগাই আগবাঢ়িবলৈ ধৰিলোঁ।... সেইদিনাখন অমাৱস্যা আছিল নে নাই ক'ব নোৱাৰো; কিন্তু সূচীভেদ্য অন্ধকাৰ আদি ঘোৰ এন্ধাৰৰ যতবোৰ কবিয়ে কৰা বৰ্ণনা কিতাপত পঢ়িছিলো তাৰ আটাইবোৰৰে সত্যতা সেইদিনাখনৰ পৰা পাহৰিব নোৱাৰাকৈ উপলব্ধি কৰিলো। খোজেপতি গছৰ জোপাটোকে হাতী বুলি ভ্ৰম হ'বলৈ ধৰিলে। আৰু খোজে পতি বৈ বৈ অতি সাৱধানে আগবাঢ়িবলৈ ধৰিলোহঁক — আমাৰ কাল্পনিক হাতীও বৈ থাকে আমিও বৈ থাকো, পাছত ভ্ৰম ভাগিলে আকৌ আগবঢ়া। এইদৰে ঘোৰ বিপদাশঙ্কাৰ ভিতৰতো মাজে মাজে হাঁহিৰ জিলিকনিয়ে পোহৰ দি যাবলৈ ধৰিলে। (*বাঁহী*, ২য় বছৰ, ৫ম সংখ্যা, চ'ত, ১৮৩২ শক)



এই ৰচনাখনৰ উপৰিও বাঁহীত নদী অভিযানৰ এখন ৰচনাও প্ৰকাশিত হৈছিল। 'দিহঙৰ দাঁতিত এদিন' নামৰ এই ৰচনাখনৰ লেখক আছিল প্ৰেমধৰ চলিহা। ৰচনাখনত শদিয়া পাৰ হৈ দিবাং মিৰি গাঁৱৰফালে গৈ নাৱেৰে মুটকং গাঁও পাৰ হৈ দিবাঙৰ সোঁতত কৰা ভ্ৰমণৰ বৰ্ণনা দিছে। এই ৰচনাখনত প্ৰকৃতিৰ অনুপম শোভা আৰু নৌ যাত্ৰাৰ বৰ্ণনাৰ লগতে নৈপৰীয়া জনজাতীয় জীৱনৰ স্পন্দন অনুভূত হয় —

> দিবাঙৰ পানী বৰ কোৱাল। কোনো কোনো ঠাইত জলপ্ৰপাতৰ দৰে বহুত ওপৰৰ পৰা হৰ-হৰাই পানী পৰিছে। নাও লাহে লাহে সাৱধানে অহাত মুটকং গাঁও পাওঁতে দুপৰীয়া হ'ল। তাতে আমাৰ চিনাকি মানুহ এজনে বালি ভাত ৰান্ধি খুৱাই-বুৱাই আমাক সোনকালে বিদায় দিলে। এই গাঁৱৰ মুখে মুখে সিপাৰে আটাইবোৰ সুতি এতিয়া মৰিল। এটা মাত্ৰ ফুটি থকাৰ চিন পাই সেই পালেই নাও পোনাই দি চিচিৰী গেৱাজৰ ঘাটত আমি ওলালোঁগৈ। যদিও বাটত ঠায়ে ঠায়ে পানী কমৰ বাবে আমি কেইবাবাৰো উঠা-নমা কৰিবলগীয়া হৈছিল, তথাপি এপৰতকৈ কম বেলিতে চিচিৰী পালোঁ। নিয়মৰ বাটে অৰ্থাৎ দিবাঙৰ মুখত ওলাই ব্ৰহ্মপুত্ৰ নৈয়েদি গৈ শিলনিমুৰে উজাই যোৱাহেঁতেন আমি যলৈ যাব খুজিছোঁ তালৈ কমেও তিনি-চাৰি দিনৰ বাট হ'লহেঁতেন চিচিৰী মিৰি গাঁওখন এটা মুকলি ওখ মাজুলিৰ ওপৰত। গাঁওখন ডাঙৰ। দুকুৰি তিনিকুৰিমান ঘৰ একেলগে থুপ খাই আছে। বেছি আশা-ভৰসা বা কোনো ডাঙৰ আকাংক্ষা নথকাত, ল'ৰা-বুঢ়া-ডেকা-গাভৰু সকলোৱে কোনো কঠোৰ নিয়মৰ তলতীয়া নহৈ স্বাধীনচিতিয়াভাৱে আৰু মুকলিমুৰীয়াহৈ ফুৰাত প্ৰত্যেকৰে মুখতে এটি বিমল সুখ আৰু আনন্দৰ ছবি ফুটি উঠিছিল। (*বাঁহী*, ৬ষ্ঠ বছৰ, ৫ম সংখ্যা, চ'ত, ১৮৩৬ শক)

সাম্প্ৰতিক সময়ত প্ৰণয় বৰদলৈৰ হিমালয়ৰ *শিখৰে কন্দৰে*, *উত্তুংগ যোগীন* আদি গ্ৰন্থত দুঃসাহসিক ভ্ৰমণ অভিজ্ঞতাৰ লগে লগে প্ৰকৃতিৰ বৰ্ণনায়ো বিশিষ্ট ৰূপ গ্ৰহণ কৰিছে। *উত্তুংগ যোগীন* গ্ৰন্থত হিমালয়ৰ যোগীন পৰ্বতমালাৰ

অভিযানৰ কাহিনী বিবৃত হৈছে। অপূৰ্ব বল্লভ গোস্বামীৰ *নামবৰৰ পৰা ম্যানমাৰলৈ* গ্ৰন্থখনতো অৰণ্য ভ্ৰমণৰ কাহিনী আছে। কেৱল অৰণ্য ভ্ৰমণক আধাৰৰূপে লৈ *অৰণ্যৰ ছাঁ-পোহৰ, অপৰূপা অৰুণাচল, নামচাঙৰ অন্তেষপুৰ* সৌম্যদ্বীপ দত্তৰ একক আৰু অদ্বিতীয় সৃষ্টি। এই আলোচনাত তেনে দুখনমান প্ৰকৃতি ভ্ৰমণ গ্ৰন্থৰ মাজেৰে অসমত সেউজ সংৰক্ষণ চেতনাৰ প্ৰকাশ সম্পৰ্কত আলোচনা আগবঢ়োৱা হৈছে।

**নামচাঙৰ অন্বেষপুৰ ঃ**

নামচাং নৈ — অৰুণাচল প্ৰদেশৰ টিৰাপ আৰু চাংলাং জিলাৰ পৰা পাহাৰৰ ফাঁকে ফাঁকে একা বেঁকাকৈ বৈ অহা এখন নৈ। অসম-অৰুণাচল সীমান্তৱৰ্তী দেওমালি অঞ্চলৰ বুঢ়ীদিহিঙৰ সৈতে নামচাঙৰ মিলন ঘটিছে। এই দুয়োখন নৈৰ কাষৰীয়া অঞ্চলত বিস্তীৰ্ণ অঞ্চলজুৰি সেউজীয়া অৰণ্যৰ সমাৰোহ দেখা যায়। দৃষ্টিৰ সীমানজুৰি কেৱল সেউজীয়া অৰণ্যৰ এই সুবিস্তীৰ্ণ অৰণ্যভূমিভাগ তিনিখন বনাঞ্চলেৰে সংলগ্ন। জয়পুৰ, ডিৰাক আৰু আপাৰ দিহিং বনাঞ্চলেৰে সংলগ্ন এই অৰণ্যভাগ সম্প্ৰতি দিহিং পাটকাই অভয়াৰণ্য নামেৰে পৰিচিত।

দিহিং পাটকাইৰ বনাঞ্চলভাগ পৃথিৱীৰ ভিতৰতে আটাইতকৈ চহকী বনাঞ্চলৰূপে চিহ্নিত হৈছে। সাধাৰণ অৰণ্যতকৈ চাৰিগুণ বেছি সমৃদ্ধিশালী বৰ্ষাৰণ্য বা ৰেইন ফৰেষ্ট হিচাপে দিহিং পাটকাইৰ অৰণ্যভাগ আজি সমাদৃত। আজিৰ পৰা পোন্ধৰ-বিশ বছৰৰ আগতে ব্ৰহ্মপুত্ৰ উপত্যকাত এনে এখন বৰ্ষাৰণ্যৰ সন্ধান দিয়াটো আছিল এটা তাৎপৰ্যপূৰ্ণ বিষয়। তেতিয়াৰ পৰা আজি পৰ্যন্ত সেই বৰ্ষাৰণ্যখনৰ সংৰক্ষণ আৰু সংবৰ্ধনৰ বাবে এচাম মানুহে কৰি অহা সংঘৰ্ষ আৰু ত্যাগৰ ইতিহাস লিপিবদ্ধ হৈছে সৌম্যদ্বীপ দত্তৰ *নামচাঙৰ অন্তেষপুৰ* গ্ৰন্থত। এই গ্ৰন্থখনৰ পাতে পাতে বিবৃত হৈছে এখন বৰ্ষাৰণ্য সংৰক্ষণৰ ক্ষেত্ৰত এজন ব্যক্তি আৰু এটা অনুষ্ঠানৰ আপোচবিহীন সংগ্ৰামৰ ইতিবৃত্ত। লেখক সৌম্যদ্বীপ দত্তই ভ্ৰমণ অভিজ্ঞতাৰ আধাৰত প্ৰত্যয়দীপ্তভাৱে প্ৰতিটো ঘটনা পৰিঘটনাৰ বিৱৰণ গ্ৰন্থখনত অন্তৰ্ভুক্ত কৰিছে। *নামচাঙৰ অন্তেষপুৰ* অসমৰ পৰিৱেশ সংৰক্ষণৰ বাবে এচাম মানুহে কৰি অহা নিৰন্তৰ কৰ্ম-সাধনাৰ সাৰলীল চানেকি। অৰণ্য ভ্ৰমণৰ তিতা-মিঠা স্বাদ আৰু ৰোমাঞ্চকৰ অভিজ্ঞতাৰ আধাৰত



সৌম্যদ্বীপ দত্তই অসমৰ পৰিৱেশ আন্দোলনৰ এছোৱা দুৰ্যোগপূৰ্ণ সময়ক *নামচাঙৰ অন্তেষপুৰ* গ্ৰন্থত উপস্থাপন কৰিছে।

শেহতীয়াকৈ অসমত বন, বন্যপ্ৰাণী আৰু পৰিৱেশ সংৰক্ষণ সম্পৰ্কীয় ৰচনাৰাজিয়ে বিশেষ সমাদৰ লাভ কৰিছে। বিভিন্ন অঞ্চলৰ অৰণ্য ভ্ৰমণৰ কাহিনীলানিয়ে বিশেষ মাত্ৰা আৰু মৰ্যাদাৰে প্ৰতিষ্ঠিত হৈছে। *নামচাঙৰ অন্তেষপুৰ* গ্ৰন্থখনতো অৰণ্য যাত্ৰাৰ স্বাদ পোৱা যায়। অৰণ্য ভ্ৰমণত লেখকৰ বাস্তৱিক অভিজ্ঞতাৰ প্ৰকাশ এটা মন কৰিবলগীয়া বৈশিষ্ট্য। জয়পুৰ বৰ্ষাৰণ্যৰ মাজত খোজ কাঢ়ি ঘূৰি ফুৰোতে চাৰিওকাষৰ পৰিৱেশৰ সজীৱ বৰ্ণনাই যিকোনো পঢ়ুৱৈৰে মন টানি ধৰিব পাৰে। চকুৰে দেখা ডাঙৰ জন্তু একোটাৰ পৰা নৈৰ কাষৰ নিৰ্জীৱ শিল এটা পৰ্যন্ত লেখকৰ সূক্ষ্ম-সন্ধানী দৃষ্টি আঁতৰি যোৱা নাই। দিহিং পাটকাইৰ প্ৰতিজোপা গছ, গছৰ ডালত মুক্ত বিহগীৰ চলন-ফুৰণ, আদৰ-কায়দা আৰু চাৰিত্ৰিক বৈশিষ্ট্যক লেখকে গ্ৰন্থখনত উপস্থাপন কৰিছে। অৰণ্যৰ অন্তেষপুৰত পদব্ৰজে ঘূৰি ফুৰোতে হোৱা তিতা-মিঠা প্ৰতিটো অভিজ্ঞতাকে তেওঁ ভ্ৰমণ কাহিনীৰ মাজত তুলি ধৰিছে। গ্ৰন্থখন পঢ়ি থকাৰ সময়ত এনেহে লাগে যেন, অভিজ্ঞতাৰ প্ৰতিটো চিৰস্মৰণীয় মুহূৰ্ত, বন্যপ্ৰাণীৰ উল্লেখন বা পৰিৱেশ সংৰক্ষণ প্ৰতিটো দিশক ভ্ৰমণ কাহিনী সূতাডালেৰে একেলগে গাঁঠি থৈছে। এইক্ষেত্ৰত আটাইতকৈ গুৰুত্বপূৰ্ণ কথাটো হৈছে, লেখক সৌম্যদ্বীপ দত্তই অৰণ্য যাত্ৰাৰ অভিজ্ঞতাৰ আলমত সূক্ষ্ম পৰ্যবেক্ষণেৰে বৰ্ষাৰণ্যৰ বৈচিত্ৰ্যক পোহৰলৈ আনিছে।

অৰণ্য ভ্ৰমণৰ অভিজ্ঞতাৰ ভেটিত সৌম্যদ্বীপ দত্তৰ নামচাঙৰ অন্তেষপুৰৰ বিভিন্ন কাহিনীয়ে পাঠকক আমোদ দিয়ে। সজীৱ আৰু প্ৰত্যয়দীপ্ত বৰ্ণনাই যিদৰে পাঠকক এটা সন্মোহন শক্তিৰে বান্ধি ৰাখিব পাৰিছে, ঠিক সেইদৰে এনে বৰ্ণনাৰ তথ্যপূৰ্ণতাই পাঠকৰ প্ৰকৃতি সম্পৰ্কীয় জ্ঞান ভাণ্ডাৰকো চহকী কৰিছে। আলোচ্য গ্ৰন্থখনৰ প্ৰথম ফালৰ অৰণ্য ভ্ৰমণৰ কাহিনীলানিয়ে পাঠকৰ মনত পোনতে অনুভূতিৰ সঞ্চাৰ কৰে। অৰণ্যৰ তিতা-মিঠা অনেক অভিজ্ঞতাই পঢ়ুৱৈৰ মন পুলকিত কৰে। গ্ৰন্থখনৰ প্ৰথম পৰ্যায়ৰ এই স্বাদ-বৈচিত্ৰ্যই ক্ৰমান্বয়ে চিন্তা-তৰংগলৈ গতি কৰিছে যেন বোধ হয়। প্ৰথম পৰ্যায়ৰ অৰণ্য ভ্ৰমণৰ অভিজ্ঞতাৰ পাছত অসমৰ পৰিৱেশ আন্দোলনৰ এছোৱা ভৰপক সময়ত আনি

লেখকে আমাক থিয় কৰাই দিছে। অসমৰ পৰিৱেশ সংৰক্ষণৰ ক্ষেত্ৰত দেখা দিয়া বাস্তৱ সমস্যাৰ চিত্ৰায়ন পুথিখনৰ এটা প্ৰধান দিশ। চক্ৰশীলাৰ পৰা দিহিং পাটকাইলৈকে অসমৰ বনাঞ্চল, বন্যপ্ৰাণী আৰু পৰিৱেশ সংৰক্ষণ কৰিবলৈ যাওঁতে একপ্ৰকাৰৰ আন্দোলনৰ সূচনা কৰিবলগীয়া হৈছিল। ৰাজ্যৰ অগ্ৰণী পৰিৱেশ সংৰক্ষণকাৰী গোষ্ঠী নেচাৰ্চ বেকনৰ সৌজন্যত সূচনা কৰা পৰিৱেশ আন্দোলনৰ গুৰি ধৰিছিল সৌম্যদ্বীপ দত্তই। একেদৰে সোণালী বান্দৰ খ্যাত চক্ৰশীলা বনাঞ্চল আৰু জৈৱ বৈচিত্ৰ্যৰ অনুপম ভাণ্ডাৰ দিহিং পাটকাই বৰ্ষাৰণ্যক প্ৰকৃতাৰ্থত সুৰক্ষা প্ৰদান কৰিবলৈ যাওঁতে লেখকে পৰিৱেশ আন্দোলনৰ যিছোৱা সময় অংকন কৰিছে, সেই সময়ছোৱা অসমৰ সমাজ ইতিহাসৰ বাবে অতিকে গুৰুত্বপূৰ্ণ সময়।

অসমত ব্ৰহ্মপুত্ৰ উপত্যকাৰ বিভিন্ন বনাঞ্চল, অভয়াৰণ্যসমূহত এটা সময়ত ব্যাপকভাৱে লুণ্ঠনৰ কাৰবাৰ সংঘটিত হৈছিল। অৰণ্যৰ বৰ বৰ কাঠৰ চোৰাং ব্যৱসায়, বন্য জীৱ-জন্তু হত্যা, আৰু বিভিন্ন অংগ-প্ৰত্যংগৰ চোৰাং ৰপ্তানিয়ে অসম ছানি ধৰিছিল। এইক্ষেত্ৰত কিছুমান বন বিষয়াৰ উদ্‌গনিয়ে অসমৰ পৰিৱেশ ধ্বংস হোৱাত প্ৰধান ভূমিকা গ্ৰহণ কৰিছিল। সৌম্যদ্বীপ দত্তই এই সমস্ত ঘটনা প্ৰবাহক বাস্তৱসন্মত ৰূপত *নামচাঙৰ অন্তেষপুৰ*ত ঠাই দিছে। সেই দিশৰ পৰা পুথিখনত কেৱল নামচাং সমীপৱৰ্তী ডিব্ৰাক-জয়পুৰ-দিহিঙৰ বৰ্ষাৰণ্যৰে বিষয় অন্তৰ্ভুক্ত হোৱা নাই। লেখকে এই সীমা চেৰাই গৈ সমগ্ৰ অসমৰ পাৰিবেশিক সমস্যা আৰু এই সমস্যা সমাধানৰ ক্ষেত্ৰত লোৱা ভূমিকাক পোহৰলৈ আনিছে। সেয়েহে *নামচাঙৰ অন্তেষপুৰ* অসমৰ পৰিৱেশ আন্দোলনৰ *ঐতিহাসিক দস্তাবেজ*লৈ পৰিণত হৈছে।

*গ্ৰন্থখনক* ঐতিহাসিক দস্তাবেজ বুলি কওঁতে আৰু এটা কথা মনলৈ আহিছে। আলোচ্য পুথিখনত যিহেতু অসমৰ এছোৱা গুৰুত্বপূৰ্ণ সময় প্ৰতিফলিত হৈছে। এইছোৱা সময়ত অসমৰ বনবিভাগৰ দৰে চৰকাৰী বিভাগ একোটাৰ কিছুমান বিষয়াৰ কুকীৰ্তিৰ অকপট প্ৰকাশ লক্ষ্য কৰা যায়। লেখকে নিৰ্ভীকভাৱে আৰু স্পষ্টবাদিতাৰে ভণ্ড বিষয়াসকলৰ ভূমিকা প্ৰতিপন্ন কৰিছে। সংশ্লিষ্ট বিষয়াসকলক অসমৰ মানুহে মানুহে যুগে যুগে পৰিৱেশ আন্দোলনৰ ঘৰ-বিভীষণ ৰূপে মনত ৰাখিব।



অসমৰ পৰিৱেশ পৰ্যটনৰ ক্ষেত্ৰত সৌম্যদ্বীপ দত্তৰ *নামচাঙৰ অন্তেষপুৰ* গ্ৰন্থখনে বিশেষ গুৰুত্ব বহন কৰিছে। অসমৰ বৰ্ষাৰণ্য আৰু বনাঞ্চলসমূহৰ স্বৰূপ আৰু বৈচিত্ৰ্যৰ সযুগ্ম প্ৰকাশে এই গুৰুত্বক প্ৰতিপন্ন কৰিছে। বৰ্ষাৰণ্যৰ অন্তেষপুৰৰ জৈৱবৈচিত্ৰ্যৰাজিৰ সূক্ষ্ম পৰ্যবেক্ষণ, অধ্যয়ন আৰু উপস্থাপনে যিকোনো পঢ়ুৱৈকে অৰণ্যৰ প্ৰতি আকৰ্ষিত কৰিব।

পৰিৱেশ বিষয়ক অসমীয়া সাহিত্যৰ ক্ষেত্ৰতো *নামচাঙৰ অন্তেষপুৰ* উল্লেখযোগ্য সংযোজন। লেখকৰ অভিজ্ঞতাৰ আত্মবিবৃতি আৰু পৰিৱেশ সংৰক্ষণকামী দৃষ্টিভংগীৰ সংগমে গ্ৰন্থখনক এক নতুন মাত্ৰা প্ৰদান কৰিছে। গ্ৰন্থখনত একেলগে অৰণ্য যাত্ৰাৰ কাহিনী আৰু অভিজ্ঞতা, বিষয়-প্ৰসংগৰ বাস্তৱ উল্লেখন আৰু তথ্যগত বিশ্লেষণে প্ৰাধান্য পাইছে। ভ্ৰমণ কাহিনীৰ মাজত প্ৰতিটো আৰণ্যক অভিজ্ঞতাৰ খুটি-নাতি আৰু পুংখানুপুংখ বিৱৰণ মনোৰম ৰূপত বিবৃত হৈছে। এইক্ষেত্ৰত লেখকৰ সূক্ষ্ম-সন্ধানী দৃষ্টিৰ পৰিধিয়ে বিশাল প্ৰকৃতিৰ অপৰূপ শোভাক সামৰি লৈছে।

*নামচাঙৰ অন্তেষপুৰ*ত অসমৰ পৰিৱেশ আন্দোলনৰ ইতিহাস লিপিবদ্ধ হ'লেও অনেক ঐতিহাসিক প্ৰসংগই গ্ৰন্থখনত ঠাই পাইছে। জয়পুৰ বৰ্ষাৰণ্যৰ বৈশিষ্ট্যৰ লগতে অঞ্চলটোৰ ঐতিহ্য অৱলোকন, অৰুনোদই-মিছনেৰীৰ প্ৰসংগ, গহপুৰীয়া নিধিৰাম চৰ্দাৰ, গুণাভিৰামৰ আসাম বুৰঞ্জীৰ বিভিন্ন প্ৰসংগৰ উল্লেখন সন্নিৱিষ্ট হৈছে। *নামচাঙৰ অন্তেষপুৰ*ৰ ভ্ৰমণ কাহিনীৰ মাজত প্ৰকৃতিয়ে মানৱী ৰূপ লৈছে। প্ৰকৃতি সত্তাত মানৱীকৰণৰ আৰোপে এটি পাতল ৰোমাণ্টিক আৱেশৰ জন্ম দিছে। এই এটি পাতল ৰোমাণ্টিক আৱেশে পৰিৱেশ আন্দোলনৰ এটা লঠঙা কাহিনীক জীপাল কৰি তুলিছে।

*ভ্ৰমণৰ আনন্দ* সৌমদ্বীপ দত্তৰ ভ্ৰমণমূলক আন এক ডজন ৰচনাৰ সংকলন। অৰুণাচল প্ৰদেশৰ নামদফাৰ বিস্তৃত অৰণ্যাঞ্চলৰ পৰা পোলেণ্ড ভ্ৰমণলৈকে ভ্ৰমণ কাহিনী গ্ৰন্থখনত বিবৃত হৈছে। ভ্ৰমণৰ আনন্দৰ মাজেৰে লেখকৰ অৰণ্য প্ৰীতি আৰু পৰিৱেশ সংৰক্ষণ চেতনা প্ৰতিবিম্বিত হৈছে। তদুপৰি দুই এটা প্ৰবন্ধত ঐতিহ্যবোধ, সাংস্কৃতিক পৰম্পৰাৰ পৰিচয়ো পোৱা যায়।

গ্ৰন্থখনৰ 'নামদফাৰ মধুৰ স্মৃতি' শীৰ্ষক ৰচনাত নামদফা ৰাষ্ট্ৰীয় উদ্যানত চাৰিটা পৰিয়ালে সমিলমিলেৰে কৰা অৰণ্য দৰ্শনৰ কথা বিবৃত হৈছে। তাৰ মাজতে

লেখকে প্ৰত্যক্ষ কৰা প্ৰাকৃতিক পৰিৱেশৰ সূক্ষ্ম সৌন্দৰ্যৰাশি অন্তৰ্ভুক্ত কৰিছে।

'ডিব্ৰুগড়ৰ পৰা মাৰ্ঘেৰিটা হৈ ডিবং গাঁৱলৈ' ৰচনাৰ যোগেদি অসমৰ গ্ৰাম্য পৰ্যটনৰ এটা নব্য ধাৰণা উপস্থাপিত হৈছে। অসমৰ গাঁওসমূহ স্বাভাৱিকভাৱেই বিভিন্ন কৃষ্টি-সংস্কৃতিৰ ভাণ্ডাৰস্বৰূপ। তাতে ধৰ্মীয় বৈচিত্ৰ্যই এই কৃষ্টি-সংস্কৃতিক এক যুগমীয়া সত্বা প্ৰদান কৰিছে। অসমৰ ঐতিহ্যসম্পন্ন (প্ৰাকৃতিক, সামাজিক অথবা সাংস্কৃতিক) গাঁওসমূহত গ্ৰাম্য পৰ্যটন আৰু পৰিভ্ৰমণৰ ধাৰণাই অসমৰ পৰ্যটন উদ্যোগক নতুন আয়তন প্ৰদান কৰাৰ থল আছে। অসমত অসমীয়া মানুহে অসমীয়া সভ্যতা-সংস্কৃতিৰ প্ৰকৃত মৰ্ম অনুধাৱনৰ বাবে নিশ্চিতভাৱেই অসমৰ বিভিন্ন অঞ্চলৰ ঐতিহ্যৰ সৈতে পৰিচিত হ'ব লাগিব। লেখক সেয়েহে আশাবাদী যে, অসমৰ সৰু সৰু অঞ্চলবোৰত কৰা ভ্ৰমণ প্ৰক্ৰিয়াই অসমৰ আভ্যন্তৰীণ পৰ্যটনশিল্পক আৰ্থিক দিশত বিপুলভাৱে শক্তিশালী কৰি তুলিব। ঠিক একেদৰে 'আমাৰ তেজপুৰ ভ্ৰমণতো' তেজপুৰৰ বিভিন্ন মন্দিৰ, উদ্যান, প্ৰত্নতাত্ত্বিক স্থান ভ্ৰমণৰ মাজেদি পৰ্যটনৰ সম্ভাৱনীয়তা প্ৰতীয়মান কৰি তুলিছে।

গ্ৰন্থখনৰ এটা উল্লেখনীয় দিশ হ'ল — অসমৰ বিভিন্ন অঞ্চলত লেখকে কৰা ব্যক্তিগত ভ্ৰমণৰ অভিজ্ঞতাৰ অনুৰণন। সাধাৰণতে অসমৰ মানুহে অসমৰ ঠাই এখনত কেৱল ভ্ৰমণ কৰিম বুলিয়েই যোৱাৰ উদাহৰণ তেনেই বিৰল। লেখকে অসমত প্ৰচলিত এই ধাৰণাক সলনি কৰাৰ প্ৰয়াস কৰিছে। সৌম্যদ্বীপ দত্তৰ এই ভ্ৰমণৰ পৰিসৰে ডিবং গাঁৱৰ পৰা তেজপুৰ, জোনাই, চক্ৰশীলা, মানাহ আদি বিভিন্ন ঠাই সামৰি লৈছে। এইক্ষেত্ৰত প্ৰকৃতি, পৰ্যটন, গ্ৰাম্য পৰ্যটন আৰু ধৰ্মীয়-সাংস্কৃতিক পৰ্যটনে প্ৰাধান্য পাইছে। মুখ্যতঃ ভ্ৰমণৰ আনন্দত প্ৰকাশিত আটাইকেইটা লেখাই এই তিনিওটা দিশক প্ৰতিনিধিত্ব কৰিছে।

'নামদফাৰ মধুৰ স্মৃতি', 'ৰোহিনীৰ পৰা ঘুম', 'চুকীয়া, যোৰপুখুৰী আৰু মিৰিক', 'পূব চিকিমৰ বাটে ঘাটে', 'পঞ্চৰতীৰপৰা গৰুমাৰ ৰাষ্ট্ৰীয় উদ্যানলৈ', 'চক্ৰশীলা অভয়াৰণ্য', 'বৰফেৰে আবৰা ঈগলনেষ্ট', 'মানাহ উদ্যানৰ অৰণ্যৰাজি' আদি গৰিষ্ঠসংখ্যক ৰচনাতে প্ৰকৃতি পৰ্যটনৰ ভূমিকা লক্ষ্য কৰা যায়।

ভ্ৰমণৰ আনন্দই ভ্ৰমণ সাহিত্য হিচাপে পৈণত ৰূপ লাভ নকৰিলেও ভ্ৰমণমূলক ৰচনা হিচাপে গুৰুত্ব অপৰিসীম। যিকোনো পাঠকেই গ্ৰন্থখন পঢ়াৰ



পাছত সংশ্লিষ্ট অঞ্চলটো অনায়াসে ভ্ৰমণ কৰিব পাৰিব। অসমৰ গ্ৰাম্য পৰ্যটন শিল্পক নতুন ৰূপত প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত সৌম্যদ্বীপ দত্তৰ ভ্ৰমণৰ আনন্দই এটা পৰিপক্ক পৰিকাঠামো নিৰ্মাণ কৰিব।

**অৰুণাচল ভ্ৰমণ সম্পৰ্কীয় গ্ৰন্থৰ মাজেৰে সেউজ সংৰক্ষণ চেতনাৰস্বৰূপ ঃ**

অসমকে ধৰি ভাৰতবৰ্ষৰ উত্তৰ-পূব অঞ্চলটো প্ৰাকৃতিক, জনগোষ্ঠীয়, সাংস্কৃতিক তথা সামাজিক দিশত অত্যন্ত বৈচিত্ৰ্যপূৰ্ণ অঞ্চল। এই অঞ্চলটোত প্ৰকৃতি আৰু সংস্কৃতিৰ বিনন্দীয়া ৰূপ লক্ষ্য কৰা যায়। এফালে জৈৱবৈচিত্ৰ্যৰ বিপুল সম্ভাৰবাশিয়ে এই উত্তৰ-পূৰ্বাঞ্চলক অনন্য ৰূপ প্ৰদান কৰিছে, আনফালে বহুতো জাতি-জনগোষ্ঠীৰ বৈবিধ্যময় স্বকীয় সাংস্কৃতিক বৈশিষ্ট্যৰাজিয়ে মনোগ্ৰাহী ৰূপ ধাৰণ কৰিছে। উত্তৰ-পূৰ্বাঞ্চলৰ এই দিশসমূহৰ প্ৰকৃত অধ্যয়ন, অনুসন্ধান অথবা অন্বেষণ হৈছে বুলি মনে নধৰে। আমাৰ বিষয়ৰ অন্তৰ্ভুক্তভাৱে ক'ব পাৰো যে, উত্তৰ-পূব ভাৰতৰ প্ৰাকৃতিক সম্পদৰাজি যিমান পৰিমাণে লুণ্ঠন হৈছে, তাৰ দুই-তৃতীয়াংশও অন্বেষণ হোৱা নাই। আমাৰ ৰাজ্যৰ গাতে লাগি থকা প্ৰকৃতিৰ মোহময়ী আবেদনেৰে সিক্ত অৰুণাচল প্ৰদেশৰ বিষয়ে আমি মুঠেও নাজানো। অৰুণাচলৰ অবিচ্ছিন্ন অৰণ্যৰাজিৰ সৌন্দৰ্য উপভোগ বা অধ্যয়নৰ বাবে আমাৰ সৌহাৰ্দ্য আছে বুলি ক'ব নোৱাৰো। পূব হিমালয়ৰ অকল্পনীয় জৈৱবৈচিত্ৰ্যৰে সমৃদ্ধ অৰুণাচলৰ নৈসৰ্গিক ৰূপ-লাৱণ্য, স্নিগ্ধতাই স্বাভাৱিকতে এজন প্ৰকৃত ভ্ৰমণকাৰীক হাত বাউলি মাতিব।

অসমীয়া সাহিত্যত অৰুণাচল অধ্যয়ন বা উত্তৰ-পূব অধ্যয়নৰ এখন বিশাল ক্ষেত্ৰ আছে। সম্প্ৰতি যি দুই-এগৰাকী লেখক তথা ভ্ৰমণকাৰীয়ে নিজা নিজা অভিজ্ঞতাৰে অৰুণাচলৰ ৰং-ৰূপ প্ৰতিফলিত কৰাৰ যত্ন কৰিছে, তেওঁলোকৰ ভিতৰত সৌম্যদ্বীপ দত্তৰ নাম ল'ব পাৰি। অৰুণাচল ভ্ৰমণ সম্পৰ্কীয় তেওঁৰ দুখন গ্ৰন্থৰ আলোচনাৰ জৰিয়তে পৰিৱেশ সংৰক্ষণ চেতনা কেনেদৰে প্ৰতিফলিত হৈছে - সেই দিশসমূহ থোৰতে আলোচনা কৰা হ'ব।

অৰুণাচল ভ্ৰমণ সম্পৰ্কীয় সৌম্যদ্বীপ দত্তৰ প্ৰথমখন গ্ৰন্থ *অপৰূপা অৰুণাচল*। ২০০৮ চনত প্ৰথম প্ৰকাশ হোৱা এই গ্ৰন্থখনত ছখন ৰচনা অন্তৰ্ভুক্ত হৈছে। তদুপৰি গ্ৰন্থখনৰ প্ৰাৰম্ভতে আছে প্ৰস্তাৱনা শীৰ্ষক এখন ৰচনা। এই ৰচনাখন কেৱল গ্ৰন্থখনৰে প্ৰৱেশদ্বাৰ নহয়, লেখকৰ অৰুণাচল অধ্যয়নৰো

বুনিয়াদ এই ৰচনাখনেই প্ৰতিষ্ঠা কৰিছে। পূব হিমালয়ৰ অবিশ্বাস্য জৈৱবৈচিত্ৰ্যপূৰ্ণ অঞ্চল অৰুণাচল প্ৰদেশৰ ভৌগোলিক অৱস্থিতি, অৰুণাচলৰ প্ৰাকৃতিক আৰু প্ৰশাসনিক গাঁঠনিৰ পৰিচয়ৰ লগতে অৰুণাচলৰ জনগোষ্ঠীয় বৈচিত্ৰ্যৰো চিত্ৰ অংকিত হৈছে। অৰুণাচলৰ প্ৰাকৃতিক ৰূপ-সৌন্দৰ্যত লেখকৰ যুক্তিবাদী মনো কবিত্বপ্ৰয়াসী হৈ উঠে —

> অৰুণাচল নৈসৰ্গিক ৰূপ, বন্যতা, স্নিগ্ধতা, ৰুক্ষতা আৰু সৌন্দৰ্যৰ যেন সংমিশ্ৰণ। সুউচ্চ পৰ্বত-শৃংগ, তাৰ মূৰত শুভ্ৰ বৰফৰ প্ৰলেপ, পাহাৰবোৰৰ সমস্ত শৰীৰ গভীৰ অৰণ্যৰে আবৰা যেন এক ৰহস্যময় পৰিৱেশ। অৰুণাচলৰ নদীবোৰ যেন সদ্যযৌৱনপ্ৰাপ্ত চপলা তৰুণী, নিজৰা আৰু নদীৰ সংমিশ্ৰিত ৰূপ। নদীবোৰৰ সৰ্পিল আকৃতি, নীলা জলৰাশিৰ বুকুত বগা ফেনৰ বাৰিধাৰা, কুলু কুলু ধ্বনি সমন্বিত যেন এটা প্ৰাণৱন্ত গীতিময় নৈসৰ্গিক প্ৰাণী; যাৰ আছে ভাষা-বৰ্ণ-ৰূপ আৰু গীতিময় জীৱনীশক্তি। পাহাৰৰ ওপৰৰ পৰা কেতিয়াবা ৰূপালী ফিটাৰ নিচিনা ৰূপকথাৰ ৰাজ্যৰ নদী যেন দেখি অৰুণাচলৰ নদীবোৰক। নদীৰ পাৰত পৰি থাকে অজস্ৰ বিভিন্ন আকৃতিৰ ৰং-বিৰঙৰ শিল আৰু তাৰ ফাঁকে ফাঁকে চিক্‌চিকাই থকা বালিছন্দাবোৰক সেউজীয়া ঘাঁহবোৰে যেন বেৰি থাকে আপোন বন্ধনত। নিয়ৰ সনা সেমেকা শীতে যেন পূৰ্ণ কৰি ৰাখে স্পৰ্শকাতৰ এক মায়াময় পৰিৱেশ। (অপৰূপা অৰুণাচল, পৃ. ১৬-১৭)

এয়া লেখকৰ অভিজ্ঞতা সম্বলিত ভ্ৰমণৰ উচ্ছাসপূৰ্ণ বিৱৰণ। ই চাক্ষুস অভিজ্ঞতাৰ বাঙ্ময় প্ৰকাশ। অৰুণাচল ভ্ৰমণ কৰা প্ৰাকমুহূৰ্তত লেখকৰ অৰুণাচল সম্পৰ্কীয় অধ্যয়নৰ স্বৰূপ প্ৰকাশক এই ৰচনাখনত অৰুণাচলৰ বন্যপ্ৰাণী আৰু জৈৱবৈচিত্ৰ্য সম্পৰ্কে ব্যাখ্যা আগবঢ়াইছে। এই ৰচনাখনেই লেখকৰ অৰুণাচল ভ্ৰমণৰ মূল ভিত্তি।

অপৰূপা অৰুণাচলত সন্নিৱিষ্ট হোৱা ছখন ৰচনাৰ ভিতৰত লোহিতৰ গিৰিখাদ আৰু গিৰিপথৰ মাজে মাজে শীৰ্ষক প্ৰথম ৰচনাখনত অৰুণাচলৰ তেজুলৈ কৰা ভ্ৰমণৰ বৃত্তান্ত আছে। এই গ্ৰন্থখনত বৰ্ণিত আনকেইখন ৰচনা



হৈছে ক্ৰমে - তুষাৰবৃত মনপাৰ দেশ টাৱাঙলৈ, দিবং উপত্যকাৰ সুষমা বিচাৰি, পাছিঘাট ভ্ৰমণৰ বৰ্ণময় অভিজ্ঞতা, নামদফা মহাৰণ্যৰ সেউজীয়াৰ মাজে মাজে আৰু ঈগলনেষ্টত শীতে পৰশা কেইদিনমান। এই প্ৰতিটো ভ্ৰমণ কাহিনীৰ মাজত আছে প্ৰকৃতিৰ নিবিড়ভাৱে ভাল পোৱা এটি মন। প্ৰতিটো ভ্ৰমণ কাহিনীয়ে যাত্ৰাৰ আৰম্ভৰ পৰা শেষলৈকে প্ৰকৃতি আৰু মানুহৰ কথা কৈছে। প্ৰকৃতিৰ উমাল সান্নিধ্যত কটোৱা প্ৰতিটো মুহূৰ্তক আৰু অধিক জীপাল কৰিছে অৰুণাচলৰ জনগোষ্ঠীসমূহৰ উদাৰ মানসিকতাৰ সহমৰ্মিতাই। প্ৰতিটো ভ্ৰমণ কাহিনীত জনগোষ্ঠীসমূহৰ স্বকীয়তা বিচাৰ কৰাৰ লগতে অৰণ্যৰ প্ৰতিটো অংগৰ বিষয়ে পুংখানুপুংখ বৰ্ণনা আগবঢ়াইছে। অৰুণাচলৰ দুৰ্গম অৰণ্যৰ মাজতো যাত্ৰাৰ সময়ত পৰিৱেশ তথা বন্যপ্ৰাণী অধ্যয়নৰ সুৰুঙা লেখকে এৰা নাই। এনে এক উদাহৰণ হৈছে —

> অৰুণাচল লোহিত জিলাত আমি ভালেকেইবাৰমান অভিযান চলাওঁ, কিন্তু এতিয়ালৈকে এই প্ৰজাতিটোৰ (অৰুণাচল মেকাক) জীৱন্ত ছবি তুলিবলৈ সক্ষম হোৱা নাই।... আমাৰ যাত্ৰাত সুযোগ পালেই বিচাৰি ফুৰিছোঁ এই বিশেষ প্ৰজাতিৰ বান্দৰটোক। আমি যেতিয়া কোনো দুৰ্গম স্থানলৈ যাওঁ আৰু সেই ঠাইখন যদি অৰণ্য পাহাৰ আৰু বন্যতাৰে পৰিপূৰ্ণ হয়, তেনেহ'লে আমি সেই স্থানৰ মানুহবোৰক বিভিন্ন প্ৰজাতিৰ বন্যপ্ৰাণীৰ ছবিবোৰ দেখুৱাওঁ আৰু তাৰ সন্ধান কৰোঁ। এইবাৰো তাৰ ব্যতিক্ৰম হোৱা নাই।... প্ৰকৃতিৰ গছ-বন, পাহাৰ-নদী সকলোবোৰ বৰফেৰে ঢাকি ৰাখিছে, ৰাস্তাৰ ওপৰতো প্ৰায় দুই ফুট বৰফ জমা হৈছে।... ৰাস্তাৰ দাঁতিত বান্দৰৰ নিচিনা কিবা এটা জন্তু দেখা পোৱা গৈছে। আমি গাড়ীৰ পৰা নামিলো।... এইখিনিতে বান্দৰৰ দলটো বাটৰ এডোখৰ এঢলীয়া ঠাইৰে তলৰপিনে নামি গ'ল। এপলকৰ ভিতৰতে যিমানদূৰ দেখিলোঁ, সেয়াই বোধহয় আমি বিচাৰি ফুৰা বান্দৰ প্ৰজাতিটো। কিন্তু গাড়ীৰ বাহিৰত তুষাৰপাত হৈ আছে, চাৰিওপিনে ভালদৰে একো দেখা পোৱা নাযায়। সকলোপিনে মেঘসদৃশ কুঁৱলী, প্ৰচণ্ড ঠাণ্ডা। তথাপি সেই বান্দৰবোৰক অনুসৰণ কৰি আমিও পাহাৰৰ

> তলৰপিনে নামিবলৈ ধৰিলোঁ। পাহাৰৰ তলেৰে হয়তো কোনো এক স্ৰোতস্বিনী বৈ আছে, কিন্তু সেইটো দেখা পোৱা নাযায়, অকল তাৰ শব্দৰ পৰা নদীৰ অস্তিত্বৰ কথা অনুমান কৰিব পাৰি। হঠাৎ দেখো সংগ্ৰামজিৎৰ টুপিটো এটা জোপোহাত ওলমি আছে, বিদ্যুৎগতিত বুকুত এক শিহৰণ আৰু ভয়ে জোকাৰি গ'ল।... তাৰ মাজতেই মই লক্ষ্য কৰিলো এক প্ৰকাণ্ড মতা বান্দৰে হাতেৰে বৰফ গুচাই বনৰীয়া ঘাঁহৰ গুটি খাই আছে। (অপৰূপা অৰুণাচল, পৃ. ১০৩-১০৪)

সৌম্যদ্বীপ দত্তৰ এই ভ্ৰমণ কাহিনীৰ মাজত এনেদৰে অনেক জীৱন্ত বৰ্ণনা পোৱা যায়। তেওঁৰ প্ৰতিখন ভ্ৰমণ কাহিনীমূলক ৰচনাতে প্ৰকৃতিৰ প্ৰতি অকৃত্ৰিম ভালপোৱা আৰু সেউজ সংৰক্ষণৰ চেতনা পৰিলক্ষিত হৈছে।

*বৰ্ণিল অৰুণাচল* সৌম্যদ্বীপ দত্তৰ অৰুণাচল ভ্ৰমণৰ আন এক বৈচিত্ৰ্যপূৰ্ণ দস্তাবেজ। এই গ্ৰন্থখনটো ছখন ভ্ৰমণ বিষয়ক ৰচনা সন্নিৱিষ্ট হৈছে। 'চা'...'লা'... বাঘ আৰু চিলনীৰ গাঁও বৰদুৰীয়া অঞ্চলৰ প্ৰাকৃতিক আৰু সাংস্কৃতিক ঐতিহ্যৰ বিষয়ে বৰ্ণিত হৈছে। 'তিব্বত সীমান্তত ফু-ঘাংৰী কাৰবুৰ মায়াবী গাঁৱত' শীৰ্ষক ৰচনাত টাৱাঙৰ এটি বিশেষ অঞ্চলত কৰা ভ্ৰমণ-বৃত্তান্ত বৰ্ণিত হৈছে। উল্লেখ কৰি অহা হৈছে যে, দত্তৰ ভ্ৰমণ কাহিনীসমূহত প্ৰকৃতি আৰু সংস্কৃতি একীভূত হৈ উঠিছে। প্ৰকৃতিৰ নিৰ্মলাৰ মাজত গঢ়ি মানৱ সংস্কৃতিৰ অধ্যয়নে দত্তৰ ভ্ৰমণ কাহিনীত বিশেষত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে। এই গ্ৰন্থখনত সন্নিৱিষ্ট হোৱা অন্যান্য ৰচনাসমূহতো প্ৰকৃতি ভ্ৰমণৰ মাজেৰে পৰিৱেশ সংৰক্ষণ চেতনাৰ প্ৰকাশ দেখিবলৈ পোৱা যায়। 'ন্যিয়ামযাং চু-ৰ পাৰে পাৰে খামমান গাঁও হৈ জিমি থাং' শীৰ্ষক ৰচনাখনতো টাৱাঙত কৰা ভ্ৰমণ অভিজ্ঞতা বৰ্ণিত হৈছে। টাৱাঙৰ ভিতৰুৱা অঞ্চলৰ বৌদ্ধ ধৰ্মাৱলম্বীসকলৰ সংস্কৃতি আৰু টাৱাঙৰ অপূৰ্ব প্ৰাকৃতিক দৃশ্যাৱলীৰ স্বৰূপ এই ভ্ৰমণ কাহিনীখনৰ মাজেৰে উদ্ভাসিত হৈ উঠিছে।

"ছাংপো য'ত ছিয়াং হৈছে" শীৰ্ষক আন এখন ৰচনাও এই গ্ৰন্থখনত সন্নিৱিষ্ট হৈছে। এই ৰচনাখনত অৰুণাচলৰ পশ্চিম ছিয়াং জিলাৰ মাজেৰে বাছাৰ, ইয়ংকং আদি অঞ্চলেদি ছাংপো আৰু ছিয়াংঙৰ সংগমস্থলত উপস্থিত হোৱা মনোৰম কাহিনী বৰ্ণনা কৰিছে। তদুপৰি অৰুণাচলৰ পাকে অভয়াৰণ্য,



মেচুকা উপত্যকাত কৰা ভ্ৰমণ বৃত্তান্তও এই গ্ৰন্থখনত লিপিবদ্ধ হৈছে। সৌম্যদ্বীপ দত্তৰ অৰুণাচল ভ্ৰমণ সম্পৰ্কীয় এই ৰচনাৰাজিৰ মাজেৰে লেখকৰ অৰুণাচলৰ প্ৰকৃতি আৰু সংস্কৃতিৰ ভিন্ন বৈচিত্ৰ্যপূৰ্ণ ৰূপ দৰ্শন কৰাৰ হাবিয়াস জড়িত হৈ আছে। ইয়াৰ মাজেৰে পাঠকসকলেও অৰুণাচলৰ প্ৰাকৃতিক বৈচিত্ৰ্যৰাজিক এটা নতুন দৃষ্টিভংগীৰে চাবলৈ সুযোগ পাইছে। প্ৰকৃতিৰ প্ৰতি থকা দুৰ্বাৰ আকৰ্ষণ আৰু পৰিৱেশ সংৰক্ষণৰ ক্ষেত্ৰত দৃঢ়মনা লেখকৰ স্বভাৱজাত প্ৰকৃতি প্ৰতিখন ভ্ৰমণ কাহিনীৰ পাতে পাতে বিবৃত হৈছে।

অৰুণাচল টাৱাঙত ভ্ৰমণ কৰা অভিজ্ঞতাৰে ৰচিত হৈছে আন এখন গ্ৰন্থ *টাৱাঙত ছশদিন*। এই গ্ৰন্থখনৰ লেখক লোহিত ডেকা। টাৱাঙৰ বিভিন্ন দুৰ্গম অঞ্চলত কৰা ভ্ৰমণ অভিজ্ঞতাৰ আধাৰত এই গ্ৰন্থখন ৰচিত হৈছে। টাৱাঙৰ প্ৰাকৃতিক জীৱনধাৰাৰ লগতে টাৱাঙৰ প্ৰকৃতিৰ মনোমুগ্ধকৰ পৰিৱেশৰ বৰ্ণনাৰ সমাৱেশ এই গ্ৰন্থখনত লক্ষ্য কৰা যায়। টাৱাঙৰ প্ৰাকৃতিক জীৱনৰ লগতে জনগোষ্ঠীয় জীৱন প্ৰবাহ সমসাময়িক জীৱন, ধৰ্মীয় পৰম্পৰা, ভৌগোলিক তথ্য, অতীত ঐতিহ্য ইত্যাদি টাৱাঙৰ লগত জড়িত বিভিন্ন বিষয়ৰ আলোচনা সংযোজন কৰিছে। গ্ৰন্থখনত লেখকে টাৱাং আৰু তিব্বতৰ লগত অসমৰ সৈতে থকা অৰ্থনৈতিক, সামাজিক, ধৰ্মীয় সম্পৰ্কৰ বিৱৰণ দিছে। টাৱাঙৰ জনগোষ্ঠীসকলৰ প্ৰকৃতি নিৰ্ভৰ জীৱন নিৰ্বাহৰ প্ৰণালী, খাদ্য-পৰম্পৰা, শৱ সৎকাৰ প্ৰথা, গৃহ নিৰ্মাণ প্ৰণালী, অৰণ্যৰ পৰা খৰি সংগ্ৰহ ব্যৱস্থা আদি সম্পৰ্কে আলোচনা কৰিছে।

টাৱাঙত ভ্ৰমণৰ মাজেৰে লেখকে সন্মুখীন হোৱা বহুতো ৰোমাঞ্চকৰ ঘটনাৰ বাস্তৱ বৰ্ণনা দাঙি ধৰিছে। অনেক দুৰ্গম অঞ্চলত কৰা ভ্ৰমণৰ বৰ্ণনা পোৱা যায় এনেদৰে —

> বোকাবোৰ ঠায়ে ঠায়ে একাঁঠু পৰ্যন্ত দ। এই বোকাখিনিক আচলতে বোকা বুলিব নোৱাৰি। মানুহ, গৰু, য়াক আৰু ঘোঁৰাই গচকি-ফেনেকি সৃষ্টি কৰা এক বিশেষ মিশ্ৰণ। বোকাৰ ওপৰত জাক জাক মাখি। সেই বোকা ফালি পৰ্বতৰ গাৰ ওখোৱা-মোখোৰা, ওখ-চাপৰ ভাঁজবোৰ অকাই-পকাই উঠি-নামি আগবাঢ়োতে মাখিবোৰে শৰীৰৰ কাপোৰ নথকা অংশত,

বিশেষকৈ গলধন আৰু মুখমণ্ডলত অনবৰতে কিবা বিচাৰি অতিষ্ঠ কৰে। এই কদৰ্য বোকাময় পথটো অনবৰতে এক সেমেকা পৰিৱেশত কিছুমান শুকান বা কেঁচা জোপোহা বাঁহনিৰ মাজেৰে ভয়ানকভাৱে এচলীয়া হৈ প্ৰচণ্ড গতিত বৈ থকা এখন নদীৰ পাৰলৈ আগবাঢ়িছে। (পৃ.৬০)

লোহিত ডেকাৰ *টাৱাঙত ছশদিন* গ্ৰন্থখনত অৰুণাচলৰ টাৱাঙৰ বিভিন্ন অঞ্চলৰ প্ৰাকৃতিক চিত্ৰৰ উপৰিও জনগোষ্ঠীয় জীৱন-পৰিক্ৰমাও বিবৃত হৈছে। অসমীয়া ভাষা-সাহিত্যত অৰুণাচল অধ্যয়নৰ ই এক জীৱন্ত দস্তাবেজস্বৰূপ।

অৰুণাচলৰ বিভিন্ন প্ৰান্তৰ আৰু অসমৰ একাংশ অঞ্চল ভ্ৰমণৰ অভিজ্ঞতা, সূক্ষ্মাতিসূক্ষ্ম অনুভৱবোৰৰ ৰসাল উপস্থাপনেৰে ৰচিত হৈছে সৌম্যদ্বীপ দত্তৰ *অৰণ্যত এখোজ দুখোজ* (২০১১) গ্ৰন্থখন। অসম-অৰুণাচলৰ গভীৰ অৰণ্যৰ বৰ্ণনা, ভৌগোলিক বৰ্ণনা, অৰণ্যৰ মায়াবী পৰিৱেশ, চৰাই-চিৰিকতি, জীৱ-জন্তুৰ বিষয়ে সাৱলীল বৰ্ণনা আগবঢ়াইছে।

**অসমত নদী অভিযানৰ কাহিনী ঃ**

অসমত নদী অভিযানৰ যোগেদিও বিভিন্ন প্ৰকৃতি বা পৰিৱেশ সংৰক্ষণমূলক বিষয় পোহৰলৈ আহিছে। এইক্ষেত্ৰত অৱশ্যে নদী একোখনৰ গতিপথ নিৰ্ধাৰণৰ লগতে প্ৰকৃতিৰ অংগ হিচাপে নদী একোখনৰ বৈচিত্ৰ্যপূৰ্ণ দিশত আলোকপাত কৰিব বিচাৰিছে। প্ৰকৃতি পৰ্যটনৰ ভিতৰুৱাভাৱে নদী পৰ্যটনৰ গুৰুত্বও এনে গ্ৰন্থসমূহত উন্মোচিত হৈছে। অসমীয়াত নদী অভিযানৰ কাহিনীৰে এতিয়ালৈকে ৰচিত হোৱা গ্ৰন্থসমূহৰ ভিতৰত মুখ্যতঃ তিনিখন গ্ৰন্থৰ নাম ল'ব পাৰো। সেই গ্ৰন্থ তিনিখন হৈছে - মৃণাল তালুকদাৰৰ *ছাংপোৰ পৰা ব্ৰহ্মপুত্ৰলৈ*, আব্দুল ৰাকিবৰ *শিহুৰ সন্ধানত লুইতেদি* আৰু শৈলেন বৰুৱাৰ *চাৰিকড়ীয়া অভিযান*। এই আলোচনাত এই তিনিওখন গ্ৰন্থত নদী অভিযানৰ যোগেদি পৰিৱেশ সংৰক্ষণ বা নদী পৰ্যটনৰ ধাৰণা কিদৰে প্ৰতিষ্ঠিত হৈছে, থূলমূলকৈ আলোচনা কৰা হৈছে।

অসমত নদী অভিযানৰ প্ৰয়াস সম্পৰ্কে পুথি আকাৰত প্ৰথম দেখিবলৈ পাওঁ শৈলেন বৰুৱাৰ *চাৰিকড়ীয়া অভিযান ঃ উৎসৰ পৰা মোহনালৈ* (২০০৮-২০০৯) শীৰ্ষক গ্ৰন্থখনৰ যোগেদি। লখিমপুৰ জিলাৰ ঢকুৱাখনা মহকুমাত থকা



চাৰিকড়ীয়া নদীৰ উৎস উদ্‌ঘাটন কৰি উৎসৰ পৰা মোহনালৈ চলোৱা এই অভিযানটো আছিল অসমৰ ভিতৰতে উপনৈসমূহৰ ভিতৰত চলোৱা প্ৰথমটো বিজ্ঞানসন্মত নৌ অভিযান। লেখকে প্ৰাঞ্জল ভাষাৰে সমগ্ৰ ভ্ৰমণ কাহিনীটোত তথ্য আৰু অভিজ্ঞতাৰ ৰোমাঞ্চকৰ পৰিৱেশৰ বৰ্ণনা কৰিছে। এই উপন্যাসোপম নদী ভ্ৰমণ কাহিনী সম্পৰ্কত লেখকে উল্লেখ কৰিছে —

> চাৰিকড়ীয়া লখিমপুৰ জিলাৰ ঢকুৱাখনাৰ এখন প্ৰধান নৈ। এই নৈখনৰ উৎসৰ সন্ধানত ২০০৭ চনৰ ১৬ নৱেম্বৰৰ পৰা এক অভিযান চলোৱা হৈছিল। অভিযান কালত চাৰিকড়ীয়াৰ উৎস অনুসন্ধান কৰাৰ লগতে উৎসৰ পৰা মোহনালৈ নৌকাৰে এক দুঃসাহসিক অভিযান চলাই সফল হৈছিলোঁ। লগত আছিল আন ছজন যুৱক। অভিযাত্ৰী দলটোৱে নদীখনৰ বিভিন্ন ঠাইত ভৌগোলিক অধ্যয়ন কৰাৰ সমান্তৰালভাৱে নৈখনৰ দুয়োপাৰ আৰ্থ-সামাজিক পৰিৱেশ অধ্যয়ন কৰি কেতবোৰ তথ্য লাভ কৰিছিলোঁ। অসমত নদী পৰ্যটনৰ সম্ভাৱনীয়তাৰ দুৱাৰ মুকলি কৰিবলৈ আৰু গ্ৰাম্য পৰ্যটনত নিবনুৱা যুৱক-যুৱতীক আকৰ্ষিত কৰিবলৈ চাৰিকড়ীয়া অভিযান আৰম্ভ কৰা হৈছিল। যদিও অসমৰ এখন অল্পখ্যাত নদীৰ এই অভিযান চলোৱা হৈছিল তথাপি চাৰিকড়ীয়া অভিযানত উপলব্ধ তথ্যই অসমৰ যিকোনো এখন নদীৰ চৰিত্ৰ বহন কৰে বুলি দাবী কৰিব পাৰোঁ। অসমৰ একাধিক উপনৈয়ে বিধ্বংসী ৰূপ লোৱাৰ বহু কাৰক চাৰিকড়ীয়াৰ বুকুতে লুকাই আছে। চাৰিকড়ীয়া অভিযান পঢ়িলে ৰাজ্যখনৰ অন্যান্য নদীৰ চৰিত্ৰ বুজিবলৈ পাঠকৰ সুবিধা হ'ব। চাৰিকড়ীয়া অভিযান চলাবলৈ গৈ পৰিকল্পনা কৰাৰে পৰা বিভিন্ন অসুবিধা-সমস্যা তথা প্ৰত্যাহ্বানৰ সন্মুখীন হৈছিলোঁ। এই গ্ৰন্থত পৰিকল্পনা কৰাৰে পৰা অভিযানৰ অন্তিম পৰ্যায়লৈকে সকলো কথা-ঘটনা সৰলভাৱে উপস্থাপন কৰিব বিচাৰিছোঁ। দুঃসাহসিক অভিযানটোৰ নৌকাযাত্ৰা আৰম্ভ কৰাৰ লগে লগে বৰ্ণনা কৰা হৈছে-অঞ্চলসমূহৰ ইতিহাস, ভূগোল, জনগাঁথনি, নৈসৰ্গিক শোভা ইত্যাদি।

মৃণাল তালুকদাৰৰ *ছাংপোৰ পৰা ব্ৰহ্মপুত্ৰলৈ* ব্ৰহ্মপুত্ৰ অভিযানৰ এখনি তথ্যসমৃদ্ধ আৰু মনোৰম অভিযান কাহিনী। এইগ্ৰন্থত ব্ৰহ্মপুত্ৰৰ পূৰ্বভাগ ছাংপোৰ পৰা ব্ৰহ্মপুত্ৰলৈকে কৰা পদ্ধতিগত অভিযানৰ কাহিনী বিবৃত হৈছে। একেধৰণে ব্ৰহ্মপুত্ৰত কৰা অভিযান কাহিনীৰ আধাৰত ৰচিত হৈছে মাৰ্ক শ্বেণ্ডৰ *ৰিভাৰ ডগ* নামৰ গ্ৰন্থখন। এই গ্ৰন্থখন একে নামেৰে অসমীয়ালৈ অনুবাদ কৰিছে বিপুল দেউৰীয়ে। ব্ৰহ্মপুত্ৰৰ উৎসৰ পৰা অন্তলৈকে সম্পূৰ্ণ গতিপথটো অনুসৰণ কৰিব বিচৰা মাৰ্ক শ্বেণ্ডে তেওঁৰ সমস্ত ভ্ৰমণ বৃত্তান্ত এই গ্ৰন্থখনত লিপিবদ্ধ কৰিছে। নদীখনৰ এটা দুৰ্গম অংশ কঠিন পৰিস্থিতিৰ মাজেৰে পদব্ৰজে আৰু এক অংশ নাৱেৰে ভটিয়াই অসম-বাংলাদেশৰ সীমান্তৰে বংগোপসাগৰলৈকে কৰা দুঃসাহসিক অভিযানৰ বৰ্ণনা আছে। গ্ৰন্থখনত লেখকে প্ৰত্যক্ষ কৰা তিব্বতৰ হিমশীতল বৰফাবৃত পৰ্বতমালা, কৈলাস-মানস সৰোবৰৰ অপৰূপ শোভা, অৰুণাচল প্ৰদেশৰ গহীন অৰণ্য, জনগোষ্ঠীয় জীৱনৰ বৰ্ণিল লোককলা-পৰম্পৰা, দুৰ্গম বাট-পথৰ বৰ্ণন, মেকমোহন লাইন, বাংলাদেশৰ বানপানীৰ সমস্যালৈকে বৈবিধ্যময় দিশ বৰ্ণিত হৈছে। এই দুয়োখন গ্ৰন্থই ব্ৰহ্মপুত্ৰ অভিযানৰ উল্লেখনীয় প্ৰচেষ্টা আৰু প্ৰকাশন।

আব্দুল ৰাকিদৰ *শিহুৰ সন্ধানত লুইতেদি* গ্ৰন্থখনত মূলতঃ অসম-অৰুণাচল সীমান্তৰ পৰা ভাৰত-বাংলাদেশ সীমান্তলৈকে ব্ৰহ্মপুত্ৰ নদীত মুঠ ৮৫৬ কিলোমিটাৰ কৰা ভ্ৰমণৰ বৃত্তান্ত বিবৃত হৈছে। ব্ৰহ্মপুত্ৰ নদীত শিহুৰ সন্ধান আৰু সংৰক্ষণৰ উদ্দেশ্য সজাগতা স্থাপনৰ গুৰুত্বও একপ্ৰকাৰে তাৎপৰ্যপূৰ্ণ। পৃথিৱীত এতিয়ালৈকে বাচি থকা তিনিটা প্ৰজাতিৰ শিহুৰ ভিতৰত তাৰে এটা প্ৰজাতি গংগা আৰু ব্ৰহ্মপুত্ৰতহে আছেগৈ। বিশ্ব পৰিৱেশ সংৰক্ষণকাৰী সংস্থা আই. ইউ. চি. এন. য়ে শিহুক ১৯৯৬ চনতেই বিপদাপন্ন প্ৰাণী হিচাপে ঘোষণা কৰিছে। তদুপৰি ৰাষ্ট্ৰীয় আৰু ৰাজ্যিক জলচৰ প্ৰাণী হিচাপে (২০০৯ চনত ভাৰত চৰকাৰে শিহুক ৰাষ্ট্ৰীয় জলচৰ প্ৰাণী আৰু ২০০৮ চনত অসম চৰকাৰে ৰাজ্যিক জলচৰ প্ৰাণী হিচাপে স্বীকৃতি দিছে) স্বীকৃত শিহুৰ এইপ্ৰজাতি সংৰক্ষণৰ বাবে ব্ৰহ্মপুত্ৰ নদত চলোৱা এই অভিযানে বিশেষ গুৰুত্ব বহন কৰিছে। ব্ৰহ্মপুত্ৰত এই প্ৰজাতিৰ শিহুবিধৰ কিমানটা বাচি আছেগৈ বা শিহু প্ৰজাতিটোক বচাই ৰাখিবৰ বাবে কি পদক্ষেপৰ প্ৰয়োজন - এই কাৰ্যব্যৱস্থা গ্ৰহণৰ হকেই ব্ৰহ্মপুত্ৰত



এই নদী অভিযান কৰিছিল। অসম-অৰুণাচল সীমান্তৰ পৰা ভাৰত-বাংলাদেশ সীমান্তলৈকে সুবিশাল ব্ৰহ্মপুত্ৰত শিহুৰ জৰীপ কৰিবলৈ যাওঁতে সন্মুখীন হোৱা ৰোমাঞ্চকৰ অভিজ্ঞতাৰ বৰ্ণন গ্ৰন্থখনত সুখপাঠ্যৰূপত উদ্ভাসিত হৈছে। গ্ৰন্থখনিৰ পাতনিতে লেখকে উল্লেখ কৰিছে এনেদৰে —

> অভিযান কালত এটা কথা মৰ্মে মৰ্মে উপলব্ধি কৰিছিলো যে ব্ৰহ্মপুত্ৰ যেনেদৰে বিশাল, তেনেদৰে অত্যন্ত মনোৰম। এই মনোমোহা ব্ৰহ্মপুত্ৰত আপোনমনে বিচৰণ কৰি থকা শিহু এক নিমাখিত, বুধিয়ক আৰু গুৰুত্বপূৰ্ণ প্ৰাণী। এই কিতাপখনৰ উদ্দেশ্য হ'ল শিহুৰ আবাসস্থলৰ দৃষ্টিকোণৰ পৰা ব্ৰহ্মপুত্ৰক চিনাকি হৈ সচেতন পাঠকসমাজ যাতে আগবাঢ়ি আহে এই বিপদাপন্ন প্ৰাণীবিধক সংৰক্ষণ কৰিবলৈ। (আব্দুল ৰাকিদ, শিহুৰ সন্ধানত লুইতেদি, আগকথা)।

আব্দুল ৰাকিদে ব্ৰহ্মপুত্ৰত শিহু সন্ধানৰ সমান্তৰালভাৱে উপন্যাসোপমভাৱে বিভিন্ন প্ৰসংগৰ অৱতাৰণা কৰিছে। এই দিশসমূহে অসমৰ পৰিৱেশ সংৰক্ষণৰ বিভিন্ন দিশত পোহৰ পেলাইছে। অসমৰ থলুৱা মাছৰ প্ৰজাতিৰ লগতে শিহু সংৰক্ষণৰ ক্ষেত্ৰত থকা প্ৰতিবন্ধকতাসমূহ লেখকে স্পষ্ট ৰূপত তুলি ধৰিবলৈ সক্ষম হৈছে।

অসমীয়া আলোচনী আৰু বাতৰি কাকতসমূহতো প্ৰকৃতি ভ্ৰমণমূলক বহুতো ৰচনা ইতিমধ্যে প্ৰকাশিত হৈ আছে। এই ৰচনাসমূহত সংশ্লিষ্ট অঞ্চলসমূহত কৰা ভ্ৰমণৰ স্বাদ-বৈচিত্ৰ্যৰ লগতে প্ৰকৃতি ভ্ৰমণমূলক অসমীয়া সাহিত্যৰ ক্ষেত্ৰলৈও ই বিশেষ অৰিহণা যোগাইছে।

# চীন আৰু থাইলেণ্ডৰ তাইসকলৰ জনজীৱনৰ পটভূমিত লিখা কেইখনমান ভ্ৰমণমূলক গ্ৰন্থ

ড° স্মৃতিৰেখা চেতিয়া সন্দিকৈ

অসমীয়া সাহিত্যত ভ্ৰমণ সাহিত্যৰ লেখক আঙুলিৰ মূৰত লেখিব পৰা। ভ্ৰমণ কৰাটো সকলো মানুহৰে প্ৰিয় বিষয়। দৈনন্দিন জীৱনৰ একঘেয়ামীৰ পৰা ক্ষণিক বিৰতি, ন ন সমাজ-সংস্কৃতিক জনাৰ আগ্ৰহ আদিৰ প্ৰৱণতাই মানুহক ভ্ৰমণৰ প্ৰতি আগ্ৰহান্বিত কৰি তোলে। মানুহৰ এই ভ্ৰমণবিলাসী প্ৰৱণতাৰ বাবে বিশ্বৰ বিভিন্ন ঠাইত ভ্ৰমণক কেন্দ্ৰ কৰি বিভিন্ন পৰ্যটন উদ্যোগবোৰ গঢ় লৈ উঠিছে। কাৰোবাৰ ভ্ৰমণ অভ্যাস কাৰোবাৰ বাবে জীৱিকাৰ প্ৰধান কেন্দ্ৰবিন্দু হৈ পৰিছে। বহু মানুহে ভ্ৰমণ কৰে কিন্তু ভ্ৰমণৰ কালত হোৱা বিচিত্ৰ অভিজ্ঞতাক কিছুমান মানুহে লিপিবদ্ধ ৰূপত পাঠকৰ মাজলৈ উলিয়াই দিয়ে।

ভ্ৰমণকাৰীজনৰ অন্তৰ্দৃষ্টি, বিশ্লেষণ, পৰিস্থিতি পৰ্যবেক্ষণ, সন্মুখ বিষয়ক চোৱাৰ দৃষ্টিভংগী আদিৰ সু-সামঞ্জস্যত এনে লেখা সমৃদ্ধ হয় আৰু বৰ্ণনাকাৰীজনৰ লেখন কৌশলে ভ্ৰমণ বৃত্তান্তকো উপন্যাসোপম কৰি তোলে। বহু সময়ত একোখন ঠাইৰ সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক আদি দিশৰ সঠিক ভ্ৰমণ বৃত্তান্ত সেই সময়ৰ সেই ঠাইৰ ইতিহাস, দলিলস্বৰূপ হ'ব পাৰে। কাৰণ সমাজ সদায়ে পৰিৱৰ্তনশীল। ভ্ৰমণ সাহিত্য সম্পূৰ্ণ বাস্তৱ আৰু ভ্ৰমণকাৰীজনে সন্মুখীন হোৱা কথাবোৰেই ইয়াত বৰ্ণনা কৰে। গতিকে ই এক লিখিত ইতিহাস হৈ পৰে। উদাহৰণস্বৰূপে, মানৰ অসম আক্ৰমণৰ কালছোৱাৰ অবৰ্ণনীয় অত্যাচাৰৰ একমাত্ৰ লিখিত দলিল এখন ভ্ৰমণ বৃত্তান্ত। এই ভ্ৰমণ বৃত্তান্ত লিখিছিল এজন মান সৈন্যই। সেইখন হৈছে চাং অং ওৰফে মং অংৰ *বৈশালী মুংয়াং*।



ভ্ৰমণ বৃত্তান্ত ভ্ৰমণ বিলাসী পাঠকৰ বাবে পথ নিৰ্দেশকো হ'ব পাৰে। কাৰণ নতুন ঠাই এডোখৰলৈ যোৱাৰ আগতে ঠাইডোখৰ সম্পৰ্কে জানি গ'লে নতুন ঠাইত সন্মুখীন হ'ব পৰা অজ্ঞাত সমস্যাৰ আগতীয়া প্ৰতিকাৰ ল'ব পাৰে। এই কাম সম্ভৱ কৰে কেৱল এখন ভাল ভ্ৰমণ বৃত্তান্তই। তদুপৰি আৰ্থিক বা বিভিন্ন সমস্যাৰ বাবে ভ্ৰমণ বিলাসী হৈও যাব নোৱাৰা কিছুমান ঠাইৰ সৌন্দৰ্য পাঠকে ভ্ৰমণ বৃত্তান্তৰ যোগেই পান কৰিব পাৰে। গতিকে ভ্ৰমণ বৃত্তান্তৰ এক সুকীয়া স্থান আছে।

ভ্ৰমণৰ সময়ৰ প্ৰতিটো কথা কেৱল উল্লেখ কৰি গ'লে সেয়া পাঠকে নিশ্চিতকৈ পঢ়ি আমোদ নাপাব। ভ্ৰমণ কৰিবলৈ যোৱা ২ শতাংশমান মানুহেহে হয়তো ভ্ৰমণ বৃত্তান্ত বৰ্ণনা কৰিবলৈ আগ্ৰহ কৰে আৰু এনে বৃত্তান্ত অভিজ্ঞতাক সাহিত্যৰূপত ৰসভোগ্য কৰি পাঠকৰ মাজলৈ উলিয়াই দিয়ে। সেয়ে বৰ্তমান ভ্ৰমণ বৃত্তান্তক ভ্ৰমণ সাহিত্য বুলি কোৱা হয়। অসমীয়া সাহিত্যত এই ধাৰাৰ সণ্ঢালনিভাৱে ইতিহাস আৰম্ভ হৈছে আধুনিক যুগৰ পৰা। ভ্ৰমণে আলস্যতা দূৰ কৰাই নহয়, দেশৰ-দহৰ জ্ঞান লগে লগে মানুহৰ মন বহল কৰে আৰু বিশ্বজনীন উপলব্ধিতো সহায় কৰে। সেয়ে আজি ভ্ৰমণ সাহিত্য বিশ্ব সমাজৰ দাপোন স্বৰূপ বুলি ক'ব পাৰি।

অসমীয়া সাহিত্যত ভ্ৰমণ সাহিত্য আৰু ভ্ৰমণ সাহিত্য লেখক আঙুলিৰ মূৰত লেখিব পৰা। তৰুণৰাম ফুকন, গুণাভিৰাম বৰুৱা, জ্ঞানদাভিৰাম বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা, হেম বৰুৱা, অমলেন্দু গুহ, ললিত কুমাৰ বৰুৱা, বিৰিঞ্চিকুমাৰ বৰুৱা, প্ৰফুল্লদত্ত গোস্বামী, হেমন্ত শৰ্মা, হেমাংগ বিশ্বাস, চন্দ্ৰপ্ৰসাদ শইকীয়া, প্ৰফুল্লদত্ত গোস্বামী, ভূৱন মোহন দাস, উমা বৰুৱা আদিৰ নাম এইক্ষেত্ৰত ল'ব পাৰি।[১] আজিৰ সময়ছোৱাৰ ভ্ৰমণ সাহিত্য লিখা কেইগৰাকীমান লেখক হৈছে — সৌম্যদ্বীপ দত্ত, কৰবী ডেকা হাজৰিকা, সুনীল কুমাৰ শইকীয়া, পুষ্প গগৈ, প্ৰাতসলতা বুঢ়াগোহাঁই, পূৰ্ণকান্ত বুঢ়াগোহাঁই। বৰ্তমান আলোচনী-কাকত আদিতো অনেক ন ন লেখকে এই শ্ৰেণীৰ সাহিত্যৰ প্ৰতি আগ্ৰহী হৈ লিখি থকা দেখা গৈছে।

বিশ্বৰ আগশাৰীৰ দেশ চীন দেশ। এই দেশৰ পটভূমিত লিখা কেইখনমান ভ্ৰমণমূলক গ্ৰন্থ হৈছে— হেমাংগ বিশ্বাসৰ *চীন দেশ চাই আহিলোঁ*,

*আকৌ চীন চাই আহিলোঁ*; ড° নগেন শইকীয়াৰ *মহাচীনৰ দিনলিপি*; মহেন্দ্ৰ নাথ বৰাৰ *লী আৰু হোৱাংহোৰ পাৰে পাৰে*; ড° তুলতুল বৰাৰ *হিউৱেনচাঙৰ দেশত* আৰু কৰবী ডেকা হাজৰিকাৰ *সেউজীয়া চীন* আদি।[২] চীন দেশৰ টাইসকল বসবাস কৰা ভূমিখণ্ড বৰ অসম গঢ় দিয়া টাই-আহোমসকলৰো আদিভূমি। কৃপানাথ ফুকন, ড° যোগেন ফুকন, প্ৰদীপ চলিহা আদিয়ে এই ঠাইবোৰ ভ্ৰমণ কৰি কেইবাটাও প্ৰবন্ধ-পাতি লিখাৰ কথা ড° পুষ্প গগৈয়ে উল্লেখ কৰিছে। এই ঠাইবোৰ ভ্ৰমণ কৰা অসমৰ কেইবাজনো পৰ্যটকে কেইবাখনো ভ্ৰমণ কাহিনী লিখি উলিয়াইছে। তাৰ ভিতৰত এখন উল্লেখযোগ্য হ'ল ২০০২ চনত প্ৰকাশিত ড° প্ৰাতসলতা বুঢ়াগোহাঁইৰ *থাইলেণ্ডৰ মিঠা সোঁৱৰণি*। গ্ৰন্থখনি প্ৰথম প্ৰকাশ কৰিছে ইন্দ্ৰানী প্ৰকাশন, সেউজপুৰ, ডিব্ৰুগড়; দ্বিতীয় প্ৰকাশ, দঞ্জিছেং পাব্লিকেশ্যন, ধেমাজিয়ে। থাইলেণ্ডৰ এক মানৱ হিতৈষী সামাজিক সংস্থা 'চেম' (Spirit in Education Movement : SEM)ৰ আমন্ত্ৰণক্ৰমে "এচিয়াৰ সংস্কৃতি আৰু ধৰ্ম বিনিময় অনুষ্ঠান"ত° যোগদান কৰিবলৈ যাওঁতে হোৱা বিভিন্ন অভিজ্ঞতাৰ আলমত তেওঁ এই ৯৬ পৃষ্ঠাৰ গ্ৰন্থখনি প্ৰস্তুত কৰি উলিয়াইছে। গ্ৰন্থখনিত লেখিকাৰ লেখনশৈলীৰ কেইটামান বৈশিষ্ট্য প্ৰথমেই চকুত পৰে যিকেইটাই অনুসন্ধিৎসু পাঠকৰ বাবে দিগনিৰ্দেশকৰ কাম কৰে। সেয়া হৈছে বিষয় অনুযায়ী অভিজ্ঞতাৰ ভাগবটোৱাৰাকৰণ আৰু শিৰোনাম নিৰ্ধাৰণ। প্ৰতিটো শিৰোনাম সংলগ্নিত অনুচ্ছেদত সেই শিৰোনামৰ অন্তৰ্গত বিষয়ৰ সবিশেষ বৰ্ণোৱা হৈছে। এইবোৰ হৈছে ক্ৰমে "থাইলেণ্ডৰ মিঠা সোঁৱৰণি" (য'ত থাইলেণ্ডৰ মাটিকালি, জনসংখ্যা, জনগাঁঠনিৰ পৰিচয় দিয়া হৈছে), অপ্ৰত্যাশিত আমন্ত্ৰণ আৰু যাত্ৰাৰ প্ৰস্তুতি, থাইলেণ্ডৰ ঐতিহাসিক পটভূমি, থাইলেণ্ডৰ ৰাজনৈতিক আৰু সাংস্কৃতিক ইতিহাস, প্ৰশাসনিক ব্যৱস্থা, সাম্প্ৰতিক ৰাজতন্ত্ৰ, সাম্প্ৰতিক থাইলেণ্ডৰ ৰাজনৈতিক অৱস্থা, থাইলেণ্ডৰ সংক্ষিপ্ত ভৌগোলিক পৰিচয়, জলবায়ু আৰু উদ্ভিদ, অৰ্থনৈতিক প্ৰেক্ষাপট, ধৰ্ম, সাহিত্য, নাট্য পৰম্পৰা, সংগীত, ৰংচানিত আশ্ৰম : ভাৰতৰ আশ্ৰম ব্যৱস্থাৰেই এক নব্য প্ৰতিৰূপ, ৰংচানিত আশ্ৰমৰ পৰা তালাদ গাঁৱলৈ, চুৰীণৰ চামাকি ৰাতত এনিশা, মু-বান দেকত আঢ়ৈদিন, জিথৰাৰ মিউজিয়াম আৰু এলাইদ ৱাৰ চেমিটেৰী আদি। লেখিকাই এই ভ্ৰমণৰ প্ৰস্তুতিৰ পৰা আৰম্ভ



কৰি থাইলেণ্ডৰ ভৌগোলিক, সামাজিক, অৰ্থনৈতিক, ৰাজনৈতিক, জৈৱিক সকলো পৰিৱেশ সামৰিছে। মাথোঁ ১৫ দিনৰ ভ্ৰমণ কালত, তাকো ব্যস্ততাময় কৰ্মসূচী থকা স্বত্বেও ইমানখিনি অভিজ্ঞতা বুটলিবলৈ সক্ষম হোৱা কাৰ্যই অতি অনুসন্ধিৎসু মন এটাৰ অধিকাৰী হোৱাটোকে প্ৰমাণ দিয়ে। লগে লগে তেওঁ থাইলেণ্ডৰ মানুহৰ মন, মানসিকতা, পৰ্যটন ব্যৱস্থা, খাদ্যাভাস, অতিথিপৰায়ণতা, আশ্ৰম ব্যৱস্থা, সাহিত্য, নাট্যপৰম্পৰা, নাগৰিকসকলৰ পৰ্যটকসকলৰ প্ৰতি থকা দায়বদ্ধতাৰ উমান দিয়াৰ লগতে যাতায়ত ব্যৱস্থা, চাল-চালন, পৰিপাটিতা, চাফ-চিকুণতা আদি সকলো দিশৰ পৰিচয় অতি সুন্দৰকৈ অভিজ্ঞতাৰ মাজে মাজে বৰ্ণনা দি গৈছে।

অচিন ঠাই, অচিন মানুহ, তাতে কিছুমান আকস্মিক সমস্যাতো অতি আন্তৰিকতাৰে সহায় কৰা মানসিকতাৰ লোকসকলৰ জীৱন পদ্ধতি আৰু পৰিচালনাক লেখিকাই তেওঁৰ এই গ্ৰন্থত অতি সুন্দৰভাৱে দাঙি ধৰিছে।

লেখিকাৰ কথনশৈলীৰ এক সুকীয়া আবেদন আছে। অত্যন্ত ঘৰুৱা কথনশৈলী হ'লেও প্ৰতিটো বৰ্ণনাতে সাহিত্যিক মূল্য মন কৰিবলগীয়া। লেখিকাই বৰ্ণনা কৰি যাওঁতে এনে লাগে যেন পাঠকে চলন্ত ছবিহে চাই আছে। ভ্ৰমণ বৃত্তান্তক সাহিত্য কৰাৰ এই চিত্ৰধৰ্মী কৌশলেই লেখিকাৰ এই গ্ৰন্থখনক সুখপাঠ্য কৰি তুলিছে। উদাহৰণ স্বৰূপে—

> *পুথিভঁৰালটো পানীৰে পূৰ্ণ এটা পুখুৰীৰ মাজত থাই ৰীতিৰে নিৰ্মাণ কৰা হৈছে। পাঁচ মহলীয়া এই পুথিভঁৰালটো নানা পুথিৰে পৰিপূৰ্ণ। পানীৰ মাজত এনেদৰে পুথিভঁৰাল নিৰ্মাণ কৰি পুথি সংৰক্ষণ কৰাটো এক প্ৰাচীন পৰম্পৰা। জুই, নিগনি, পোক-পৰুৱাৰ পৰা বচাই ৰাখিবলৈ মূলতঃ এনে পদ্ধতিৰে পুথিভঁৰাল নিৰ্মাণ কৰা হৈছে।* (পৃ. ৩৮)

মাজে মাজে ঘৰুৱা প্ৰবচন প্ৰয়োগৰ বাবে ভাষা ৰসাল হৈ পৰিছে। এফালে বিদেশ ভ্ৰমণৰ আনন্দ আনফালে ঘৰতে এৰি থৈ যোৱা পোনা দুটিৰ চিন্তাই ব্যতিব্যস্ত কৰা মানসিক অৱস্থাৰ বৰ্ণনা কৰিছে লেখিকাই এনেদৰে—

> *ঢেকীয়ে স্বৰ্গলৈ গ'লেও ধান বানে* (পৃ. ৬)

থাইলেণ্ড ভ্ৰমণৰ অভিজ্ঞতাৰ ভিত্তিত ৰচনা কৰা আন এখন ভ্ৰমণ

কাহিনী হৈছে পূর্ণকান্ত বুঢ়াগোহাঞিৰ *পাটকাইৰ সিপাৰে ন বছৰ*।[৪] গ্ৰন্থখনৰ প্ৰকাশকাল ১৯৯৩ চন। প্ৰকাশ কৰিছে পূৰ্বাঞ্চল টাই সাহিত্য সভাই। চীন দেশৰ ম্যানমাৰ, থাইলেণ্ড আৰু য়ুনান প্ৰদেশ ভ্ৰমণৰ অভিজ্ঞতাৰ আধাৰত লেখকে এইখন গ্ৰন্থ লিখিছে। গ্ৰন্থখন বুঢ়াগোহাঞিয়ে লিখিছিল ১৯৩৩ চনৰ পৰা বিয়াল্লিশ চনলৈকে ন বছৰ কাল ম্যানমাৰ, থাইলেণ্ড আৰু চীন দেশত থাকি লাভ কৰা অভিজ্ঞতাৰ ভেটিত। তেখেতে লিখি থৈ যোৱা অপ্ৰকাশিত পাণ্ডুলিপিটো তেখেতৰ সম্পৰ্কীয় হেম বুঢ়াগোহাঞিৰ পৰা আনি ড° পুষ্প গগৈদেৱে উদ্যোগ লৈ পূৰ্বাঞ্চল টাই সাহিত্য সভাৰ তৰফৰ পৰা প্ৰকাশ কৰে।

তাই জাতিৰ আদি পুৰুষ ছ্যুকাফাৰ পিতৃ ৰাজ্য, ভাষা, সমাজ, সংস্কৃতিৰ সম্যক জ্ঞান আহৰণৰ বাবে ঘৰ-সংসাৰ এৰি পদব্ৰজে পূৰ্ণকান্ত বুঢ়াগোহাঞিয়ে চীন দেশলৈ যাত্ৰা কৰিছিল। বাৰ বছৰ কাল চীনৰ দক্ষিণত থকা য়ুনান প্ৰদেশৰ তাই মাও, বৰ্মদেশৰ শ্বান আদি ঠাই ভ্ৰমণ কৰি তেওঁ ঘৰলৈ ঘূৰি আহিল। বাবাজী গোহাঞি আখ্যা পোৱা এই মেধাবী, তীক্ষ্ণধী, দুঃসাহসী লোকজনে লগত লৈ অহা অভিজ্ঞতাৰ আলমত হাতে লিখি উলিয়ালে এই গ্ৰন্থখন। অসমৰ টাই আহোমসকলৰ প্ৰায়বোৰ অনুষ্ঠানৰে সাদৃশ্য থকা চীনৰ তাইসকলৰ সংস্কৃতিৰ আভাস দিবলৈ যত্ন কৰিলে এই 'পূবদেশ ভ্ৰমণ কাহিনী'ত।[৫]

গ্ৰন্থখনিত ম্যানমাৰ, চীন দেশৰ য়ুন্নান আৰু দক্ষিণ-পূব এচিয়া মেপ, বৰ্ণনা, ফটো সংযোগ ড° প্ৰাতসলতা বুঢ়াগোহাঁই আৰু ড° পুষ্প গগৈৰ। গ্ৰন্থখনিত ড° পুষ্প গগৈয়ে কিছু সম্পাদনা কৰি বিষয় সূচীবোৰ সজোৱাৰ উপৰি লেখকৰ পৰিচয় এটিও সংযোগ কৰিছে। অসাধাৰণ মনোবলৰ এই পদব্ৰজে চীন ভ্ৰমণ কৰা এই মানুহজনৰ মেধা ব্যক্তিত্ব, প্ৰতিভা অবৰ্ণনীয়। ইংৰাজী, বঙালী, টাই, অসমীয়া আটাইকেইটা ভাষাতে দখল থকা গোহাঞিদেৱৰ অহমৰ আদি বুৰঞ্জী, সচিত্ৰ ব্ৰহ্মদেশ ভ্ৰমণ, পূব দেশত এভুমুকি আদি প্ৰবন্ধ গুৰুত্বপূৰ্ণ। এই গ্ৰন্থখনত থকা গোহাঞিদেৱৰ ভ্ৰমণ কাহিনীকেইটা হৈছে— বৰ্মদেশ অভিমুখে ডিমাপুৰত, ইন্দাগাই হ্ৰদ ঃ হ্ৰদৰ পূজা, পুনৰ বৰ্মদেশ বুলি মণিপুৰ অভিমুখে, মান্দালয়ত অসমীয়া গাঁও, দক্ষিণ শ্যান



দেশ, তাই শ্যান, প্ৰাণকেন্দ্ৰ তোংজিত, তাই জাতিৰ ৰাজনীতি আৰু ধৰ্মনীতি আৰু ভগনীয়াৰ দিন পঞ্জিকা আদি।

বৰ্মদেশ অভিমুখে ডিমাপুৰত প্ৰবন্ধত তেওঁ মণিপুৰৰ মাজেদি, পৰ্বতীয়া বাট, তমুত দুদিনমান, বৰ্মদেশৰ মাজত ঃ চিতাঙৰ বাটত, ফমিন ঃ মুগা কাপোৰ বিক্ৰীৰ প্ৰচেষ্টা, বৰ্মদেশৰ ব্যৱসায় আৰু ওজন প্ৰণালী, কুকুৰৰ ভোজ, পুঁজ কোংগ ঃ মুগা পোহা গাঁও, জেঠ মাহত মেই অঙ্‌ ধানৰ খেতি, তংজুতত বেহাকৰাৰ প্ৰচেষ্টা, ছিন্দুইনৰ ওপৰত বেহা বেপাৰ, হোমালিনত এজন অসমীয়াৰ ঘৰত আলহী, মনিউৱা অভিমুখে, ৰেলৰ ওপৰেদি ঃ মোগাঙৰ অসমীয়া গাঁওৰ সন্ধানত, মোগাঙৰ মানে ধৰি অনা অসমীয়া গাঁও, বহু অসমীয়া পুথিৰ সন্ধান আদি বিভিন্ন দিশত বহু তথ্য আৰু অভিজ্ঞতা সবিস্তাৰে উল্লেখ কৰিছে।

ইন্দাগাই হ্ৰদ, হ্ৰদৰ পূজা, মাজৰ হাবিৰ ৰহস্য, মিচ্চিনাত অসমীয়া মানুহৰ সন্ধান আৰু সান্নিধ্য, হীৰা পাথৰৰ খনি, নৰা শব্দৰ তাৎপৰ্য, হোকং উপত্যকাৰ তাইসকল, খনিজ পদাৰ্থৰ চহকী হোকং, কাচিন জাতি আৰু মানাউ পূজা, অসমলৈ যোৱাৰ কল্পনা, অসম অভিমুখে যাত্ৰা, অসমত উপস্থিত, পুনৰ বৰ্মদেশলৈ বুলি মণিপুৰ গমন, যোৰহাটত বক্তৃতা প্ৰদান, চন্দ্ৰকান্ত সন্দিকৈ ভৱনত বক্তৃতা প্ৰদান, গুৱাহাটী গমন, বৰ্মা অভিমুখে, মানদেশৰ অসমীয়াসকলক উপহাৰ প্ৰদান, মানদেশৰ বুৰঞ্জী, ভামোৰ অসমীয়া গাঁও, চ্যোয়েকিনা ফায়া, কোৱাইন ফু-ছা, তাপিং উপত্যকাত অসমীয়া, মানদেশৰ সংগীত কলা, তগুলা প'য় বা বহাগ বিহু ছিম্পিউ মিঙ্গলা আৰু ন'কিন মিঙ্গলা, মুংৰিমুংৰাম, মান্দালয়ত অসমীয়া গাঁও, মান্দালয়ৰ বুৰঞ্জী, ম্যানমাৰৰ ৰীতি আৰু ধৰ্ম, ঙাপি ঃ কেঁচা মাছৰ আচাৰ, উত্তৰ শ্যান দেশ ঃ নামতু বদিনৰ খনি, তেজউ মৌ (কাতি বিহু) ঃ তাই নাচ আদি বিভিন্ন সময়ত, বিভিন্ন ঠাইৰ অভিজ্ঞতা, বিভিন্ন মানুহৰ সংস্পৰ্শলৈ অহাৰ সবিশেষ বিষয় অনুযায়ী সুকীয়া সুকীয়াকৈ আঁকি ৰসালকৈ উল্লেখ কৰিছে।

দক্ষিণ শ্যান দেশ ঃ তাই শ্যানৰ প্ৰাণকেন্দ্ৰ তোংজিত কেংতঙৰ বাটত, কেংতঙ তাই ৰাজ্যত, কেংতঙৰ চাহৰ ব্যৱসায়, কেংতঙৰ পৰা লইমুইলৈ, ইক' জাতিৰ সাজপোছাক, তেভয়ৰ বাটত, দক্ষিণ বৰ্মা, শ্যাম দেশ, শ্বোৱেলী

ঃ পাম খাম ঃ সোণ পানীৰ নদী, মুংমিত - আহোম বুৰঞ্জী খ্যাত ঠাই, ম্যুং ছে, দক্ষিণ চীন দেশৰ য়ুন্নান ভ্ৰমণ, মংগোলীয়ান জাতিৰ ধৰ্ম, বৰ্তমান কালত মংগোলীয়ান জাতিৰ কৃষ্টি বিকাশ, দ্বিতীয় মহাযুদ্ধ, পলায়ন, বৰ্মা অভিমুখে, মোগাং আদিৰ বিষয়েও সবিশেষ উল্লেখ কৰিছে।

তেওঁ ভ্ৰমণ কালত যথাসম্ভৱ সেই ঠাইবোৰৰ সকলো দিশৰ তথ্য সংগ্ৰহ কৰিছিল। তাই জাতিৰ ৰাজনীতি আৰু ধৰ্মনীতি সম্পৰ্কেও তেওঁ সবিস্তাৰে লিখিছে। নিজৰ মনৰ বলৰ হেঁপাহত দিহিঙে দিপাঙে আহোমসকলৰ শিপা বিচাৰি ফুৰা বৰগোহাঞিদেৱে নিতৌ দিনলিপি লিখিছিল।

নিজৰ ঐকান্তিক সাহস আৰু মনৰ বলৰ জোৰতেই তেওঁ এখন সুপৰিকল্পিত, সুন্দৰ ২৫৪ পৃষ্ঠাৰ এখন ভ্ৰমণ বৃত্তান্ত লিখিবলৈ সাহস কৰিলে। গ্ৰন্থখনিৰ লেখনশৈলী অতি সুন্দৰ, গতিশীল আৰু সুখপাঠ্য।

চীন দেশ ভ্ৰমণ কৰা অভিজ্ঞতাৰ আধাৰত লিখা আন তিনিখন ভ্ৰমণ কাহিনী হৈছে ড° পুষ্প গগৈৰ *থাইলেণ্ড, এখন তাই দেশ চাই আহিলোঁ, চীন দেশৰ তাই গাঁৱৰ মাজে মাজে* আৰু *চীন দেশৰ কোৱাংচীৰ তাই ঝোৱাং*।

*থাইলেণ্ড ঃ এখন তাই দেশ চাই আহিলোঁ,* প্ৰকাশ কাল ১৯৮৫, প্ৰকাশক দঞিছেং পাব্লিকেশ্বন, ধেমাজি। পূবৰ দেশসমূহক জনাৰ তীব্ৰ অনুসন্ধিৎসাৰ বাবে কেইবাবাৰো থাইলেণ্ড ভ্ৰমণ কৰা গগৈদেৱে তেওঁ এই ভ্ৰমণৰ সময়ৰ অভিজ্ঞতা এই গ্ৰন্থকেইখনত সামৰিবলৈ যত্ন কৰিছে। থাইলেণ্ড দেশখন আৰু মানুহবোৰ, থাইলেণ্ড ভ্ৰমণৰ অভিজ্ঞতাৰে আহোম ভাষা আৰু মিল, থাইলেণ্ডৰ ৰাস্তা-পদূলি, গাঁওবোৰলৈ গৈ দেখা অসমৰ আহোম গাঁৱৰ সমাজ, বাৰী, ঘৰৰ সৈতে সাদৃশ্য, তাই খাদ্য প্ৰণালী, তাইসকল বৌদ্ধধৰ্মী নেকি, থাই ৰাজকুমাৰীৰে সাক্ষাৎ, তাই সংগীতৰ মাধুৰ্য, উজনিৰ বিহুগীতৰ সুৰৰে সৈতে তাৰ সাদৃশ্য, বাদ্যযন্ত্ৰৰ সাদৃশ্য, তাই ভাষা-সাহিত্যৰ আভাস, তাই সাহিত্য চৰ্চাৰ লগত অসমীয়া ভাষাৰ সম্পৰ্ক, থাই শিল্পকলাসমূহত এভুমুকি, থাই ফিল্ম, থাই শিক্ষা, থাইলেণ্ডত ৰামায়ণ, থাই মহিলা, থাইলেণ্ডৰ ঘৰ বাৰী মঠ মন্দিৰ, থাইলেণ্ডত ফী দেও পূজা, অসমীয়া জাতি গঢ়াত আহোমসকলৰ অৱদান, থাইলেণ্ড ভ্ৰমণ অভিজ্ঞতাৰে অসমৰ সংস্কৃতিৰ



তুলনামূলক দৃষ্টি, মাছ খোৱা পদ্ধতি, ঘৰুৱা আচবাব, মাছ মৰা সঁজুলী, থাইলেণ্ডৰ বিহু ঢোল, অন্য বাদ্য-যন্ত্ৰ, গীত মাতৰ সুৰ, ফুচুৰি থাইলেণ্ডৰ ইটা, নামঘৰ, সদৃশ ঘৰ, উৰণীয়া সিংহ, দ্ৰেগণ পক্ষী, দ্ৰেগণ অশ্ব, থাইলেণ্ডৰ ধ্বংসপ্ৰাপ্ত ৰাজধানী আয়ুথিয়াত এদিন, থাইলেণ্ডৰ বৌদ্ধ বিহাৰত দুৰাতি, য়ি আৰু তিৰ্ব্বেতিয়ান ছোৱালী দুজনীৰ স্মৃতি, ম্যুং মাও লুঙৰ তাই বন্ধু, থাই শাস্ত্ৰীয় সংগীত আৰু নৃত্য, ভিয়েং তাই হোটেল, ৰ'জ গাৰ্ডেন, চাও ফ্ৰায় নদী, নৃত্যৰ পোছাক পৰিচ্ছদ, বাদ্য যন্ত্ৰ, থাইলেণ্ড জাতীয় সাংস্কৃতিক আয়োগ, ম্যুং বুৰাণ ঃ (থাইলেণ্ডৰ সংস্কৃতিক প্ৰতিনিধিত্ব কৰা চহৰ), স্পিৰিট ইন ইডুকেশ্বন ম'ভমেণ্টৰ অনুষ্ঠানত যোগদান, কৃষি ফাৰ্ম, তালাত গাঁৱৰ চংক্ৰান নৃত্য, চুৰিণ প্ৰদেশৰ আই নামৰ ধ্বনি, কাঞ্চনাবুৰী, বুৰীৰাম প্ৰদেশৰ প্ৰাচীন খমেৰ স্থাপত্য, এৰাৱন জাতীয় উদ্যান, বেংকক, ভাৰতীয় আশ্ৰম ব্যৱস্থা, থাইলেণ্ডৰ কালচাৰেল চেণ্টাৰত তাই সংস্কৃতিৰ আলোচনা চক্ৰত যোগদান, জ্ঞানৰ দেৱতা গণেশ ঃ চিয়েংমাইৰ ৰাজাভাট ইনষ্টিটিউট, The Northern thai Dictionary, অযোধ্যা সংগ্ৰহালয়, থামাচ্ছাত বিশ্ববিদ্যালয়ত তাই ভাষা আৰু সংস্কৃতিৰ কনফাৰেন্স আদি বিভিন্ন বিষয় আৰু অভিজ্ঞতা বৰ্ণনা কৰিছে। প্ৰসংগক্ৰমে তেওঁ এইবোৰ বিষয়ত অসমৰ পৰিৱেশৰ লগতো তুলনা কৰি দেখুৱাইছে।

প্ৰসংগক্ৰমে থাইলেণ্ডৰ বুৰঞ্জীতো তেওঁ চকু ফুৰাইছে। সুখটাই ৰাজ্য গঠন, অযোধ্যা বা আয়ুথায়া, ৰহা তাকচিন ঃ মানসকলক পৰাস্ত, ৰজা ৰাম ১মৰ শাসন, ৰজা ৰাজিৰাবোধ ঃ জাতীয়তাবাদ আৰু সংবিধান, থাই মিলিটেৰী উত্থান, জেনেৰেল ক্ৰিয়েংচাক চামানন্দ, ৰজা ভূমিবল অদুল্যদেজ, ৰজাৰ ৰাজবিহাৰ নৌকা এই সকলোখিনি তথ্য আৰু অভিজ্ঞতা তেওঁ সন্নিৱিষ্ট কৰিছে। গ্ৰন্থখনত গগৈয়ে ভ্ৰমণ কালত দেখা, অনুভৱ কৰা প্ৰতিটো পৰিৱেশ, প্ৰসংগ বিষয় অতি আন্তৰিকতাৰে উল্লেখ কৰিছে আৰু অসমৰ জনজীৱনৰ লগত তুলনা কৰি চাইছে। কাৰণ বৃহৎ অসমীয়া জাতি গঠন আৰু সাংস্কৃতিক গঠন তাই আহোমসকল অহাৰ পৰাহে আৰম্ভ হৈছে। ফটো সংলগ্ন দুশ পৃষ্ঠাতকৈ অধিক কলেবৰৰ এই গ্ৰন্থখনত দিপালী গগৈ আৰু য়িখাম গগৈৰো থাইলেণ্ড ভ্ৰমণ সম্পৰ্কীয় দুটা প্ৰবন্ধ সন্নিৱিষ্ট হৈছে। লেখকে ভ্ৰমণ কালত

যিধৰণেৰে বিষয় আৰু অভিজ্ঞতাৰ সন্মুখীন হয় তেনেকৈয়ে বিষয়বোৰ বৰ্ণনা কৰি গৈছে। প্ৰসংগক্ৰমে তেওঁ থাই আৰু ভাৰতীয় শব্দৰ তুলনামূলক তালিকাও প্ৰস্তুত কৰি দেখুৱাইছে। থাইলেণ্ডৰ সমাজ জীৱনৰ বহু তথ্য সন্নিৱিষ্ট কৰাৰ দিশত গ্ৰন্থখনৰ ভূমিকা শলাগিবলগীয়া।

ড° গগৈদেৱৰ আন এখন গ্ৰন্থ হ'ল *চীন দেশৰ তাই গাঁৱৰ মাজে মাজে*। ১৯৯৪ চনত প্ৰকাশ হোৱা এই গ্ৰন্থখন প্ৰকাশ কৰিছে পূৰ্বাঞ্চল তাই সাহিত্য সভাই। ৯৬ পৃষ্ঠাৰ এইখন গ্ৰন্থত তেওঁ সন্নিৱিষ্ট কৰিছে হোটেলৰ অভিজ্ঞতা, বেয়াবোৰ প্ৰচাৰ কৰিব নিবিচৰা চীনাসকলৰ মানসিকতা, সময়মতে কাম কৰাৰ মানসিকতা, পানীৰ সলনি বীয়েৰ ব্যৱহাৰ কৰা, নেপকিন ব্যৱহাৰ কৰা, চীনৰ তাই গৱেষকসকলৰ অসমৰ প্ৰতি থকা আগ্ৰহ, চাফ-চিকুণতা, কুনমিং, বিভিন্ন দেশৰ পণ্ডিতসকল, চিপচংপাননালৈ যাত্ৰা, মেকং লানচাং নৈ, চীন-ভাৰত ১৯৫২ প্ৰসংগ, চিপচংপাননাৰ তাই গাঁও আৰু জনজাতীয় গাঁও, পাহাৰীয়া খেতি, স্বৰ্গযাত্ৰা, আখা জনগোষ্ঠীৰ গাঁৱত, যুৱক-যুৱতীয়ে সংগী বিচৰাৰ আচৰিত পন্থা প্ৰেমৰ ঘৰ, অসমৰ বাৰীৰ দৰে চীনা বাৰী, চীন দেশৰ ধৰ্মীয় অনুষ্ঠান, চীনত কীৰ্তন পঢ়া সুৰ, চীনা চাহ বাগান, আঠশ বছৰীয়া চাহ গছ, পিকিঙৰ ছাত্ৰ আন্দোলন, চীনৰ নৃত্য গীত, তাই নৃত্য গীত আৰু অসমীয়া নৃত্য গীতৰ সাদৃশ্য, চীনৰ সাহিত্য ঃ চীনা তাই সাহিত্য, চীনা তাইৰ প্ৰেমৰ গীত ঃ বিহুৰ প্ৰেমৰ গীত, মাও জে দুঙৰ কমিউন নাই আদি বিষয়বোৰ সন্নিৱিষ্ট কৰিছে।

গগৈদেৱ চীনলৈ গৈছিল ১৯৯০ চনত আন্তৰ্জাতিক থাই অধ্যয়ন চক্ৰৰ বাবে, দ্বিতীয়বাৰ গৈছিল কুনমিঙত অনুষ্ঠিত হোৱা আন্তৰ্জাতিক জনজীৱবিজ্ঞান সন্মিলনত যোগদানৰ বাবে। ২০০৫ চনত হোৱা এই যাত্ৰাত তেওঁৰ তাই সংস্কৃতিৰ বিষয়ে জ্ঞানৰ ভঁৰালটো আৰু অধিক সমৃদ্ধ হ'ল। ২০১১ চনত পুনৰ কোৱাংচীলৈ যাত্ৰা কৰিলে। এই যাত্ৰাৰ আধাৰত লিখা গ্ৰন্থখন হৈছে *চীন দেশৰ কোৱাংচীৰ তাই খোৱাংজ*-। এইখন গ্ৰন্থ প্ৰকাশ কৰিছে চুমফ্ৰা প্ৰকাশনে আৰু দঞিছে পাব্লিকেশ্বনে, প্ৰকাশ কাল ২০১৩। ১৮৪ পৃষ্ঠাৰ গ্ৰন্থখতো তাই জনজীৱন প্ৰতিনিধিত্বকাৰী বহু ফটো সংযোগ কৰিছে। এই গ্ৰন্থখনত লেখকে কোৱাংচীৰ প্ৰাচীন তাই ঝোৱাংসকলৰ মাজত



দুদিনমান, ঝোৱাংসকল আৰু অতীতৰ তাই, ঝোৱাংসকলৰ জনসংখ্যা, ঝোৱাংসকলৰ বাসভূমি, নানমিং মিউজিয়াম, ঝোৱাংসকলৰ সংস্কৃতি, শিঙাৰ দৰে বজোৱা পেঁপা, গুহাচিত্ৰ, পথাৰৰ মাজে মাজে, উপৰিপুৰুষৰ পূজা স্থলিত, মুলুঅজিয়া দেৱীৰ কাহিনী, ঝোৱাংসকলৰ বসতিৰ ধাৰণা, ধান আৰু গোমধানৰ খেতি, ঝোৱাংসকলৰ পোচাক-পৰিচ্ছদ, ঝোৱাং ভাষা, কোৱাংছীৰ ঝোৱাঙৰ শব্দ আৰু আহোম ঃ এক তুলনা, কোৱাংচী আৰু কোৱাইচ্যাউৰ বউয়েইসকলৰ সাহিত্য, ঝোৱাং ভাষাৰ তত্ত্ব, চীনা তাই ভাষা তত্ত্ব, য়ুাংজু নদী উপত্যকা আৰু কোৱাংচী তাইসকলৰ গৃহভূমি, পানী ধানৰ খেতিৰ বুৰঞ্জীৰ লগত তাইসকলৰ অতীতৰ পম খেদি, ঝোৱাংসকলৰ ধান খেতি, ঝোৱাং ভাষাৰ লিখিত পদ্ধতি, ঝোৱাংসকলৰ ব্ৰঞ্জৰ ঢোল সংস্কৃতি, তাইসকলৰ অতীতৰ বাসস্থান ঃ ভূমিৰ অন্তৰ্গত, ঝোৱাং ধৰ্ম, তাই লোকসকলৰ সাম্প্ৰতিক কালীন বিস্তৃতি, তাই জনসংখ্যা, তাই গোট, ঝোৱাং লোককথা আদিৰ বিষয়ে উল্লেখ কৰিছে। তাইসকলৰ সংস্কৃতিৰ বিষয়ে, ইতিহাসৰ বিষয়ে এতিয়াও সঠিক আৰু গভীৰ অধ্যয়ন হৈ উঠা নাই। গতিকে লেখকৰ গভীৰ বিশ্বাস অসমৰ সমাজ জীৱন গঠনত মুখ্য ভূমিকা লোৱা আহোমসকলৰ আচাৰ-জীৱনৰ লগত দক্ষিণ-পূব এছিয়াৰ তাইসকলৰ সাংস্কৃতিক তুলনামূলক অধ্যয়নে তেওঁলোকৰ সাংস্কৃতিক সাদৃশ্যৰ এখন বৃহৎ দুৱাৰ উন্মোচন কৰিব আৰু তেনে এক মানসিকতাৰেই তেওঁ তাই দেশবোৰ ভ্ৰমণ কৰে আৰু ভৱিষ্যতেও ভ্ৰমণ কৰাৰ পৰিকল্পনা পুঁহি ৰাখিছে। ঘৰুৱা, তথ্যসমৃদ্ধ কথনশৈলীৰ ভ্ৰমণ সম্পৰ্কীয় গ্ৰন্থকেইখন থাই দেশ ভ্ৰমণৰ গ্ৰন্থ হিচাপে গুৰুত্বপূৰ্ণ। কাৰণ চীন ভ্ৰমণ কৰা গ্ৰন্থ যদিও অসমীয়া ভাষাত ৰচিত হৈছে থাই দেশ ভ্ৰমণ সম্পৰ্কীয় গ্ৰন্থ অসমীয়াত আঙুলিৰ মূৰত লেখিব পৰা।▸▸

পাদটীকা ঃ

১. শৰ্মা, সত্যেন্দ্ৰনাথ, অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, গুৱাহাটী, প্ৰতিমা দেৱী, সপ্তম সংখ্যা, ১৯৯৬ চন, পৃ. ৪১৫

২. বুঢ়াগোহাঁই, প্ৰাতসলতা (সম্পা.), অভিজ্ঞান, ডি.ম.দে.কা.ম.মহাবিদ্যালয়ৰ সোণালী জয়ন্তী উপলক্ষে প্ৰকাশিত প্ৰাক্তন ছাত্ৰী সংস্থাৰ স্মাৰক গ্ৰন্থ, প্ৰকাশক ড° ফৰিদা

বেগম, সম্পা. প্ৰাক্তন ছাত্ৰী সংস্থা, ২০১৩, তাম্ৰপালি ৰাজকোঁৱৰৰ *অসমীয়া ভ্ৰমণ সাহিত্যৰ উদ্ভৱ আৰু বিকাশ* শীৰ্ষক প্ৰবন্ধ, পৃ. ১৪৪

৩. বুঢ়াগোহাঁই, প্ৰাতসলতা, দ্বিতীয় প্ৰকাশ, দক্ষিণছেং পাব্লিকেশ্যন, ধেমাজি, ২০০৯, আগকথা, থাইলেণ্ডৰ মিঠা সোঁৱৰণি

৪. বুঢ়াগোহাঞি, পূৰ্ণকান্ত, পাতকাইৰ সিপাৰে ন বছৰ, প্ৰকাশক পূৰ্বাঞ্চল তাই সাহিত্য সভা, ১৯৯৩, আগকথা, পাতকাইৰ সিপাৰে ন বছৰ

৫. বুঢ়াগোহাঞি, পূৰ্ণকান্ত (উল্লেখিত), গ্ৰন্থখনিৰ প্ৰকাশৰ সম্পৰ্কে দু-আষাৰ, হেম বুঢ়াগোহাঞি



# দ্বিতীয় অধ্যায়

## নিৰ্বাচিত পুৰুষ লেখকৰ ভ্ৰমণ সাহিত্য

- হেম বৰুৱাৰ ভ্ৰমণ সাহিত্য
- হেম বৰুৱাৰ 'ৰঙা কৰবীৰ ফুল' আৰু 'মেকং নৈ দেখিলো' ঃ এক অৱলোকন
- হেমাংগ বিশ্বাসৰ ভ্ৰমণ সাহিত্য 'আকৌ চিন চাই আহিলো' (প্ৰথম আৰু দ্বিতীয় খণ্ড)
- বিৰিঞ্চিকুমাৰ বৰুৱাৰ ভ্ৰমণ সাহিত্য
- চন্দ্ৰপ্ৰসাদ শইকীয়াৰ ভ্ৰমণ সাহিত্য
- চৈয়দ আব্দুল মালিকৰ ভ্ৰমণকাহিনী 'মাজত মাথোন হিমালয়'
- নগেন শইকীয়াৰ ভ্ৰমণ সাহিত্য 'আমেৰিকাত দহদিন' ঃ এটি আলোচনা
- লক্ষ্মীনন্দন বৰাৰ ভ্ৰমণ গ্ৰন্থ চীনক চিনিবলৈ টান ঃ এটি সমীক্ষা
- হীৰেন গোহাঁইৰ ভ্ৰমণ সাহিত্য ঃ এক বিশ্লেষণাত্মক আলোচনা
- চীনা এড্‌মিৰেলৰ জাল ঃ কৰুণ মানৱতাৰে বিধৌত উপন্যাসোপম ভ্ৰমণ কাহিনী
- অনিল চন্দ্ৰ শৰ্মাৰ 'কম্বোডিয়া, ভিয়েটনাম আৰু ভূটান ভ্ৰমণৰ ডুখৰীয়া স্মৃতি'
- অৰুণলোচন দাসৰ ভ্ৰমণ কাহিনী 'উইণ্ড মিল আৰু টিউলিপ ফুলৰ দেশত'
- ড° সুনীল কুমাৰ শইকীয়াৰ 'চীন দেশ চাই আহিলোঁ'ত এভুমুকি
- অসমীয়া ভ্ৰমণ-কাহিনীৰ শেহতীয়া নিদৰ্শন 'বেলি আৰু ফুলৰ দেশত'

# হেম বৰুৱাৰ ভ্ৰমণ সাহিত্য

ড° নৰকুমাৰ চমুৱা

অসমীয়া ভ্ৰমণ সাহিত্যত হেম বৰুৱা এটি শক্তিশালী নাম। *মনময়ূৰী* আৰু *বালিচন্দা* নামৰ দুখন কবিতা পুথিৰ কবি হিচাপে খ্যাত হেম বৰুৱা একাধাৰে সাহিত্য সমালোচক, লোক-সংস্কৃতিৰ গৱেষক, সাংবাদিক, অনুবাদক আৰু শিক্ষাবিদ। অসমীয়া সাহিত্যৰ এগৰাকী শ্ৰেষ্ঠ কাহিনীকাৰ হিচাপেও হেম বৰুৱা সমাদৃত। এই শ্ৰেষ্ঠত্ব নিৰ্ভৰ কৰিছে তেওঁৰ ভ্ৰমণ কাহিনী গ্ৰন্থৰ সংখ্যা আৰু গুণগত বিচাৰৰ ফালৰ পৰা।

হেম বৰুৱাই অসমীয়া সাহিত্যত বৰ্তমানলৈকে যথেষ্টসংখ্যক ভ্ৰমণ কাহিনী ৰচনা কৰিছে। অসমৰ এজন সাংসদ হিচাপে তেওঁ কেইবাবাৰো বিদেশ ভ্ৰমণ কৰিছিল। আমেৰিকা, ৰাছিয়া, ইজৰাইল, থাইলেণ্ড, কম্বোডিয়া, লাওচ, মালয়েছিয়া, ছিংগাপুৰ আদি অনেক দেশৰ ভ্ৰমণ বৃত্তান্তৰে তেওঁ সৰ্বমুঠ চাৰিখন ভ্ৰমণ কাহিনীমূলক গ্ৰন্থ ৰচনা কৰিছে। ১৯৫৪ চনত প্ৰকাশিত *সাগৰ দেখিছা* তেওঁৰ প্ৰথম ভ্ৰমণমূলক গ্ৰন্থ। অসমীয়া ভ্ৰমণ সাহিত্যত হেম বৰুৱাই *সাগৰ দেখিছা*ৰে আৰম্ভ কৰা ভ্ৰমণ সাহিত্যৰ ধাৰাটোত পিছলৈ অনেক ভ্ৰমণ সাহিত্যৰ সৃষ্টি হৈছে। সেয়ে *সাগৰ দেখিছা* অসমীয়া ভ্ৰমণ সাহিত্যৰ মাইলৰ খুঁটিস্বৰূপ। হেম বৰুৱাৰ বিভিন্ন দেশ ভ্ৰমণৰ অভিজ্ঞতাৰঞ্জিত গ্ৰন্থসমূহ হ'ল *সাগৰ দেখিছা, ৰঙা কৰবীৰ ফুল, ইজৰাইল* আৰু *মেকং নৈ দেখিলো*। তদুপৰি ব্ৰহ্মদেশ সম্পৰ্কীয় দুটা আৰু ইজিপ্ট ভ্ৰমণ সম্পৰ্কীয় এটা প্ৰবন্ধ তেওঁৰ *সানমিহলি* নামৰ গ্ৰন্থখনত সন্নিবিষ্ট হৈছে।

*সাগৰ দেখিছা* গ্ৰন্থত হেম বৰুৱাই আমেৰিকাৰ নিউয়ৰ্ক, ৱাশিংটন, ব'ষ্টন, চিকাগো, ছানফ্ৰান্সিছকো, দাৰহাম, লছ এঞ্জেলছ্ আদি চহৰ ভ্ৰমণ কৰি অসমীয়াত বাৰটা আৰু ইংৰাজীত চাৰিটা ভ্ৰমণ কাহিনী ৰচনা কৰিছে। অসমীয়া লিখা

আৰু *নতুন অসমীয়া* কাকতত ধাৰাবাহিকভাৱে প্ৰকাশিত সেই বাৰটা ভ্ৰমণ কাহিনী *সাগৰ দেখিছা* সংকলনত অন্তৰ্ভুক্ত হৈছে। গ্ৰন্থখনত যাত্ৰাৰ সময়ৰপৰা আৰম্ভ কৰি আমেৰিকাৰ বিভিন্ন দিশৰ বৰ্ণনা দিছে। 'ৰামধেনু' নামৰ বিমানেৰে ভ্ৰমণ কৰোতে নীলা সাগৰ আৰু আকাশৰ কবিত্বপূৰ্ণ বিৱৰণ, লেবাননৰ ছোৱালীৰ চকুৰ সৌন্দৰ্য, ছিপাৰ গছৰ ৰূপ আৰু ভাষা-শিক্ষা-সংস্কৃতিৰ চমু অথচ আকৰ্ষণীয় বৰ্ণনা আছে। তদুপৰি লণ্ডন নগৰৰ মৌন গাম্ভীৰ্য পৰিৱেশ, টেমচ নদী, হাইড পাৰ্ক, ৱেষ্ট মিনিষ্টাৰৰ গিৰ্জাঘৰ, মেকলিন টুথপেষ্টৰ বিজ্ঞাপন আদিৰ বিষয়েও তেওঁ ৰসাল বৰ্ণনা দিছে।

আমেৰিকা যুক্তৰাষ্ট্ৰৰ বিভিন্ন নগৰ-চহৰ, প্ৰাকৃতিক দৃশ্যাৱলীৰে সমৃদ্ধ মনোৰম ঠাই তেওঁ ভ্ৰমণ কৰিছিল। অনেক বিশিষ্ট ব্যক্তিৰ সৈতে তেওঁ মত বিনিময় কৰিছিল। 'তীব্ৰভাৱে ধৰ্মপ্ৰাণ আৰু সংগীতপ্ৰাণ' নিগ্ৰোসকলৰ সামাজিক স্থিতি, শ্বেতাংগসকলৰ উচ্চাত্মিকাবোধ, তিৰোতাসকলৰ বিলাসপ্ৰিয় জীৱন, শিক্ষা জীৱন সম্পৰ্কে উল্লেখ কৰিছে। তদুপৰি নেচনেল আৰ্ট গেলাৰি, নিউয়ৰ্কৰ খ্ৰীষ্টান আৰু ইহুদিৰ বৈষম্য, চিত্তাকৰ্ষক পাব্লিক লাইব্ৰেৰীৰ পৰিচয় দিছে। হেম বৰুৱাই নিউয়ৰ্ক চহৰতে বিশ্বখ্যাত ঔপন্যাসিক পাৰ্ল এছ বাকৰ লগতো কথা পাতিছিল আৰু তেওঁৰ পৰা আমেৰিকাৰ বৌদ্ধিক জগতৰ খা-খবৰ পাইছিল। তেওঁ নায়েগ্ৰা জলপ্ৰপাত, পেছেডোনা চহৰ, গ্ৰেণ্ড কেনিয়ন আৰু ছানফ্ৰান্সিছকোৰ প্ৰাকৃতিক শোভা যিদৰে বৰ্ণনা কৰিছে, সেইদৰে দৰিদ্ৰজনৰ আবাস, ফুটপাথৰ অঘৰী জীৱন, নিবনুৱাৰ হা-হুতাশ সম্পৰ্কেও বৰ্ণনা কৰিছে। *সাগৰ দেখিছাত* বৰুৱাই আমেৰিকাৰ সাংস্কৃতিক জীৱনৰো খবৰ ৰাখিছে। হলিউদৰ চিনেমাই যে আমেৰিকাৰ স্বকীয় সংস্কৃতিৰ ক্ষেত্ৰখনত কুঠাৰাঘাত কৰিছে আৰু তেওঁলোক কোটিপতি হ'লেও আধ্যাত্মিক ক্ষেত্ৰত যে দুখীয়া—সেই কথা বৰুৱাই অনুধাৱন কৰিব পাৰিছিল।

*ৰঙা কৰবীৰ ফুল* ৰাছিয়াৰ পুলক ভৰা অভিজ্ঞতাৰে হেম বৰুৱাৰ দ্বিতীয়খন ভ্ৰমণমূলক গ্ৰন্থ। গ্ৰন্থখনি বৰুৱাৰ আলোকসন্ধানী মন আৰু কবিসত্তাৰ চানেকি আৰু ৰাছিয়াৰ সমাজ-জীৱনৰো অনুপম আলেখ্য হিচাপে চিহ্নিত হৈছে। মহেশ্বৰ নেওগে *ৰঙা কৰবীৰ ফুলত* ৰাছিয়াৰ ভ্ৰমণৰ মোহমুগ্ধ কাহিনী বৰ্ণিত হোৱা বুলি উল্লেখ কৰিছে। ড° মহেশ্বৰ নেওগৰ মতে, *সাগৰ দেখিছা* আৰু *ৰঙা কৰবীৰ*



*ফুল* এই পুথি দুয়োখনিতে মাজে মাজে কবিতাৰ ধল তুলি বিয়নি মেলৰ দৰে আকৰ্ষক কৰি তুলিছে।

হেম বৰুৱা প্ৰমুখ্যে সংসদীয় দলটোক ৰাছিয়াই প্ৰথম আদৰণি জনায় তাছখণ্ড চহৰত। ইয়াৰ পূৰ্বে ৰাণী অৱ্ বিজাপুৰ নামৰ ভাৰতীয় বিমানেৰে যাওঁতে তলত দেখা হিন্দুকুশ পৰ্বতৰ কাব্যিক বৰ্ণনাই স্বাভাৱিকতে মন টানি ধৰে। তাছখণ্ড চহৰৰ সাৱলীল বৰ্ণনাৰ লগতে নাৰী আৰু দেশ গঠনত নাৰীৰ সবল ভূমিকা সম্পৰ্কে আভাস দিছে। মস্কো চহৰত হেম বৰুৱাই লক্ষ্য কৰিছিল নৈশ জীৱনৰ অভিলাষ। আনকি তেওঁৰ নিজৰ কৰ্মসূচীৰ অন্তত মস্কোৰ নৈশ জীৱন যাত্ৰা অধ্যয়ন কৰিছিল। সেয়ে তেওঁ কৈছে, মহানগৰীবোৰত অতি মাদকতাপূৰ্ণ বস্তু হৈছে নৈশ জীৱন। নৈশ জীৱন বাদ দিলে মহানগৰীৰ জীৱন শূন্য। তদুপৰি তেওঁ মস্কোৰ মানুহৰ সাম্য, মৈত্ৰী, বিশ্বশান্তি, পঞ্চশীল, ভাৰত-ৰাছিয়াৰ সম্পৰ্ক আদি অনেক বিষয়-সম্ভূত বক্তৃতা সম্পৰ্কে উল্লেখ কৰিছে। বৰুৱাই মস্কো চহৰত লক্ষ্য কৰা আন এক গুৰুত্বপূৰ্ণ বিষয় হ'ল—চহৰৰ বিভিন্ন স্থানত স্থাপন কৰা দেশৰ বীৰ-বিপ্লৱীসকলৰ প্ৰস্তৰ মূৰ্তি। তেওঁ গ্ৰন্থখনত এইবিলাকৰ এটা সুন্দৰ বিৱৰণ দিছে। মস্কোত জীৱন্ত ৰূপত সংৰক্ষণ কৰা লেনিন আৰু ষ্টেলিনৰ মৃতদেহ দুটা, মস্কো ঘণ্টা, বেলে নৃত্য, বলছয় থিয়েটাৰ, মস্কো বিশ্ববিদ্যালয় আদি চোৱাৰ সৌভাগ্য তেওঁৰ হৈছিল।

ৰাছিয়াত থকা সময়ছোৱাত তেওঁলোকৰ দোভাষী হিচাপে আছিল লিলি নামৰ চঞ্চলমতী এজনী ছোৱালী। তেওঁলোকে পিকিং নামৰ তেৰমহলীয়া হোটেলখনত আছিল। তেওঁলোকে লক্ষ্য কৰিছিল হোটেলৰ বয়-বস্তু কঢ়িওৱা ল'ৰাটোৰ বাহিৰে বাকী সকলো কৰ্মকৰ্তাই আছিল ছোৱালী। ক্ৰেমলিনৰ এটা স্বৰ্ণখচিত সৰু কোঠাত হোৱা সভাৰ অন্তত তেওঁলোক ক্ৰেমলিন চাবলৈ ওলাল। ক্ৰেমলিনৰ পেলে দি ভাৰ্ছাই ৰাজপ্ৰাসাদ, স্পকায়া স্তম্ভ, নিকলস্কায়া স্তম্ভ আদি অনেক ৰাজপ্ৰাসাদ, স্তম্ভৰ সজীৱ বৰ্ণনা আগবঢ়াইছে। পঞ্চদশ-ষষ্ঠদশ শতিকাতে নিৰ্মিত শিলৰ দেৱাল আৰু স্তম্ভবোৰ অতি যত্নেৰে তেওঁলোকে সংৰক্ষণ কৰি ৰাখিছে। উৰুমেয়নাৰা প্লাটা নামৰ যাদুঘৰত সংৰক্ষিত অনেক ঐশ্বৰ্য-সম্পদ তেওঁ চাইছিল। যাদুঘৰ চাই থাকোঁতে বৰুৱাই ৰুছবাসীৰ দেশপ্ৰেমৰ তাড়নাও অনুভৱ কৰিছিল।

এইবোৰৰ উপৰিও পৃথিৱীৰ ভিতৰতে সৰ্ববৃহৎ হিচাপে দাবী কৰা মস্কোৰ লেনিন ষ্টেট পাব্লিক লাইব্ৰেৰী, কৃষিপাম, শিল্প প্ৰদৰ্শনী আৰু অনেক দিশৰ পুংখানুপুংখ বিৱৰণেৰে ৰঙা কৰবীৰ ফুল জাতিষ্কাৰ হৈ আছে।

ইজৰাইলৰ সামাজিক, ৰাজনৈতিক, সাংস্কৃতিক আদি অৱস্থাৰ বিৱৰণ পোৱা যায় হেম বৰুৱাৰ তৃতীয়খন ভ্ৰমণ গ্ৰন্থ *ইজৰাইলত*। তেওঁ ইজৰাইলৰ জেৰুজালেম, তেল এভিদ, কি ব্যুৰ্জ গাঁও, বীৰশ্বেৱা চহৰ, নেগেভ মৰুভূমি অঞ্চল আদি ভ্ৰমণ কৰিছিল। ইজৰাইলৰ ৰাজধানী জেৰুজালেমৰ ছহিদ ভৱনত হেজাৰজন ইহুদিৰ চিত্ৰ আৰু থাউষ্ট হাৰলজৰ স্মৃতি বেদী দেখিছিল। ইহুদিসকলৰ স্বাধীনতাৰ কাহিনী, অতীতৰ কৰুণ কাহিনী গ্ৰন্থখনৰ প্ৰথম অধ্যায়ত দেখিবলৈ পোৱা যায়। তদুপৰি তেওঁ ইজৰাইলৰ গ্ৰাম্যাঞ্চলসমূহৰ সুন্দৰ বিৱৰণ দিয়াৰ লগতে মৰুভূমি অঞ্চলত জলসিঞ্চন ব্যৱস্থাৰে কিদৰে শস্য উৎপাদন কৰিছে তাৰ বৰ্ণনা পোৱা যায়। ইজৰাইলৰ হিব্ৰু সাহিত্য আৰু ৰংগমঞ্চৰ বিষয়েও আলোচনা কৰিছে। গ্ৰন্থখনত বৰুৱাই ইজৰাইলৰ নাৰীৰ স্বাধীনচিতীয়া সমাজ আৰু শেষৰফালে ইজৰাইলৰ শিক্ষা ব্যৱস্থা সম্পৰ্কে উল্লেখ কৰিছে।

দক্ষিণ-পূব এচিয়াৰ পাঁচখন দেশ ক্ৰমে থাইলেণ্ড, কম্বোডিয়া, লাওচ, মালয়েছিয়া আৰু ছিংগাপুৰ ভ্ৰমণৰ আধাৰত হেম বৰুৱাৰ চতুৰ্থখন ভ্ৰমণ কাহিনীমূলক গ্ৰন্থ *মেকং নৈ দেখিলোঁ*। এই পাঁচখন দেশৰ সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক, সাংস্কৃতিক অৱস্থাৰ চমু অথচ সৰস বৰ্ণনা দাঙি ধৰিছে। প্ৰথমতে লেখকে থাইলেণ্ডৰ বিৱৰণ দাঙি ধৰিছে। এই প্ৰসংগত তেওঁ কৈছে—এফালে অত্যাধুনিক জীৱন আৰু আনফালে প্ৰাচীনত্বৰ মোহৰ, এফালে বতাহত ভাহি অহা মন্দিৰৰ ফুলৰ সুবাস, আনফালে গেলা মাছৰ গোন্ধ, এফালে ধোঁৱা আৰু আনফালে ৰঙীন আৱেশৰ চহৰ এই থাইলেণ্ড। থাইলেণ্ড ফুলৰ দেশ। বেংকক চহৰৰ চাৰিওফালে জলাশয়, বৌদ্ধ মন্দিৰ, চাংঘৰ, পানীৰ মাজত ওপঙি থকা ৰেষ্টোৰা, ৰাজপৰিয়াল, কৃষি-বাণিজ্য আদি সম্পৰ্কে আকৰ্ষণীয় বৰ্ণনা দিছে।

থাইলেণ্ডৰ পৰা তেওঁলোক গৈছিল কম্বোডিয়ালৈ। কম্বোডিয়াৰ নংপেন আংকোৰ, ছীয়েমৰীপ চহৰ ভ্ৰমণ কৰি সেই অঞ্চলবোৰৰ জীৱনচৰ্যা সন্ধানী দৃষ্টিৰে পৰ্যবেক্ষণ কৰিছিল। গ্ৰন্থখনত তেওঁ কম্বোডিয়াৰ ঐতিহাসিক,



ৰাজনৈতিক, সামাজিক, ধৰ্মীয় জীৱনৰ সজীৱ চিত্ৰ অংকন কৰিছে।

কম্বোডিয়াৰ পৰা ভাৰতীয় প্ৰতিনিধি দলটো আহে লাওচলৈ। ভিয়েনটিয়ান লাওচৰ ৰাজধানী চহৰ। এই ৰাজধানী চহৰৰ কাষেৰে বৈ আছে মেকং নৈ। নৈৰ পাৰৰ হোটেল এখনতে তেওঁলোকৰ থকাৰ ব্যৱস্থা কৰা হৈছিল। হেম বৰুৱাই লাওছৰ ভৌগোলিক, নৃ-তাত্বিক, বুৰঞ্জী, সমাজ, ৰাজনীতি আৰু ধৰ্মীয় অৱস্থাৰ বিষয়ে চমু অথচ নিৰহ-নিপানীকৈ ব্যাখ্যা কৰিছে।

কম্বোডিয়াৰ দাঁতিয়লী দেশ মালয়েছিয়াৰ বিষয়েও তেওঁ বৰ্ণনা কৰিছে। অন্যান্য দেশসমূহৰ দৰে তেওঁ মালয়েছিয়াৰ নৃ-তাত্বিক, প্ৰাকৃতিক, ভৌগোলিক শিক্ষা, সাহিত্য, সমাজ-সংস্কৃতিৰ বিষয়ে চমু বিৱৰণ দিছে।

ছিংগাপুৰ হেম বৰুৱাৰ *মেকং নৈ দেখিলোঁত* বৰ্ণনা কৰা শেষৰখন দেশ। বৰুৱাই খুব কম পৰিসৰতে ছিংগাপুৰৰ অতীত-ইতিহাস আৰু বৰ্তমানৰ ছবিখন ফটফটীয়াকৈ আঁকি দেখুৱাইছে। তদুপৰি ছিংগাপুৰৰ ৰাজনৈতিক জীৱন, সামাজিক-সাংস্কৃতিক আদি দিশৰ বিষয়েও বৰ্ণনা আগবঢ়াইছে। গ্ৰন্থখনৰ শেষৰফালে, বিশেষকৈ প্ৰাচ্যৰ দেশবোৰত পাশ্চাত্য সংস্কৃতিৰ আগ্ৰাসী প্ৰভাৱৰ ফলত সমাজ-জীৱন আৰু মহিলা সমাজলৈ অহা ন-পুৰণি সংঘাতৰ বিষয়ে আলোচনা কৰিছে।

আলোচনা কৰা এই চাৰিখন ভ্ৰমণ গ্ৰন্থৰ উপৰি তেওঁৰ *সানমিহলি*গ্ৰন্থত তিনিটা প্ৰবন্ধ সন্নিবিষ্ট হৈছে। 'সোণ বৰণীয়া দেশ ব্ৰহ্মদেশৰ জিলিমিলি' ৰচনাখনত ব্ৰহ্মদেশৰ শইচ সোণোৱালী পথাৰ, সোণালী চূড়াৰে সুশোভিত মঠ, বৌদ্ধ বুদ্ধ মূৰ্তিৰ বিৱৰণ, ধৰ্ম, শিক্ষা-সংস্কৃতি, আচাৰ-নীতি আদিৰ আভাস দিছে। 'ব্ৰহ্মদেশৰ নাটঘৰ' প্ৰবন্ধত ব্ৰহ্মদেশৰ নাট্যজগতত ৰামায়ণৰ প্ৰভাৱ সম্পৰ্কে আলোচনা কৰিছে।

*সানমিহলিত* সন্নিবিষ্ট আন এটি ভ্ৰমণ বিষয়ক চুটি প্ৰবন্ধ হৈছে, 'ইজিপ্টৰ চিনাকি'। আকাশমাৰ্গী পিৰামিড আৰু ক্লিওপেট্ৰাৰ ৰোমাঞ্চ সনা ইজিপ্টৰ সমাজ জীৱন, নাৰীৰ কৰ্ম-নিপুণতা, সাংস্কৃতিক ৰসবোধ আৰু অনাবৃষ্টিগ্ৰাসিত ইজিপ্টৰ শস্য-শ্যামলা পথাৰবোৰৰ অনেক বিৱৰণেৰে সমৃদ্ধ এই প্ৰবন্ধ।

হেম বৰুৱাৰ ভ্ৰমণ সাহিত্যৰ সৰস জীৱন আৰু কাব্যিক বৰ্ণনাই সততে

মন টানি ধৰে। প্ৰতিটো বিষয় উপস্থাপনৰ নতুনত্বই পাঠকৰ মনত নতুন সোৱাদ সৃষ্টি কৰে। ভ্ৰমণপিয়াসী আৰু অনুসন্ধিৎসু মনৰ অধিকাৰী বৰুৱাই ভ্ৰমণ কালত প্ৰতিটো দিশেই তন্ন তন্নকৈ বিচাৰ কৰি চায়। তেওঁৰ সূক্ষ্ম পৰ্যবেক্ষণ আৰু সন্ধানী দৃষ্টি সমাজৰ সকলো শ্ৰেণীৰ মানুহ আৰু ৰাজ অট্টালিকাৰ পৰা ৰেস্তোৰা, পাৰ্ক, গলি পৰ্যন্ত পৰিব্যাপ্ত হৈছে।

নাটকীয় উপস্থাপন বৰুৱাৰ ভ্ৰমণ সাহিত্যৰ আন এক বৈশিষ্ট্য। বৰ্ণনাৰ মাজে মাজে উপস্থাপিত ব্যক্তিসকলৰ বাৰ্তালাপে বৰ্ণনীয় বিষয়ক আৰু অধিক ৰসঘন আৰু হৃদয়গ্ৰাহী কৰি তোলে। তেওঁৰ দুৰন্ত কবি মনটোৱেও সাগৰ সীমনা ভেদি ধৰা দিয়েহি ভ্ৰমণ কাহিনীৰ মাজত। এয়া তেওঁৰ পৈণত কবিসত্তাৰে পৰিচায়ক। কবিত্বপূৰ্ণ ভাষাৰ সমাহাৰ আৰু চমৎকাৰিত্বপূৰ্ণ বৰ্ণনা বৰুৱাৰ ভ্ৰমণ কাহিনীৰ এৰাব নোৱৰা বৈশিষ্ট্য। উদাহৰণস্বৰূপে —

(ক) ছিদাৰ গছবোৰ সাধাৰণতে বৰ ওখ নহয়, গছবোৰৰ গাবোৰ লাহী। মূৰত একোটা একোটা ঘনপাতৰ কলডিলীয়া খোপা।

(খ) যেনিবা সৰহীয়া চুলিৰ চপল তনুৰ এজনী গাভৰুহে। (*সাগৰ দেখিছা*, পৃ. ১০)

(গ) কেউপিনে বৰফৰ বহল সাগৰ। এইখন সাগৰ নীলা নহয়, শুভ্ৰ। গাখীৰতকৈ বগা আৰু নতুন গাভৰুৰ বুকুৰ উমতকৈয়ো চেঁচা। (*সাগৰ দেখিছা*, পৃ. ৯৯)

(ঘ) আকাশৰ পিয়লাটো স্বৰ্ণ আভাসিক্ত ৰ'দৰ পোহৰেৰে উপচি পৰিছে। (*ৰঙা কৰবীৰ ফুল*, পৃ. ১)

হেম বৰুৱাৰ ভ্ৰমণ কাহিনীৰ মাজত নাৰীৰ বৰ্ণনাৰ আধিক্য লক্ষ্য কৰা যায়। ভ্ৰমণ কালত তেওঁ লগ পোৱা, দেখা ছোৱালীবোৰৰ ৰূপ-গুণৰ একোটি আভাস দি গৈছে। তেওঁ ধেমেলীয়া সুৰতে *ইজৰাইল* আৰু *ৰঙা কৰবীৰ ফুলৰ* পাতনিত লিখিছে যে, তেওঁ ছোৱালীৰ কথা বেছিকৈ লিখে। নাৰীৰ কথাই মানুহক সহজে আকৰ্ষণ নিয়াব পৰা ধাৰণাটোও জড়িত হৈ আছে।

হেম বৰুৱাৰ ভ্ৰমণ সাহিত্যৰ মাজত বৰুৱাৰ গভীৰ পৰ্যবেক্ষণশীলতা, অনুভূতিশীল মন, বিশ্লেষণশীল শক্তি আৰু প্ৰতিপাদ্য বিষয়ক আকৰ্ষণীয়কৈ উপস্থাপন কৰিব পৰা ক্ষমতা পৰিলক্ষিত হয়।



হেম বৰুৱাৰ হাততে অসমীয়া ভ্ৰমণ সাহিত্যই নিৰ্দিষ্ট আয়তন আৰু পোতন লাভ কৰিলে। সাম্প্ৰতিক সময়তো অসমীয়া সাহিত্যত অনেক ভ্ৰমণ সাহিত্যৰ ৰচনা হ'লেও সকলোবোৰেই যে গুণগত দিশৰ পৰা উচ্চখাপৰ— তাক ন দি ক'ব নোৱাৰি। প্ৰত্যেকেই নিজা দৃষ্টিভংগীৰে ভ্ৰমণ কাহিনী ৰচনা কৰিলেও ভ্ৰমণ সাহিত্য হিচাপে পৈণত হয় নে নহয়, সেয়া বিচাৰ্যৰ বিষয়।››

# হেম বৰুৱাৰ 'ৰঙা কৰবীৰ ফুল' আৰু 'মেকং নৈ দেখিলোঁ' ঃ এক অৱলোকন

**ড° ৰাজশ্ৰী হাজৰিকা**

**প্ৰস্তাৱনা ঃ**

ভ্ৰমণ সাহিত্য আধুনিক গদ্য সাহিত্যৰ এক গুৰুত্বপূৰ্ণ অংগ। এই সাহিত্যৰ জৰিয়তে লেখকৰ ভ্ৰমণ সম্পৰ্কীয় অভিজ্ঞতাৰ বৰ্ণনা-দক্ষতা, নিৰীক্ষণ ক্ষমতা, সূক্ষ্ম দৃষ্টিভংগী আদি দিশ প্ৰতিফলিত হয়। অসমীয়া সাহিত্যৰ ভঁৰালো বহু ৰসোত্তীৰ্ণ ভ্ৰমণ সাহিত্যৰে সমৃদ্ধিশালী। অসমীয়া ভ্ৰমণ সাহিত্যক স্বকীয় অৱদানেৰে সমৃদ্ধ কৰা এগৰাকী বিশিষ্ট লেখক হ'ল হেম বৰুৱা। এইগৰাকী ব্যক্তি আছিল একেধাৰে কবি, প্ৰবন্ধকাৰ, ৰাজনীতিবিদ তথা নিৰ্ভীক, স্পষ্টবাদী বক্তা। তিনিবাৰকৈ লোকসভালৈ নিৰ্বাচিত হোৱা হেম বৰুৱাই দক্ষতাৰে সাংসদৰ দায়িত্বও পালন কৰিছিল। সাহিত্যিক হিচাপে আছিল তেওঁৰ সুকীয়া পৰিচয়। শিক্ষক আৰু শিক্ষাবিদ ৰূপেও সেৱা আগবঢ়োৱা হেম বৰুৱাই বহুকেইখন [illegible] ১৯৭২ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাৰ ঊনচত্বাবিংশতম সন্মিলনৰ মুকলি সভাৰ সভাপতিৰ আসন শুৱনি কৰা এইগৰাকী সাহিত্যিকে চাৰিখন বহুমূলীয়া গ্ৰন্থৰে অসমীয়া ভ্ৰমণ-সাহিত্যৰ ভঁৰাল চহকী কৰিছে। ৰাজনীতিবিদ হিচাপে বিভিন্ন সময়ত তেওঁ বিশ্বৰ ভিন ভিন দেশ ভ্ৰমণ কৰিছিল আৰু সেই ভ্ৰমণৰ অভিজ্ঞতাক তেওঁৰ চাৰিখন গ্ৰন্থ 'সাগৰ দেখিছা' (১৯৫৪), 'ৰঙা কৰবীৰ ফুল' (১৯৫৯), 'ইজৰাইল' (১৯৬৫) আৰু 'মেকং নৈ দেখিলো' (১৯৬৭) ত সৰস ৰূপত উপস্থাপন কৰিছিল। 'ৰঙা কৰবীৰ ফুল' হেম বৰুৱাৰ এক শ্ৰেষ্ঠ ৰচনা। ৰুছ দেশ ভ্ৰমণৰ অভিজ্ঞতা অত্যন্ত আকৰ্ষণীয়ভাৱে এই গ্ৰন্থত উপস্থাপিত হৈছে। 'মেকং নৈ দেখিলো' গ্ৰন্থত তেওঁ দক্ষিণ-পূব এছিয়াৰ কেইখনমান দেশ ভ্ৰমণ কৰি লাভ কৰা বিচিত্ৰ অভিজ্ঞতা



সন্নিৱিষ্ট কৰিছে। হেম বৰুৱাৰ কাব্যোপম বৰ্ণনাৰীতিয়ে দুয়োখনি গ্ৰন্থকে ৰসোত্তীৰ্ণ কৰি তুলিছে।

**'ৰঙা কৰবীৰ ফুল' আৰু 'মেকং' নৈ দেখিলো' ঃ এক অৱলোকন**

**(ক) ভ্ৰমণ সম্পৰ্কীয় অভিজ্ঞতাৰ উপস্থাপন**

হেম বৰুৱাই সুদক্ষভাৱে দুয়োখনি গ্ৰন্থতে তেওঁৰ ভ্ৰমণ সম্পৰ্কীয় অভিজ্ঞতা বৰ্ণনা কৰিছে। ' ৰঙা কৰবীৰ ফুল' গ্ৰন্থখনি পাঁচোটা শিতানত বিভক্ত কৰা হৈছে। এই পাঁচ শিতান পৰস্পৰৰ সৈতে সুন্দৰভাৱে সংযোজিত। শিতানকেইটাৰ নাম দিছে—'মস্কো বহুত দূৰত', 'তুমি মাথোঁ কথা কোৱা', 'আকাশত উদাৰ নিমন্ত্ৰণ', ' পাতৰ আঁৰৰ পোহৰ' আৰু 'দাস্যদনিয়া'। শিতানসমূহৰ নামকৰণেই পাঠকক উৎকণ্ঠিত কৰি তোলে আৰু আৰম্ভণিৰ পৰা শেষলৈকে গ্ৰন্থখনি একে বহাতে পঢ়ি শেষ কৰিবলৈ বাধ্য কৰে। এই গ্ৰন্থত তেওঁ ৰুছ ভ্ৰমণৰ অভিজ্ঞতাক লঘু আৰু গুৰু উভয় ভাবৰ সমাহাৰেৰে উপস্থাপন কৰিছে। বস্তুনিষ্ঠ আৰু ব্যক্তিনিষ্ঠ উভয়ধৰণৰ সমলকে সুসংহত ৰূপত সন্নিৱিষ্ট কৰাত এই বৰ্ণনা আমনিদায়ক হৈ পৰা নাই। ভ্ৰমণৰ প্ৰতিটো অভিজ্ঞতাকে তেওঁ সজীৱ ৰূপত দাঙি ধৰিছে। বিমান যাত্ৰা, মস্কো চহৰৰ বৰ্ণনা, মস্কো নৈৰ চিত্ৰণ; বিভিন্ন স্থান যেনে- ক্ৰেমলীন ৰাজপ্ৰসাদ, ৰঙা স্কোয়াৰ, ৰেভলিউশ্যন স্কোৱাৰ, পুস্কিন স্কোয়াৰ, মিউজিয়াম আদি দৰ্শনৰ অভিজ্ঞতা ইমান সৰস আৰু জীৱন্ত যে পাঠকে নিজেই চকুৰ আগত দেখা পোৱা যেন অনুভৱ কৰে। এই স্থানসমূহৰ বৰ্ণনাৰ লগে লগে লেখকে ছোভিয়েট ইউনিয়নৰ সমাজ জীৱন, শিক্ষা-ব্যৱস্থা, কলা-সংস্কৃতিৰো সুন্দৰ বৰ্ণনা দাঙি ধৰিছে।

হেম বৰুৱাৰ 'মেকং নৈ দেখিলো' গ্ৰন্থখনিত থাইলেণ্ড, লাওচ, কম্বোদিয়া, চিংগাপুৰ, মালয়েছিয়া ভ্ৰমণৰ অভিজ্ঞতা বৰ্ণিত হৈছে।

এইখনি গ্ৰন্থও বৈচিত্ৰ্যপূৰ্ণ অভিজ্ঞতাৰে ভৰপূৰ। এই দেশকেইখনৰ আৰ্থ-সামাজিক আৰু ৰাজনৈতিক জীৱন, কলা-সংস্কৃতি আদি দিশো এই ভ্ৰমণ কাহিনীত ফুটি উঠিছে। উদাহৰণস্বৰূপে- থাইলেণ্ডৰ ৰাজধানী তথা দক্ষিণ-পূব এছিয়াৰ এখনি অগ্ৰণী চহৰ বেংকক, বেংকক সমৃদ্ধ কৰা মেনাম নৈ, থাইলেণ্ডৰ ৰাজপ্ৰাসাদৰ স্থাপত্য-ভাস্কৰ্য , কলা-শিল্প আদিৰ বৰ্ণনা অত্যন্ত মনোৰম। তদুপৰি কম্বোডিয়া, লাওচ, মালয়েছিয়া, চিংগাপুৰ আদি ভ্ৰমণৰ বিৱৰণো কম মনোমোহা

নহয়। এছিয়াৰ চাৰিখন বৃহৎ নৈৰ অন্যতম মেকং নৈ থাইলেণ্ড আৰু লাওচৰ মাজৰ সীমাৰেখাস্বৰূপ। এই নৈৰ সৌন্দৰ্য, মেকং নৈপৰীয়া জনজীৱনৰ বিৱৰণো তেওঁ সুন্দৰকৈ দাঙি ধৰিছে।

**(খ) অনুপম বৰ্ণনাশৈলী**

অনুপম বৰ্ণনাশৈলীয়ে হেম বৰুৱাৰ ভ্ৰমণ সাহিত্যক এক সুকীয়া মাত্ৰা প্ৰদান কৰিছে। তেওঁৰ ৰসাল বৰ্ণনা দক্ষতাই 'ৰঙা কৰবীৰ ফুল' আৰু 'মেকং নৈ দেখিলো' এই দুয়োখনি গ্ৰন্থকে সুখপাঠ্য কৰি তুলিছে। প্ৰয়োজন অনুসৰি লেখকে গহীন আলোচনাৰ মাজতো সৰস উপাদানৰ সংযোজন ঘটাইছে আৰু পাঠকক আপ্লুত কৰি তুলিছে। সেইদৰে প্ৰাকৃতিক সৌন্দৰ্যৰ লগতে ৰুছ দেশৰ নাৰীসকলৰ মধুৰ স্বভাৱ আৰু সৌন্দৰ্যৰ উল্লেখে 'ৰঙা কৰবীৰ ফুল'ক অধিক সুন্দৰ কৰি তুলিছে। উদাহৰণ স্বৰূপে — 'তাইৰ ৰঙচুৱা ওঁঠ দুটাইদি এটি মিঠা হাঁহি বাগৰি গৈছিল। এনেয়ে ৰঙা গাল, তাতে লাজত ৰঙা পৰি আৰু অলপ ৰঙা আৰু সুন্দৰ হৈ পৰিছিল।' নাৰী চৰিত্ৰসমূহৰ সজীৱ বৰ্ণনাই ভ্ৰমণ কাহিনীক উপন্যাসৰ মাধুৰ্য প্ৰদান কৰিছে। উপন্যাসৰ দৰে এই গ্ৰন্থত মানৱীয় অনুভূতিৰ চিত্ৰণো দেখা পোৱা যায়। ৰুছ দেশৰ জনজীৱনৰ একো একোখনি খণ্ডচিত্ৰৰ উপস্থাপনেও এই ভ্ৰমণ কাহিনীৰ সৌন্দৰ্য বৃদ্ধি কৰিছে। 'মেকং নৈ দেখিলো' গ্ৰন্থখনিৰ বৰ্ণনাশৈলীও আকৰ্ষণীয়। থাইলেণ্ডৰ টাই গাভৰুসকলৰ সৌন্দৰ্যৰ বৰ্ণনা তেওঁ এনেদৰে কৰিছে— 'দহোটি আঙুলি চপাকলি যেন। পদুমৰ ঠাৰি দুখনি হাত।।' আন এক বৰ্ণনা এনেধৰণৰ —

'তোমাৰ এই পলাশী ওঁঠৰ
আঁৰে আঁৰে
আছে জানো কিবা ভাষা?'

দুয়োখনি গ্ৰন্থতে আৱেগ প্ৰৱণতাৰে লেখকে তেওঁৰ ভ্ৰমণ সম্পৰ্কীয় অভিজ্ঞতা বৰ্ণনা কৰিছে। তেওঁৰ বৰ্ণনাশৈলীৰ কুশলতাত দুয়োখন গ্ৰন্থ একোখনি উপন্যাসত পৰিণত হৈছে আৰু প্ৰকৃতি, লগ পোৱা মানুহ, লেখক সকলোৱেই যেন একো একোটি সজীৱ চৰিত্ৰ হিচাপে ভুমুকি মাৰি কাহিনীক আগবঢ়াই নিছে। আৱেগৰ স্ফুৰণ প্ৰতিফলিত হোৱাৰ উপৰি 'ৰঙা কৰবীৰ ফুল' আৰু 'মেকং নৈ দেখিলো' বিভিন্ন গুৰুত্বপূৰ্ণ তথ্যৰ মেটমৰা ভঁৰাল হিচাপেও



পৰিগণিত হৈছে। তেওঁ ভ্ৰমণ কৰা ভিন ভিন দেশৰ ভাষাসমূহৰ কিছুমান শব্দ অৰ্থসহ সন্নিৱিষ্ট কৰি পাঠকৰ জ্ঞান বৃদ্ধিত সহায় কৰিছে। উদাহৰণ স্বৰূপে 'ৰঙা কৰবীৰ ফুল' ৰ শেষ অধ্যায়ৰ নামকৰণ কৰা হৈছে 'দাস্যদনিয়া'। 'দাস্যদনিয়া'ৰ অৰ্থ হ'ল 'বিদায়'। 'মেকং নৈ দেখিলো' গ্ৰন্থত উল্লেখ থকা 'মেনাম' নৈ সন্দৰ্ভত তেওঁ লিখিছে যে নৈখনৰ সম্পূৰ্ণ নাম হৈছে 'মে-নাম চাওফায়ম', যাৰ অৰ্থ হ'ল 'নৈৰ কোঁৱৰ'। টাই ভাষাত 'মে'ৰ অৰ্থ 'মাতৃ', 'নাম'ৰ অৰ্থ 'নদী'। 'মেনাম' ৰ অৰ্থ 'মাতৃনদী'। গ্ৰন্থখনিত মেকং নৈ, মালয়েছিয়াৰ পেনাং দ্বীপ, চিঙ্গাপুৰ- বেংককৰ আৰ্থ-সামাজিক পৰিৱেশ আদি বিভিন্ন বিষয়ৰ তথ্য সন্নিৱিষ্ট কৰা হৈছে। একেদৰে 'ৰঙা কৰবীৰ ফুল' গ্ৰন্থখনিও ছোভিয়েট ইউনিয়নৰ সামাজিক, অৰ্থনৈতিক, ৰাজনৈতিক, সাংস্কৃতিক, ভৌগোলিক আদি বিভিন্ন তথ্যৰে ভৰপূৰ। লেখক হেম বৰুৱাৰ বৰ্ণনাশৈলীৰ নান্দনিকতাই এই তথ্যসমৃদ্ধ গ্ৰন্থ দুখনিক ৰসোত্তীৰ্ণ কৰি তুলিছে। ফলস্বৰূপে গ্ৰন্থ দুখনিৰ বৰ্ণনাশৈলী হৈ পৰিছে সকলো স্তৰৰ পাঠকৰ বাবেই উপভোগ্য আৰু আকৰ্ষণীয়। কথোপকথনৰ ভংগী তেওঁৰ বৰ্ণনাশৈলীৰ আন এক উল্লেখনীয় দিশ।

**(খ) কাব্যিকতা**

হেম বৰুৱা অসমীয়া সাহিত্যৰ এগৰাকী অগ্ৰণী কবি। তেওঁৰ ভ্ৰমণ-সাহিত্যৰ মাজৰেও তেওঁৰ কবিমনৰ প্ৰকাশ ঘটিছে। 'ৰঙা কৰবীৰ ফুল' আৰু 'মেকং নৈ দেখিলো' দুয়োখনি গ্ৰন্থতে ভ্ৰমণৰ অভিজ্ঞতাৰ বৰ্ণনাৰ মাজে মাজে ভিন ভিন পৰিৱেশ-পৰিস্থিতিৰ সৈতে ৰজিতা খুৱাই তেওঁ নিজৰ আৰু অন্য কবিৰ কবিতাৰ পংক্তি সংযোজিত কৰিছে। তদুপৰি চুটি কিন্তু কাব্যময় বাক্যৰ ব্যৱহাৰেও ভ্ৰমণ কাহিনীক অধিক আকৰ্ষণীয় কৰি তুলিছে।

'ৰঙা কৰবীৰ ফুল' গ্ৰন্থখনিৰ নামকৰণ কৰা হৈছে কবি দেৱকান্ত বৰুৱাৰ এটি কবিতাত ব্যৱহৃত তিনিটি শব্দৰে। গ্ৰন্থখনি সেই কবিতাটিৰ পংক্তিৰেই আৰম্ভ কৰা হৈছে —

'আহিব পুৱাই ৰাতি? আহিব লগত দিঠকৰ
যত গ্লানি, দুখ আৰু ভুল?
সপোনৰ সোঁৱৰণী এৰি যাবা তোমাৰ খোপাৰ
ৰঙা এটি কৰবীৰ ফুল।'

সেইদৰে দ্বিতীয় অংশটিৰ নামকৰণো তেওঁ কবিতাৰেই কৰিছে —

তুমি মাথোঁ কথা কোৱা
মই মাথোঁ শুনি যাওঁ
আজি মাথোঁ কোৱা আৰু শুনাৰ সময়।'

'মেকং নৈ দেখিলো' গ্রন্থতো কবিতাৰ উদ্ধৃতিৰ ব্যৱহাৰে সৌন্দৰ্য বৃদ্ধি কৰিছে, লগতে প্রাসংগিক অভিজ্ঞতাক অধিক সজীৱতাৰে উজলাই তুলিছে। উদাহৰণ স্বৰূপে, বেংকক চহৰলৈ নদীৰ পথেদি নাও আহ-যাহ কৰি থকা দৃশ্যক তেওঁ কবিতাৰ উল্লেখেৰে অধিক আকৰ্ষণীয় কৰি তুলিছে।

'মাধৈ মালতী
আমাৰ জীৱনৰ পানচৈ
খৰস্রোতা নদীৰ বুকুত থৰকবৰক
যেন তত নাইকিয়া সাঁকো।'

সেইদৰে লাওচৰ ৰাজধানী চহৰ ভিয়েটনামৰ প্রাকৃতিৰ দৃশ্য আকাশীযানৰ পৰা উপভোগ কৰি থাকোঁতে তেওঁ চিনাকি গাৰোপাহাৰৰ ৰিজনি দিছে কবিতাৰ কলিৰে —

'তলত দেখিলো মই গাৰোপাহাৰ
সেয়া যেন ক'ৰবাৰ সেউজ সাগৰ
ওখোৱা মোখোৱা কতনা লহৰ।'

দুয়োখনি গ্রন্থৰে ভাষা কাব্যমধুৰ। চুটি চুটি বাক্যৰ গাঁথনি কোনো কোনো সময়ত একোটি কবিতাৰ দৰে হৈ পৰিছে। যেনে 'দাস্যদনিয়া। দাস্যদনিয়া। আজি পৰদেশীৰ বিদায়, ছোভিয়েটৰ কেঁচা মাটিৰ পৰা।' (ৰঙা কৰবীৰ ফুল) অথবা– "গা দেই পুৰি যোৱা জোনাক। ক'ৰবাৰ পৰা এনেতে ডাৱৰ এছাটি আহি জোনটো ঢাকি পেলালেহি।" (মেকং নৈ দেখিলো)

**উপসংহাৰ ঃ**

'...এখন দেশৰ কথা জানিবলৈ সৰহ দিন নালাগে। এটা তীক্ষ্ণ অনুসন্ধানী মন লৈ চালে তৎক্ষণাৎ বহুত কথাই জানিব পাৰি।'...

ভ্ৰমণ সম্বন্ধে হেম বৰুৱাই এই অভিমত প্রকাশ কৰিছিল। তেওঁ আছিল সংবেদনশীল মনৰ, ৰসাল ব্যক্তিত্বৰ এগৰাকী অনুসন্ধিৎসু ব্যক্তি। সেয়ে প্রতিটো



ভ্ৰমণ তেওঁ পূর্ণভাৱে উপভোগ কৰিছিল, ভ্ৰমণ কৰা প্রতিটো অঞ্চলৰ বিভিন্ন দিশ অনুসন্ধিৎসাৰে অধ্যয়ন কৰিছিল আৰু অপূৰ্ব দক্ষতাৰে ভ্ৰমণ কাহিনীৰ ৰূপত চিত্রায়িত কৰিছিল। তেওঁৰ 'ৰঙা কৰবীৰ ফুল' আৰু 'মেকং নৈ দেখিলো' এই দুয়োখনি গ্রন্থৰ প্রতিটো পৃষ্ঠাতে ইয়াৰ স্বাক্ষৰ বিদ্যমান। অভিজ্ঞতাৰ জুমুঠিত সংবেদনশীল কল্পনা আৰু উমাল আৱেগৰ বোলে দুয়োখনি গ্রন্থকে একোটি শ্রেষ্ঠ সাহিত্যকৃতিৰ ৰূপত সজাই তুলিছে আৰু পাঠকৰ হৃদয়কো আৱেগৰ শিহৰণ আৰু আৱিষ্কাৰৰ আনন্দৰে আলোড়িত কৰিবলৈ সমৰ্থ হৈছে।▸▸

# হেমাংগ বিশ্বাসৰ ভ্ৰমণ সাহিত্য
# 'আকৌ চীন চাই আহিলোঁ'
## (প্ৰথম আৰু দ্বিতীয় খণ্ড)

**প্ৰফুল্ল গগৈ**

**আকৌ চীন চাই আহিলো (প্ৰথম খণ্ড) ঃ**

(এক)

অসমীয়া ভাষা-সাহিত্য আৰু সমাজত হেমাংগ বিশ্বাস এটি অতি ব্যতিক্ৰম ব্যক্তিত্ব। অসমীয়া বঙালীৰ সেতুবন্ধ — এই ব্যক্তিগৰাকীয়ে অসমীয়া বঙালী দুয়োটা ভাষাতেই দে-ধাৰ সৃষ্টি কৰি গৈছে; তেওঁ একাধাৰে কবি, গীতিকাৰ, গায়ক, প্ৰাবন্ধিক, ভ্ৰমণ সাহিত্যিক আৰু তাৰ লগে লগে এগৰাকী অতি শক্তিশালী সমাজ সংগঠক। অসম আৰু অসমীয়াৰ বহু দুৰ্যোগকালীন ঘটনা প্ৰবাহত এইগৰাকী ব্যক্তি হৈ পৰিছিল সম্প্ৰীতি, ভ্ৰাতৃত্ববোধ, শান্তি-মৈত্ৰীৰ মহানায়ক; ততোধিক ব্যতিক্ৰম দিশটো হৈছে হেমাংগ বিশ্বাস জন্মসূত্ৰে অসমীয়া নাছিল; জন্ম হৈছিল তাহানিৰ পূৰ্ববংগৰ শ্ৰীহট্টত। স্কুলীয়া জীৱনতে অসমলৈ অহাৰ (ডিব্ৰুগড়) সুযোগ লাভ কৰাৰ পৰৱৰ্তী সময়ত ওৰে জীৱন তেওঁ অসমীয়াৰো অসমীয়া মহাপ্ৰাণ হৈ পৰিছিল। অসমীয়া ভাষাত প্ৰণিত তেওঁৰ সৃষ্টিৰাজি 'কুলখুৰাৰ চোতাল' (কাব্যসংকলন), 'জীৱন-শিল্পী জ্যোতি প্ৰসাদ' নামৰ ১০ টা প্ৰবন্ধৰ প্ৰবন্ধ সংকলন, ১০ টা প্ৰবন্ধ সম্বলিত 'অসম আৰু বংগৰ লোক-সংগীত সমীক্ষা' গ্ৰন্থ, দুটা খণ্ডত ৰচিত 'আকৌ চীন চাই আহিলো' নামৰ ভ্ৰমণ সাহিত্য, বিশ্ব ৰাজনীতি বিষয়ক কিছু সংখ্যক প্ৰবন্ধ; 'সাহিত্য আৰু শিল্প' শীৰ্ষক দহটা প্ৰবন্ধত দহগৰাকী আন্তঃৰাষ্ট্ৰীয় আৰু অসমীয়া সাহিত্যিকৰ সাহিত্য বিষয়ক প্ৰবন্ধ সংকলন; কৃষ্টি, লোক সংস্কৃতি, নাট্য, চলচিত্ৰ, চিত্ৰকলা



বিষয়ক বাৰটা প্ৰবন্ধৰ সংকলন, 'গণনাট্য আন্দোলন আৰু মোৰ গান' শীৰ্ষক আত্মজীৱনীমূলক ৰচনা, প্ৰতিবেদন, বিবৃতি, যুগ্ম ৰচনা, অনূদিত গীত, চিঠি-পত্ৰ, সংযোজন, পুথি সমালোচনা, জীৱন-পঞ্জী, প্ৰকাশিত পুথি আৰু 'অসম আৰু বংগত চৰ্চা' আদি এই সমুদায় ৰচনাসমূহ ৰচনাৱলীত সংযোজন কৰা হৈছে — চাৰিটা মূল ভাগত আৰু পৰিশিষ্টত। (হেমাংগ বিশ্বাস ৰচনাৱলীৰ মুঠ পৃষ্ঠা সংখ্যা ১০১৫। সম্পাদক পৰমানন্দ মজুমদাৰ; প্ৰকাশক - অসম প্ৰকাশন পৰিষদ, ডিচেম্বৰ, ২০০৮)।

আমাৰ প্ৰসংগ আছিল — 'আকৌ চীন চাই আহিলো' শীৰ্ষক ২টা খণ্ডৰ (দুখন গ্ৰন্থ) ভ্ৰমণ সাহিত্য দুখন। তথাপি সমগ্ৰ ৰচনাৰ সৈতে পৰিচয় নথকা আৰু হেমাংগ বিশ্বাস সম্বন্ধে সবিস্তাৰে অধ্যয়ন নকৰা পাঠকক কমপক্ষেও তেখেতৰ সৃষ্টি কৰ্মৰ আভাস দিবলৈকে প্ৰথম দফাত এইখিনি তথ্য দাঙি ধৰা হ'ল।

(দুই)

'আকৌ চীন চাই আহিলো' প্ৰথম খণ্ডৰ পৃষ্ঠা হৈছে ১৬৯ আৰু দ্বিতীয় খণ্ডৰ পৃষ্ঠা - ২৪২। অৰ্থাৎ দুয়োখণ্ড সমন্বিতে এখন বৃহৎ কলেবৰৰ গ্ৰন্থ। এই দুয়োখন গ্ৰন্থৰ বিষয়ে বিস্তৃত আলোচনা নিশ্চয় সম্ভৱপৰ নহয়; গতিকে পাঠকে দুয়োখণ্ডৰ পৰিচয় লাভহে কৰিব। যিকোনো পাঠকৰ মনত প্ৰথমে জাগি উঠিব লগা প্ৰশ্নটো হৈছে - 'আকৌ চীন চাই আহিলো' - দুয়োখণ্ড একেটা নামতে বন্ধা; তেন্তে 'আকৌ চীন চাই অহা' অভিধাটোৰ উৎসটো ক'ৰ? অপেক্ষাকৃতভাৱেই এই উৎকণ্ঠা দূৰ হ'বলৈ কিছুদূৰ আগুৱাই যাব লাগিব।

হেমাংগ বিশ্বাসদেৱে প্ৰথমবাৰ চীন দেশলৈ গৈছিল ১৯৫৭ চনত। ব'হাগ বিহুৰ আগে আগে চীনলৈ যাব লগা হোৱা হেমাংগ বিশ্বাসৰ বিহুবলীয়া মনটো উদ্বাউল হৈ পৰিছিল। চীন গৈ পাইয়ে 'নতুন অসমীয়া' কাকতৰ সম্পাদক তিলক হাজৰিকালৈ একাধিক চিঠি লিখিছিল, তাৰে প্ৰথমখনত লিখিছিল - "মৰমৰ হাজৰিকা, অসমত যেতিয়া বৰদৈচিলাই উলাহৰ ডেউকা মেলি ঘৰলৈ উভতি আহিল - মই তেতিয়া আকাশী জাহাজৰ জিলিক-মিলিক পাখি মেলি নতুন চীনৰ আকাশলৈ উৰি আহিলো। মই এটা বিহুগীত ৰচিছোঁ- 'উজাই আহিলে আকাশী জেহাজ ঐ / পৃথিৱী ৰঙতে নাচে / লুইতৰ ৰঙিলীয়ে চেনেহৰ বিহুৱান

/ ইয়াংচী ওৱাঙলৈ যাচে' (পাতনিৰ পৰা)। হেমাংগ বিশ্বাসে চীনৰ পৰা কেৱল তিলক হাজৰিকাদেৱলৈকে নহয় আন বহুসংখ্যক অসমীয়া শিল্পী সাহিত্যিকলৈ চিঠি লিখিছিল। তিনিবাৰ চীন ভ্ৰমণ কৰা হেমাংগ বিশ্বাসে তেওঁৰ ভ্ৰমণ সাহিত্যৰ দুটা খণ্ডত তিনিওবাৰ ভ্ৰমণৰ সকলো দিশৰ বিতং বিৱৰণ দিছে। প্ৰথম খণ্ডৰ ৯ পৃষ্ঠাজোৰা পাতনিত (আগকথা) চীন ভ্ৰমণৰ উদ্দেশ্য, চীনৰ কমিউনিজমৰ সফলতা, ১৯৬২ চনৰ ভাৰত-চীন বিবাদৰ পাছত বিষয়ৰ ব্যাখ্যা, চীন ভাৰত মৈত্ৰী ধ্বংসৰ বুৰ্জোৱা বুদ্ধিজীৱীৰ অপব্যাখ্যা, একে সময়তে ভাৰত-চীনৰ স্বাধীনতা লাভ সত্বেও চীনৰ প্ৰগতিৰ জয়যাত্ৰা, চীনৰ সাংস্কৃতিক বিপ্লৱৰ সুদূৰপ্ৰসাৰী ইতিবাচক প্ৰভাৱ, বুৰ্জোৱা গণতান্ত্ৰিক মূল্যবোধ আৰু সাম্যবাদী মূল্যবোধৰ গভীৰ পাৰ্থক্য আদিৰ বস্তুবাদী ব্যাখ্যা দাঙি ধৰিছে।

'আকৌ চীন চাই আহিলো' প্ৰথমখণ্ডৰ দ্বিতীয় সংস্কৰণৰ 'আগকথা'ও ৰচনাৱলীত অন্তৰ্ভুক্ত হৈছে। প্ৰথম সংস্কৰণৰ পাতনিতকৈ দ্বিতীয় সংস্কৰণৰ পাতনিত বহু মূল্যৱান দিশ সংযোজিত হৈছে। এটা স্মৰ্তব্য দিশ হৈছে প্ৰথম আৰু দ্বিতীয় চীনদেশ ভ্ৰমণৰ অভিজ্ঞতা, অনুভৱ, তুলনামূলক গতি-প্ৰগতিৰ বহু তথ্যচিত্ৰ প্ৰথম খণ্ড চীন ভ্ৰমণ কাহিনীত অন্তৰ্ভুক্ত হৈছে। প্ৰথম ভ্ৰমণ আছিল ব্যক্তিগত ভ্ৰমণ, প্ৰথমবাৰ চীনদেশলৈ গৈ আঢ়ৈবছৰ চীনত থাকি চীনৰ দশোদিশ অধ্যয়ন কৰিছিল, চীনা ভাষা শিকি লৈছিল, চীনা ভাষাত মত বিনিময় কৰাকে ধৰি গীত পৰ্যন্ত গাব পাৰিছিল। ১৯৫৭ চনত আঢ়ৈ বছৰৰ ব্যক্তিগত ভ্ৰমণৰ পোন্ধৰ বছৰৰ পিছত চীনলৈ গৈ তেওঁ অভূতপূৰ্ব এখন নৱগঠিত চীনদেশত ভৰি দিছিল। ইয়াৰ পূৰ্বে পৃথিৱীৰ প্ৰথম সাম্যবাদী ৰাষ্ট্ৰ ৰুচ দেশ ভ্ৰমণ কৰি কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে বৰ্ণনা কৰাৰ দৰেই হেমাংগ বিশ্বাসেও তেনে বিস্ময়কৰ বৰ্ণনা দিছিল। ৰুচদেশত ১৯১৭ চনত সাম্যবাদী সমাজৰ পাতনি মেল খাইছিল, তাৰ মাত্ৰ ১৩ বছৰৰ পিছত কবিগুৰু ৰুচদেশলৈ গৈছিল। 'ৰাছিয়াৰ চিঠি'ৰ (ঠাকুৰৰ ভ্ৰমণ কাহিনী) প্ৰথম বাক্যটো আছিল — "ৰশিয়ান অবশেষে আসা গেল। যা দেখছি আশ্চৰ্য ঠেকছে। অন্যে কোনো দেশের মত নয়। একেবাৰে মূলে প্ৰভেদ। আগাগোড়া সকল মানুষকেই এৰা সমান কৰে জাগিয়ে তুলছে।"

হেমাংগ বিশ্বাসৰ 'আকৌ চীন চাই আহিলো' অসমীয়া ভাষাত প্ৰথমখন চীন ভ্ৰমণ গ্ৰন্থ। ইয়াৰৰ পূৰ্বে অথবা পৰৱৰ্তী সময়ত বহু ভাৰতীয়ই চীন ভ্ৰমণ



কৰিছে যদিও লেখত ল'ব লগা ভ্ৰমণ গ্ৰন্থ এইখনেই। হীৰেন গোহাঁইয়ে (গ্ৰন্থাৱলীত সংযোজিত) 'আকৌ চীন চাই আহিলো' গ্ৰন্থৰ পুথি সমালোচনাত কৈছে — "হেমাংগ বিশ্বাসৰ চীন ভ্ৰমণৰ কাহিনী আন দহজন বিদেশী ভ্ৰমণকাৰীৰ ভ্ৰমণ কাহিনীতকৈ বেলেগ। কোনো কোনো ভ্ৰমণকাৰীৰ দৰে আচৰিত বা চাঞ্চল্যকৰ তথ্য বা দৃশ্যতে তেওঁৰ দৃষ্টি আবদ্ধ নহয়। অথবা আন ভ্ৰমণকাৰীৰ দৰে এখন বেলেগ দেশক, বেলেগ সমাজৰ ৰহস্য উন্মোচন কৰাৰ পিনে তেওঁৰ আগ্ৰহ নাই। তেওঁৰ বাবে সমসাময়িক চীনৰ তাৎপৰ্য হ'ল সমাজবাদী সমাজ নিৰ্মাণৰ সাফল্য।"

(তিনি)

'আকৌ চীন চাই আহিলো' প্ৰথম খণ্ডৰ, প্ৰথম সংস্কৰণৰ পাতনি (আগকথা) আৰু দ্বিতীয় সংস্কৰণৰ পাতনি 'সংযোজনঃ 'আকৌ চীন চাই আহিলো' — 'মাজত এটি খাল মাথোন' গ্ৰন্থখনৰ বাবে অতি তাৎপৰ্যপূৰ্ণ অধ্যায়। প্ৰথম সংস্কৰণৰ 'আগকথা'ৰ দহপৃষ্ঠা জোৰা দীঘলীয়া বৰ্ণনাত গ্ৰন্থখনৰ প্ৰাণটো প্ৰতিষ্ঠা হৈছে। প্ৰথম বিশেষত্ব হৈছে -

হেমাংগ বিশ্বাসৰ দৃষ্টি নিবন্ধ হৈছিল প্ৰায় একে সময়তে স্বাধীন হোৱা দুখন দেশত — ভাৰত আৰু চীন; ১৯৪৭ চনত ভাৰত স্বাধীন হোৱাৰ পৰত ভাৰতবৰ্ষৰ অৱস্থা বহু উন্নত আছিল; ১৯৪৯ চনত স্বাধীন হোৱা চীন দেশ কিন্তু বহুত বিপৰ্যস্ত, দুৰ্দশাগ্ৰস্ত, অনুন্নত আছিল। হেমাংগ বিশ্বাস প্ৰথম গৈছিল ১৯৫৭ চনত, অৰ্থাৎ চীন স্বাধীন হোৱাৰ মাত্ৰ ৭ বছৰৰ পিছত। হেমাংগ বিশ্বাসে ৭ বছৰীয়া স্বাধীন চীনলৈ গৈ দেখিলে — স্বাধীন হোৱাৰ সময়ত ভাৰতবৰ্ষতকৈ বহু পিছপৰি থকা চীনত বিস্ময়কৰ পৰিৱৰ্তন ঘটিছিল, সেই অভাৱনীয় পৰিৱৰ্তনৰ চিত্ৰপট বহু ভাৰতীয় পৰ্যটকে সবিস্তাৰে লেখিছিল, সভাই সমিতিয়ে ভাষণত ব্যক্ত কৰিছিল। সেই আহ্বানত প্ৰকাশিত হৈছিল — "ভাৰতৰ সীমাৰে পাহাৰটিৰ সিপাৰত নতুন চিএৱৰটিৰ প্ৰতিধ্বনি শুনো।" অৰ্থাৎ চীন-ভাৰত আছিল পূৰ্বোত্তৰৰ অতি বিশ্বস্ত বন্ধু, মৈত্ৰীৰ বান্ধোনেৰে নিকপকপীয়া। এই মৈত্ৰীৰ বান্ধোন ছিগিল ১৯৬২ চনৰ সীমা সংঘৰ্ষত। চীন ভাৰত সংঘৰ্ষৰ মূল বিষয়ক আওকাণ কৰি ভাৰতীয় বুৰ্জোৱা বুদ্ধিজীৱী, লেখক, সাংবাদিক, শাসকবৰ্গই দুয়োদেশৰ প্ৰাচীনতম মৈত্ৰীবন্ধন বিনষ্ট কৰিলে - অপব্যাখ্যাৰে। দালাই লামাকেন্দ্ৰিক বিষয়

বিবাদলৈ লৈ যোৱা হ'ল মেক মোহন লাইনৰ সীমা সমস্যাৰ অজুহাতেৰে। এটা কথা মন কৰিবলগা — এই সংঘৰ্ষৰ দোহাই দি ভাৰত চৰকাৰে চীনৰ পৰা নিজৰ ৰাষ্ট্ৰদূতক কোনো আলোচনা বিলোচনা নোহোৱাকৈয়ে ঘূৰাই আনিছিল। তাৰ পৰিৱৰ্তে চীনে এবছৰতকৈ অধিক কাল চীনৰ ৰাষ্ট্ৰদূত ভাৰতৰ পৰা প্ৰত্যাহাৰ কৰা নাছিল।

হেমাংগ বিশ্বাস চীনলৈ গৈছিল ১৯৭৪ চনৰ (২য় বাৰ) মে'-জুন মাহত। চীনলৈ গৈছিল ডাঃ কোটনীছ স্মাৰক সমিতিৰ প্ৰতিনিধি দলৰ সদস্য হৈ। চীন ভাৰতৰ পূৰাতন মৈত্ৰীবন্ধনত ডাঃ কোটনীছ এটি ঐতিহাসিক সংঘটন আছিল। চীন ভাৰতৰ সুদৃঢ় বন্ধুত্বৰ বান্ধোনস্বৰূপ ডাঃ কোটনীছ সম্বন্ধে পাঠকক জনাবলৈ ইচ্ছা কৰিলো; সেই ইতিহাসৰ কিয়দাংশ এনেধৰণৰ —

চীনত ফেচীবাদী জাপানী আগ্ৰাসনৰ বিৰুদ্ধে আনুষ্ঠানিক যুদ্ধ আৰম্ভ হোৱাৰ দিনাই ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ নেতৃত্বই চীনৰ জাতীয় মুক্তি সংগ্ৰামৰ পক্ষত থিয় দি ১৯৩৭ চনৰ ৭ জুলাইৰ পৰা ৯ জুলাইলৈকে সৰ্বভাৰতীয় চীন ভাৰত মৈত্ৰী দিৱস উদ্‌যাপিত হৈছিল। এই দিশত জৱাহৰলাল নেহৰু আৰু সুভাষ চন্দ্ৰ বসুয়ে আগভাগ লৈছিল। চীনৰ মুক্তি সংগ্ৰাম 'ৰেড আৰ্মি'ৰ সৰ্বাধিনায়ক চ্যুতেয়ে নেহৰুলৈ চিঠি লিখি এটি চিকিৎসকৰ দল আৰু এম্বুলেন্স যুদ্ধবিধ্বস্ত চীনলৈ প্ৰেৰণ কৰিবলৈ অনুৰোধ জনাইছিল। ভাৰতে সেই অনুৰোধৰ সাহাৰ্য দিয়া কিছু পলম হৈছিল যদিও বামপন্থী ভাবাদৰ্শৰ সুভাষ চন্দ্ৰ বসু ১৯৩৮ চনত কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত হোৱাত এই পথ প্ৰশস্ত হৈছিল। ১৯৩৮ চনৰ ৩০ জুনত সুভাষ চন্দ্ৰ বসুয়ে চীন ভাৰত মৈত্ৰীলৈ ৰাইজক দান বৰঙণি দিবলৈ আহ্বান জনায়। এই আহ্বানত ২২ হেজাৰ টকাৰ পুঁজি সংগৃহীত হৈছিল। সেই সময়ৰ এই শকত পুঁজিৰ সমান্তৰালভাৱে ৫ গৰাকী ভাৰতীয় চিকিৎসক স্বেচ্ছাৰে আগবাঢ়ি আহি 'মেডিকেল মিছন' গঠন কৰে। সাম্ৰাজ্যবাদ, ফেচীবাদ, শোষণ নিষ্পেষণ বিৰোধী এই পাঁচজন চিকিৎসক আছিল ডাঃ দ্বাৰকা নাথ কোটনীছ, ডাঃ মদনলাল অটল, ডাঃ বিজয় কুমাৰ বসু, ডাঃ এম. ছোলাৰ আৰু ডাঃ ডি. মুখাৰ্জী। এইসকল ভাৰতীয় মহানুভৱী চিকিৎসক চীনৰ শোষণ মুক্তিৰ বিশেষ সম্পদ হৈ পৰিছিল। তাৰ মাজৰে ডাঃ কোটনীছক চীনৰ কমিউনিষ্ট পাৰ্টিৰ মহান সদস্যৰ সন্মানেৰে সন্মানিত কৰিছিল। চীন দেশতে মেডিকেল



কৰ্মৰ সহযোগী সংগ্ৰামী সতীৰ্থ কুও চিনলানৰ সৈতে বিবাহ পাশত আবদ্ধ হৈ চীনদেশৰ এগৰাকী অবিচ্ছেদ্য অংগ হৈ পৰিছিল কোটনীছ। চীনদেশত তেওঁৰ নাম আছিল 'খুতিহুৱা'। চীনা বিপ্লৱীসকলৰ অতি জনপ্ৰিয় ডাঃ কোটনীছ এসময়ত চীনৰ সংগ্ৰাম আৰু চিকিৎসাত জীৱন আহুতি দিব লগা হৈছিল ১৯৪২ চনৰ ৯ ডিচেম্বৰত। চীন দেশৰ গকুন নামৰ এখন গাঁৱত তেওঁ স্থাপন কৰিছিল এখন চিকিৎসালয়। বহু গুণধৰ, লেখক, চিকিৎসক, অপৰিসীম ত্যাগী চীনা মুক্তিযুদ্ধৰ চিকিৎসকগৰাকী সৰ্বকালৰ বাবে চীনৰ মহান ইতিহাস হৈ ৰ'ল। ভাৰত-চীন মৈত্ৰী বন্ধনৰ ইতিহাসত কোটনীছ কমিটি আজিও ভাৰত-চীনৰ মৈত্ৰীৰ আধাৰ। হেমাংগ বিশ্বাস কোটনীছ সমিতিৰ সদস্য হৈয়ে দুবাৰকৈ চীন ভ্ৰমণ কৰি দুটা খণ্ডত চীন ভ্ৰমণ বৃত্তান্ত ৰচনা কৰিছিল; পূৰ্বে কোৱা হৈছে হেমাংগ বিশ্বাসে তিনিবাৰ চীনলৈ গৈছিল; প্ৰথমবাৰ ১৯৫৭ চনত যক্ষ্মাৰোগ চিকিৎসাৰ বাবে ব্যক্তিগত উদ্যোগত আৰু পিছৰ দুবাৰ কোটনীছ সমিতিৰ সদস্য হিচাপে চীন ভ্ৰমণ কৰিছিল।" (এই ইতিহাস খণ্ড উদয়াদিত্য ভৰালীৰ "হেমাংগ বিশ্বাস আৰু ভাৰত-চীন মৈত্ৰী ঃ ঐতিহাসিক পটভূমি" শীৰ্ষক প্ৰবন্ধৰ পৰা লোৱা হৈছে। পৰমানন্দ মজুমদাৰ সম্পাদিত - 'হেমাংগ বিশ্বাস ঃ দৃষ্টি আৰু সৃষ্টি' গ্ৰন্থৰ পৰা আহৃত। প্ৰকাশক নতুন সাহিত্য পৰিষদ, ডিচেম্বৰ, ২০১২)।

(চাৰি)

প্ৰাচ্যৰ বিশ্বখ্যাত শক্তিশালী দেশ চীন; ১৯৪৯ চনত চীনে স্বাধীনতা লাভ কৰিছিল সাম্যবাদী মুক্তিযুদ্ধৰ মাজেদি। তেতিয়াৰে পৰা ভাৰত প্ৰভৃতি দেশে চীনদেশক 'ৰঙাচীন' আখ্যা দি আহিছে। কমিউনিজমৰ পতাকাৰ ৰং ৰঙা; চীন দেশে মাও ছে তুঙ আদি শক্তিশালী কমিউনিষ্ট নেতাৰ নেতৃত্বত ৬ হেজাৰ কিলোমিটাৰ লংমাৰ্চ কৰি (পদব্ৰজে) মুক্তি বাহিনী জাপানী প্ৰমুখ্যে শক্তিশালী সাম্ৰাজ্যবাদী শক্তিক পৰাভূত কৰি চীন প্ৰজাতন্ত্ৰ গঢ়ি তুলিছিল।

চীনদেশৰ লগত ৭ম শতিকাৰে পৰা ভাৰতৰ বিশেষ মধুৰ সম্পৰ্ক। হিউৱেন চাং, ফাহিয়ান আদি পণ্ডিত পুৰুষে একাধিকবাৰ ভাৰত ভ্ৰমণ কৰাৰ স্বৰ্ণময় ইতিহাস আছে। দ্বিতীয়তে - উত্তৰ পূৰ্বাঞ্চলৰ বেছি সংখ্যক জনগোষ্ঠীয়েই চীনা তাই শ্বান মূলীয় লোক। অৰ্থাৎ মূলত চীনদেশৰ ভিন্ন প্ৰান্তৰৰ পৰা প্ৰব্ৰজিত চীনামূলীয় লোকেৰে ভাৰতবৰ্ষৰ অসম প্ৰমুখ্যে উত্তৰ পূৰ্বাঞ্চলৰ জনসমষ্টিৰ

বসতি স্থল। অথচ উত্তৰ পূৰ্বাঞ্চলৰ সৈতে আধুনিক কালত চীনৰ সম্বন্ধ নিকপকপীয়া নহয়। তাৰ প্ৰথম উদাহৰণ স্বাধীন চীনদেশলৈ অসমৰ পৰা যোৱা হেমাংগ বিশ্বাস এক প্ৰকাৰৰ প্ৰথম ব্যক্তি; কিয়নো 'আকৌ চীন চাই আহিলো' ভ্ৰমণ সাহিত্যখনেই আধুনিক কালত চীন দেশ ভ্ৰমণৰ প্ৰথম গ্ৰন্থ। তদুপৰি চীনৰ দৰে পুৰণি এখন নিকট ৰক্ত সম্পৰ্কৰ দেশলৈ তিনিবাৰকৈ ওচৰা-ওচৰিকৈ যোৱা প্ৰথম অসমীয়া হেমাংগ বিশ্বাস আৰু প্ৰথম ভ্ৰমণ সাহিত্য 'আকৌ চীন চাই আহিলো' - এক ঐতিহাসিক দলীল হিচাপে চিহ্নিত।

'আকৌ চীন চাই আহিলো'ৰ প্ৰথম খণ্ডত ২১ টা প্ৰবন্ধ সন্নিৱিষ্ট হৈছে। পৃথিৱীৰ সকলো ভাষাতে ভ্ৰমণ সাহিত্য ৰচিত হৈছে, অসমীয়া ভাষাতো নানা ভ্ৰমণকাৰী ব্যক্তিয়ে ভ্ৰমণ কাহিনী লিখিছে। প্ৰত্যেকগৰাকী লেখকৰে লেখন শৈলী, কথন ভংগী, বৰ্ণনা, বিষয় উপস্থাপন, দৃষ্টিভংগী, আদৰ্শবোধৰ প্ৰকাশ আদি সুকীয়া সুকীয়া হয়। তাৰ ভিতৰত যিমান সংখ্যক ভ্ৰমণ কাহিনী পঢ়িছোঁ তাৰ ভিতৰত হেমাংগ বিশ্বাসৰ এইখন গ্ৰন্থ অতি ব্যতিক্ৰমধৰ্মী আৰু অসামান্য ভ্ৰমণ কাহিনী বুলি অভিহিত হৈছে।

গ্ৰন্থখনৰ ২১ টা প্ৰবন্ধমূলীয় অধ্যায়বোৰত দৃষ্টি নিক্ষেপ কৰিলেই প্ৰতিটো প্ৰতিপাদ্য বিষয়ৰ ঐতিহাসিক গুৰুত্ব উপলব্ধি কৰিব পাৰি। প্ৰথমটো প্ৰবন্ধ 'সেই হাত আজিও প্ৰসাৰিত'ত কোটনীছ সমিতিৰ সদস্যবৃন্দই সেই মহান ত্যাগী ডাঃ কোটনীছৰ ইতিহাস সন্ধানৰ বিস্তৃত বিৱৰণ দিছে। 'চীনদেশ ঃ সাংস্কৃতিক বিপ্লৱ আগতে আৰু পিছত' অধ্যায়ত চীন প্ৰজাতন্ত্ৰৰ মুক্তি সংগ্ৰামৰ পিছত বিশ্বখ্যাত যি সাংস্কৃতিক বিপ্লৱ সম্পন্ন হৈছিল - সেই বিপ্লৱৰ পূৰ্বৰ চীনা সমাজ আৰু দেশৰ ব্যৱস্থা আৰু পিছত কেনে পৰিৱৰ্তন হ'ল, যি পৰিৱৰ্তনে চীনদেশক বিশ্বদৰবাৰত অনন্য ৰূপত প্ৰতিষ্ঠা কৰাৰ কাহিনী সবিস্তাৰে বৰ্ণনা কৰিছে। প্ৰথমটো প্ৰবন্ধত চীনৰ নিৰ্মাণ যাত্ৰাৰ দ্ৰুত প্ৰগতিৰ পৰিক্ৰমা বৰ্ণিত হোৱাৰ পৰা হেমাংগ বিশ্বাসে প্ৰণালীবদ্ধভাৱে সূক্ষ্ম দৃষ্টিৰে চীন গঠনৰ বিস্ময়কৰ যাত্ৰাৰ বিৱৰণ দি গৈছে।

একালত পৃথিৱীৰ ভিতৰত অকৰ্মণ্য চীনা লোকসকল সোৰোপা, কানিয়া আদি অপব্যাখ্যাৰে নিন্দিত আছিল। ঐতিহাসিক ঘটনাচক্ৰ এনে আছিল যে -



পৰাধীনতাৰ লৌহকপাটত মানুহৰ শক্তি সামৰ্থ চূৰ্ণ বিচূৰ্ণ কৰি পেলোৱা হৈছিল; দেশখনত খাদ্য বস্ত্ৰ আশ্ৰয়ৰ দাৰুণ সংকট সৃষ্টি হৈছিল; কৃষিৰ দ্বাৰা সামাজিক জীৱন বৰ্ত্তি থাকিব নোৱাৰা হৈছিল। আনহাতে চীনদেশৰ প্ৰকৃতিও বহুপৰিমাণে জগৰীয়া আছিল। প্ৰাকৃতিক দুৰ্যোগৰ সীমা নাই; তাহানি আমি ভূগোল বিষয়ত পঢ়িবলৈ পাইছিলো - চীনদেশৰ হোৱাংহো নৈ 'চীনৰ বেজাৰ।' হোৱাংহোৰ দৰে কেতবোৰ নদীয়ে প্ৰতিবছৰে তাণ্ডৱ সৃষ্টি কৰি চীনদেশৰ সামাজিক সাংস্কৃতিক জীৱন ভাঙি পেলাইছিল — অথচ চীনদেশৰ ঐতিহাসিক স্বৰাজ্য ৰাজতন্ত্ৰত নিৰ্মাণ হৈছিল ছহেজাৰ কিলোমিটাৰ দৈৰ্ঘৰ বিশ্ব আশ্চৰ্য চীনৰ প্ৰাচীৰ। এইখন দেশত পৰৱৰ্তী সময়ত, পৰাধীন চীনত নদী, প্ৰকৃতি চীনৰ দুৰ্যোগৰ কাৰণ হৈ পৰিছিল। নতুন চীন নিৰ্মাণৰ পূৰ্বে চীনা মানুহৰ প্ৰতি থকা প্ৰবাদ কথাৰ প্ৰায় তাৎক্ষণিক সামৰণি পৰিল কমিউনিষ্ট চীনৰ প্ৰগতিৰ জয়যাত্ৰাত। আজিৰ কথা নহয় স্বাধীনতাৰ মাথোন কুৰিটা বছৰ নহওঁতে চীনে বিশ্ববাসীক চমৎকৃত কৰি দেখুৱাই দিলে চীনৰ বেজাৰ হোৱাংহো নদী হ'ব নোৱাৰে, হ'ব নোৱাৰে অবাধ্য প্ৰকৃতি। মানুহে কৰিব নোৱাৰা কাম একো নাই, সেই সত্য প্ৰমাণ কৰি দেখুৱালে চীনা প্ৰজাতান্ত্ৰিক মানৱ শক্তিয়ে।

চীন তাহানিৰে পৰা কৃষি প্ৰধান দেশ আছিল, চীনা প্ৰজাতন্ত্ৰৰ নিৰ্মাণ আৰম্ভ হৈছিল কৃষি ক্ষেত্ৰৰে, কৃষি প্ৰগতিৰে। ছোভিয়েত দেশৰ দৰে উদ্যোগ আৰু কৃষি দুয়োটাৰে সমন্বিত যাত্ৰা চীনৰ নাছিল। চীনদেশে সমগ্ৰ দেশখন কৃষি বিপ্লৱেৰে সেউজীয়া কৰি তুলিছিল, তাৰ বাবে যিবোৰ প্ৰাকৃতিক দুৰ্যোগ, বাধা আছিল প্ৰায়বোৰ তেনে উৎস আয়ত্বাধীন কৰিছিল; নদীবোৰক, জলাশয়বোৰক পূৰ্বৰ দৰে মানুহৰ অভিশাপ কৰি নেৰাখি আশীৰ্বাদলৈ ৰূপান্তৰিত কৰি লৈছিল। কৃষি বিপ্লৱৰ সফলতাৰ সকলো সফল উৎস চীনদেশে নিজৰ মাজতে আৱিষ্কাৰ, উদ্ভাৱন কৰি লৈছিল; পৃথিৱীৰ কোনো উন্নত প্ৰগতিশীল দেশৰ সাহাৰ্য্য তাত নাছিল। এই তথ্যৰ প্ৰামাণিক ইতিহাস হৈছে — চীনৰ লগত তেতিয়া কেৱল ছোভিয়েত ৰুচিয়াৰ ঔদ্যোগিক সাহাৰ্য্য আছিল, ৰুচৰ বাহিৰে পাশ্চাত্যৰ কোনো শক্তিমান দেশ চীনৰ সাহাৰ্য্যমুখী নাছিল। কেৱল ষ্টালিন-মাওৰ মাজত এখন ঔদ্যোগিক চুক্তি আছিল, এই চুক্তিমতেই চীনে ছোভিয়েত প্ৰযুক্তিৰ সাহাৰ্য্যৰে সকলো নিৰ্মাণ কাৰ্যত আগবাঢ়িছিল। কিন্তু

হঠাতে, কোনো পূৰ্বজাননী অবিহনেই ১৯৫৯ চনত খুশ্চভৰ নিৰ্দেশত ছোভিয়েত চৰকাৰে চীনৰ পৰা সকলো আৰ্থিক সাহায্য বিশেষজ্ঞৰ সাহায্য, প্ৰত্যাহাৰ কৰি আকস্মিকভাৱে চীন দেশক অসহায় কৰি তুলিছিল। কিন্তু দূৰন্ত শক্তিধৰৰ দেশ চীনৰ ৰাইজে অসম্ভৱক সম্ভৱ কৰি, মৰুভূমি, প্ৰাকৃতিক দুৰ্যোগ, বানপানীৰ তাণ্ডৱ, শিল্প-উদ্যোগত সামৰ্থ নথকা চীনদেশে হেমাংগ বিশ্বাসে ভ্ৰমণ কৰা সত্তৱ দশকতে বিস্ময়কৰ চীন নিৰ্মাণ কৰিব পেলালে।

(পাঁচ)

হেমাংগ বিশ্বাসে সাম্যবাদী চিন্তা দৰ্শনৰ এগৰাকী একনিষ্ঠ কৰ্মী, নেতা হিচাপে চীন ভ্ৰমণকালত তেওঁৰ দৃষ্টিভংগীত চীনৰ ইতিহাস, সমাজ, সংস্কৃতি, শিল্প, লোক-জীৱন আধাৰিত জীৱনচৰ্যাত সূক্ষ্মাতিসূক্ষ্মভাৱে মনোযোগ দিছিল। বিশেষকৈ কমিউনিষ্ট চীনৰ নিৰ্মাণ পৰ্বলৈ অহা ৰাজনৈতিক-অৰ্থনৈতিক-সামাজিক সুবিধা-অসুবিধা, বাধা-বিঘিনি, দল-মতৰ বিৰোধ-প্ৰতিৰোধ, চীনা জনগণৰ সহযোগিতা আদি দিশবোৰত বিশেষভাৱে দৃষ্টিপাত কৰিছিল। সেইবাবেই নৱনিৰ্মিত কমিউনিষ্ট চীনৰ গতি প্ৰগতিৰ ছবিখন ঐতিহাসিকভাৱে প্ৰোজ্বল ৰূপত তুলি ধৰিছে। অতি কম সময়ৰ ভিতৰতে স্বাৱলম্বী হৈ উঠা চীনৰ নৱনিৰ্মাণৰ গতিয়ে হেমাংগ বিশ্বাসক বাৰুকৈয়ে পুলকিত কৰিছিল। এয়া আৰ্থ-সামাজিক, ৰাজনৈতিক, শিল্পউদ্যোগ, কৃষি, বাণিজ্য, শিক্ষা প্ৰযুক্তিৰ সফলতাৰ দিশৰ আলোক সন্ধান। ইয়াৰ উপৰিও এখন সমাজৰ ধ্যান-ধাৰণা, চিন্তা দৰ্শন, খাদ্যাভাস, লোকজীৱন চৰ্যা, সাংস্কৃতিক সম্পদ আধাৰিত চীনদেশৰ বৈভৱ, প্ৰাচুৰ্যৰ জগতখনৰ বিষয়ত বিশ্বাসদেৱে দীঘলীয়া বৰ্ণনা দাঙি ধৰিছে। প্ৰকৃততে লেখক কমিউনিষ্ট নেতা হৈও ভাৰতৰ, অসমৰ, বংগৰ এগৰাকী প্ৰথিতযশা সাহিত্যিক, শিল্পী, গায়ক, বাদক আদি বহুগুণ সম্পন্ন প্ৰতিভাধৰ ব্যক্তিত্ব। বিশ্বাসদেৱে সেই গুণেৰেই চীনাভাষা শিকি, সাহিত্য-সংস্কৃতি অধ্যয়ন কৰি এগৰাকী চীনা ব্যক্তি হৈ চীন ভ্ৰমণ কৰিব পাৰিছিল — যাৰ বাবে চীনা সমাজে তেওঁক প্ৰাণেৰে আকোঁৱালি লৈছিল।

হেমাংগ বিশ্বাসে একাত্ম হৈ সোমাই পৰা চীনা সাংস্কৃতিক ক্ষেত্ৰৰ দীঘলীয়া বৰ্ণনা দিছে। 'আকৌ চীন চাই আহিলো' ভ্ৰমণ গ্ৰন্থৰ প্ৰথম খণ্ডত মুঠ



২১ টা অধ্যায় আছে, একোটা অধ্যায়ক একোটা দীঘল প্ৰবন্ধ বোলাৰ অৱকাশ আছে। গ্ৰন্থখনৰ শেষৰ সপ্তদশ অধ্যায়ৰ পৰা একবিংশ অধ্যায়লৈ — ২৯ পৃষ্ঠাযোৰা এই অংশকেইটাৰ শিৰোনাম — 'চীনৰ নাট্যকলাৰ ৰং ৰূপ', 'প্ৰাচীন চীনৰ অপেৰাৰ কাহিনী', 'আধুনিক চীনৰ জীৱন্ত অপেৰা নাট নাৰীসকলৰ ৰঙা কাহিনী', 'পিকিং অপেৰাত বিপ্লৱ' আৰু 'সাংস্কৃতিক বিপ্লৱোত্তৰ চীনৰ অপেৰা ক্যান্টনৰ চিঠি' — এই সমূহ অধ্যায়ৰ প্ৰতিপাদ্য বিষয় হৈছে চীনৰ সাংস্কৃতিক জগতখনলৈ প্ৰাচীন কালৰে পৰা লোকসমাজ শিল্পক গণভিত্তি দি সাংস্কৃতিক বিপ্লৱৰ মাধ্যমেৰে 'কেৱল কলাৰ বাবে কলা'ৰ ধাৰণাৰ আমূল পৰিৱৰ্তন সাধন আৰু পৰিবৰ্ধন প্ৰক্ৰিয়াৰ বাস্তৱ চিত্ৰখনৰ বৰ্ণনা দিছে। পুৰাতন কালৰে পৰা চীনা গ্ৰাম্য জীৱন আধাৰিত নাট্যকলাৰ যিবোৰ বৈশিষ্ট্য আছিল — অভিনয়, মঞ্চসজ্জা, সংগীত, অৰ্কেষ্ট্ৰা, প্ৰতীক, কাহিনী, সংলাপ, নাট্যকলাৰ দৰ্শন, নাট্যকলা তথা অপেৰাৰ আদিৰ আদৰ্শবাদ — এই দিশবোৰৰ স্ব-গুণ অটুট ৰাখিও সাম্যবাদী দৰ্শনক সামঞ্জস্যপূৰ্ণভাৱে প্ৰয়োগ কৰি এই কলাক 'মানুহৰ জীৱন-জীৱিকা সম্ভূত আদৰ্শবাদী কলালৈ' অৰ্থাৎ 'কলা মানুহৰ জীৱন ৰক্ষক' ৰূপত গঢ়ি তোলাৰ সাংস্কৃতিক বিপ্লৱৰ সফল দিশবোৰ যিকোনো ইতিহাস সন্ধানী পাঠক, গৱেষক, সাধকৰ সমল ৰূপত তুলি ধৰিছে।

সংস্কৃতিৰ সাধক, সাম্যবাদী লেখক, পৰিব্ৰাজক হেমাংগ বিশ্বাসদেৱে ব্যক্তিগতভাৱে ১৯৫৭ চনৰ পৰা আঢ়ৈবছৰ ভ্ৰমণকালতে চীনা ভাষা, চীনা গীত, নাট শিকি চীনা গাঁৱে গাঁৱে গাইছিল, একাত্ম হৈ সমাজৰ সংস্কৃতিৰ সন্ধান কৰি প্ৰচুৰ অভিজ্ঞতা আহৰণ কৰিছিল আৰু 'আকৌ চীন চাই আহিলো'ৰ দ্বিতীয় খণ্ডত দুয়োটা ভ্ৰমণৰ অভিজ্ঞতা, দৰ্শনৰ প্ৰাচুৰ্য অভিব্যক্ত হৈছে। চীনদেশৰ খেতি-পথাৰ, গাঁও, সমাজ জীৱন, শিল্পকলা, প্ৰযুক্তি, সমাজ নিৰ্মাণ, প্ৰাকৃতিক দুৰ্যোগৰ উৎসবোৰৰ সমাধান, সেউজীয়া শস্য পথাৰ, এসময়ত দুবেলা-দুমুঠি খাদ্যৰ অভাৱী কৃষক সমাজৰ নৱনিৰ্মিত চীনৰ ইতিহাসত কিদৰে অভাৱ, অনাটন, দুৰ্ভিক্ষ, মাৰিমৰক, অপায়-অমংগলহীন এখন দেশলৈ ৰূপান্তৰিত হ'ল — এই গ্ৰন্থখন তাৰেই প্ৰামাণ্য দস্তাবেজ। পাঠক, অনুভৱী, অনুসন্ধিৎসু গৱেষক, সাম্যবাদী দৰ্শন বিৰোধী মতাদৰ্শৰ

লোকৰ বাবেও এই গ্ৰন্থ হৈ উঠিছে প্ৰত্যক্ষ অভিজ্ঞতাৰ ভড়ালৰ অনুৰূপ। অসমীয়া ভাষাত এই ভ্ৰমণ সাহিত্য যে অনন্য, অসাধাৰণ, ব্যতিক্ৰম ইতিহাসৰূপে গণ্য হৈছে তাত সন্দেহ নাই।

আকৌ চীন চাই আহিলো (দ্বিতীয় খণ্ড) ঃ

(এক)

হেমাংগ বিশ্বাস একমাত্ৰ অসমীয়া ব্যক্তি — যিগৰাকীয়ে তিনিবাৰকৈ চীন দেশলৈ গৈছিল আৰু সুদীৰ্ঘ দিন চীন দেশত থাকি চীনা জীৱন-চৰ্যা, ৰাজনীতি-সমাজনীতিৰ পুংখানুপুংখ অনুসন্ধান কৰিছিল। সুদীৰ্ঘ দিন চীন দেশত থাকি তেওঁৰ চিনাকি চীনৰ বিষয়ে দুটা খণ্ডত 'আকৌ চীন চাই আহিলো' ভ্ৰমণ-সাহিত্য ৰচনা কৰিছিল। ১৬৯ পৃঃ জোৰা ১ ম খণ্ড আৰু ২৪২ পৃষ্ঠাজোৰা দ্বিতীয় খণ্ড অৰ্থাৎ গ্ৰন্থখনৰ মুঠ পৃষ্ঠা ৪১১। বৃহৎ কলেবৰৰ এই ভ্ৰমণ-সাহিত্যক ব্যাপকভাৱে মূল্যায়ন কৰিব নোৱাৰি। লেখকৰ দৃষ্টি আৰু দৰ্শন আছিল অতি সৃজনীশীল। ইতিহাস আৰু সমাজতাত্ত্বিক বাস্তৱবাদৰ আধাৰত ৰচিত এই গ্ৰন্থ বাস্তৱিকতে সমাজতান্ত্ৰিক চীন বিষয়ৰ এখন গৱেষণাধৰ্মী গ্ৰন্থ। অৱশ্যে তেওঁ নিজকে চীনা বিশেষজ্ঞ (Sinologist) হিচাপে আত্মজাহিৰ কৰা নাই।

(দুই)

'আকৌ চীন চাই আহিলো' দ্বিতীয় খণ্ডৰ পাতনিখনৰ নামকৰণ কৰিছে — 'কৈফিয়ৎ'। প্ৰথম খণ্ড ৰচনাৰ পৰা ২য় খণ্ডৰ ৰচনালৈকে সময়ৰ ব্যৱধান হৈছে বছৰোধিক; এই সময়ছোৱাত চীনৰ ৰাজনৈতিক ঘটনাপ্ৰবাহ বিশ্ববাসীৰ চকু থৰ কৰা বিধৰ। লেখকে কৈছে এই দীঘলীয়া সময়প্ৰবাহ "বিদেশৰ প্ৰখ্যাত Sinologist অৰ্থাৎ চীনা বিশেষজ্ঞসকলৰ গ্ৰন্থসমূহ ইতিমধ্যে সাঁচিপতীয়া হৈ উঠিছে।" অৰ্থাৎ চীনৰ প্ৰচণ্ড বেগী ৰাজনৈতিক ঘটনাপ্ৰবাহত যিবোৰ পৰিৱৰ্তন হ'ল এই গ্ৰন্থ প্ৰণয়নত সিবিলাক ঘটনাচক্ৰই অধিক চৰ্চিত হ'ব। অৱশ্যে এই ৰাজনৈতিক ঘটনাচক্ৰই ৰঙা চীনৰ সমাজতান্ত্ৰিক কাঠামোত আঘাত কৰিব পাৰ নাছিল।

১৯৭৭ চনত দ্বিতীয় খণ্ডৰ পাতনি লেখাৰ পৰত চীনক জোকাৰি যোৱা ঘটনাপ্ৰবাহ এই 'কৈফিয়ৎ'ত চমুকৈ দাঙি ধৰিছে। অৱশ্যে চাৰে চৈধ্য পৃষ্ঠাজোৰা



এই খণ্ডত গ্ৰন্থখনৰ সাৰ অংশ প্ৰতিফলিত হৈছে। চীন প্ৰজাতন্ত্ৰৰ বাবে ১৯৭৬ চনটো এটা অনুঘটক বিন্দুস্বৰূপ। ১৯৭৬ চনৰ ৮ জানুৱাৰিত মাও ছে তুঙৰ সৌহাতস্বৰূপ, চীনৰ শ্ৰেষ্ঠ প্ৰশাসক চৌ এন লাইৰ মৃত্যু হৈছে; দ্বিতীয়তে ৬ জুলাই তাৰিখে ৰূপকথাৰ লালফৌজৰ সেনাধ্যক্ষ লংমাৰ্চৰ কিংবদন্তি মহানায়ক, চীনৰ গণপৰিষদৰ চেয়াৰম্যান 'চু-তে'ৰ জীৱনাৱসান ঘটিল; জুলাই মাহৰ ২৮ তাৰিখে বিশ্বখ্যাত অভূতপূৰ্ব বিধ্বংসী বৰভুঁইকঁপে চীনৰ বৃহত্তম কয়লাখনি থকা শিল্পনগৰী তান শ্বান ধ্বংসস্তূপত পৰিণত কৰিলে য'ত ১০ লাখৰ অধিক মানুহৰ মৃত্যু ঘটিল, আনকি একে বৰ্ষতে আন তিনিটাকৈ ভূমিকম্পই চীনৰ বিভিন্ন প্ৰান্তত বিস্তৰ ক্ষতিসাধন কৰিলে; ৯ ছেপ্টেম্বৰত পুনৰ বৃহত্তম ভূমিকম্প হ'ল য'ত চীনৰ লাখ লাখ মানুহ, ধন-জনৰ বিস্তৰ ক্ষতি হ'ল; এই ভূমিকম্পই সমুদায় বিশ্বকে জোকাৰি গৈছিল। তাৰ পিছত অতি কম সময়ৰ ভিতৰত ১৯০৬ চনত নৱচীন নিৰ্মাতা, চীনৰ ভাস্কৰ, মাৰ্ক্সবাদ-লেলিনবাদৰ অধিবক্তা, বিশ্ব জনগণৰ মহান নেতা চেয়াৰম্যান মাও চে-তুঙৰ বিয়োগ ঘটিল, এনে তড়িৎবেগী চীনৰ ঘটনাপ্ৰবাহে ৰঙা চীনলৈ এটা সৰ্বনাশী পৰিৱৰ্তন আনিলে তাৰ তাৎক্ষণিক প্ৰতিক্ৰিয়া বিশ্ববাসীয়ে প্ৰ্যত্যক্ষ কৰিব লগা হ'ল।

সমাজতান্ত্ৰিক ৰঙা চীনৰ প্ৰতিষ্ঠাৰ কাণ্ডাৰীকেইগৰাকীৰ দেহাৱসানৰ তাৎক্ষণিক ৰাজনৈতিক পাৰ্শ্বক্ৰিয়া সংঘটিত কৰাত অগ্ৰণী ভূমিকা লৈছিল "গেং অব্ ফ'ৰ" চক্ৰই। অথচ চীনৰ সাংস্কৃতিক বিপ্লৱকালীন সময়ত এই চাৰিজনীয়া চক্ৰৰ অগ্ৰণী ভূমিকা আছিল ইতিবাচক। ১৯৭৬ চনৰ জানুৱাৰিত সংঘটিত ধুমুহাৰ চাৰিজনীয়া চক্ৰটো হৈছে — ওৱাং হুং ওৱেন, যিজন আছিল চীনা কমিউনিষ্ট পাৰ্টীৰ দ্বিতীয় ভাইছ চেয়াৰম্যান; চাং চুং তিয়াও আছিল প্ৰথম উপ-প্ৰধানমন্ত্ৰী, বাকী দুজনো পলিট ব্যুৰোৰ উচ্চতম সদস্য যথাক্ৰমে ইয়াং আৰু চিয়াং। অৱশ্যে ইয়াৰ লগতে প্ৰখ্যাত মাওৰ পত্নী চিয়াং চিং মাও এই চক্ৰৰ প্ৰচাৰৰ মুখ্য নায়িকা হিচাপে প্ৰমাণিত হৈছিল। এই ঘটনাচক্ৰই পৃথিৱীৰ সকলো দেশৰ জনতাৰ চকু থৰ কৰিছিল। ইয়াৰ বিৰুদ্ধে লাখ লাখ শ্ৰমিক, কৃষক, জনগণ আৰু পিকিং বিশ্ববিদ্যালয়, চিনহুৱা বিশ্ববিদ্যালয়ৰ ছাত্ৰসকলে 'চাৰিজনীয়া চক্ৰ'ৰ চক্ৰান্ত ব্যৰ্থ কৰিবলৈ গণ বিক্ষোভ সংঘটিত কৰিলে। 'চাৰিজনীয়া চক্ৰ'ৰ বিৰাট, ৰহস্যময়, শোধনবাদী ষড়যন্ত্ৰ বহু আন্দোলন,

বিক্ষোভৰ মাজেৰে এদিন নিয়ন্ত্রিত হ'ল আৰু ৰঙা চীনৰ ৰঙা সূৰ্য উজলি উঠিল। চৈধ্য পৃষ্ঠাৰ সুদীৰ্ঘ এই 'কৈফিয়ৎ' শীৰ্ষক পাতনিখনত হেমাংগ বিশ্বাসদেৱে চীনৰ ঘটনাচক্ৰৰ সূচনাৰ পৰা সমাপ্তিলৈ বিশদ ইতিহাস লিপিবদ্ধ কৰিছে; অৱশ্যে ভ্ৰমণ গ্ৰন্থ হিচাপে লেখকৰ দৃষ্টিভংগী আৰু আদৰ্শ সংৰচনাত্মক হৈয়ো এজন বিশেষজ্ঞৰ এটা ঐতিহাসিক, ৰাজনৈতিক সমীক্ষাত্মক প্ৰবন্ধ বুলিয়ে বিবেচনা কৰিব পাৰি। স্বীকাৰ্য যে সুদীৰ্ঘ দিন চীন দেশত থাকি, চীনৰ ৰাজনীতি, সমাজনীতি-সংস্কৃতিৰ বিশেষজ্ঞস্বৰূপ হৈহে তেওঁ এখন সুকীয়া ৰাষ্ট্ৰৰ ৰাজনৈতিক, আভ্যন্তৰীণ ইতিহাস লিপিবদ্ধ কৰিব পাৰিছিল।

(তিনি)

'আকৌ চীন চাই আহিলো' ২য় খণ্ড ২৪২ পৃষ্ঠাৰ বৃহৎ কলেবৰৰ, এই খণ্ড ৩৫ টা শিৰোনামযুক্ত - অৰ্থাৎ ৩৫ টা প্ৰবন্ধ সন্নিবিষ্ট হৈছে। আমাৰ অধ্যয়নৰ পৰা ক'ব পৰা হৈছো হেমাংগ বিশ্বাস এগৰাকী Sinologist, লগে লগে মাৰ্ক্সবাদ, মাওবাদ-লেলিনবাদৰো সামুদায়িক সমাজতাত্ত্বিক পণ্ডিত।

এই খণ্ডৰ প্ৰথম প্ৰবন্ধটোৰ শিৰোনাম — "ৰবীন্দ্ৰনাথৰ ভৱিষ্যৎবাণী — য'ত সফল হ'ল।" এই প্ৰবন্ধটোৰ দুটা বিশেষত্ব আছে - প্ৰথমটো হ'ল ১৯৫৯ চনৰ ৮ মে' সংখ্যা চীনা কাকত 'ৰেণ্‌মিন ৰিপাও' বা People's Daily ত এই লেখা প্ৰকাশ হৈছিল; দ্বিতীয় বিশেষত্ব হৈছে- ১৯৭৪ চনৰ ১৭ ডিচেম্বৰত শান্তিনিকেতনৰ চীনা-ভৱনত আয়োজিত এটি অনুষ্ঠানত প্ৰদান কৰা ভাষণৰ সংক্ষিপ্তসাৰ। অৱশ্যে চীনা কাকতত এই লেখাৰ শিৰোনাম আছিল "ৰবীন্দ্ৰনাথ আৰু চীন দেশ।" এই লেখাৰ লগত বিশ্ববিখ্যাত চীনা চিত্ৰশিল্পী স্যু পাণ্ট হোঙে (এওঁ 'জুপিও' নামেৰে জনপ্ৰিয়) শান্তিনিকেতনত আৰামী চকীত বহি থকা অৱস্থাত ৰবীন্দ্ৰনাথৰ প্ৰতিকৃতি অংকন কৰি সংলগ্ন কৰি দিছিল। প্ৰবন্ধটো প্ৰকাশ হৈছিল সম্পাদকীয় চ'ৰাত। ৰবীন্দ্ৰনাথে কি ভৱিষ্যৎবাণী কৰিছিল? ১৯১৬ চনত 'তোছামাৰু' নামৰ সাগৰীয় জাহাজত ৰবীন্দ্ৰনাথ ঠাকুৰ জাপানলৈ গৈছিল। হংকং বিমান বন্দৰত চীনা ডক শ্ৰমিকসকলৰ কৰ্মস্পৃহা, কৰ্মশক্তি আৰু কৰ্মনিষ্ঠা দেখি বিস্ময়াভিভূত হৈছিল। চীনা শ্ৰমিকৰ সুঠাম দেহবল্লৰীৰ শোভা দেখিছিল সাগৰত কামৰ অন্তত গা ধুই থকা ৰূপত। প্ৰত্যয়, আত্মবলী সেই শ্ৰমিকসকল বিশ্বশ্ৰেষ্ঠ, শক্তিশালী দেশ নিৰ্মাতা যে হ'বই সেই কথা তেতিয়াই ঠাকুৰদেৱে



ভৱিষ্যদ্বাণী কৰিছিল আৰু সেই ঐক্যবদ্ধ মানৱশক্তিয়ে এদিন বিশ্বশ্ৰেষ্ঠ, শক্তিশালী দেশলৈ ৰূপান্তৰিত হৈছে। হেমাংগ বিশ্বাসে ৰবীন্দ্ৰনাথ ঠাকুৰৰ এনে ভৱিষ্যদ্বাণীৰ খেও ধৰি এই লেখাত চীনা শক্তিৰ প্ৰাচুৰ্যৰ বৰ্ণনা কৰিছে। অৱশ্যে হেমাংগ বিশ্বাসৰ People's Daily কাকতত প্ৰকাশিত প্ৰবন্ধৰ পাছত চীন-ভাৰত মৈত্ৰীৰ দুহেজাৰ বছৰীয়া বন্ধন বিঘ্নিত কৰিছিল তিব্বতৰ ঘটনাপ্ৰবাহে। ১৯৬২ চনৰ তিব্বতৰ ধৰ্মগুৰুগৰাকী ভাৰতত আশ্ৰিত হোৱাৰ পিছত দুয়োখন দেশ শত্ৰু দেশত পৰিণত হ'ল, আনকি চীনৰ জনসাধাৰণৰ পৰা হেমাংগ বিশ্বাসো অনাদৃত হ'ল।

(চাৰি)

অসমীয়া সাহিত্য — ভ্ৰমণ-সাহিত্যৰ পিনৰ পৰা চহকী; ভ্ৰমণ সাহিত্যৰ দীৰ্ঘ ঐতিহাসিক পৰিক্ৰমাত প্ৰতিখন ভ্ৰমণ-সাহিত্যৰে মৌলিক বৈশিষ্ট্য আছে। ভ্ৰমণ-সাহিত্যত বাস্তৱিকতে ভ্ৰমণকাৰীৰ দৃষ্টি আৰু দৰ্শন, প্ৰজ্ঞা আৰু সৃজন, ভ্ৰমণ আৰু ৰমণ চিন্তাৰ প্ৰয়োগশালা হৈ পৰে। এই ক্ষেত্ৰত হেমাংগ বিশ্বাস বহু ব্যতিক্ৰম পৰিলক্ষিত হয়। আমি অসমীয়া ভাষাৰ যিবোৰ ভ্ৰমণ-কাহিনী অধ্যয়ন কৰিছো তাৰ আধাৰতে এনে অভিমত ব্যক্ত কৰিছোঁ। অনুসন্ধিৎসু পাঠকৰ প্ৰশ্ন হ'ব পাৰে হেমাংগ বিশ্বাসৰ ভ্ৰমণ বৃত্তান্ত কেনেধৰণে ব্যতিক্ৰম? ইয়াৰ সদুত্তৰ অৱশ্যে ভ্ৰমণ সাহিত্যখনিৰ পৰা পুংখানুপুংখকৈ দিয়া সম্ভৱ নহ'ব যদিও তাৰ সামগ্ৰিক ৰূপৰেখা এটি দিয়াৰ প্ৰয়াস কৰিছোঁ।

হেমাংগ বিশ্বাসৰ — 'আকৌ চীন চাই আহিলো' দ্বিতীয় খণ্ড প্ৰথম খণ্ডৰ আৰ্হিতে শিৰোনামবোৰৰ অথবা অধ্যায়বোৰৰ বিষয়বোৰ একোটাইত প্ৰবন্ধৰূপে নিৰ্ণয় কৰিব পাৰি। তাৰ সমিধান হৈছে — ভ্ৰমণ-সাহিত্যখনৰ পৰা একোটা প্ৰবন্ধ সুকীয়াকৈ কোনো উৎসত প্ৰকাশ কৰিলে তাৰ স্বয়ংসম্পূৰ্ণতা উপলব্ধি কৰিব পাৰিব। এয়াই প্ৰধান বিশেষত্ব। গ্ৰন্থখনৰ ৩৫ টা প্ৰবন্ধক বিষয়বস্তুৰ বস্তুনিৰপেক্ষ ব্যাখ্যাৰ ওপৰত বিভাজন কৰিছো এনেধৰণে — অৰ্থনীতি, সমাজ আৰু ৰাজনীতি, ইতিহাস, সমাজবাদী তত্ত্বৰ প্ৰয়োগ, শিক্ষা, সংস্কৃতি, সাহিত্য, কৃষি, শ্ৰেণীহীন সমাজ ব্যৱস্থাত নাৰীৰ স্থান, স্বাস্থ্য, বিজ্ঞান, পুৰাতত্ত্ব আদি। এখন দেশক, এখন সমাজৰ সকলো দিশকেই হেমাংগ বিশ্বাসে সুকীয়া সুকীয়া প্ৰবন্ধ, সুকীয়া সুকীয়া শিৰোনামেৰে স্বয়ংসম্পূৰ্ণ ৰূপত দাঙি ধৰিছে।

প্ৰথমে দৃষ্টিপাত কৰিব বিচাৰিছোঁ চীনৰ ইতিহাস বিজড়িত অধ্যায়সমূহত। আলোচ্য বিষয়বোৰৰ শিৰোনামবোৰ হৈছে — 'দ্বিতীয় অধ্যায় ঃ ১৯৩৭-৪৯;' 'মুক্তিৰ পিছত — ১৯৪৯-৫৭,' 'আগ্নেয় দিনবোৰ', 'লিন পিয়াও ৰহস্য', লিন পিয়াও আৰু কনফুচিয়াছ' আদি ইতিহাস অভিব্যক্ত অধ্যায়। অনস্বীকাৰ্য কথাটো হৈছে ইতিহাসৰ প্ৰত্যক্ষ আলোচনাৰে সমৃদ্ধ গ্ৰন্থখনৰ প্ৰায় প্ৰতিটো অধ্যায়তে আৱশ্যম্ভাৱীভাৱে ইতিহাস অনাহূতভাৱে বৰ্ণিত হৈছে। হেমাংগ বিশ্বাসৰ ৰঙা চীন অধ্যয়নৰ গভীৰতা আৰু বিশালতাত ইতিহাস অন্বেষণ অৱশ্যেই সম্পূৰ্ণ নহয়। তৎ সত্ত্বেও চীন সম্পৰ্কীয় অনুসন্ধানমূলক বিষয়বোৰে পাঠকক কিছু সন্ধান দিব পাৰিব। উদাহৰণস্বৰূপে দ্বিতীয় বিশ্বযুদ্ধ আৰম্ভৰ পৰা সমাপ্তিলৈ, বিশেষকৈ জাপানৰ সাম্ৰাজ্যবাদী আগ্ৰাসন প্ৰতিৰোধ কৰিবলৈ সক্ষম হোৱা চীনা ইতিহাসৰঞ্জিত এই সময়ৰ এটি সংক্ষিপ্ত ৰেখাচিত্ৰ অংকন কৰিছে। মুক্তিৰ পাছত ঃ ১৯৪৯-৫৭ ৰ এই সময়ছোৱাত চীনৰ সমাজ আৰু সাংস্কৃতিক উত্তৰণৰ চমু আভাস দিছে। এনেদৰেই প্ৰতিটো অধ্যায়ত ইতিহাস সংগ্ৰথিত সমাজি হিতৈষী বৰ্ণনা গ্ৰন্থখনৰ আকৰ্ষণীয় দিশ।

বৃহত্তৰ ৰঙা চীনৰ ৰঙা বিপ্লৱ হৈছিল দীৰ্ঘদিনীয়া সাম্ৰাজ্যবাদী আৰু ঔপনিৱেশবাদী অপশাসন, দুৰ্জনৰ বিৰুদ্ধে। এই সংগ্ৰাম শ্ৰেণী সংগ্ৰামী দৰ্শনত হৈছিল। সফলতাৰে চীন দেশ সমাজতান্ত্ৰিক শাসনতন্ত্ৰলৈ আহিছিল; কিন্তু সমাজবাদ প্ৰতিষ্ঠা সিমান সহজ নহয়। বিশ্ব ইতিহাস আছিল ৰাজতান্ত্ৰিক, সামন্ততান্ত্ৰিক, পুঁজিতান্ত্ৰিক আৰু লগত চিৰন্তনভাৱে জনমানসত লিপিত খাই আছে অবৈজ্ঞানিক চিন্তা-মনীষা; তাৰ অন্য নাম ভাববাদ; আজিও সমুদায় বিশ্বতে ভাববাদ ইমান শক্তিশালী যে সেই চিন্তা এঁকেশ শতিকাতো 'মান্ধাতাযুগীয়া' হৈ থাকিল। চীন ভ্ৰমণ গ্ৰন্থৰ আলোচনাত এই দিশটো অতি তাৎপৰ্যপূৰ্ণ; চীনত আজি মাৰ্ক্সৰ পূৰ্ণ মাৰ্ক্সবাদী-সাম্ৰাজ্যবাদে থিয় দিব পৰা নাই। এনে কাৰণতে ৰঙা চীনে বিৰামহীন শ্ৰেণী-সংগ্ৰাম অব্যাহত ৰাখিব লগা হৈছে। হেমাংগ বিশ্বাসে ভ্ৰমণ-সাহিত্যখনিত পাতে পাতে শ্ৰেণী-সংগ্ৰামৰ বৰ্ণনা দিছে। কৃষি, শিল্প, বাণিজ্য, অৰ্থনীতি, সমাজনীতি, ৰাজনীতি, সাহিত্য-সংস্কৃতি, নাটক-নাট্যাভিনয় ক'ত শ্ৰেণী-সংগ্ৰাম কৰিব লগা হোৱা নাই!! হেমাংগ বিশ্বাসৰ কেইটিমান অধ্যায় শ্ৰেণী সংগ্ৰামৰে নামান্তৰ — "সংগ্ৰাম চলিছে আৰু চলিব — বিৰিখে বিশ্ৰাম



ল'ব খুজিলেও বতাহে বিৰাম নলয়" (পৃঃ ৬৬৬); "বিৰামহীন শ্ৰেণী-সংগ্ৰাম — সাংস্কৃতিক বিপ্লৱবোৰৰ অপেৰাবাহিনী" (পৃঃ ৬৮৮), 'চীনৰ সাহিত্যত সংঘৰ্ষ', 'চীনৰ সাংস্কৃতিক বিপ্লৱ', 'শিক্ষা ক্ষেত্ৰত দুই লাইনৰ দ্বন্দ্ব', শিক্ষাৰ শ্ৰেণী চৰিত্ৰ' প্ৰভৃতি — এক কথাত সামুদায়িক শ্ৰেণী-সংগ্ৰাম পূৰ্ণ সমাজতন্ত্ৰ প্ৰতিষ্ঠাৰ বাবে - সকলো দিশকে অতি দূৰদৃষ্টিসহকাৰে নিৰীক্ষণ, পৰ্যবেক্ষণ, পৰ্যালোচনা কৰাটো গ্ৰন্থকাৰৰ মৌলিক বিশেষত্ব।

চীনৰ অবিৰত সংগ্ৰামবোৰ সকলো ক্ষেত্ৰতে প্ৰযোজ্য; তাৰ ভিতৰত শিক্ষা-সংস্কৃতিৰ ক্ষেত্ৰখন অত্যাধিক গুৰুত্বপূৰ্ণ; অবৈজ্ঞানিক মানসিকতা, ভাববাদী চিন্তা দৰ্শন হৈছে সামন্ততান্ত্ৰিক ধ্যান-ধাৰণা। চীনে স্বাধীন প্ৰজাতান্ত্ৰিক দেশ হিচাপে গঢ়ি উঠা শিক্ষা ক্ষেত্ৰখনকে প্ৰথমে সৰ্বাধিক গুৰুত্ব দিব লগা হৈছিল। অক্টোবৰ বিপ্লৱৰ সফলতাৰ পিছত ছোভিয়েট ৰুছিয়া এই দ্বন্দ্বৰ সন্মুখীন হ'বলগা হৈছিল। শিক্ষাৰ শ্ৰেণী-চৰিত্ৰৰ বিষয়ে লেনিনে কৈছিল — "পুৰণি দিনৰ শিক্ষা ব্যৱস্থা আছিল শ্ৰেণী বৈষম্যৰ চিন্তাত আচ্ছন্ন। সেই কালত কেৱল বুৰ্জোৱা সন্তানকহে শিক্ষা দিয়া হৈছিল, শ্ৰমিক আৰু কৃষকৰ সন্তানক শিক্ষাৰ পৰা বঞ্চিত কৰা হৈছিল।"

চীন দেশত শিক্ষা ব্যৱস্থা আছিল ডাঙৰ প্ৰত্যাহ্বান। শিক্ষা ব্যৱস্থা হ'ল সমাজৰ উপৰিসৌধৰ এটি প্ৰধান চূড়া। তাত শোষক শ্ৰেণীৰ একাধিপত্য নিৰ্মূল কৰিব নোৱাৰিলে সমাজতন্ত্ৰ গঠন হ'ব নোৱাৰে। চীনৰ ঐতিহাসিক লং মাৰ্চৰ পিছত ১৯৩৭ চনত শিক্ষা প্ৰতিষ্ঠাৰ বিষয়ত প্ৰলেতাৰীয় শিক্ষানীতিৰ প্ৰসংগত মাও ছে তুঙে কৈছিল — "বিপ্লৱৰ আগৰণুৱা হিচাপে বহু মানুহক শিক্ষিত কৰি তোলাৰ প্ৰয়োজন আছে — যিসকল মানুহে কোনো দিনে ব্যক্তিগত স্বাৰ্থান্বেষী নহ'ব, বৰঞ্চ হ'ব জাতিৰ আৰু সমাজৰ মুক্তিৰ কামনাত সমৰ্পিত প্ৰাণ, যিসকল গৰ্বোদ্ধত নহ'ব বা ব্যক্তিগত খ্যাতকামী নহ'ব; বৰং হ'ব বিবেক আৰু বাস্তৱ বুদ্ধিসম্পন্ন।"

শ্ৰেণী-বৈষম্যহীন, মূল্যবোধসম্পন্ন সামাজিক সমতা প্ৰতিষ্ঠা কৰিবলৈ, সমাজ গঢ়িবলৈ সামন্তীয় ধ্যান-ধাৰণা, বিধি-ব্যৱস্থা, চিন্তা-ভাবনা ত্যাগ কৰিব লাগিব। সামন্তীয় শ্ৰেণী-চৰিত্ৰমুক্ত সামাজিক কাঠামো ভাঙিবলৈ চীন দেশৰ সমাজৰ সকলো স্তৰৰ লোকৰ, মানসিক পৰিৱৰ্তন কৰিবলৈ, মাও ছে-তুঙৰ

নেতৃত্বত শিক্ষা-সংস্কৃতি, সমাজ, অৰ্থনীতি, কৃষি, শিল্প-উদ্যোগ সকলো ক্ষেত্ৰতে সাংস্কৃতিক বিপ্লৱ সংঘটিত কৰিছিল — যাৰ দ্বাৰা ৰঙা চীনৰ ৰঙা সূৰ্যৰ আগমন সফল কাম হ'ব পাৰিছিল। হেমাংগ বিশ্বাসে দীৰ্ঘদিন চীনত থাকি, ভাষা শিকি লৈ, চীনা জীৱন-চৰ্যা আৰু সকলো দিশতে অধ্যয়ন, সন্ধান কৰি চীনা বিশেষজ্ঞৰ পৰ্যায় যে লাভ কৰিছিল তাৰ প্ৰমাণ গ্ৰন্থখনত পাতে পাতে পৰিলক্ষিত হয়।

(পাঁচ)

হেমাংগ বিশ্বাসৰ এই ভ্ৰমণ-সাহিত্যখনি চীন বিষয়ক সমাজতাত্ত্বিক অনুসন্ধান আৰু গৱেষণাধৰ্মী গ্ৰন্থ, গ্ৰন্থখনিত সন্নিৱিষ্ট ৩৫ টা প্ৰবন্ধ অথবা অধ্যায়ৰ প্ৰতিটোৱে অতি গুৰুত্বপূৰ্ণ। এনে এখন গ্ৰন্থৰ বিষয়ে বিস্তৃত আলোচনা কৰাৰ স্থল থাকিলেও আমি আপাতদৃষ্টিৰে, আপেক্ষিকভাৱে গ্ৰন্থখনৰ বিষয়বস্তুৰ আভাসহে দিব খুজিছো। তাৰ ভিতৰতো যিকেইটা দিশত দৃষ্টিপাত নকৰিলে এই কৰ্ম অসম্পূৰ্ণ হৈ ৰ'ব — তাকে কৰাৰ প্ৰয়াস কৰিছো।

'নতুন চীনৰ নাৰী' শীৰ্ষক অধ্যায়টো সকলো অধ্যায়ৰ মাজৰ এটা গুৰুত্বপূৰ্ণ অধ্যায়। সমুদায় বিশ্বতে অতি সাম্প্ৰতিক কালতো নাৰী প্ৰগতি, নাৰী মুক্তি বিষয়টো এক বিতৰ্কিত অধ্যায়। কেইবা শতিকাজোৰা নাৰী প্ৰগতি মুক্তি আন্দোলন সাৰ্থক, সফল হৈছে - নাই সেয়া বিচাৰ্যৰ বিষয়। কিন্তু ১৯৪৮ চনত স্বাধীনতা লাভ কৰা চীনা নাৰীৰ মুক্তি আৰু প্ৰগতিৰ এখন সুকীয়া ছবি এই গ্ৰন্থখনৰ পৰা লাভ কৰা হৈছে। সেইবাবে লেখকে শিৰোনাম ৰাখিছে 'নতুন চীনৰ নাৰী'। ভাৰতবৰ্ষৰ ঋষি-মনুৰ বিধানৰ দৰেই চীনৰ কনফুচিয়াছে নাৰীক বাল্যকালত পিতৃৰ, যৌৱনত স্বামীৰ আৰু বৃদ্ধাৱস্থা অথবা বাৰ্ধক্যত পুত্ৰৰ অধীন বুলি নিৰ্দেশ কৰিছিল। সামন্ত যুগত চীনৰ নাৰীৰ সৌন্দৰ্য বৰ্ণনা লেঙেৰা, পেঙুৰা নাৰীৰ ভৰিক 'সোণৰ পদুম' বুলি বৰ্ণনা কৰিছিল। সামন্ত সমাজত নাৰী আছিল — 'নাৰী নৰকস্য দ্বাৰঃ'; তাৰ পৰিৱৰ্তে স্বাধীন সমাজবাদী চীনৰ আগৰ চাইনৰ'ৰ্ডখন আঁতৰাই তাত লগাই দিয়া হ'ল নতুন ফলক — "যত্ৰ পূজ্যতে নাৰী ৰম্যন্তে — তন্ত্ৰ দেৱতা"।

চীনৰ নতুন চিন্তাদৰ্শ হ'ল নাৰী অৰ্ধাকাশ নহয় — নাৰী পূৰ্ণাকাশ। মাও ছে-তুঙৰ জন্মস্থানত বাল্যকালত নাৰীৰ দুৰৱস্থা, নিৰ্যাতন নিপীড়নৰ ইতিহাসৰ দাৰুণ-কৰুণ ছবি মাৱে দাঙি ধৰিছে অনেক লেখাত। চীনৰ নাৰী মুক্তি সম্বন্ধে



মাৱে লেখা বহু প্ৰবন্ধৰ এঠাইত লিখিছিল —

"চীনৰ পুৰুষৰ ওপৰত থিয় হৈ আছে তিনিটা শোষণৰ পাহাৰ, কিন্তু চীনৰ নাৰীৰ ওপৰত আছে চাৰিটা পাহাৰ — যিহেতু পুৰুষে নাৰীক শোষণ কৰে।"

বাস্তৱিকতে মাওৰ এই তিনিটা পাহাৰক চূৰ্ণ-বিচূৰ্ণ কৰিয়ে চীনৰ নাৰী মুক্তি আৰু সামগ্ৰিক মুক্তি সাধিত হৈছিল। এসময়ৰ চীনৰ নাৰী মুক্তি আৰু সামগ্ৰিক মুক্তি সাধিত হৈছিল। এসময়ৰ চীনৰ নাৰী গণিকাসৰ্বস্ব মহামাৰীৰ পৰা ৰঙা চীনত নাৰী মুক্ত হোৱাই নহয় বাস্তৱিকতেই স্বাধীন হ'ল। চীনৰ নাৰী স্বাধীনতা আৰু প্ৰগতি তথা স্বাৱলম্বিতাৰ এখন চিত্ৰ গ্ৰন্থকাৰে দাঙি ধৰিছে। ১৯৭৪ চনৰ ৬ জুন তাৰিখে লেখকে চাংহাইৰ ফংকোৱালুং অঞ্চলৰ এটা শ্ৰমিক পৰিয়ালৰ ঘৰলৈ গৈছিল, সেই পৰিয়ালৰ ৫৮ বছৰীয়া শ্ৰীযুক্তা ছিউৰ মাহিলি পেন্সন ৫৩ ইউৱান, তেওঁৰ পুত্ৰৰ মাহেকীয়া দৰমহা ৫০ ইউৱান আৰু বোৱাৰীৰ দৰমহা ৪০ ইউৱান, এইসকলৰ মুঠ আয় ১৪৩ ইউৱান; ইয়াৰ পৰা সকলো খৰচ সামৰি মাহে ব্যয় হয় ১০৪.৩৭ ইউৱান। হাতত থাকিলগৈ ৩৮.৩৭ ইউৱান। এই চিত্ৰখনত ঘৰখনৰ দুগৰাকী মহিলাই উপাৰ্জন কৰে, অৰ্থাৎ সেই সময়লৈকে চীনৰ উপযুক্ত কৰ্মদক্ষতাসম্পন্ন পুৰুষ-মহিলা উভয়ৰে স্বতন্ত্ৰ উপাৰ্জন থাকে। ইয়াৰ বাহিৰে নাৰী স্বাধীনতা, নাৰীৰ স্বাৱলম্বিতা, নাৰীৰ সামাজিক প্ৰস্থিতি, নাৰীৰ বাধাহীনভাৱে চীনৰ সমাজ ব্যৱস্থা গঢ়ি তোলা হৈছে।

ৰবীন্দ্ৰনাথ ঠাকুৰে ভৱিষ্যৎবাণী কৰিছিল যে চীনৰ কৰ্মৰ শক্তি, কৰ্মৰ নৈপুণ্য আৰু কৰ্মৰ আনন্দক একত্ৰিত কৰি সমগ্ৰ দেশ আৰু জাতিৰ বৃহৎ শক্তিৰে আধুনিক কালৰ বাহনক কৰায়ত্ত কৰিব — অৰ্থাৎ বিজ্ঞান যেতিয়া আয়ত্তাধীন হ'ব, তেতিয়া পৃথিৱীৰ কোনো শক্তিয়ে সেই শক্তিক ৰুধিব নোৱাৰিব। ১৯১৬ চনত ৰবীন্দ্ৰনাথে ভৱিষ্যৎবাণী কৰা এই কথা বাস্তৱত প্ৰতিপন্ন হ'ল। প্ৰাচ্যৰ চীন আজিৰ বিশ্বৰ সৰ্বশক্তিমান, শক্তি। সাম্যবাদী প্ৰজাতান্ত্ৰিক চীনৰ আজি জয় জয় ময় ময় ৰূপ; সকলো ক্ষেত্ৰত পাৰদৰ্শী, স্বয়ংসম্পূৰ্ণ, সবল, শক্তিশালী পূৰ্ণ বিকশিত, অপৰাজেয় ৰাষ্ট্ৰ সেয়া সৰ্বজনবিদিত সত্য।

চীনৰ সফলতাৰ চাবি-কাঠী আছিল মাওৰ সাংস্কৃতিক বিপ্লৱ। সাংস্কৃতিক বিপ্লৱৰ বিজ্ঞানসন্মত, মননশীল, সৃজনশীল, কৰ্মপন্থাই চীনবাসীৰ ভাববাদী,

অবৈজ্ঞানিক মানসিকতাক নিঃশেষ কৰি, বিজ্ঞান চিন্তাক জনমুখীকৈ জনবিজ্ঞান কৰিব পাৰিলে; সাহিত্য, সংস্কৃতি, নাট্য আন্দোলন, অপেৰা, লোকশিল্প, লোক-সাহিত্যক বিজ্ঞান মাত্রা প্ৰদান কৰিবলৈ সক্ষম হ'ল চীনাবাসী। দেখা যায় - চীন দেশত পৃথিৱীৰ বহু দেশৰ তুলনাত প্ৰাকৃতিক অন্তৰায় সৰ্বাধিক; পৰ্বত-পাহাৰ, অৰণ্য, নৈ জলাশয়, হ্ৰদ আদিৰে উপচি থকা চীনত বানপানী, তুষাৰপাতৰ প্ৰকোপো অত্যাধিক; আমি আগৰ খণ্ডতে উল্লেখ কৰিছিলো যে 'চীনৰ বেজাৰ' (Chinese Sorrow) হোৱাংহো নদীৰ ভয়ংকৰ ধ্বংসলীলাৰে চীনক ধ্বংস কৰি থকা এই খৰস্ৰোতা, বিশাল নদীখন চীনাবাসীৰ 'আনন্দ'ৰ উৎস হৈ উঠিল। এয়া এটি মাত্র উদাহৰণহে চীনা শক্তিৰ।

মাও ছে-তুঙৰ প্ৰথমাৱস্থাৰ এচাম দেশপ্ৰেমিকে ৰঙা চীনত মাওৰ মৃত্যুৰ পিছতে দুষ্টচক্ৰৰ (Gange of four) কূট অভিসন্ধিৰে ১৯৭৬ চনৰ পৰৱৰ্তী কিছু সময় দেশখনত ভাঙোনৰ ধুমুহাই বলিছিল বুলিব পাৰি; কিন্তু সেইসকলৰ চক্ৰান্ত কম সময়তে ব্যৰ্থ কৰি চীনা জনগণেই চীন নিৰ্মাণৰ অবিৰত সংগ্ৰাম চলাই যাবলৈ সক্ষম হ'ল আৰু আজি বিশ্বত গণপ্ৰজাতান্ত্ৰিক চীন সেই পথৰ শক্তিশালী নিদৰ্শন হৈ জিলিকি আছে।

গণশিল্পী হেমাংগ বিশ্বাস বহুমুখী প্ৰতিভাৰ ব্যক্তি। অসমৰ সমাজ, সংস্কৃতি, সকলোতে সাম্য-মৈত্ৰীৰ অমৰ গাথাস্বৰূপ এই ব্যক্তিয়ে তিনিবাৰকৈ চীনলৈ গৈ তেওঁৰ সাংস্কৃতিক মননশীলতাৰে, সাংস্কৃতিক প্ৰজ্ঞাৰে চীনক তন্ন তন্নকৈ পৰ্যবেক্ষণ কৰি সেই সকলো প্ৰাপ্তিকে চীন ভ্ৰমণ-সাহিত্যত লিপিবদ্ধ কৰিছে। চীনা ভাষা শিকি চীনা ভাষাত ভাষণ দিছিল, গান গাইছিল, গাঁৱে গাঁৱে, চহৰে-নগৰে পৰিভ্ৰমণ কৰিছিল, চিনেমা, নাটক, অপেৰা আদিৰ লগতে বহু লোক অনুষ্ঠানৰ সৈতে জড়িত হৈছিল, লোকগীত, লোকাচাৰ, লোক-বাদ্য একোকে বাদ নিদিয়াকৈ সাংস্কৃতিক জগতখনত সোমাই পৰিছিল। হেজাৰ হেজাৰ বছৰীয়া চীনা সভ্যতা-সংস্কৃতি আৰু মধুৰ মৈত্ৰী বন্ধন যেন হেমাংগ বিশ্বাসে অধিক নিকপকপীয়া কৰিছিল। সেয়া মধুৰ সোঁৱৰণী-সত্য; সেয়া সত্য হৈও এটা 'ডাঙৰ কিন্তু' দুখজনক ইতিহাস হৈ ৰ'ল। সেই 'কিন্তু'ৰে চমুকৈ আমাৰ পৰ্যালোচনা সামৰিব খুজিছো ঃ চীনৰ সমাজতান্ত্ৰিক সমাজ নিৰ্মাণৰ ইমানবোৰ ইতিবাচক পদক্ষেপৰ বিপৰীত ছবি এখন হেমাংগ বিশ্বাসে শেষৰটো চমু চীন



ভ্ৰমণত মুখামুখি হ'ল — চীনৰ ৰাজপথত ভিক্ষাৰী, দুই-এজন ভিক্ষাৰীয়ে ভিক্ষা মাগি ফুৰা দৃশ্যটো তেওঁৰ বদহজম হ'ল আৰু 'ফ্ৰন্টিয়াৰ' নামৰ আলোচনীত নৰম ভাষাৰে চীনৰ বিসদৃশ বিপৰ্যয়ৰ চিত্ৰখন দাঙি ধৰিলে; এই কাৰ্যত চীন চৰকাৰ গৰজি উঠিল আৰু অসন্তুষ্ট হৈ চীনা চৰকাৰ আৰু চীনা ৰাষ্ট্ৰ দূতাৱাসে তেওঁৰ সৈতে সকলো সম্পৰ্ক ছেদ কৰিলে। "তেওঁলৈ আগতে অহাৰ দৰে চীনৰ পত্ৰ-পত্ৰিকা, কিতাপ আদি একো নহা হ'ল। তেখেতে চিঠি-পত্ৰ লেখিলেও উত্তৰ নেপায়। অতি মৰ্মান্তিক কথা যে তেখেতৰ যি অসুখত মৃত্যু হ'ল, সেই অসুখৰ সময়তো চীনা ৰাষ্ট্ৰদূতাৱাসে কোনো খা-খবৰ নল'লে। আনকি চীনৰ লগত ভাৰতৰ ৰাষ্ট্ৰনৈতিক সম্পৰ্ক গঢ়ি তোলাত যিজনে ইমান বৰঙণি দিলে তেওঁৰ মৃত্যুত চীনৰ পৰা এটা শোকবাৰ্তাও নাহিল।" (ড° হীৰেণ গোহাঁই, "ইমান তিতা সাগৰৰ পানী", ৪ৰ্থ খণ্ড, পৃঃ ১২৫)।

চীন প্ৰজাতন্ত্ৰৰ সাহিত্য, সমাজ, সংস্কৃতিপ্ৰেমী আজন্ম বিপ্লৱী মনীষা হেমাংগ বিশ্বাসক তেনে কোনো প্ৰত্যাঘাতে সোণৰ পৰা ৰূপলৈ ৰূপান্তৰিত কৰিব নোৱাৰে সেয়াই ইতিহাস হৈ ৰ'ব।।

# বিৰিঞ্চিকুমাৰ বৰুৱাৰ ভ্ৰমণ সাহিত্য

ড° বলীন সন্দিকৈ

**বিৰিঞ্চিকুমাৰ বৰুৱা ঃ**

অসমীয়া সাহিত্যাকাশৰ এটি উজ্জ্বল নক্ষত্ৰৰ নাম হৈছে— ড° বিৰিঞ্চিকুমাৰ বৰুৱা। তেখেতৰ সৃষ্টিশীল সাহিত্যৰাজি আৰু বিদ্যায়তনিক তথা পাণ্ডিত্যপূৰ্ণ কৃতিসমূহে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ ভেটি গঠনত এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিছে। এইজনা মহান সাহিত্যিকৰ জন্ম হয় নগাঁৱত ১৯০৮ খ্ৰীষ্টাব্দৰ ১০ নৱেম্বৰ তাৰিখে। তেওঁ অসম বিখ্যাত খৰঙি বৰুৱাৰ বংশৰ আছিল। আহোম ৰজাই দিয়া এটা বিষয়বাব হৈছে— খৰঙি বৰুৱা। বিৰিঞ্চিকুমাৰ বৰুৱাৰ দেউতাকৰ নাম হৈছে— বিজয়ৰাম বৰুৱা আৰু মাতৃৰ নাম হৈছে— লীলাৱতী বৰুৱা। তেওঁলোকৰ পাঁচটি পুত্ৰ আৰু দুটি কন্যা সন্তানৰ ভিতৰত বিৰিঞ্চিকুমাৰ বৰুৱা আছিল তৃতীয় পুত্ৰ। নগাঁও সদৰ মধ্য অসমীয়া বিদ্যালয়ত শিক্ষা আৰম্ভ কৰা বৰুৱাই ১৯২৮ খ্ৰীষ্টাব্দত নগাঁও হাইস্কুলৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাৰ প্ৰেছিডেন্সি কলেজত আই. এ. শ্ৰেণীত নাম ভৰ্তি কৰায়। ১৯৩০ খ্ৰীষ্টাব্দত প্ৰথম বিভাগত সুখ্যাতিৰে আই. এ. পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছত সেই কলেজতে বি.এ. শ্ৰেণীত নাম ভৰ্তি কৰে আৰু অনাৰ্ছ লয় 'পালি ভাষা আৰু সাহিত্য'ত। ইয়াৰ পৰা সুখ্যাতিৰে ১৯৩২ চনত প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ উত্তীৰ্ণ হোৱাৰ বাবে তেখেতে 'ঈশান বৃত্তি' লাভ কৰে। ইয়াৰ পাছত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ১৯৩৪ চনত পালি ভাষাত প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ স্নাতকোত্তৰ উপাধি লাভ কৰে। একে সময়তে তেওঁ আইনৰো স্নাতক হয়। ইয়াৰ পাছত তেওঁ লণ্ডন বিশ্ববিদ্যালয়ৰ অধীনস্থ "London School of Oriental And African Studies"ত কে.ডি.বি. কড্ৰিংটনৰ নিৰ্দেশনাত 'A Cultural History of Assam' শীৰ্ষক বিষয়ত গৱেষণাৰ কাম সমাপ্ত কৰি ডক্টৰেট উপাধি লাভ কৰে।



ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাই চাকৰি জীৱন আৰম্ভ কৰে প্ৰথমে কলিকতা বিশ্ববিদ্যালয়ত পালি ভাষাৰ অংশকালীন অধ্যাপকৰূপে ১৯৩৭ চনত। ইয়াৰ পাছত কলিকতা বিশ্ববিদ্যালয়ৰ M.L. (Modern Languages)ৰ অধ্যাপকৰূপে নিযুক্তি লাভ কৰে ১৯৩৮ চনত। কিছুদিনৰ পাছতে ১৯৩৮ চনতে গুৱাহাটীৰ কটন কলেজত অধ্যাপকৰূপে যোগদান কৰে। মাজতে লণ্ডনত ডক্টৰেট উপাধি গ্ৰহণ কৰাৰ পাছত পুনৰ কটন কলেজতে যোগদান কৰে। ১৯৪৭ চনত 'বুৰঞ্জী আৰু পুৰাতত্ত্ব' বিভাগত প্ৰথমে অবৈতনিক সহকাৰী সঞ্চালক, পাছত উপ-সঞ্চালকৰূপে কাৰ্যনিৰ্বাহ কৰে। ইয়াৰ পাছতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত ৰীডাৰ হিচাপে যোগদান কৰে ১৯৪৮ চনত। তাৰ পাছত গুৱাহাটী বিশ্ববিদ্যালয়তে ১৯৫০ চনত বিশ্ববিদ্যালয়ৰ শ্ৰেণীসমূহৰ সচিব হিচাপে নিযুক্তি লাভ কৰে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী হিচাপে নিযুক্তি লাভ কৰে আৰু কলাগুৰু হিচাপে মনোনীত হয় ১৯৫৩ চনত। অস্থায়ীভাৱে গুৱাহাটী বিশ্ববিদ্যালয়ৰ বাংলা বিভাগৰো মুৰব্বীৰূপে কাৰ্যনিৰ্বাহ কৰে ১৯৫৩ চনত। গুৱাহাটী বিশ্ববিদ্যালয়ত চাকৰি কৰি থাকোঁতেই মাৰ্কিন যুক্তৰাষ্ট্ৰৰ ইণ্ডিয়ানা বিশ্ববিদ্যালয়ত অতিথি অধ্যাপকৰূপে যোগদান কৰে ১৯৬৩ চনত। ইণ্ডিয়ানা বিশ্ববিদ্যালয়ত কিছু কাল সুখ্যাতিৰে গৱেষণা আৰু অধ্যাপনা কৰাৰ পাছত ১৯৬৪ চনৰ পহিলা ভাগতে গুৱাহাটীলৈ উভতি আহে। কিন্তু নিয়তিৰ নিষ্ঠুৰ বিধান মতে ১৯৬৪ চনৰ ৩০ মাৰ্চ তাৰিখে শাৰীৰিক অসুস্থতাৰ বাবে তেখেতে মাত্ৰ ৫৬ বছৰ বয়সতে অকাল মৃত্যুক সাৱতি ল'বলগীয়া হয়।

অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ জগতত এখন উচ্চ আসন লাভ কৰিবলৈ সক্ষম হোৱা ড° বিৰিঞ্চিকুমাৰ বৰুৱাৰ বিষয়ে বীৰেন্দ্ৰনাথ দত্তই লিখা কেইশাৰীমান বাক্যই তেখেতৰ ব্যক্তিত্ব আৰু পাণ্ডিত্যৰ পৰিচয় দিয়ে। দত্তই 'কথা বৰেণ্য ১০০'ত লিখিছে—

> "মাত্ৰ দুকুৰি যোল্লটা বছৰ। হয়, বিৰিঞ্চিকুমাৰ বৰুৱাই ঠিক সেইখিনি আয়ুসেই পাইছিল। অথচ, ভাবিলে অবাক হ'ব লাগে, সেই স্বল্পায়ু জীৱনতেই তেখেতে বিভিন্ন ক্ষেত্ৰত, বিভিন্ন ৰূপত বিপুল পৰিমাণৰ কৰ্ম সম্পাদন কৰি অসমৰ বৌদ্ধিক আৰু সাংস্কৃতিক জগতখনক সমৃদ্ধ কৰাৰ লগতে ৰাষ্ট্ৰীয় আৰু আন্তৰ্জাতিক পৰ্যায়তো নিজৰ

গুণৱতাৰ স্বাক্ষৰ থৈ গৈছে। উচ্চ পৰ্যায়ত অধ্যয়ন আৰু গৱেষণাৰ বাবে ব্যতিক্ৰমী বিষয় নিৰ্বাচন, ভাষা-সাহিত্য-সংস্কৃতিৰ সৰু-বৰ আলিয়েদি সন্ধানী বিদ্যায়তনিক যাত্ৰা, পণ্ডিত আৰু শিক্ষক হিচাপে দেশতেই নহয় বিদেশতো স্বীকৃতি আৰু সন্মান লাভ, সামাজিক সংগঠনৰ পৃষ্ঠপোষকতা আৰু নেতৃত্ব দানৰ উপৰি অসমীয়া সৃজনীমূলক সাহিত্যলৈ অনবদ্য অৱদান— বিৰিঞ্চিকুমাৰ বৰুৱাই এই সকলো দিশতে ইমান গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছিল যে তেখেতৰ কৰ্মৰাজিৰ মূল্যায়ন কৰিবলৈ যাওঁতে কোনটো দিশে প্ৰাথমিকতা পোৱা উচিত তাক লৈ বিভ্ৰান্তিত পৰিবলগীয়া হয়।"[১]

মাত্ৰ ২৩ বছৰ বয়সতে 'আৱাহন' কাকতৰ তৃতীয় বছৰ, তৃতীয় সংখ্যাত প্ৰকাশিত 'বিদ্ৰোহী ডেকা' নামৰ চুটিগল্পৰে অসমীয়া সাহিত্যত বৰুৱাৰ আত্মপ্ৰকাশ ঘটিছিল।

**বিৰিঞ্চিকুমাৰ বৰুৱাৰ ভ্ৰমণ সাহিত্য ঃ**

ড° বিৰিঞ্চিকুমাৰ বৰুৱাৰ বিভিন্ন সাহিত্যৰাজিয়ে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ ভঁৰাল নিঃসন্দেহে চহকী কৰিছে। তেখেতৰ বিভিন্ন সাহিত্যৰাজিৰ ভিতৰত উজ্জ্বল ৰূপত জিলিকি আছে ভ্ৰমণ সাহিত্য— 'প্ৰফেচাৰ বৰুৱাৰ চিঠি' আৰু 'চুইজাৰলেণ্ড ভ্ৰমণ' নামৰ গ্ৰন্থ দুখনি। এইখিনিতে 'প্ৰফেচাৰ বৰুৱাৰ চিঠি' সন্দৰ্ভত ড° বীৰেন্দ্ৰনাথ দত্তই কৰা অন্য এক মত প্ৰণিধানযোগ্য। দত্তই লিখিছে —

> "...ক্ষুদ্ৰ কলেবৰৰ এই গ্ৰন্থখনত ড° বৰুৱাৰ জিজ্ঞাসা, মনীষা, কল্পনা আৰু ৰস-বোধৰ অপূৰ্ব সমাহাৰ ঘটিছে। আৰু তাৰ মাজেদি তেখেতৰ ব্যক্তিত্বৰ সামগ্ৰিকতা প্ৰতিবিম্বিত হৈছে।"[২]

তলত উল্লিখিত দুয়োখন গ্ৰন্থৰ বিষয়ে এটি থূলমূল আলোচনা আগবঢ়োৱা হ'ল।

**প্ৰফেচাৰ বৰুৱাৰ চিঠি ঃ**

মাৰ্কিন যুক্তৰাষ্ট্ৰৰ ইণ্ডিয়ানা বিশ্ববিদ্যালয়ত ১৯৬৩ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক ড° বিৰিঞ্চিকুমাৰ বৰুৱাই প্ৰায় ৬ মাহ কাল লোক-সংস্কৃতি বিভাগত অস্থায়ী প্ৰফেচাৰ (Visiting Professor) হিচাপে কাম কৰিছিল। এই ইণ্ডিয়ানা বিশ্ববিদ্যালয়ৰ পৰাই ড° বৰুৱাই তেতিয়াৰ 'অসম বাণী'ৰ সম্পাদক সতীশচন্দ্ৰ কাকতিৰ অনুৰোধ মৰ্মে মাহেকে পষেকে আমেৰিকাৰ শিক্ষা-পদ্ধতি,



ছাত্ৰ-অধ্যাপকৰ সম্পৰ্ক, বিশ্ববিদ্যালয়ৰ বিভিন্ন দিশ আদি সন্দৰ্ভত 'অসম বাণী'ত এলানি প্ৰবন্ধ প্ৰকাশ কৰিছিল। ১৯৬৪ চনত তেখেত ইণ্ডিয়ানা বিশ্ববিদ্যালয়ৰ পৰা উভতি অহাৰ কিছু দিনৰ পাছতে শাৰীৰিক অসুস্থতাৰ বাবে ইহ-সংসাৰ ত্যাগ কৰে। তেওঁৰ মৃত্যুৰ পাছত সতীশচন্দ্ৰ কাকতিয়ে বৰুৱাৰ পত্নী শান্তিছায়া বৰুৱাক 'অসম বাণী' আৰু 'নতুন অসমীয়া'ত প্ৰকাশিত ড° বৰুৱাৰ প্ৰবন্ধকেইটি থূপ খুৱাই কিতাপ আকাৰে প্ৰকাশ কৰিবলৈ অনুৰোধ কৰিলে। ১৯৬৮ চনত গুৱাহাটীৰ লয়াৰ্ছ বুক ষ্টলে 'প্ৰফেচাৰ বৰুৱাৰ চিঠি' নামকৰণেৰে ভ্ৰমণ কাহিনী ৰূপত কিতাপখনি প্ৰকাশ কৰিলে। 'কটনীয়ান'ত প্ৰকাশিত এটি প্ৰবন্ধও সংযোগ কৰিলে। আগকথা লিখিলে সতীশচন্দ্ৰ কাকতিয়ে। কাকতিৰ মতে ড° বৰুৱাৰ পৈণত আৰু পাণ্ডিত্যপূৰ্ণ হাতৰ শেহতীয়া লেখনি হৈছে— 'প্ৰফেচাৰ বৰুৱাৰ চিঠি'।[৩]

গ্ৰন্থখনিত আমেৰিকাৰ ইণ্ডিয়ানা বিশ্ববিদ্যালয়ৰ পৰা লিখা 'অসম বাণী', 'নতুন অসমীয়া' আৰু 'কটনীয়ান'ত প্ৰকাশিত মুঠ ১৫ টা প্ৰবন্ধ সন্নিৱিষ্ট হৈছে। প্ৰবন্ধসমূহৰ বিষয়সমূহ এনেধৰণৰ— ১. আমেৰিকাৰ মানুহ চিনাকি চিনাকি লাগিল, ২. বিশ্ববিদ্যালয়ৰ শিক্ষণ আৰু গৱেষণা, ৩. আমেৰিকাত আমেৰিকাৰ মানুহ লগ পাইছোনে?, ৪. কথাচহকী মাৰ্কিন ডেকাৰ সংগ-সুখ, ৫. কিহৰ বিষয়ে গৱেষণা কৰিব? লাওৰ বিষয়ে?, ৬. মাৰ্কিন ছাত্ৰ-ছাত্ৰী আৰু তেওঁলোকৰ পঢ়া-শুনা, ৭. পি.এইচ.ডি. উপাধিৰ নিমিত্তে গৱেষণা আৰু বিশ্ববিদ্যালয়ৰ প্ৰশাসন, ৮. মাৰ্কিন সাহিত্য আৰু সাহিত্যিক, ৯. মাৰ্কিন মহিলা সমাজ, ১০. গাৰ্হস্থ্য জীৱনৰ এটা দিশ, ১১. মধ্যবিত্ত শ্ৰেণীৰ মহিলাৰ জীৱন, ১২. আমেৰিকাৰ সমৃদ্ধি আৰু অদ্বিতীয়তা - পূজা, ১৩. নিউইয়ৰ্ক আৰু মাৰ্কিন জীৱনৰ ৰূপ, ১৪. আমেৰিকাৰ শিক্ষা পদ্ধতি, ১৫. মাৰ্কিন ছাত্ৰ-ছাত্ৰীৰ আৰ্জন।

**আমেৰিকাৰ মানুহ চিনাকি চিনাকি লাগিল** প্ৰবন্ধত সন্নিৱিষ্ট হৈছে বিমানৰ যাত্ৰা, যাত্ৰাৰ লটিঘটি আৰু বিবিধ আচহুৱা অভিজ্ঞতা, ইণ্ডিয়ানা বিশ্ববিদ্যালয়ত প্ৰথম লগ পোৱা মানুহখিনিৰ মৰম-চেনেহ, সৌহাদ্যপূৰ্ণ ব্যৱহাৰ আদি অনেক অভিজ্ঞতা। **বিশ্ববিদ্যালয়বোৰত শিক্ষণ আৰু গৱেষণা** শীৰ্ষক প্ৰবন্ধটিৰ পৰা জানিব পাৰি যে তাৰ শিক্ষা ব্যৱস্থা আৰু গৱেষণা কিমান আগবাঢ়ি গৈছে। আমাৰ বিশ্ববিদ্যালয়, মহাবিদ্যালয় আদিবোৰত চেমিষ্টাৰ পদ্ধতিৰ প্ৰচলন হোৱা বৰ বেছি দিন হোৱা নাই; কিন্তু তাত তেতিয়াই ১৯৬৩ চনতে তেনে

ব্যৱস্থাৰ প্ৰচলনে আমাক জনাই দিয়ে যে আমি কিমান পিছ পৰি আছো। পদ্ধতিগত গৱেষণা, একেবাৰে সৰু বিষয়বো গৱেষণা, আমি ভাবিব নোৱাৰা ধৰণৰ বিষয়ৰ গৱেষণা ইত্যাদি অনেক দিশ প্ৰবন্ধটিত সন্নিৱিষ্ট হৈছে। **আমেৰিকাত আমেৰিকাৰ মানুহ লগ পাইছোনে?** শীৰ্ষক প্ৰবন্ধত বিশ্ববিদ্যালয়ৰ ভিতৰতে বা বাহিৰত বিভিন্ন দেশৰ মানুহক লগ পোৱা, বিভিন্ন দেশৰ বিভিন্ন মানুহৰ লগত হোৱা অভিজ্ঞতা, আমেৰিকা যুক্তৰাষ্ট্ৰৰ সকলো দিশৰ উন্নতি আদি দিশসমূহ সন্নিৱিষ্ট হৈছে। **কথাচহকী মাৰ্কিন ডেকাৰ সংগ-সুখত** নিউইয়ৰ্কৰ পৰা ফিলাডেলফিয়ালৈ কৰা যাত্ৰা পথৰ বৰ্ণনা, মাৰ্কিন ডেকাৰ স'তে পৰিচয়, কথা-বাৰ্তা, গাঁও-চহৰৰ কথা, কৃষি ফাৰ্মৰ কথা, ধৰ্ম আদিৰ কথা সন্নিৱিষ্ট হৈছে। **কিহৰ বিষয়ে গৱেষণা কৰিব। লাওৰ বিষয়ে?** শীৰ্ষক প্ৰবন্ধত বিশ্ববিদ্যালয়ত অসাধাৰণ বিষয়ত গৱেষণা, সৰু সৰু বিষয়বো গৱেষণাত কিমান নতুন নতুন দিশ উন্মোচিত হ'ব পাৰে তাৰ বিশদ তথ্য দাঙি ধৰিছে। **মাৰ্কিন ছাত্ৰ-ছাত্ৰী আৰু তেওঁলোকৰ পঢ়া-শুনা** শীৰ্ষক প্ৰবন্ধত ছাত্ৰ-ছাত্ৰীৰ থকা-খোৱা, উপাৰ্জন কৰা, নিজ উপাৰ্জনেৰে পঢ়া, তেওঁলোকৰ প্ৰেম, নিয়মানুবৰ্তিতা, একাগ্ৰতা, অধ্যয়ন, ছাত্ৰ-ছাত্ৰীৰ লগত হোৱা বিভিন্ন অভিজ্ঞতা আদি সন্নিৱিষ্ট হৈছে। **পি. এইচ. ডি. উপাধিৰ নিমিত্তে গৱেষণা আৰু বিশ্ববিদ্যালয়ৰ প্ৰশাসন** শীৰ্ষক প্ৰবন্ধত আমেৰিকাত সেই তেতিয়াই জুনিয়ৰ কলেজ, স্কুল আদিত নিয়োগৰ বাবে যে পি. এইচ. ডি. অৰ্হতাৰ প্ৰয়োজন সেয়া আলোচনা কৰিছে। দেশ ৰক্ষাৰ কাৰণে সৈন্য প্ৰস্তুত কৰাৰ দৰে বিশ্ববিদ্যালয়, চৰকাৰ আৰু অন্যান্য ব্যৱসায়িক প্ৰতিষ্ঠানে 'ডক্টৰেট' তৈয়াৰ কৰিবৰ বাবে কেনে ধৰণৰ আঁচনি লৈছে, ছাত্ৰ-ছাত্ৰীৰ বৃত্তি, সমাৱৰ্তনত ডক্টৰেট উপাধি পোৱা ছাত্ৰ-ছাত্ৰীৰ সংখ্যা, বিভিন্ন দিশৰ থেচিচৰ বিষয়, বিশ্ববিদ্যালয়ৰ প্ৰশাসনৰ শৃংখলাবদ্ধতা আদি কথাবোৰ সন্নিৱিষ্ট কৰিছে। **মাৰ্কিন সাহিত্য আৰু সাহিত্যিক** শীৰ্ষক প্ৰবন্ধত বিশ্ববিদ্যালয়ত অনুষ্ঠিত নানা আলোচনা, ৱৰ্কশ্বপ, চেমিনাৰ আদিৰ বৰ্ণনা, এক সপ্তাহ জোৱা সাহিত্য সমিতিৰ (আলোচনা) বিভিন্ন বিভাগত হোৱা অভিজ্ঞতা; উপন্যাস, চুটিগল্প, সাধাৰণ সাহিত্য, কবিতা, নাটক, শিশু সাহিত্য, ফটোগ্ৰাফী, টেকনিক আৰু প্ৰবন্ধ— এই নটা বিভাগত লগ পোৱা সাহিত্যিক, তেওঁলোকৰ সাহিত্য, তেওঁলোকৰ স'তে হোৱা অভিজ্ঞতা আদি বৰ্ণিত হৈছে। **মাৰ্কিন মহিলা সমাজ** শীৰ্ষক প্ৰবন্ধত তাৰ সমাজ ব্যৱস্থাত মহিলাৰ স্থান, পৰিয়াল পৰিকল্পনা, বিবাহিত আৰু বিবাহ সম্ভৱা



ছাত্ৰী, বিবাহ-বিচ্ছেদ, মহিলাৰ উপাৰ্জন, পদবি, গৃহ জীৱন আদি বিভিন্ন দিশ সন্নিৱিষ্ট হৈছে। **গাৰ্হস্থ্য জীৱনৰ এটা দিশ** শীৰ্ষক প্ৰবন্ধত বিভিন্ন সামগ্ৰীৰ মূল্য, বেমাৰ আৰু বীজাণুৰ পৰা ৰক্ষা পাবৰ উপায়, আহাৰৰ সাধাৰণ তালিকা, বিভিন্ন সামগ্ৰীৰ কেলৰি কমোৱা, ভোক কমোৱা বড়ি, হাস্পাতালৰ অভিজ্ঞতা, ডিপাৰ্টমেণ্টাল ষ্টোৰ্ছসমূহে কেনেদৰে মহিলাসকলক ঘৰুৱা ব্যৱসায়ত আবদ্ধ ৰাখে, ব্যৱসায়িক প্ৰতিষ্ঠান, মোটেল আদি দিশসমূহ সন্নিৱিষ্ট হৈছে। **মধ্যবিত্ত শ্ৰেণীৰ মহিলাৰ জীৱন** শীৰ্ষক প্ৰবন্ধত পণ্ডিত-অধ্যাপকৰ গৱেষণাই সমাজত পেলোৱা প্ৰভাৱ, মধ্যবিত্ত সমাজৰ মহিলা, মহিলাৰ সমস্যা, সৌন্দৰ্য সাধনা, Get togetherness, স্বামী-স্ত্ৰী আদি দিশসমূহ সন্নিৱিষ্ট হৈছে। **আমেৰিকাৰ সমৃদ্ধি আৰু অদ্বিতীয়তা-পূজা** শীৰ্ষক প্ৰবন্ধত আমেৰিকাৰ উদ্যোগ-বণিজৰ সাৰ্থকতা, যন্ত্ৰ চালিত আমেৰিকা, সাধাৰণ কাম-কাজৰ বাবে যন্ত্ৰ, পৰিশ্ৰম আৰু প্ৰতিযোগিতা, নতুন নতুন উদ্ভাৱন আদি দিশসমূহ সন্নিৱিষ্ট হৈছে। **নিউইয়ৰ্ক আৰু মাৰ্কিন জীৱনৰ ৰূপ** শীৰ্ষক প্ৰবন্ধত নিউইয়ৰ্ক, ফিলাডেলফিয়া, ৱাশ্বিংটন, চিকাগো ভ্ৰমণৰ অভিজ্ঞতা, যাতায়াতৰ উন্নতি, শিল্প, উদ্যোগ আৰু কৃষিৰ উন্নতি, যন্ত্ৰপাতিৰ দেশত কল-কিটিপ, মাৰ্কিন জীৱনৰ ৰেহ-ৰূপ আদি বৰ্ণিত হৈছে। **আমেৰিকাৰ শিক্ষা পদ্ধতি** শীৰ্ষক প্ৰবন্ধত বিশ্ববিদ্যালয়ৰ অধীনৰ শিক্ষানুষ্ঠান, ছাত্ৰ আৰু শিক্ষকৰ সম্পৰ্ক, উচ্চ-শিক্ষাৰ উদ্দেশ্য, স্কুল-কলেজৰ পাঠ্যক্ৰমৰ বিষয়, কি কি বিষয়ত ছাত্ৰ-ছাত্ৰীয়ে অধ্যয়ন কৰিব পাৰে, চেমিষ্টাৰৰ কাউণ্ট বা ক্ৰেডিট, গৱেষণা আদি শিক্ষা ব্যৱস্থাৰ লগত জড়িত বিভিন্ন দিশৰ বৰ্ণনা কৰিছে। **মাৰ্কিন ছাত্ৰ-ছাত্ৰীৰ আৰ্জন** শীৰ্ষক প্ৰবন্ধত ছাত্ৰ আৰু শিক্ষকৰ সম্বন্ধ, ছাত্ৰ-ছাত্ৰীয়ে নিজে অৰ্জন কৰি কৰা অধ্যয়ন, ছাত্ৰ-ছাত্ৰীৰ লগত হোৱা বিভিন্ন অভিজ্ঞতা, সমবায় পদ্ধতিত ছাত্ৰ-ছাত্ৰীয়ে ধন ঘটা, ছাত্ৰ-ছাত্ৰীৰ বিভিন্ন বৃত্তি আদি ছাত্ৰ-ছাত্ৰীৰ আৰ্জন সম্পৰ্কীয় বিষয়সমূহ সন্নিৱিষ্ট কৰিছে।

**চুইজাৰলেণ্ড ভ্ৰমণ ঃ**

বিৰিঞ্চিকুমাৰ বৰুৱাই ১৯৪৭ চনত ইউৰোপৰ বিভিন্ন ঠাই ভ্ৰমণ কৰাৰ সময়ত নিজৰ ভাই-ভতিজালৈ ভ্ৰমণৰ অভিজ্ঞতা বৰ্ণাই এলানি চিঠি লিখিছিল। সেই চিঠিবোৰৰ একাংশ শিশু আলোচনী 'ৰংঘৰ'ত প্ৰকাশ হৈছিল। বৰুৱাৰ ইউৰোপ ভ্ৰমণ কাহিনীৰ একাংশ অৰ্থাৎ উল্লিখিত চিঠিসমূহক একত্ৰিত কৰি দেৱকান্ত বৰুৱাই ১৯৭০ চনত গ্ৰন্থ আকাৰে নাম দিলে 'চুইজাৰলেণ্ড ভ্ৰমণ'। 'চুইজাৰলেণ্ড

ভ্ৰমণ' এই ভ্ৰমণ কাহিনীত সন্নিৱিষ্ট হোৱা বিষয়সমূহ হৈছে— ১. চুইজাৰলেণ্ড, ২. জুৰিক, ৩. আল্পচ ভ্ৰমণ, ৪. জুৰিকৰ শিক্ষা অনুষ্ঠান, ৫. ব্ৰিগ আৰু লুচান, ৬. জিনেভা ইত্যাদি।

**চুইজাৰলেণ্ড** শীৰ্ষক প্ৰবন্ধত ইউৰোপ ভ্ৰমণৰ উদ্দেশ্য, চুইজাৰলেণ্ডৰ ভৌগোলিক বৰ্ণনা, ভিতৰুৱা শাসনতন্ত্ৰ আদি বৰ্ণিত হৈছে। **জুৰিক** শীৰ্ষক প্ৰবন্ধত জুৰিকলৈ যাওঁতে ষ্টেচনৰ লটি ঘটি চুইজাৰলেণ্ডত ভাড়াৰ ক্ষেত্ৰত আহুকাল নোপোৱা, সেই দেশৰ খোৱা বস্তুৰ বৰ্ণনা, জুৰিকৰ প্ৰাকৃতিক বৰ্ণনা, পৰিষ্কাৰ-পৰিচ্ছন্নতা আদিৰ বিষয়ে বৰ্ণনা কৰিছে। **আল্পচ ভ্ৰমণ** শীৰ্ষক প্ৰবন্ধত আল্পচ পৰ্বতৰ সৌন্দৰ্য আৰু মনোমোহা দৃশ্যাৱলীৰ বৰ্ণনা, যাত্ৰাপথৰ অভিজ্ঞতাৰ বৰ্ণনা, শিলৰ বৰ্ণনা, আল্পচ পৰ্বতৰ শ্ৰেণীবিভাগ, গ্লেচিয়াৰ বৰফৰ পাহাৰৰ বৰ্ণনা, আৰ (Aare) নদীৰ প্ৰাকৃতিক বৰ্ণনা, ভৌগোলিক বৰ্ণনা, জুৰিক চহৰলৈ উভতনি যাত্ৰাৰ বৰ্ণনা আদি সন্নিৱিষ্ট হৈছে। **জুৰিকৰ শিক্ষানুষ্ঠান** শীৰ্ষক প্ৰবন্ধত জুৰিক বিশ্ববিদ্যালয়ৰ বৰ্ণনা, বিশ্ববিদ্যালয়ত চৰ্চিত বিষয়, জুৰিক চহৰৰ যাদুঘৰৰ বৰ্ণনা, চুইজাৰলেণ্ডত ৰেল ইঞ্জিনিয়াৰৰ চৰম উৎকৰ্ষতা আদি বৰ্ণিত হৈছে। **ব্ৰিগ আৰু লুচান** শীৰ্ষক প্ৰবন্ধত ৰোমৰ পৰা জিনেভালৈ ৰেলেৰে যাত্ৰা, পাচপৰ্টৰ অসুবিধা, ব্ৰিগৰ হোটেলত থকা, পাহাৰ বগোৱা, ব্ৰিগৰ পৰা লুচান যাত্ৰা, অহা পথৰ প্ৰাকৃতিক বৰ্ণনা, লুচানৰ বৰ্ণনা সন্নিৱিষ্ট হৈছে। **জিনেভা** শীৰ্ষক প্ৰবন্ধত জিনেভা চহৰৰ ভৌগোলিক বৰ্ণনা, জিনেভা হ্ৰদৰ প্ৰাকৃতিক বৰ্ণনা, চুইজাৰলেণ্ডৰ কাপোৰ শিল্প, চিঙ্কৰ ইতিহাস, তাঁত শিল্প, জিনেভা বিশ্ববিদ্যালয়ৰ বৰ্ণনা, বিশ্ববিদ্যালয়ৰ শিক্ষা ব্যৱস্থা, লীগ অব নেচনেলৰ বৰ্ণনা, চুইচ স্বাধীনতা উৎসৱৰ বৰ্ণনা, জাতিতত্ত্ব সংগ্ৰহশালাৰ বৰ্ণনা, চুইমিং ক্লাৱত সাঁতোৰাৰ অভিজ্ঞতা আদি সন্নিৱিষ্ট হৈছে।

**ৰচনাৰীতি ঃ**

গ্ৰন্থ দুখনিৰ বিষয়সমূহ চায়েই ধাৰণা কৰি ল'ব পাৰি যে সম্পূৰ্ণ বিদ্যায়তনিক দৃষ্টিভংগীৰে ড° বৰুৱাই আমেৰিকা আৰু চুইজাৰলেণ্ডৰ বিভিন্ন তথ্য-পাতিৰে গ্ৰন্থ দুখনি সমৃদ্ধ কৰিছে। যদিও গ্ৰন্থ দুখনি ভ্ৰমণ কাহিনী ৰূপত প্ৰকাশ কৰা হৈছে তথাপি অন্য ভ্ৰমণ কাহিনীতকৈ এই ভ্ৰমণ কাহিনী কিছু ব্যতিক্ৰম। ইয়াত বিষয়সমূহ গোট গোটকৈ শৃংখলাবদ্ধভাৱে সজোৱা হৈছে। ই লেথাৰি নিচিগা দিনৰ পাছত দিন বৰ্ণনা কৰা ভ্ৰমণ কাহিনী নহয়। প্ৰত্যেকটো দিশকেই



বৰুৱাদেৱে বিভিন্ন তথ্য-পাতিৰে সমৃদ্ধ কৰি পাঠক সমাজলৈ আগবঢ়াই দিছে।

সেই তেতিয়াই লিখা গ্ৰন্থ দুখনিত থকা বিভিন্ন তথ্য-পাতিৰ পৰা অনুমান কৰিব পাৰি যে আমেৰিকা আৰু চুইজাৰলেণ্ড আমাৰ ভাৰতবৰ্ষতকৈ কেইবাশ বছৰ আগবাঢ়ি যোৱা দুখন উন্নত দেশ। তাত প্ৰচলিত কিছুমান ব্যৱস্থা আমাৰ ইয়াত প্ৰচলন হ'বলৈ আৰু বহু হাজাৰ বছৰ লাগিব। হয়তো নহ'বগৈও পাৰে।

দুয়োখন ভ্ৰমণ সাহিত্য অধ্যয়ন কৰি এটা কথা ক'ব পাৰি যে, দুয়োখনে একাধিক চিঠিৰ আকাৰে লিখা একাধিক ভ্ৰমণৰ অভিজ্ঞতাসমৃদ্ধ বৃত্তান্ত। পাছত মৰণোত্তৰভাৱে চিঠিসমূহ সম্পাদনা কৰিহে দুয়োখন গ্ৰন্থ আকাৰে প্ৰকাশ কৰা হৈছে। সম্পাদিত হ'লেও সেয়েহে দুয়োখন গ্ৰন্থৰ প্ৰবন্ধসমূহত চিঠি লিখাৰ ভংগী পৰিলক্ষিত হয়। উদাহৰণস্বৰূপে—

আৰম্ভণিত ঃ

"প্ৰিয় শ্ৰীমান জ্যোতিপ্ৰসাদ শইকীয়া,

তুমিও ভাল ল'ৰা দেও! 'গুৱাহাটী পাহৰিবলৈ ধৰিছে' বুলি লিখিব পোৱানে? খদ্দৰৰ হলৌ পাঞ্জাবী আৰু জাৰকালি এড়িয়া চাদৰ লৈয়ে আঢ়েকুৰিৰ দেওনা পাৰ হ'লো— এতিয়া তুমি মোক 'মলক গুইন চাহাব' পাতিব খুজিছানে?— গুৱাহাটীখন যে পাহৰিম— ছমাহ নৌহওঁতেই এৰিবৰ।"[৪]

সামৰণিত ঃ

"পিছলৈ থ'লে কাম পিছ পৰি যায়'— সৰুতে পঢ়াশালিত পঢ়া কথাফাঁকিৰ সাৰ্থকতা উপলব্ধি কৰি তপতে তপতে তোমাৰ চিঠিৰ আৰু প্ৰশ্নৰ উত্তৰ দিলো। ব্যস্ততা আৰু সময়ৰ নাটনিত চিঠিখন পুনৰ পঢ়ি চাবৰ অৱসৰ নহ'ল। মনত যি আহিল আৰু কলম যেনেকৈ চলিল সেইদৰেই লিখিলো। উত্তমজনৰ দৰে দোষখিনি এৰি গুণখিনি গ্ৰহণ কৰিবা বুলি আশা কৰিলো।

মোৰ স্নেহ আৰু শুভ ইচ্ছা গ্ৰহণ কৰিবা। ইতি —

তোমাৰ

শ্ৰীবিৰিঞ্চিকুমাৰ বৰুৱা

৮ জুন

ইণ্ডিয়ানা বিশ্ববিদ্যালয়

ব্লুমিংটন"[৫]

ভ্ৰমণ সাহিত্য হ'লেও দুয়োখন গ্ৰন্থৰে বৰ্ণনা ৰীতি অতি সহজ-সৰল আৰু স্পষ্ট। মাজে মাজে উপন্যাসৰ দৰে একোটাহঁত চিত্ৰক সুন্দৰভাৱে তুলি ধৰিবলৈ লেখকে যত্ন কৰিছে। যেনে —

"পাৰ্ক প্ৰায় অন্ধকাৰ। মাত্ৰ জোনৰ ক্ষীণ পোহৰ। দূৰত কোনোবাই একুৰা জুই জ্বলাইছে। মাজে মাজে অন্যান্য যাত্ৰীৰ মটৰৰ লাইটৰ পোহৰ আমাৰ মাজত পৰিছেহি। এই আন্ধাৰৰ মাজত হাঁহি-মাতি, ঠাট্টা-মস্কৰা কৰি, গান গাই খোৱা শেষ হ'ল। আন্ধাৰৰ মাজেদিয়েই জুৰিৰ পানী চাবলৈ সকলো হাবিয়ে হাবিয়ে গ'ল। ৰ'লো মাথোন মই আৰু তৃতীয় বাৰ্ষিকৰ ছাত্ৰজন। এই ছাত্ৰজনেই মোতকৈ কম কথা কৈছিল।

ৰাতি দহ বজাত পাহাৰৰ ওপৰৰ পৰা আকৌ হাঁহিৰ ৰোল। সেই হাঁহিজাক উধাতু খাই আহি তললৈ নামি মোৰ ওচৰ পালেহি।"[৬]

"আজি পুৱাৰে পৰা বতৰটো ওন্দোলাই আছিল — ওফোন্দ পাতি থকা মোৰ অকণমানি ছোৱালীজনীৰ দৰে। দুপৰীয়াৰ পৰা দুগাল তিতি যোৱা চকুপানী। বতৰৰ লগত মোৰ মনটোও গুৱাহাটীৰ পাহাৰী মাটিৰ দৰে কুমলিছে। এইটো আহাৰ মাহ নহয়? আহাৰ মাহত মোৰ মনটো কেনেবা কেনেবা লাগে। মেঘদূত অৱশ্যে কাব্যৰ সোঁৱৰণত নহয় দেই। 'আষাঢ়স্য প্ৰথম দিবসে' মোৰ বিবাহ হৈছিল — আজি প্ৰায় পোন্ধৰ বছৰ— চাওঁতে চাওঁতেই গ'ল। তাতে বিলাতৰ পৰা দিয়া আপোনাৰ চিঠিয়ে মোৰ মনটো একেবাৰে গুৱাহাটীমুখীয়া কৰি পেলাইছে; আপুনি ইউৰোপলৈ আহিলো— ঘূৰিও গ'ল। মোৰ পক্ষে যক্ষৰ নিৰ্বাসন। বতৰে আৰু অন্তৰে মিলি আপোনালোকলৈ মনত পেলাইছে। ৰবীন্দ্ৰনাথৰ গীত এটা আজিহে উপলব্ধি কৰিছো —

এমন দিনে তাৰে বলা যায়,
এমন ঘনঘোৰ বৰষায়।"[৭]

এই সম্পৰ্কে বীৰেন্দ্ৰনাথ দত্তই 'কথা বৰেণ্য ১০০'ত কোৱা এষাৰ কথা প্ৰণিধানযোগ্য। দত্তই লিখিছে —



"...মৰণোত্তৰভাৱে প্ৰকাশিত বৰুৱাৰ প্ৰফেচাৰ বৰুৱাৰ চিঠিখনক এহাতে ভ্ৰমণ কাহিনী আৰু আনহাতে পত্ৰ-সাহিত্যৰ শ্ৰেণীভুক্ত কৰিব পাৰি যদিও সেইখনক মই নিজে উপন্যাসোপম অনুপম সৃষ্টি বুলি মানিবলৈ লৈছোঁ।"[৮]

ভ্ৰমণ কাহিনী হ'লেও বহু কথা তথ্যপাতিৰে তথা যুক্তিৰে চালি-জাৰি পাঠকৰ সুবিধা হোৱাকৈ লেখকে বৰ্ণনা কৰিছে। গৱেষণা সম্পৰ্কে কোৱা যুক্তিনিষ্ঠ কথাৰ উদাহৰণ তলত দাঙি ধৰা হৈছে।

"কিন্তু আমাৰ বহুতে উপলব্ধি কৰিব নোৱাৰে যে সেইটোৰ ওপৰত গৱেষণাৰ বিশেষত্ব নিৰ্ভৰ নকৰে; নিৰ্ভৰ কৰে সেই বিষয়টো যিমানেই সামান্য আৰু নগণ্য নহওক, কিমান মনোযোগেৰে আৰু প্ৰণালীবদ্ধভাৱে বিচাৰ-বিশ্লেষণ কৰিছে; তাৰ ওপৰত স্বকীয় চিন্তা-কল্পনাই কিমান দূৰ ক্ৰিয়া কৰিছে। এখনি ৰচনা এজনৰ ব্যক্তিত্ব আৰু জ্ঞানৰ পৰিচয়পত্ৰ। আজি-কালি জ্ঞানৰ পৰিধি বহল হোৱা হেতু বহল ক্ষেত্ৰত অনুসন্ধান কৰা এজনৰ পক্ষে টান হৈ আহিছে।"[৯]

দুয়োখন গ্ৰন্থতে মাজে মাজে ৰস সৃষ্টি কৰিবৰ বাবে লেখকে কৌশলেৰে পাঠকক হাঁহিৰ খোৰাক যোগাবলৈ সক্ষম হৈছে। এনে ভাষা বিভ্ৰাটৰ উদাহৰণ কেইবা ঠাইতো পৰিলক্ষিত হয়। তাৰে এটা উদাহৰণ তলত দাঙি ধৰা হৈছে —

"সিদিনা ছাত্ৰ-ছাত্ৰীসকলৰ ভোজনশালাত পুৱাৰ ভোজন কৰিবলৈ গ'লো। সাধাৰণতে মই কাফেটেৰিয়াত (ইয়াত অধ্যাপক, ছাত্ৰ সকলোৱে ভোজন কৰে) খাও; কিন্তু কাফেটেৰিয়াত পুৱা ৯-৩০ বজাত 'ব্ৰেকফাষ্ট' বন্ধ; গতিকে কমন্সলৈ (ছাত্ৰৰ ভোজনশালা ঘাইকৈ) গ'লো। আহাৰ বিলনীয়াগৰাকীয়ে সুধিলে— 'কি খায়?'

"কণী আৰু.....।" ক'লো।

"Eggs : sunny side up or sunny side down?"

"বিবুধি হ'লো; এইটো আকৌ কি বস্তু? উপায় নেপাই আন এটা সহজ বস্তু বিচাৰিলো। ওচৰতে ছোৱালী এজনীয়ে তেওঁৰ ভোজনৰ বস্তুৰ কাৰণে ৰৈ আছিল। বেচেৰীয়ে মোৰ লাজ মুখলৈ মন কৰি

হাঁহি মাৰি উত্তৰ দিলে, "আপুনি কথাটো বুজিব নোৱাৰি নিশ্চয় অস্বস্তি বোধ কৰিছে, নহয়নে? এওঁলোকৰ ভাষা আমিও কেতিয়াবা ভালকৈ ধৰিব নোৱাৰো। এওঁলোকে গ্ৰাম্যভাষা কয়। মোক এতিয়া যি কণী দিব সেয়ে হৈছে egg sunny side up। আপোনাৰ দৰ্কাৰ যদি সেইবুলি কওঁক।" কণীৰ কুহুমটো ওপৰলৈ কৰি ভজাই sunny side up। এই দেশত 'আপ-ডাউন' বহুত শিক্ষা ইতিমধ্যে পাইছো; বিৰাট অভিজ্ঞতা।"[১০]

দুয়োখন গ্ৰন্থৰে বৰ্ণনাসমূহ এনে ৰসাল হৈ পৰিছে যে পঢ়ি থাকোঁতে উপন্যাসৰ দৰে ইয়াৰ পাছত কি হ'ব, ইয়াৰ পাছত কি হ'ব— এনে উৎসুক্য মন লৈ আগবাঢ়িব লাগে। মাজে মাজে লেখাৰি নিছিগাকৈ দিনৰ পিছত দিনৰ, ঘটনাৰ পিছত ঘটনাৰ, অভিজ্ঞতাৰ পিছত অভিজ্ঞতা লানি নিচিগাকৈ মণি গাঁথি থোৱাৰ দৰে গাঁথি থৈছে। এইখিনিতে লেখকৰ বৰ্ণনা ৰীতিৰ পাৰদৰ্শিতা পৰিলক্ষিত হয়। মাজে মাজে বিষয়সমূহ পোনপটীয়াকৈ আৰম্ভ নকৰি বিভিন্ন ৰস লগা কথাৰে অকোৰা-পকোৰাকৈ এটি পাতনি তৰিহে মূল বিষয়লৈ অহা পৰিলক্ষিত হয়। দুয়োখন গ্ৰন্থতে স্থানসমূহৰ যথাযথ বৰ্ণনা, অভিজ্ঞতাসমূহক কাহিনীৰ দৰে আগবঢ়াই নিয়া এই দুয়োটি লক্ষণ বিদ্যমান। দুয়োখন গ্ৰন্থতে লেখকৰ পাণ্ডিত্য, বিশাল ব্যক্তিত্ব সুন্দৰভাৱে প্ৰকাশ পাইছে।

**সামৰণি ঃ**

এনেদৰে দেখা যায় যে, ভ্ৰমণ সাহিত্যৰ ইতিহাসত বিৰিঞ্চিকুমাৰ বৰুৱাৰ দুয়োখন গ্ৰন্থই এক সুকীয়া স্থান দখল কৰিবলৈ সক্ষম হৈছে। দুয়োখন গ্ৰন্থই চিঠিৰ আকাৰত লিখাৰ বাবে সকলো ভ্ৰমণ সাহিত্যৰ ভিতৰত এক সুকীয়া বিশেষত্ব দাবী কৰিব পাৰে। উপন্যাসোপম বৰ্ণনা, স্থানৰ যথাযথ বৰ্ণনা, চিঠি লিখাৰ ৰীতি, হাঁহিৰ খোৰাক, তথ্য-পাতিৰ দলিল, যুক্তিযুক্ততা, উৎকণ্ঠা, পাতনি মেলা আদি বিভিন্ন বৈশিষ্ট্যৰে গ্ৰন্থ দুখন সমৃদ্ধিশালী হৈ পৰিছে। মুঠ'ত বিষয়বস্তুৰ উপস্থাপন তথা বৰ্ণনা ৰীতিত বিৰিঞ্চিকুমাৰ বৰুৱাদেৱৰ বিশাল পাণ্ডিত্য আৰু বিশাল ব্যক্তিত্বৰ পৰিচয় ইয়াৰ প্ৰতিটো পাততেই অনুভূত হয়। শেহত নগেন শইকীয়াদেৱৰ ভাষাৰে ক'ব পাৰি যে— বিষয়সমূহ আৰু তেওঁৰ বিচাৰ আৰু দৃষ্টিভংগী বৰ্তমানেও প্ৰাসংগিক হৈয়ে আছে।[১১] ▸▸



**প্ৰসংগ-সূত্ৰ ঃ**

১. বীৰেন্দ্ৰনাথ দত্ত, কথা বৰেণ্য ১০০, পৃ. ১১৪
২. উল্লিখিত, পৃ. ১১৪
৩. সতীশচন্দ্ৰ কাকতি, আগ কথা, প্ৰফেচাৰ বৰুৱাৰ চিঠি, বিৰিঞ্চিকুমাৰ বৰুৱা ৰচনাৱলী, দ্বিতীয় খণ্ড, নগেন শইকীয়া (সম্পা.)
৪. বিৰিঞ্চিকুমাৰ বৰুৱা, বিৰিঞ্চিকুমাৰ বৰুৱা ৰচনাৱলী, দ্বিতীয় খণ্ড, নগেন শইকীয়া (সম্পা.), পৃ. ১৬৮১
৫. উল্লিখিত, পৃ. ১৬৮৭
৬. উল্লিখিত, পৃ. ১৬৪০
৭. উল্লিখিত, পৃ. ১৬৪৮
৮. বীৰেন্দ্ৰনাথ দত্ত, পূৰ্বোল্লিখিত গ্ৰন্থ, পৃ. ১১৪
৯. বিৰিঞ্চিকুমাৰ বৰুৱা, পূৰ্বোল্লিখিত গ্ৰন্থ, পৃ. ১৬৪৩
১০. উল্লিখিত, পৃ. ১৬৩৯
১১. নগেন শইকীয়া, ভূমিকা, বিৰিঞ্চিকুমাৰ বৰুৱা ৰচনাৱলী, দ্বিতীয় খণ্ড, পৃ. ১০৪০

# চন্দ্ৰপ্ৰসাদ শইকীয়াৰ ভ্ৰমণ সাহিত্য

গৌতমপ্ৰসাদ বৰুৱা

দেশ ভ্ৰমণ মানুহৰ এটা সহজাত অভ্যাস। পৃথিৱীত মানুহৰ জন্ম হোৱাৰ পিছৰে পৰা মানুহৰ গোটসমূহ একে ঠাইতে থাকিব খোজা নাছিল। থকা ঠাইখিনিত কিছুদিন কটোৱাৰ পিছত আহাৰৰ সন্ধানত, সমাজৰ সন্ধানত নাইবা শান্তিপূৰ্ণ জীৱনৰ সন্ধানত এখন ঠাইৰ পৰা আন এখন ঠাইলৈ যাত্ৰা কৰিছিল। মানুহৰ এই পুৰাতন সহজাত প্ৰবৃত্তিয়ে পিছত সম্প্ৰসাৰিত ৰূপত দেশ ভ্ৰমণৰ নাইবা বিদেশ ভ্ৰমণৰ প্ৰেৰণা হিচাপে কাম কৰিলে। এতিয়াও মানুহে দেশ-বিদেশলৈ ফুৰিবলৈ যায় — আনন্দপূৰ্ণ জিৰণি ল্যভৰ বাবে, নতুন জগতৰ লগত পৰিচয় হ'বৰ বাবে, শিক্ষা লাভৰ বাবে, চাকৰি কৰিবৰ বাবে আৰু নজনা কথা জানিবৰ বাবে।

এইবোৰ মোৰ কথা নহয়। এইবোৰ সাহিত্যিক চন্দ্ৰপ্ৰসাদ শইকীয়াৰ কথা। এবাৰ একান্ত আলোচনাত ভ্ৰমণ সাহিত্যৰ সৃষ্টিৰ প্ৰয়োজনীয়তাৰ কথা উনুকিয়াই তেখেতে এনেবোৰ কথাই কৈছিল। তেখেতৰ মতে অসমীয়া সাহিত্যত ভ্ৰমণকাহিনীৰ প্ৰয়োজন অসীম। অসমৰ মানুহে কবিতা লিখিবলৈ বৰ ভাল পায়। আবৃত্তি কৰিও বৰ ভাল পায়; কিন্তু পঢ়ি ভাল পায় ভ্ৰমণ কাহিনী। সাৰ্থক ভ্ৰমণ কাহিনী। অসমত গল্পৰ কিতাপতকৈও ভ্ৰমণ কাহিনীৰ চাহিদা বেছি। সেয়েহে চন্দ্ৰপ্ৰসাদ শইকীয়াই লোকক ভ্ৰমণ কাহিনী লিখিবলৈ উপদেশ দিয়াৰ লগতে নিজেও সেই কাম কৰি দেখুৱাইছিল - তেখেতৰ ভ্ৰমণ কাহিনীৰ যোগেদি।

১৯৬৫ চন। আমি তেতিয়া সদ্য চাকৰিত যোগ দিয়া শিক্ষানবীচ। এখন ভ্ৰমণ কাহিনীয়ে অসমত তেতিয়া তোলপাৰ লগাইছে। অসম বাতৰিৰ পাতত নিয়মতিভাৱে প্ৰকাশিত সেই ভ্ৰমণ কাহিনী। আমি ডেকা ল'ৰাখিনিয়ে সেই ভ্ৰমণ কাহিনী পঢ়িছো আৰু সপোন দেখিছো বিদেশ ভ্ৰমণৰ। এই ভ্ৰমণ সাহিত্যৰ



নাম হৈছে — আমেৰিকাৰ চিঠি। চন্দ্ৰদাই আমেৰিকা ভ্ৰমণ কৰি লিখা আপুৰুগীয়া প্ৰবন্ধৰ সমষ্টি। এই প্ৰবন্ধখিনি লিখিছিল চিঠিৰ আকাৰত। অপূৰ্ব সেই চিঠিৰ ৰূপত লিখা ভ্ৰমণ কাহিনী।

তেখেতৰ লিখাৰ ধৰণটোৱেই আমাক আকৃষ্ট কৰিছিল বেছি। চন্দ্ৰদা (মই তেখেতক শৈশৱৰে পৰা পোৱাৰ বাবে তেনেকৈ সম্বোধন কৰো) আমেৰিকাত আছিল ছ'মাহ সময়। এই ছ'মাহ সময়ৰ দিনলিপি পোৱা যায় এই ভ্ৰমণ সাহিত্যৰ যোগেদি। আমেৰিকাত নিউয়ৰ্কৰ পৰা চানফ্ৰান্সিচকোলৈকে ভ্ৰমণ কৰি যি অভিজ্ঞতা তেওঁ লাভ কৰিলে ই কেৱল তাৰেই বৰ্ণনা নহয়। ইয়াৰ উপৰিও সেই দিশত মানুহে কামৰ সময়ত কেনেকৈ কামত একান্ত চিত্তে লাগি থাকে তাৰো অভিজ্ঞতা বৰ্ণনা কৰিছে পিছত গ্ৰন্থাকাৰে প্ৰকাশিত তেখেতৰ এইখন কিতাপত।

ভ্ৰমণ কাহিনী সুপাঠ্য হয় দ্ৰষ্টব্য ঠাইৰ বৰ্ণনাৰ উপৰিও সেই দেশৰ মানুহৰ ভাবনা-চিন্তা, তেখেতসকলৰ সামাজিক অভ্যাস আৰু দেশৰ লগত সেই দেশৰ চিন্তাৰ তুলনামূলক বিচাৰ কৰি দেখুৱাৰ প্ৰচেষ্টাৰ জৰিয়তে। উপন্যাসত যেনেকৈ 'সংঘাত'ৰ প্ৰয়োজন ভ্ৰমণ কাহিনীত তেনেকৈ 'বুৰঞ্জী'ৰ প্ৰয়োজন। প্ৰতিখন ঠাইৰ চকুৰে দেখা বৰ্ণনা কৰাৰ উপৰিও সেই ঠাইৰ 'ইতিহাস' মানুহে জানিব খোজে। বিদেশ ভ্ৰমণ কৰি থাকোতে দেশৰ বহুতো খবৰ পাবৰ ইচ্ছা হয়। কেতিয়াবা ভ্ৰমণৰ সময়ত নিজৰ দেশৰ খবৰে মানুহৰ মন উতলা কৰে। চন্দ্ৰদাই যি সময়ত আমেৰিকা ভ্ৰমণ কৰিবলৈ গৈছিল ঠিক সেই সময়তেই 'চানফ্ৰান্সিচকো'ত খবৰ পাইছিল তাজখণ্ডত বিয়োগ হোৱা বাতৰি — ভাৰতৰ প্ৰধানমন্ত্ৰী লালবাহাদুৰ শাস্ত্ৰীৰ। মন চঞ্চল হৈ পৰিছিল চন্দ্ৰদাহঁতৰ। চন্দ্ৰদাহঁতৰ মানে, ভাৰতীয় বাৰ্তাজীৱী দলটোৰ। এই ভাৰতীয় দলটোৱে আমেৰিকা চৰকাৰৰ নিমন্ত্ৰণ ক্ৰমে আমেৰিকা ভ্ৰমণ কৰিবলৈ গৈছিল। এই সময়তেই লালবাহাদুৰ শাস্ত্ৰীৰ অকাল বিয়োগে তেখেতসকলৰ মনত কেনেকৈ ৰেখাপাত কৰিছিল তাৰো অপূৰ্ব ধৰণে উপস্থাপন কৰা কথাখিনি পঢ়িলে — আজিও মন সেমেকি উঠে।

ভ্ৰমণ কাহিনীক 'ট্ৰেজেদী' বা 'কমেদী' এই দুটা ভাগত ভগাবৰ প্ৰয়োজন নহয়। কাৰণ যাত্ৰাত দুয়োটা অংশ থাকিব পাৰে। কেতিয়াবা যদি পোৱা যায়

শোকৰ ছাঁ কেতিয়াবা আকৌ 'ট্ৰেজেদী' হৈ পৰে গৌণ। 'কমেদি' আৰু 'চেটোয়াৰ' হৈ পৰে মুখ্য। ভ্ৰমণ কাহিনী জীৱন বৃত্তান্তৰ দৰে বহুমুখী। এই সাহিত্যত দুখ-সুখৰ পৰিস্থিতি, উৎকৰ্ষৰ পৰিস্থিতি আদি সকলো মিলি এটা সুষম সাহিত্যৰ পৰিমণ্ডল সৃষ্টি হ'লেই সাৰ্থক সাহিত্য বুলি গণ্য হয়।

চন্দ্ৰদাৰ লেখাৰ গুণত আমেৰিকাৰ চিঠি এখন সু-সাহিত্য কৰ্মলৈ ৰূপান্তৰিত হৈছে। কিতাপখন পঢ়িলে এক নতুন পথৰ সন্ধান পোৱা যায়। নিজকে প্ৰকাশ কৰাত সহায়ক স্বৰূপ হয়। নিউয়ৰ্ক টাইমছত কাম শিকিবৰ বাবে যাওঁতে তেখেতে লগ পোৱা সাংবাদিকসকলৰ কাম কৰাৰ পদ্ধতিৰ বৰ্ণনা অতি ৰসালভাৱে উপস্থাপন কৰিছে চন্দ্ৰপ্ৰসাদ শইকীয়াই। এই কাগজৰ কাম-কাজ কেৱল মাত্ৰ দূৰৰ পৰা তেখেতে নিৰীক্ষণ কৰা নাই। নিউয়ৰ্ক টাইমছত কান্ধত কান্ধ মিলাই তেখেতে 'নিউজএডিট' কৰিছে, 'নিউজ ষ্টোৰি' লিখিছে। নিজেও অনুপ্ৰাণিত হৈছে। তদুপৰি পাঠককো অনুপ্ৰাণিত কৰিছে। ভ্ৰমণ কাহিনীৰ উদ্দেশ্য এটাই নিজে অনুপ্ৰাণিত হোৱা ঘটনাসমূহ এনে ধৰণে লিপিবদ্ধ কৰে যাতে পাঠকে সেই কথাবোৰ পঢ়ি নিজকে 'বলবন্ত' (empowered) হিচাপে গণ্য কৰিব পাৰে। চন্দ্ৰদাৰ সেই আমেৰিকাৰ চিঠিয়েই মোৰ নিচিনা এজন ক্ষুদ্ৰ মানুহক প্ৰেৰণা যোগাইছিল, অনুপ্ৰাণিত কৰিছিল আৰু সপোন দেখাৰ সাহস দিছিল। সেয়েহে দেশে দেশে নানা ৰং ঃ শিল্পীৰ দেশখন লিখাৰ পিছত - মই অকণো চিন্তা নকৰাকৈয়ে 'অৰ্পণ' কৰিছিলো - চন্দ্ৰপ্ৰসাদ শইকীয়াৰ হাতত।

পঞ্চাশৰ দশকত অসমত ভ্ৰমণ কাহিনীৰ প্ৰাচুৰ্য নাছিল। আমি শৈশৱত পঢ়া প্ৰথম ভ্ৰমণ কাহিনীখন আছিল স্বৰ্গীয় জ্ঞানদাভিৰাম বৰুৱা ডাঙৰীয়াৰ বিলাতৰ সাধু (নামটো ভুল হ'ব পাৰে)। সেই ভ্ৰমণ কাহিনীৰ বিষয়ে পঢ়া সকলো কথা মোৰ মনত নাই। কিন্তু বিলাতৰ পুলিচৰ কথা ইমান সুন্দৰকৈ বৰ্ণনা কৰিছিল যে তাৰ কথা এতিয়াও মনত পৰে। কিন্তু তাৰ পিছত আমাৰ যৌৱনত উল্লেখযোগ্য ভ্ৰমণ কাহিনী পঢ়িছিলো কেইবাখনো। সেইবোৰ পঢ়ি বিদেশৰ নয়নাভিৰাম দৃশ্যসমূহৰ বৰ্ণনা অনুভৱ কৰিছিলো; কিন্তু সেই কিতাপখিনিয়ে আমাক তেনেধৰণে আন্দোলিত কৰিব পৰা নাছিল। এনে সময়ত দুখন ভ্ৰমণ কাহিনীয়ে অসমীয়া ভাষা-সাহিত্যত এক নতুন ধৰণৰ জোৱাৰ আনি দিলে। প্ৰথমখন হ'ল - স্বৰ্গীয় হেম বৰুৱা চাবৰ আৰু আনখন হ'ল স্বৰ্গীয় ড° বিৰিঞ্চিকুমাৰ বৰুৱাৰ।



এই দুখন ভ্ৰমণ কাহিনীৰ পিছতেই আধুনিক ভাব আৰু ভাষাৰে লিখি উলিওৱা ভ্ৰমণ কাহিনীখনেই হ'ল চন্দ্ৰপ্ৰসাদ শইকীয়াৰ - আমেৰিকাৰ চিঠি। ইয়াৰ আগতে প্ৰকাশ হোৱা ভ্ৰমণ কাহিনীসমূহৰ লগত এই কিতাপখনৰ মূলগত পাৰ্থক্য হ'ল — এজন কৰ্মৰত সাংবাদিকৰ দৃষ্টিৰে সমাজৰ বিবৰ্তনক লক্ষ্য কৰাৰ প্ৰচেষ্টা। হেম বৰুৱা চাবৰ কিতাপখনত আমেৰিকাৰ সমাজৰ প্ৰতিচ্ছবি (ভাৰতৰ গান্ধীৰ বিষয়ে এজন পিতৃৰ পুত্ৰৰ প্ৰতি দিয়া উপদেশ ইত্যাদি) নিটোলভাৱে পাওঁ; যদিও এজন সাংবাদিকৰ নৈপুণ্যতাৰ চকুৰে চাব খোজা প্ৰয়াস সাগৰ দেখিছাত অনুপস্থিত আছিল। সাগৰ দেখিছা অসমীয়া ভাষাৰ এখন সৰ্বশ্ৰেষ্ঠ গ্ৰন্থ হৈয়ো মাজে মাজে দুই এটা অপ্ৰয়োজনীয় তুলুঙা মন্তব্যৰ পয়োভৰ দেখি সেই সময়ৰ সমালোচকসকলে অন্তৰ খুলি প্ৰশংসা কৰাৰ পৰা বিৰত আছিল। কিন্তু আজিৰ দিনত আমি সেইবোৰক গ্ৰাহ্য নকৰি — সাগৰ দেখিছাক অমূল্য সম্পদ বুলি স্বীকাৰ কৰো।

এনে অমূল্য সম্পদৰ মাজত থাকিও আৰু বিৰিঞ্চিকুমাৰ বৰুৱাৰ দৰে সাহিত্যত থকা বিদ্যায়তনিক গৱেষণা-প্ৰসূত ভ্ৰমণ কাহিনী নহৈয়ো — আমেৰিকাৰ চিঠি সাংবাদিকৰ নিপুণ চকুৰে চাব পৰা ক্ষমতাৰ বাবেই এখন উৎকৃষ্ট ভ্ৰমণ সাহিত্যৰ পৰ্যায়ত পৰিছে বুলি ক'ব পাৰি।

আজিকালি বুলিয়েই নহয় অতীতৰ ভ্ৰমণ কাহিনীবোৰতো বেছিভাগেই নিজস্ব চকুৰে দেখা সম্পদৰ বৰ্ণনাহে মাথোন কৰে। নাইবা ৰেষ্টোৰেন্টত কোনে কি খালে তাৰ বৰ্ণনা দিয়ে। নাইবা আমেৰিকা বা লণ্ডনত থকা তেওঁলোকৰ স্বজন পৰিয়ালৰ কথাহে থাকে। সেয়েহে পাঠক আৰু লিখকৰ মাজৰ যোগসূত্ৰডাল থিতাপি ল'বলৈ প্ৰায়ে নাপায়। বিদেশ বা দেশ ভ্ৰমণৰ পৰা পাঠকে সেই দেশৰ বুৰঞ্জীয়েই নহয়, সেই দেশৰ সাহিত্য, ৰন্ধন প্ৰকৰণ, নিজৰ দেশৰ প্ৰতি তেখেতসকলৰ অনুভৱ আনকি আন দেশৰ প্ৰতি সেই ঠাইৰ মানুহৰ দষ্টিভংগী জানিবলৈ বিচাৰে। পাঠকে জানিবলৈ বিচাৰে সেই দেশত কেনেধৰণৰ মানুহে জীৱন-যাপন কৰে? শৈশৱ কেনেদৰে কটায়? স্কুল-কলেজত আমাৰ ইয়াৰ দৰেই শিক্ষাৰ ব্যৱস্থা নে বেলেগ ধৰণৰ? চাকৰি পোৱাৰ আশা কেনে। কিতাপ মানুহে কিমান পঢ়ে? খেলৰ মান যে ইমান উচ্চ আমাৰ দেশত কি কৰিলে তেনে ধৰণৰ হ'ব। সাংবাদিকসকলৰ দায়িত্ব কেনে?

এইবোৰ প্ৰশ্নৰ উত্তৰ বিচাৰিলে যদি ভ্ৰমণ কাহিনীত পায় তেতিয়া সেইখন কিতাপেই মনোৰঞ্জক হয়। চন্দ্ৰপ্ৰসাদ শইকীয়াই সাংবাদিকসকলৰ দায়িত্ব অতি কাষৰ পৰা নিৰীক্ষণ কৰিছে। নিউয়ৰ্ক আৰু ৱাশ্বিংটন টাইমছ বাতৰি কাকতৰ লগত তেখেতে কিছুদিন কটাইছিল। এদিন তেখেতে মোক কৈছিল -

ঃ সেই যে ৰাতিপুৱাই ওলাল বাতৰিৰ সন্ধানত সাংবাদিক, ৰাতি কেতিয়া সোমাব ঘৰত তাৰ ঠিকনা নাথাকে।

ঃ ভাত পানী ক'ত খায়?

ঃ তাত খোৱা-বোৱাৰ চিন্তা নাই। পালে খালে নাপালে নাই। বাতৰি প্ৰধান চিন্তা, খোৱা গৌণ।

ঃ সাংবাদিকসকলৰ আটাইতকৈ কি গুণ আপোনাৰ চকুত পৰিল?

ঃ প্ৰধান-দায়িত্ববোধ। দ্বিতীয় অধ্যৱসায় অৰ্থাৎ ফল নোপোৱালৈকে বাৰে বাৰে চেষ্টা কৰা। আমেৰিকাৰ চিঠিত সাংবাদিকৰ কৰ্ম পদ্ধতিৰ বিষয়ে বিশদ আৰু পৰিপূৰ্ণভাৱে আলচ কৰিছে। মোৰ মতেৰে এই কিতাপ পঢ়ি আমাৰ উঠি অহা পাঠকসকল উজ্জীৱিত হ'ব পাৰে।

এবাৰ ফিলাডেলফিয়ালৈ এখন সভাত যোগ দিবলৈ যোৱাৰ কথা এই ভ্ৰমণ কাহিনীত আছে। ফিলাডেলফিয়ালৈ যাওঁতে তেখেতৰো হেনো ঘৰলৈ মনত পৰিছিল। ঘৰ মানে অসম। অসম মানে অসমৰ সাহিত্য আৰু ভাষালৈ। সেই মিটিঙত তেখেতক যেতিয়া বক্তৃতা দিবলৈ কোৱা হ'ল তেতিয়া তেখেতে ক'লে যে এই ফিলাডেলফিয়াৰ কেইজনমান ব্যাপ্টিষ্ট মিশ্যনেৰী অসমলৈ গৈছিল - ধৰ্ম প্ৰচাৰ কৰিবলৈ। তাত তেওঁলোকে বৈষ্ণৱ ভূমিৰ পৰশ পাই বুজিলে যে খ্ৰীষ্টীয়ান ধৰ্ম প্ৰচাৰৰ বাবে অনুপযুক্ত ঠাই; কিন্তু তেখেতসকলে ইতিমধ্যে অসমৰ সাহিত্য-সংস্কৃতিৰ পৰশ পাই মজিলে। তেওঁলোকৰ উদ্যোগতে আধুনিক অসমীয়া কিতাপ ছপা হৈ ওলাল। সৃষ্টি হ'ল অৰুণোদয়ৰ যুগ।

বিদেশ বিভূত ভ্ৰমণ কৰিবলৈ গ'লে কেৱল সেই দেশৰ প্ৰাকৃতিক দৃশ্য চাই মুগ্ধ হ'লে আনন্দ লাগিব সঁচা কিন্তু মহৎ সাহিত্যৰ সৃষ্টি নহ'বও পাৰে। গতিকে চন্দ্ৰপ্ৰসাদ শইকীয়াই আমেৰিকা ভ্ৰমণত পাৰ্ল এছ বাক'ক লগ পোৱাৰ কথা সুন্দৰকৈ লিখিছে। বিখ্যাত উপন্যাস — **গুড্ আৰ্থৰ** পটভূমি কিয় চীন দেশত কৰিলে সেই প্ৰশ্নটো কৰিলে তেওঁ।



সাহিত্যৰ নবেল বঁটা বিজয়ী লেখকগৰাকীয়ে উত্তৰ দিলে — মানুহৰ মাজত পানী, মাটি আৰু বায়ুৰ সুস্থ সমন্বয় কেনেকৈ গঢ়ি উঠিছিল চীনত সেইটো তেখেতে অনুভৱ কৰিছিল হেনো হৃদয়ৰ অবিৰত স্পন্দনৰে। সেই মাটিৰ গোন্ধেই এই উপন্যাসৰ চৰিত্ৰ চিত্ৰণত হৈছিল সহায়ক।

চন্দ্ৰপ্ৰসাদে তেওঁৰ ভ্ৰমণ কাহিনীত সুন্দৰভাৱে এই সকলো কথা উপস্থাপন কৰিছে। সেয়েহে তেখেতৰ ভ্ৰমণ কাহিনীয়ে এক নতুন আলোকৰ সন্ধান দিছে। এই আলোকসন্ধানী ভ্ৰমণ কাহিনীখন ষাঠিৰ দশকত হৈ পৰিছিল প্ৰথম আধুনিক প্ৰামাণ্য, সুখপাঠ্য অথচ খবৰৰে পৰিপূৰ্ণ সাহিত্যৰ দস্তাবেজ।

শইকীয়া ডাঙৰীয়াক সৰ্বকালৰ শ্ৰেষ্ঠ ভ্ৰমণ কাহিনীৰ লেখক বুলি আমি ক'ব খোজা নাই। কিন্তু এটা কথা আমি মৰ্মে মৰ্মে অনুভৱ কৰো যে তেখেতে যদি গল্প উপন্যাস কমকৈই লিখি কেৱল ভ্ৰমণ সাহিত্যৰেই সৃষ্টি কৰি গ'লহেঁতেন - তেতিয়া হ'লে অসমীয়া ভ্ৰমণ সাহিত্য আৰু বেছি চহকী হ'লহেঁতেন বহুতদিন আগতেই। ▸▸

# চৈয়দ আব্দুল মালিকৰ ভ্ৰমণকাহিনী 'মাজত মাথোন হিমালয়'

**চৰিফুল ইছলাম**

অসমীয়া ভাষাত ভ্ৰমণ বিষয়ক গ্ৰন্থ যথেষ্ট সংখ্যক প্ৰকাশ নোপোৱাৰ বাবে হয়তো অসমীয়া ভ্ৰমণ সাহিত্যৰ জগতখনে যিমান গুৰুত্ব পাব লাগিছিল, সিমান পোৱা নাই। ইতিমধ্যে যি কেইখন ভ্ৰমণ বিষয়ক গ্ৰন্থ প্ৰকাশ পাইছে, সেইকেইখনৰ সৰহখিনিয়ে যোৱা শতিকাৰ ষাঠি সত্তৰ দশকত প্ৰকাশ পোৱা। অৱশ্যে অসমীয়া ভ্ৰমণ কাহিনীৰ ইতিহাস যথেষ্ট পুৰণি। গুৰু দুজনাৰ চৰিত পুথিৰ লগতে সন্ত মহন্ত বৈষ্ণৱ ভকতসকলৰ জীৱনবৃত্তান্তত তীৰ্থ ভ্ৰমণৰ যি অলপ-অচৰপ সুবাস পোৱা যায়, অসমীয়া ভ্ৰমণ সাহিত্যৰ বাবে সেয়া পৰ্যাপ্ত নহ'লেও এক আশ্যব্যঞ্জক পাতনি নিশ্চয় আছিল। ঊনবিংশ শতিকাৰ শেষৰ দশককেইটাত কেবাগৰাকীও বিদ্বৎ লোকে অসমক ভালদৰে জনোৱাৰ মানসেৰে কলম তুলি লৈছিল। এইসকলৰ ভিতৰত আলোচনীৰ পাতত প্ৰকাশিত ভ্ৰমণসদৃশ লেখাৰ ভিতৰত আঢ্যৱন্ত পৰিয়ালৰ সন্তান গুণাভিৰাম বৰুৱাৰ 'জোনাকী'ত প্ৰকাশিত 'সৌমাৰ ভ্ৰমণ' আৰু 'বিজুলী'ত প্ৰকাশিত 'অসম যাত্ৰা' দুটি উল্লেখযোগ্য লেখা। অৱশ্যে ইবোৰত ভ্ৰমণ বৃত্তান্ততকৈ অসমৰ স্থান পৰিচিতিৰ প্ৰৱণতাহে অধিক দেখা যায়।

বিংশ শতাব্দীৰ আৰম্ভণিতে লণ্ডন ভ্ৰমণৰ অভিজ্ঞতাৰে 'বাঁহী' আলোচনীৰ পাতত গুণাভিৰাম বৰুৱাৰ সুযোগ্য পুত্ৰ জ্ঞানদাভিৰাম বৰুৱাৰ ধাৰাবাহিকভাৱে এলানি ভ্ৰমণ কাহিনী প্ৰকাশ পায়। 'বিলাতৰ চিঠি' (১৯০৯-১৮) নামৰ এই ভ্ৰমণবৃত্তান্তই ১৯৩৯ চনত গ্ৰন্থাকাৰে প্ৰকাশ হৈ ওলায়। দ্বিতীয় মহাযুদ্ধৰ আগতে বিকাশচন্দ্ৰ গোহাঁয়ে লেখা লণ্ডন ভ্ৰমণৰ অইন এটা ভ্ৰমণকাহিনী



'বিলাত-ভ্ৰমণ' ছোৱা-ছোৱাকৈ প্ৰকাশ পায় 'আৱাহন' আলোচনীত। এই আলোচনীতে প্ৰকাশ পাইছিল মাধৱ বেজবৰুৱাৰ ভাৰত ভ্ৰমণৰ কিছু লেখা। দ্বিতীয় মহাযুদ্ধৰ আগৰ দুখনমান ভ্ৰমণ পুথিৰ ভিতৰত কবি আনন্দচন্দ্ৰ আগৰৱালাৰ 'ব্ৰহ্মদেশ যাত্ৰা' আৰু বিশিষ্ট সাংবাদিক লক্ষ্মীনাথ ফুকনৰ 'উত্তৰ-পশ্চিম'ৰ কথা উল্লেখ কৰিব পাৰি। এনেদৰেই অসমীয়া ভ্ৰমণ সাহিত্যৰ আদিকালটো এনেদৰেই অতিবাহিত হৈছিল যদিও অসমীয়া ভ্ৰমণ সাহিত্যক সমৃদ্ধ কৰিব পৰাকৈ যুদ্ধোত্তৰ কালতহে ভ্ৰমণ কাহিনীৰ এক সন্মানজনক যাত্ৰা আৰম্ভ হয়। এই সময়ছোৱাত ভ্ৰমণ কাহিনীয়ে দেশ-বিদেশৰ ধৰ্মীয়, সামাজিক, সাংস্কৃতিক জীৱনক প্ৰতিভাত কৰাৰ লগতে ৰাজনৈতিক অৱস্থাৰ পৰিচয়ো দাঙি ধৰিছিল। ১৯৫৮ চনত ড° প্ৰফুল্লদত্ত গোস্বামীৰ বিলাতত সাতমাহ থকাৰ অভিজ্ঞতাৰে লিখি উলিওৱা 'সোণ-ৰূপ নহয় সি দেশ' নামৰ গ্ৰন্থখন প্ৰকাশ পায়। আৰম্ভ হয় অসমীয়া ভ্ৰমণ যুক্তিনিষ্ঠ বিশ্লেষণাত্মক গ্ৰন্থৰ বৌদ্ধিক যাত্ৰা।

স্বাধীন ভাৰতৰ ৰাজনৈতিক প্ৰেক্ষাপটত চুবুৰীয়া ৰুছ দেশৰে বন্ধুত্বপূৰ্ণ সহাৱস্থান আৰু আদান-প্ৰদানৰ সংস্কৃতিয়ে এক সুকীয়া মাত্ৰা বহন কৰে। সেই সময়ছোৱাত এচিয়া মহাদেশৰ এই সংযুক্ত সুবৃহৎ খণ্ডটো বিশ্বৰ বৃহৎ শক্তিসমূহৰ অন্যতম শক্তি ৰূপে পৰিগণিত হৈছিল। কোৱা বাহুল্য যে ঐতিহাসিক ৰুচ বিপ্লৱৰ জৰিয়তে ১৯২২ চনৰ ৩০ ডিচেম্বৰত সংযুক্ত ছোভিয়েট ৰাছিয়া জন্ম হয় আৰু কঠোৰ শ্ৰম তথা লক্ষ্য সাধনৰ একনিষ্ঠ প্ৰচেষ্টাৰ বলত দোপত দোপে উন্নতিৰ উচ্চ শিখৰলৈ যায়। এসময়ত অত্যাচাৰ, অনাচাৰ, নিপীড়নত জৰ্জৰিত দেশখন পিছৰ কালত বিশ্বৰ অগণন মুক্তিকামী নিপীড়িত জনগণৰ বাবে সফল বিপ্লৱৰ আদৰ্শ হিচাপে বিবেচিত হৈছিল। বিশ্বৰ শান্তি, প্ৰগতিকামী দেশৰ ঘৰে ঘৰে অসংখ্য ৰাছিয়ান কমৰেডৰ আদৰ্শত চলা লোকৰ সৃষ্টি হৈছিল। সেইসময়ত ভাৰতৰ পণ্ডিত জৱাহৰলাল নেহেৰুৰ নেতৃত্বাধীন প্ৰথমখন মন্ত্ৰীসভাই ছোভিয়েট ৰাছিয়াৰ তদানীন্তন শাসকবৰ্গৰ সৈতে বুদ্ধদেৱৰ পঞ্চশীল নীতিত বিশ্বাস ৰখা শান্তিকামী দেশ হিচাপে মিত্ৰতা গঢ়ি তুলিছিল। বিশেষকৈ যুদ্ধৰ পাছত শান্তিৰ বাণী লৈ অহাৰ বাবে এনে সাম্য মৈত্ৰীয়ে সমগ্ৰ বিশ্ববাসীৰে আস্থা লাভ কৰিবলৈ সক্ষম হৈছিল। সেই সময়ছোৱাত ভাৰতৰ ভিন্ন অঞ্চলত ভাৰত আৰু ছোভিয়েট ৰাছিয়াৰ যৌথ সহযোগত সামাজিক, সাংস্কৃতিক,

সাহিত্যিক, অৰ্থনৈতিক, ৰাজনৈতিকৰ বহু অনুষ্ঠান গঢ় লৈ উঠিছিল। শৈশৱত পঢ়া 'ছোভিয়েট দেশ' নামৰ ৰঙ-বিৰঙৰ ছবিৰে সমৃদ্ধ এক বিশেষ আকাৰৰ আলোচনীখনৰ পৰা এইবোৰ কথা পাছত আমি বিতংভাৱে জানিছিলো। এই আলোচনীৰ জৰিয়তে আনা গৰ্ভাশ্বেভ নামৰ এগৰাকী স্কুলীয়া বান্ধৱী আমাৰে সৈতে চিনাকিও হৈছিল। 'ছোভিয়েট দেশ' আলোচনীখন ভাৰতৰ প্ৰায়বোৰৰ স্বীকৃত ভাষাতে প্ৰকাশ পোৱাৰ লগতে ৰুছিয়াৰ মহান নায়ক লেনিনৰ কিতাপো অসমীয়াত পঢ়িবলৈ পাইছিলো। আনহাতে ঋষি টলষ্টয়কে ধৰি অন্যান্য বহু ৰুছ লিখকৰ গ্ৰন্থৰো স্বাদ লৈছিলো। পঞ্চমমান শ্ৰেণীত আমি ঐশ্বৰিক পাঠ্যপুথি হিচাপে টলষ্টয়ৰ সাধু পঢ়িছিলো। ৰাছিয়ান নৃত্যদলৰ নৃত্য প্ৰদৰ্শন, চাৰ্কাছ আদিৰো সেই সময়ত ভাৰত উপমহাদেশত সুলভ আছিল। কথাখিনিৰ অৱতাৰণা কৰাৰ কাৰণ এয়ে যে যোৱা শতিকাৰ ষাঠি-সত্তৰ আশী দশকত এনে বন্ধুত্বপূৰ্ণ সহাৱস্থান কেনে পৰ্যায়লৈ উন্নীত হৈছিল তাৰ কিছু আভাস দিয়াটো। এই মধুৰ সম্পৰ্কৰ বাবে বিভিন্ন সৌৰ্হাদ্যমূলক ভ্ৰমণৰ জৰিয়তে ছোভিয়েট ৰাছিয়া (নে ৰুচিয়া)ক জনাৰ বহু ভাৰতীয়ৰ সুযোগ মিলিছিল। অসমৰ সৌভাগ্য, ভাৰতৰ প্ৰথমখন কেন্দ্ৰীয় চৰকাৰে ছোভিয়েট ৰাইটাৰ্চ ইউনিয়নৰ নিমন্ত্ৰণমৰ্মে ভিন্নসময়ত দুগৰাকীকৈ বিশিষ্ট অসমীয়া সাহিত্যিকক সেই দেশলৈ পঠাইছিল। যাৰ বাবে আমি দুখন সুন্দৰ ভ্ৰমণ-কাহিনী লাভ কৰিলো। যি দুখনক আধুনিক অসমীয়া ভ্ৰমণ সাহিত্যৰ মাইলৰ খুঁটি হিচাপে চিহ্নিত কৰিব পাৰি। প্ৰথমখন আধুনিক অসমীয়া কবিতাৰ জনক হেম বৰুৱাৰ ১৯৫৯ চনৰ ভ্ৰমণ বৃতান্ত 'ৰঙা কৰবীৰ ফুল' আৰু দ্বিতীয়খন আধুনিক অসমীয়া উপন্যাসৰ জনক চৈয়দ আব্দুল মালিকৰ ১৯৬৩ চনৰ ভ্ৰমণ কথা 'মাজত মাথোন হিমালয়'। তুলনা নহয়, দুয়োখন ভ্ৰমণ কাহিনীৰে দুটা সুকীয়া সত্তা আছে; এখনৰ যদি কাব্যিক অনুভূতি (কবিতাৰ দৰে 'ৰঙা কৰবীৰ ফুল' - নাজানিলে, নামটো মাত্ৰ শুনিয়ে ভ্ৰমণ বুলি কৈ দিব নোৱাৰি) আছে, অন্যখনক আকৌ গল্পধৰ্মী কথকতাই (সকলো যেন আমাৰ সহজ-সৰল অসমীয়া গাঁও নগৰৰ পৰিৱেশৰ দৰে একে 'মাজত মাথোঁ হিমালয়'খনহে) সোণত-সুৱগা চৰাইছে। অৱশ্যে সংযুক্ত ছোভিয়েট ভ্ৰমণৰ ওপৰত আন ভালেকেইজন লিখকৰ কেবাখনো ভ্ৰমণ কাহিনীয়ে অসমীয়া ভ্ৰমণ সাহিত্যক চহকী কৰি থৈছে। এইসকলৰ ভিতৰত ১৯৫৮ চনত



প্ৰকাশিত ড° অমলেন্দু গুহৰ 'ছোভিয়েট দেশত এভুমুকি', ১৯৬২ চনত প্ৰকাশিত ড° কনক মহন্তৰ 'বগা তৰা ৰঙা আকাশ' আৰু ১৯৬৯ চনত প্ৰকাশিত সুৰেন্দ্ৰ মোহন দাসৰ 'টলষ্টয়ৰ দেশত' প্ৰণিধানযোগ্য গ্ৰন্থ।

কথাশিল্পী চৈয়দ মালিকদেৱে তিনিখন ভ্ৰমণ-কাহিনী লিখিছে - 'মাজত মাথোন হিমালয়, 'এটা চিনাকি দ্বীপৰ তটৰেখা' 'বালি, বেলি আৰু জমজম'। তেখেতৰ দুই শতাধিক গল্প, উপন্যাস, কবিতা, প্ৰৱন্ধাদি গ্ৰন্থৰ ভিতৰত ভ্ৰমণ কাহিনীকেইখনৰ সৃষ্টিনিপুণতা আৰু বিষয়বৈচিত্ৰ্যও বাস্তৱধৰ্মী হোৱাৰ বাবে সহজে পাঠকৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছে। আজি আমি মালিকৰ 'মাজত মাথোন হিমালয়'ৰ ভ্ৰমণ বৃত্তান্তলৈ পাঠকবৰ্গৰ লগতে সকলো সাহিত্যসেৱীকে লৈ যাব খুজিছো। অনুসন্ধিৎসা, অভিজ্ঞতাৰ স'তে এটা সাহিত্যনিষ্ঠ মনৰ মিলন ঘটাৰ বাবে 'মাজত মাথোন হিমালয়' এখন জনপ্ৰিয় ভ্ৰমণ বিষয়ক গ্ৰন্থ হৈ থাকিল। গ্ৰন্থখনত কথা কোৱা আৰু বৰ্ণনাক্ৰমৰ উপস্থাপন আকৰ্ষণীয় তথা স্বকীয় বৈশিষ্ট্যসম্পন্ন হোৱাত সোণত সুৱগা চৰিছে। অথচ, মালিক চাহাবে তেখেতৰ স্বভাৱসুলভ সাধাৰণ সৃষ্টিক্ষমতাৰেই গ্ৰন্থখন ৰচনা কৰিছে সাৱলীল ভাষাৰ গদ্যশৈলীৰে।

আমাৰ হাতত থকা ১৯৮২ চনৰ এপ্ৰিল মাহত প্ৰকাশিত 'মাজত মাথোন হিমালয়'ৰ তৃতীয় তাঙৰণটি তন্ন তন্নকৈ পঢ়িও আমি ভ্ৰমণকাৰী মালিকক কিন্তু সম্পূৰ্ণকৈ ৰুছদেশত বিচাৰি নেপালো। ভ্ৰমণ ক্ষণ আৰম্ভ হোৱাৰে পৰা ভ্ৰমণৰ অন্তিম ক্ষণলৈকে ৰুছী জন-জীৱনৰ বিভিন্ন পৰিৱেশৰ মাজত থকাৰ পাছতো আমি তেখেতক মাজে মাজে অসম মুলুকৰ গাঁও-ভূঁইতো লগ পালো। কথাটো হ'ল আমাৰ দেশ জাতি-মাটি-ভেটিৰ লগতে সামগ্ৰিক জীৱনধাৰাৰ হুবহু প্ৰতিচ্ছবি এখন ৰুছী জনজীৱনত দেখা পাই মালিক আশ্চাৰ্যান্বিতই নহয়, পুলকিতও হৈছিল। তেখেতে সেয়েহে বোধহয় এই ভ্ৰমণ তৎ ৰেখাৰ মাজত হিমালয় পৰ্বতখন বহুৱাই ইয়াক দুভাগ কৰি এভাগত ৰুছ আনভাগত ভাৰতভূমিক ৰাখি ভ্ৰমণসুখ লভিলে। কি অনন্য ভ্ৰমণ, কি অনন্য অৱলোকন। মালিকে লিখিছে, "আমি চোভিয়েৎ ভূমিত প্ৰবেশ কৰিলোঁ। কিন্তু মানুহে নিৰ্ণয় কৰি লোৱা কৃত্ৰিম বিভাজনৰ ধাৰণাৰ বাহিৰে পাৰ্থক্যৰ কোনো বেলেগ ধাৰণা মনলৈ নাহিল। একেই নীল পৰ্বত, ধূসৰ আৰু নীলাভ শ্যামল মালভূমি। প্ৰকৃতিৰ

বুকুত কোনো আফগানিস্তান তাজিকিস্তান নাই। সেয়া মানুহৰ সৃষ্ট। সেই সৃষ্টি মাটিতেই আছে, আকাশলৈ উঠা নাই। নুঠক যেন"। মালিকৰ দৃষ্টিত দুটা ফালত থকা দুখন দেশৰ হিমালয় যেন একেডোখৰ মাটিৰ প্ৰহৰী। হিমালয়ৰ ওপৰেদি বিমানেৰে পাৰ হৈ যাওঁতে মালিকে লিখিলে - "চিৰ-নতুন প্ৰাচীন এই হিমালয়-সৌম্য, মৌন, নিৰ্বিকাৰ মহা তাপসৰ গাম্ভীৰ্য লৈ। প্ৰতি মুহূৰ্তত একোটা ঋতুৰ বৈচিত্ৰ্যৰ বৰ্ণালী লৈ, মহা কালৰ লগত মিতিৰালি পাতি শুই আছে চিৰ-জাগ্ৰত হিমালয়। আৰ্য, শক, হূন, গ্ৰীক, ফাৰ্চী, মোগল, পাঠান, চীনৰ দাম্ভিক ভৰিৰ খোজবোৰ বৰফে সম্পূৰ্ণ ঢাকি দিছে, পৰি আছে অক্ষুণ্ণ হিমাচল"।

মালিকৰ যাদুকৰী গদ্যৰ চমকে এই ভ্ৰমণ কাহিনীখনক লোকপ্ৰিয় উপন্যাস এখনৰ সমানেই আকৰ্ষণীয় কৰি তুলিছে। হাস্যৰস আৰু তাৎক্ষণিক পৰিৱেশ সৃষ্টিৰ ঝিলিকেও পাঠকক বহুবাৰ আমোদ দিছে। যেনে, "তেতিয়া ছফদৰজঙ্গ এৰ'ড্ৰমত আছিল অক্টোবৰৰ কোমল ৰ'দ। কিন্তু প্ৰথমেই মোক হতাশ কৰিলে আমাৰ বাহন ডাকোটাখনৰ বাহিৰৰ চেহেৰা আৰু অৱস্থাৰ দৃশ্যই। আকাশী-যানখন, ইংৰাজীত যাক কয় Rugged and weather beaten পুৰণি, বিবৰ্ণ, ঠেক, জৰাজীৰ্ণ আৰু অপৰিচ্ছন্ন, বহু 'কল্পনা' আৰু আশাৰে ন-ছোৱালীৰ ওৰণিখন, গুচাই, এক অপ্সৰীৰ ঠাইত, ওৰণিয়ে-বাৰণিয়ে দেখিবলৈ ভাল, ওৰণি গুচালে ওফন্দা গাল' - দেখিলে যেনে লাগে"। বা "তাৰ তুলনাত এই ডাকোটাখনৰ শ্ৰীচেহেৰা পৰপালি দিবলগীয়া বিধৰ। তাতোকৈ সৌভাগ্যৰ কথা আমাৰ সহযাত্ৰী সৰহভাগ কাবুলী খান চাহেব আৰু কেইজনমান বয়সস্থ ভাৰতীয় আৰু আমাৰ এয়াৰ হোষ্টেচ গৰাকী এজন হটঙা, ঠৰঙা, কেতক'লা আদবয়সীয়া মতা মানুহ! তেওঁৰ মুখলৈ চাই সেপ ঢুকিলোঁ, এবাৰ মোগল হেৰেমৰ কথা মনত পেলালোঁ, বিদেশ যাত্ৰাৰ আৰম্ভণিতে এনে এণ্টিক্লাইমেক্সৰ লগত ভেটাভেটি হোৱাৰ আশা কাহানিও কৰা নাছিলোঁ, কিন্তু শনিবৰীয়া যাত্ৰা এনেকুৱাই হয় কিজানি!" আকৌ এঠাইত "এজনী এয়াৰ হোষ্টেজ পাইছিলোঁ মস্কোৰ-ছোৱালীজনী ইমান ঠৰঙা আৰু হাত ভৰিবোৰ ইমান মোটোহা-মোটোহা যে ছোৱালীজনীয়ে কেনেকৈ এয়াৰ হোষ্টেছৰ কাম পালে মই বুজিব নোৱাৰিলো। ছোৱালীজনী কোনো জিমনাচিয়ামৰ ব্যায়াম শিক্ষয়িত্ৰীৰ কাৰণেহে লায়ক হ'লহেতেন।"



ভ্ৰমণ কাহিনী গল্পকথা নহয়। কিন্তু মালিকৰ এই কাহিনী গল্পৰ প্লটৰ দৰে হৃদয়জুৰুৱা কথাশিল্পতকৈ কোনো গুণে কম নহয়। মাজে মাজে এনে লাগে যেন লেখকে ভ্ৰমণবৃত্তান্ত এৰি বাস্তৱধৰ্মী কথকতাত জড়িত হৈছে অথবা বুৰঞ্জীৰ চৰিত্ৰৰে খোজ দিছে। "দুৰ্ধৰ্ষ ডেকা আলেকজেণ্ডাৰে এদিন এই পথ বিচাৰি পাইছিল, হয়তো আলেকজেণ্ডাৰৰ ঘোঁৰাটো সেই শিলটোৰ ছাঁতে শুইছিল, হয়তো সেই নিজৰাটোৰ পাৰতে গজনীৰ মামুদে এদিন ভৰি হাত পোনাইছিল। এই বাটেদিয়েই টাইমুৰৰ ঘোঁৰা দৌৰিছিল, নাদিৰ শ্বাহৰ ঘোঁৰাৰ জিনৰ বেকাৰি হয়তো ইয়াৰে ক'ৰবাত এৰাই পৰিছিল। এয়ে সেইবোৰ - জীৱন-সন্ধানী পুস্তনৰ, কাবুলীৰ, অঘৰী ইৰাণীৰ, ভাৰতলৈ অহা-যোৱা কৰা বাট।" মালিকৰ গ্ৰন্থখনত ঠাই নামৰ বুৰঞ্জী, ঠাই বৰ্ণনা অথবা ভ্ৰমণ বিলাসিতা কম, সৰহখিনিয়ে ৰুছী জীৱন কলা-সাহিত্যৰ 'কেটালগ'। সেয়েহে হয়তো তেখেতে বিনয়েৰে স্বীকাৰ কৰিছে, "এই ভ্ৰমণ-কাহিনী যথা দৃষ্টং তথা লিখিতং বুলি ধৰিলেই ভাল পাম। আমাৰ কাষতে সংযুক্ত ছোভিয়েট চোচিয়েলিষ্ট ৰিপাব্লিক নামে এখন ডাঙৰ দেশ আছে আৰু এজন ভাৰতীয় তথা অসমীয়া লিখক তালৈ গৈছিল আৰু ঘূৰি আহি নিজ অভিজ্ঞতাৰ কিছু কথা লিখিছিল - এইভাৱেই এই ভ্ৰমণ কাহিনীক গ্ৰহণ কৰিলে মোৰ ক'বলগীয়া একো নেথাকে। কাৰণ মই থাকোঁ বা নেথাকোঁ মই লিখোঁ বা নিলিখোঁ - ৰুছদেশখন আছে, আৰু থাকিব"।

হয়, মালিকে ক'বৰ দৰে ৰুছদেশখন আজিও আছে, আৰু আগলৈও থাকিব। সময়বোৰহে সলনি হৈছে। সলনি হৈছে পৰিৱেশ, সলনি হৈছে জীৱন-যাত্ৰা, মানুহ। মালিকে ভ্ৰমণ কৰা ৰুছদেশখন কাহানিবাই অতীত হ'ল। ১৯৯১ চনৰ ২৬ ডিচেম্বৰত সমাজবাদী ছোভিয়েট ৰাছিয়াৰ পতন ঘটিল। এতিয়া অচিনাকি ৰুছত, চিনাকি জীৱন ৰেখা। একালত মহান ৰুছবিপ্লৱে টৌৱাই যোৱা উন্নতি, প্ৰগতিৰ বহুমুখী বিকাশসম্পন্ন শক্তিশালী সংযুক্ত ছোভিয়েট চোচিয়েলিষ্ট ৰিপাব্লিকখন আজি ভাঙি টুকুৰা-টুকুৰ হৈ পৰিল। প্ৰচণ্ড দুৰ্যোগ আৰু দুৰ্ভিক্ষৰ কৰাল গ্ৰাসে একালৰ সমৃদ্ধিশালী জীৱনেৰে উজুৱা ৰাষ্ট্ৰখনৰ অৰ্থনৈতিক, সামাজিক, ৰাজনৈতিক ভেটিটোকে থৰক-বৰক কৰি পেলালে। লগে লগে কলা-সংস্কৃতিৰ ক্ষেত্ৰখনতো স্থবিৰতাৰ ডাঙৰ-দীঘল ছাঁ পৰিল। তথাপি থমকি ৰোৱা নাই ৰাছিয়া। ৰুছদেশ। থমকি ৰোৱা নাই টলষ্টয়ী ঘোঁৰাৰ

অবিনাশী খোজ। নিঃসংগতা, বেদনা, ক্ষোভ কিম্বা প্ৰচণ্ড বিছিন্নতাবোধৰ ওখোৰা-মোখোৰা প্ৰতিবন্ধকতাৰ মাজতো ৰুছ সাহিত্যই বাট বুলিছে - আশা আৰু সম্ভাৱনাৰ ধাৰাল গতি লৈ। শান্তিৰ বাসনা আৰু পৰিচ্ছন্ন জীৱন-চেতনা আজিও আছে ৰুছ নাগৰিকৰ ইতিহাসে গৰকা নগৰ মহানগৰৰ প্ৰাচীন কীৰ্তিচিহ্নই আজিও সিঞ্চৰে ৰুছ গৰিমা, অকপটে কৈ যায় অতীত জীৱন কথা। সৌ তাহানিতে ভ্ৰমণকাৰী মালিকে প্ৰত্যক্ষ কৰাৰ দৰে।

১৯৬৩ চনৰ অক্টোবৰৰ একৈশটা দিনত ভাৰত চৰকাৰৰ তৰফৰ পৰা পঠোৱা এটা চাৰিজনীয়া সাহিত্যিক-সাংস্কৃতিক প্ৰতিনিধি দলৰ লগত অসমৰ বিশিষ্ট কথাশিল্পীগৰাকীয়েও ৰুছদেশ ভ্ৰমিছিল। বাকীকেইজন আছিল - দিল্লী বিশ্ববিদ্যালয়ৰ অধ্যাপক ডক্টৰ গোখলে, সাহিত্য একাডেমীৰ চেক্ৰেটাৰী কেৰেলাৰ ডক্টৰ কে. এম. জৰ্জ আৰু প্ৰখ্যাত নৃত্যশিল্পী আৰু মঞ্চ অভিনেত্ৰী দিল্লীৰ শীলা ভাটিয়া । ৰুছ ভ্ৰমণকালত মালিকে সেইসময়ৰ শক্তিশালী ছোভিয়েট ইউনিয়নৰ সাহিত্য-কলা সংস্কৃতিৰ ধ্যান-ধাৰণাৰ আদান-প্ৰদানৰ মাজত সময় সুবিধা সুযোগ বুজি ৰুছসকলৰ জীৱন-যাপন প্ৰণালীৰ বিষয়েও বুজ লৈছিল। বিবাহৰ এটা মাংগলিক অনুষ্ঠান উপভোগ কৰি টিপ্পনী দিলে এনেদৰে - "আমাৰ দেশৰ বিয়াৰ ৰাজসিক আড়ম্বৰৰ একোৱেই তাত নাই, হয়তো সেইটো ভাল কথা। কিন্তু বিয়া অনুষ্ঠানটো ইমান গতানুগতিক আৰু নিৰাম্বৰ দেখি মই অলপ হতাশ হ'লো। জীৱনৰ সকলো উৎসৱ-অনুষ্ঠান এনেদৰে উকা কৰি পেলালে, জীৱনৰনো কিটো বাকী থাকে"।

চৈয়দ আব্দুল মালিকৰ ভ্ৰমণ গ্ৰন্থখন ছোভিয়েট ৰাছিয়াৰ সুখৰ দিনৰ উত্থানৰ দলিল যেন লাগে। বিখ্যাত অক্টোবৰ বিপ্লৱৰ ঠিক পাছত সামাজিক, অৰ্থনৈতিক, ৰাজনৈতিক ক্ষেত্ৰৰ সকলো দিশতে দেশখন আগবাঢ়ি যোৱাৰ লগতে সাহিত্য, কলা, সংস্কৃতিৰো যথেষ্ট বিকাশ ঘটিছিল। সেইসময়ত ৰুছ-ভাৰতীয় ভাষাবিদসকলৰ ভাষাচৰ্চাৰ বৌদ্ধিক কচৰৎ দেখি সাহিত্যৰ প্ৰতিনিধি হিচাপে যোৱা মালিকে তবধ মানিছিল ৰুচ-ভাৰতীয় ভাষাবিদসকলৰ কাৰ্য-কলাপ দেখিলে তবধ মানিব লাগে। ভাৰতীয় ভাষা শিকাই নহয়, এইবোৰ ভাষাৰ ওপৰত বিজ্ঞানসন্মত গৱেষণাও নিয়মিতভাৱে হৈছে। ভাৰতীয় বিভিন্ন ভাষাৰ ব্যাকৰণ সম্পৰ্কে তাত যিদৰে গৱেষণা হৈছে, ভাৰততে তেনে ধৰণৰ



গৱেষণা হৈছে নে নাই সন্দেহ"। ৰুছদেশৰ বিভিন্ন সৰু বৰ অঞ্চল গৰকি বিভিন্ন সাহিত্যিকৰ লগত মালিকে কৰা আলোচনা আৰু কথোপকথন ভ্ৰমণ গ্ৰন্থখনত সন্নিৱিষ্ট হোৱাত আমি ৰুছ সাহিত্যৰ বিভিন্ন দিশৰ ওপৰত কিছু আভাস পাবলৈ সক্ষম হৈছো। এই কথোপকথনৰ সৰহখিনিতে গদ্যসম্ৰাট মালিকৰ বুদ্ধিদীপ্তত জিজ্ঞাসু প্ৰক্ৰিয়াৰ লগতে নিজৰ কৌশল মন্তব্য দিয়া বিষয়টোও চকুত পৰে। ৰুছদেশৰ বিখ্যাত কবি আৰু সাহিত্যিক ৭২ বছৰীয়া এলিয়া এৰেনবুৰ্গৰ লগত তেওঁলোকৰ নিজা বহাঘৰত বহি (অন্য প্ৰতিনিধি কেইগৰাকীসহ) মালিকে আঁত ধৰা কথোপকথনৰ কিয়দংশ আছিল এনেধৰণ ঃ

মই সুধিলো, "মিষ্টাৰ এৰেনবুৰ্গ, আপুনিতো জীৱনৰ আৰু জগতৰ বহু দেখিলে শুনিলে। জীৱনে আপোনাক কি শিকালে"?

হয়তো মোৰ প্ৰশ্নটো দাৰ্শনিক ধৰণৰ হৈছিল। মুখৰ ওচৰৰ চাহৰ পিয়লাটো মেজত থৈ সন্মুখৰ ফালে চাই তেওঁ ক'লে, - "জীৱনে সদায়েই শিকায় (Life is always teaching)। ৬৫ বছৰ বয়সত মই ভাৰতলৈ গৈছিলো। ভাৰতে মোক বৰ ইমপ্ৰেচ কৰিলে। ইয়াৰ প্ৰকৃতি, শিল্পকলা, কবিতা আৰু ইয়াৰ মানুহবোৰে মোক অতি বেছিকৈ ইমপ্ৰেচ কৰিলে"।

"ভাৰতীয় মানুহৰ কোনটো দিশে আপোনাক ইমপ্ৰেচ কৰিলে"?

"হয়তো অতিশোয়ক্তি যেন শুনাব, কিন্তু ভাৰতলৈ গৈ মই যেতিয়া দেখিলোঁ যে একোটা দুখীয়া মানুহেও কিবা এটা চিন্তা কৰি বহি আছে, তেতিয়া মোৰ মনত লাগিছিল যেন কিবা এটা দকৈ ভাবিছে। India is a country of thinking."

হয়তো ৰুছদেশৰ মানুহৰ অশ্ৰান্ত কৰ্মব্যস্ততা দেখি ভাৰতৰ আলস্য নাইবা কৰ্মহীনতাকে এৰেনবুৰ্গৰ চিন্তাশীলতা বুলি ভাব হৈছিল - মই মনতে ভাবিলো। মন্তব্য নকৰিলোঁ।

কোৱা হয়, শুদ্ধভাৱে বৰ্ণিত ভ্ৰমণবৃত্তান্তত ঠাই একোখনহঁতৰ সমসাময়িক সমাজ-ব্যৱস্থাৰ ছাপ থাকি যায়। আনহাতে এইখন আৰু অধিক ৰস-সমৃদ্ধ হৈ পৰে যদিহে কোনো সাহিত্যৰ মূধাফুটা ব্যক্তিয়ে লিখা ভ্ৰমণবৃত্তান্ত হয় আৰু তেখেতে যদি অঞ্চলটোৰ কিছু কাহিনীকো ইয়াৰ ভিতৰুৱা কৰে। মালিকৰ ক্ষেত্ৰতো একেটাই ঘটিছে। 'মাজত মাথোন হিমালয়'ত কেবাটাও ৰুছী কাহিনী

সন্নিৱিষ্ট হৈছে - লাগে সেয়া মঞ্চকাহিনীয়ে হওক বা গল্পকথাৰ সাৰাংশ। তাচকণ্ডৰ মুকিমি থিয়েটাৰত চোৱা "জন কিজলাৰ" বা "মৰমী ছোৱালী" নামৰ এখন কমেডি নাটকৰ তাজিক ভাষাত লিখা এটা তাজিকিস্তানৰ ধেমেলীয়া প্ৰেম-কাহিনী যদি ক'ৰবাত বৰ্ণিত হৈছে, ক'ৰবাত গালৰ এটা সৰু তিলৰ কাৰণে চমৰকণ্ড দিবলৈ ওলোৱা পাৰস্যৰ কবি হাফিজৰ কথাও মালিকে দিছে চমৰকণ্ড ভ্ৰমণৰ বৰ্ণনাত তিলটোৰ কথা লিখাৰ মাজত তেখেতৰ তাৎপৰ্যপূৰ্ণ মন্তব্যই বহুতকে চমৰকণ্ডলৈ আকৰ্ষণ নকৰাকৈ নিশ্চয় নাথাকে। "চমৰকণ্ডৰ বোখাৰাৰ ফালৰ ছোৱালীবোৰ ইমান ধুনীয়া, ইমান তেজাল, ইমান মৰমলগা যে চমৰকণ্ড বোখাৰা নহ'লেও আজিৰ কোনো প্ৰেমিকেও তেওঁলোকৰ কাৰণে গাঁও-চুবুৰী একোখন বিলাই দিওঁ বুলি ওলালে, বেয়া পাবলগীয়া একো নেথাকে"।

ৰুছী মুছলিম নাৰীসকলৰ মুক্ত মন, মুক্ত জীৱনে মালিকক প্ৰভাৱান্বিত নকৰাকৈ থকা নাই। তেখেতে লিখিছে, 'ধৰ্মৰ আনুষঙ্গিকে গোড়ামী, ভণ্ডামি, কুসংস্কাৰ আৰু প্ৰকৃতি নিৰ্ভৰশীলতাৰ ঠাইত মুক্ত চিন্তা আৰু যুক্তিসন্মত আৰু বিজ্ঞানসন্মত বিচাৰধাৰাই ঠাই পাইছে'। তাচকণ্ডৰ মুকিমি থিয়েটাৰত অভিনয় কৰা সৰহখিনি ৰুছী মুছলিম নাৰীৰ বিষয়ে তাচকণ্ডৰ এগৰাকী বন্ধুৱে মালিকক কৈছিল, "আজি যে মুকিমি থিয়েটাৰত মুক্ত অভিনয় কৰিলে এই ফৰহত বহমতভা, গুলছাৰা য়াকুৰাভা বা বইছা মুহিয়ুদ্দিনভা - এওঁলোকৰ বুঢ়ী মাকহঁতৰ এনে সৌভাগ্য কল্পনা কৰাৰো সুযোগ নাছিল। পৰ্দাৰ অন্তৰালত, মোল্লাসকলৰ নিৰ্মম অনুশাসনত তেওঁলোক মুক্ত জলবায়ুৰ পৰা সম্পূৰ্ণ বঞ্চিত আছিল। এইদৰে অভিনয় কৰা দূৰৰে কথা, কোনো অভিনয় সম্পৰ্কে আলোচনা কৰাটোও আছিল অপৰাধৰ কথা। আজি আমাৰ নাৰীসকল সম্পূৰ্ণ মুক্ত"। সুখৰ কথা, মালিকে এৰি অহা তাহানিৰ ৰুছদেশত আজি মুছলিম নাৰীসকলে পুৰুষৰ সমানেই স্বাধীনতা ভোগ কৰাৰ সুযোগ সুবিধা পাইছে।

মালিকে এই ভ্ৰমণত আফগানিস্তানৰ কাবুলতো সম্পূৰ্ণ ২৪ ঘণ্টা অৱশ্যম্ভাৱীভাৱে ৰ'ব লগা হোৱাত তাৰ বিষয়েও কিছু 'মধুৰেণ বৰ্ণনা' গ্ৰন্থখনত সংযোগ কৰিছে। কাবুল হোটেলত এৰাতি থাকি গাড়ীৰে যিমান পাৰি ৰাতি ঘূৰিমেলি কাবুলখনৰ কিয়দংশ চাই নিশা ১২ বজাত তেখেত



বিচনাত উঠিল। মালিকে লিখিছে, "পিছদিনা খোজ কাঢ়ি কাঢ়ি কাবুল বজাৰ আদি চালো। আমাৰ যেই কোনো সৰু-সুৰা নগৰৰ নিচিনা-মাত্ৰ আঙুৰ, বেদনা, খিচমিচ আদি ফলৰ দোকান সৰহ। আমি চায়ে সন্তুষ্ট। বগৰী এটা কিনিবলৈকো আমাৰ হাতত আফগানী পইচা এটা নাই। আমাৰ অৱস্থা হৈছিল - ঠেক মূৰৰ বটলত সুস্বাদু আহাৰ সুমাই খাবলৈ নিমন্ত্ৰণ কৰা শিয়ালটোৰ নিচিনা"। কাবুলৰ পৰা তাচকণ্ড গৈ পোৱাতহে ৰুছদেশ ভ্ৰমণে চেঙালুটি দিলে। গ্ৰন্থখনৰ কাবুলৰ অংশটো বাদ দি ৰুছ ভ্ৰমণ কাহিনীটোক মালিকে একুৰি সাতটা বিভিন্ন অধ্যায়ৰে সজাইছে। সেইকেইটা হ'ল - তিক্ত-মধুৰ, এই হাঁহি যেন ফাগুনৰ হাঁহি, অদেহী সংযোগ, এফালি তৰমুজ, এজন মানুহ আৰু এটা মচজিদ, সহজ উপায়, সেই একে প্ৰেমৰ কাহিনী, বেদনা য'ত ছবি হ'ল, তোমাৰ ঘৰ সিপাৰে মোৰ ঘৰ ইপাৰে ... "মৃত্যু যাৰ জীৱনৰ সীমা", সুবৰ্ণৰ দলিচাই গা জুৰ নহ'লে, আন্তৰ্জাতিক, বাটে বাটে বন্ধুৰ বাহুবন্ধন, সাহিত্য আৰু মানুহ, অম্লান, কবিতা নমৰে, এজন কবিৰ কথা, জ্বৰে এৰিলেও..., তোমাক চিনিছোঁ, এজনী ৰাণী আৰু এজন কবি, তিনিটা বেঙেনা, ফুল আৰু চকুলো, গঙ্গাচিলনী, শ্ৰীশ্ৰী প্ৰজাপতয়ে, ইৰা, মীৰা, এলা, জয়া, তানিয়া ইত্যাদি, টুপী, আঙঠী, কটাৰী আৰু শেষত-তেনেই ব্যক্তিগত কথা।

ছোভিয়েৎ ৰাছিয়াৰ যিসমূহ নগৰ-চহৰলৈ ভাৰতীয় সাহিত্যিকৰ প্ৰতিনিধি দলটো গৈছিল, সেইসমূহৰ ভিতৰত তাচকণ্ড, মস্কো, চমৰকণ্ড আদি অন্যতম। জৰ আফচান নদীৰ পাৰত থকা চমৰকণ্ড চহৰখনৰ প্ৰাচীন-শৈলী কেতিয়াবাই নিঃশ্চিন্ন হৈছে। তাৰ বিভিন্ন ৰজা, মহাৰজা, ৰাজবিষয়াৰ কবৰবোৰে আজিও সোঁৱৰাই থাকে সেই অতীত গৌৰৱ-গাঁথা। "ছোহ এ'লিজা মাজাৰ"ৰ কবৰদ্বাৰত আৰবী ভাষাত খোদিত এটি উক্তি "পৃথিৱীয়ে তোমাক এৰাৰ আগতে যদি তুমি পৃথিৱীক এৰিব পাৰা, তুমি স্থায়ী হ'ব পাৰিবা" মালিকে উদ্ধৃত কৰি টীপ্পনী দিছে এনেদৰে 'পৃথিৱীৰ কামত আঁহোমানে পৃথিৱীয়ে আমাক মনত ৰাখে, যি মুহূৰ্ত্ততে আমাৰ পৰা পৃথিৱীৰ কোনো লাভ নোহোৱা হয় সেই মুহূৰ্ত্তৰ পৰা পৃথিৱীয়েও আমাক পাহৰিবলৈ আৰম্ভ কৰে'। আধুনিক চমৰকণ্ডত থকা প্ৰাচীন কীৰ্তিচিহ্নসমূহ প্ৰত্যক্ষ কৰি লেখকে ক'ৰবাত যদি আচৰিত হৈছে,

ক'ৰবাত অভিভূত হৈ পৰিছে। ইবোৰৰ ভিতৰত আছে বিভিন্ন কাৰুকাৰ্যখচিত সৰু-ডাঙৰ মচজিদ, মকবৰা, মাদ্ৰাচা, ৰাজপ্ৰাসাদ ইত্যাদি। চমৰকণ্ডৰ চুলতান য়ালংতাছে সজোৱা "ছে'ৰ দ্বাৰ" (আমাৰ আহোমৰাজে নিৰ্মাণ কৰিছিল 'সিংহ-দুৱাৰ' শিৱসাগৰত আছে) চাই মালিকে লিখিছে, "ৰাতিৰ নীল-ধূসৰ আকাশ; পূৱত বেলি ওলাইছে, বেলিৰ কিৰণ প্ৰভাতী আকাশৰ বুকুত বিয়পি পৰিছে। এইসূৰ্যৰ মুখ এজন মানুহৰ মুখৰ ৰূপত ৰচা হৈছে। দুটা বাঘ আৰু দুটা সোণবৰণীয়া হৰিণা দৌৰি পলাইছে। বিৰাট পকী বেৰখনক এখন হাতেৰে অঁকা চিত্ৰপট যেন লাগে। বিভিন্ন ৰঙৰ মাৰ্বল খুৱাই খুৱাই সজা হৈছে এই সুউচ্চ ছে'ৰদ্বাৰ। আব্দুল জাব্বাৰ নামৰ এজন প্ৰখ্যাত স্থাপত্য শিল্পীয়ে এই অভূতপূৰ্ব কলা সৃষ্টিৰ দায়িত্ব লৈছিল। অভিভূত হৈ আমি চাই গৈছিলো। শিল্পীৰ প্ৰাণৰ সহযোগ নেথাকিলে এই শিল্পসৃষ্টি সম্ভৱ হ'ব নোৱাৰে"। আনহাতে চমৰকণ্ডৰ ৰেগীস্থানৰ পশ্চিমলৈ থকা 'বিবি খানম মচজিদ'ৰ বেৰত মাৰ্বলত কাটি লিখি থোৱা এষাৰ কথা এনেধৰণৰ — "অসীমত আল্লা নাই বুলি যদি ভাবা, এবাৰ বিবি খানম্ মছজিদৰ আগত বৈ ওপৰলৈ চাই পঠিওৱা"।

মালিকৰ ভ্ৰমণকাহিনীত ভাৰত আক্ৰমণ কৰি ইয়াৰ পৰা ধন-সোণ, ঐশ্বৰ্য-বিভূতি নিজৰ দেশলৈ কঢ়িয়াই নিয়া টাইমূৰৰ 'গোৰ আমীৰ'ত থকা মামীকৃত মকবৰা, টাইমূৰৰ বিদেশজয়ক যুগমীয়া কৰাৰ মানস কৰি সুন্দৰী সম্ৰাজ্ঞী পত্নীয়ে সজোৱা বিবি খানম মছজিদ, চমৰকণ্ডৰ বিখ্যাত উলগবেগ মাদ্ৰাছা, ঐতিহাসিক তাচকণ্ড ষ্টুডিঅ', তাচকণ্ডৰ মুকিমি থিয়েটাৰৰ হ'ল, ক্ৰেমলীন ৰাজপ্ৰাসাদ, ক্ৰেমলীন প্ৰাচীৰ, ক্ৰেমলীনৰ বিখ্যাত ক্লকটাৱাৰ, লেনিনৰ সমাধি-সৌধ, তাচকণ্ডৰ মিউজিয়াম অৱ আৰ্টচ, লেনিনগ্ৰাডৰ 'উইন্টাৰ পেলেচ' (দি লিটল হাৰ্মিটেজ), পুস্কিন টাউনৰ 'ছামাৰ পেলেচ', 'ইনষ্টিটিউট অব এচিয়া', মস্কো এথন'গ্ৰাফিক ইনষ্টিটিউট, বলচ'ই মস্কো আৰ্ট থিয়েটাৰ, য়াচনাৰা পলিয়ানা-ঋষি কাউণ্ট লিও টলষ্টয় ফাৰ্ম, মস্কো ২৩ নম্বৰ বৰ্ডিং স্কুল, পিকিং হোটেল, হোটেল এষ্ট'ৰিয়া, লেনিনগ্ৰাডৰ ঐতিহাসিক সংগ্ৰহালয় ইত্যাদি প্ৰত্যক্ষ কৰাৰ উল্লেখ আছে। পুস্কিন টাউনখন ৰুছদেশ তথা সমগ্ৰ বিশ্বৰ প্ৰিয় কবি পুস্কিনৰ নামেৰে ৰখা হৈছে। ১৯৪১-১৯৪৪ চনলৈকে জাৰ্মানীৰ অত্যাচাৰী সৈনিকৰ অধীনত থকা এই টাউনখনৰ 'ছামাৰ পেলেচ' বা জহকালি



ৰাজপ্ৰাসাদ সম্পৰ্কত মালিকে লিখিছে, "ৰাণী কেথেৰিনৰ জহকালিৰ বিলাসভৱন। ৰুচ স্থাপত্যৰ অপূৰ্ব বৈশিষ্ট্যৰে সমৃদ্ধ বিৰাট ৰাজপ্ৰাসাদো লেনিনগ্ৰাডৰ উইন্টাৰ পেলেচৰ দৰেই বৰ্তমান জনতাৰ যাদুঘৰত পৰিণত কৰা হৈছে"। এই ৰাজপ্ৰাসাদত মূল্যবান কাঠেৰে সমৃদ্ধ ৰুছদেশৰ বনজ সম্পদৰ ব্যৱহাৰ আৰু ইয়াৰ পৈণত কাৰিকৰৰ শিল্প-কিৰ্তীয়ে সমগ্ৰ বিশ্বকে চমকৃত কৰি ৰাখিছে। 'কেইবা একৰো মাটি জুৰি থকা এই বিৰাট দুমহলীয়া প্ৰাসাদটোৰ প্ৰতিটো কোঠা, প্ৰতিখন দুৱাৰ, প্ৰতিখন চিলিং আৰু প্ৰতিখন মজিয়া চকুত চমক লগোৱা। শিল্প-কৃতীৰ একোটা নিদৰ্শন'।

ৰুছদেশৰ নাৰীসকলৰ লাৱনীয়তাক মালিকে প্ৰশংসা কৰাই নহয়, তেওঁলোকৰ জীৱনচৰ্যাকো সুন্দৰভাৱে বখানিছে। এইসকল নাৰীৰ স্বাস্থ্যবান জীৱনৰ কিটিপ আৰু উদ্যমতা সম্পৰ্কত মালিকৰ মন্তব্য এনেধৰণৰ ঃ "ৰুছদেশৰ তিৰোতাবোৰ বৰ কৰ্মঠ আৰু হয়তো সেয়ে তেওঁলোকৰ দেহশ্ৰীত এটা বলিষ্ঠতা দেখা যায়। হয়তো তাৰ জলবায়ুৰ কাৰণে, হয়তো কঠিন পৰিশ্ৰমী হোৱাৰ কাৰণে নাইবা প্ৰায় সকলোৰে বাহিৰ-দুৱৰী ফুৰা-চকা ব্যায়াম আদি কৰা কাৰণে তিৰোতাবোৰ স্বাস্থ্যৱতী। বিশুদ্ধ আৰু পুষ্টিকৰ আহাৰেও ইয়াত বৰঙণি যোগাইছে। বেশভূষাত বৰ বিলাসিতা নাই, সাজপোছাক ৰুছিসন্মত আৰু মাৰ্জিত"। হওঁতে ৰুছ মহিলাসকলৰ বিলাসিতা এটা নথকা নহয়। এইটো প্ৰায় সমগ্ৰ ৰুছদেশতে আছে। 'কেশবিন্যাসৰ বিভিন্ন প্ৰকাৰ পদ্ধতিত তেওঁলোকৰ মনোযোগ অনস্বীকাৰ্য। প্ৰতিজনী ছোৱালীৰ মূৰলৈ চালে বেলেগ বেলেগ ৰকমে চুলি সজোৱা দেখা যায়। প্ৰায় ঘৰে ঘৰে Hair do ৰ (কেশবিন্যাসৰ) ইলেকট্ৰিক মেচিন আছে। আৰু তিৰোতা আৰু ছোৱালীবিলাকে কেশবিন্যাসত যথেষ্ট সময় ব্যয় কৰে।' সি যি কি নহওক কিয়, ৰুছ নাৰী সন্দৰ্ভত মালিকে যথেষ্ট ভাল ধাৰণাই তেখেতৰ গ্ৰন্থখনত দিছে। "ৰুছ নাৰী অৰ্থনৈতিকভাৱে পুৰুষৰ ওপৰত অকণো নিৰ্ভৰশীল নহয়, পুৰুষৰ প্ৰেম নাৰীয়ে সৰ্বান্তঃকৰণে কামনা কৰে। কিন্তু এই প্ৰেম কোনো অৰ্থনৈতিক বিবেচনাৰ ওপৰত নিৰ্ভৰ নকৰে। বেশ্যাবৃত্তি ৰুছ নাৰীৰ জীৱনৰ অভিধানৰ পৰা অন্তৰ্নিহিত হৈছে"।

চৈয়দ আব্দুল মালিকৰ 'মাজত মাথোন হিমালয়' পাঠকৰ বহুলপঠিত এখন ভ্ৰমণকাহিনী। ৰুছ বিপ্লৱৰ পাছত ৰুছসকলৰ জীৱনলৈ বহুত পৰিৱৰ্তন

আহিল। তাৰে সৰহখিনিয়েই ইতিবাচক তথা অন্য দেশ আৰু জনসাধাৰণৰ অনুসৰণযোগ্য পৰিৱৰ্তন। মালিকে তাৰে কিছু কথা এই ভ্ৰমণগ্ৰন্থৰ জৰিয়তে পাঠকক অৱগত কৰাইছে। বৰ্তমান সময়ত ৰুছদেশৰ ৰাজনৈতিক প্ৰেক্ষাপট যিয়েই নহওক, বিপ্লৱৰ উত্তৰকালৰ ঠিক পাছতে এসময়ত ৰুছসকলৰ জীৱন-ধাৰণৰ মানদণ্ড অন্যদেশৰ বহুততকৈ যে আগবঢ়া আছিল তাক এই গ্ৰন্থ পঢ়িলে বুজিব পাৰি। সাধাৰণতে ভ্ৰমণ বোলোতে ঠাইখনৰ স্বাক্ষুস বৰ্ণনা আৰু ভ্ৰমণ যাত্ৰাত মুখামুখি হোৱা ঘটনাক্ৰমক লেখকসকলে অগ্ৰাধিকাৰ দিয়ে; কিন্তু মালিকে এই গ্ৰন্থত সেই অগ্ৰাধিকাৰ অনুসৰণ নকৰি ৰুছদেশৰ সাহিত্য-কলা-সংস্কৃতি, ধৰ্ম-সমাজ ব্যৱস্থা, ইতিহাস তথা জনজীৱনক অকণো বাহুল্য নকৰাকৈ প্ৰকাশ কৰাতহে বেছি জোৰ দিছে। সেইকাৰণে এই ভ্ৰমণকাহিনী 'যথা দৃষ্টং তথা লিখিতং' হ'লেও ভ্ৰমণকেন্দ্ৰিক ধাৰাবাহিকতা ইয়াত সম্পূৰ্ণ সুৰক্ষিত হোৱা নাই। আনহাতে এই ভ্ৰমণ কাহিনী লিখাৰ অন্তৰালত মালিকৰ যুক্তিসংগত কাৰণো ইয়াত সন্নিৱিষ্ট হৈছে। "আজিকালি দেশ-বিদেশ ভ্ৰমণ কৰাটো তেনেই সূচল আৰু সহজ হোৱাৰ দিনত ভ্ৰমণকাহিনী লিখাৰ সাৰ্থকতা আছে যেন নেলাগে। আৰু কোনোবা এখন দেশত ফুৰিবলৈ গ'লেই তাৰ বিষয়ে লিখিবই লাগিব এনে কোনো কথা নাই। কিন্তু মোৰ ধাৰণা, মোৰ দৰেই আমাৰ দেশৰ বহুতৰে ৰুছদেশ সম্বন্ধে কিছু কৌতূহল আছে। সিদিনালৈকে এইখন দেশ এক অদৃশ্য লৌহ-আৱৰণৰ সিপাৰে আছিল। ইয়াৰ মানুহৰ কাহিনী আছিল এক সাধুকথা। এওঁলোকে এক দুৰ্বোধ্য ভাষা কয়, দুৰ্বোধ্য পদ্ধতিৰে জীৱন নিৰ্বাহ কৰে"।

'মাজত মাথোন হিমালয়'-মালিকৰ প্ৰথম ভ্ৰমণ কাহিনীৰ গ্ৰন্থ। কলিকতাৰ (কলকাতাৰ) শ্ৰীভূমি পাবলিচিং কোম্পানীয়ে প্ৰকাশ কৰা এই ২২৪ পৃষ্ঠাৰ গ্ৰন্থখনত মালিকৰ স্বভাৱসুলভ বাক পটুতা আৰু নতুন দৃষ্টিভংগী মন কৰিবলগীয়া। কাকো জগৰ নলগোৱাকৈয়ে তেখেতে নিজৰ মতে পূৰ্বে কোনোদিনে নিলিখা ভ্ৰমণকথা লিখি পাঠকৰ হাতত তুলি দিছে। মাজে মাজে অৱশ্যে আত্মপক্ষ সমৰ্থনত কিছু কথা নিলিখাও নহয়। "এটা ধাৰণা হৈছে। এই ভ্ৰমণ-বৃত্তান্তৰ মাজত মোৰ নিজৰ কথা কিজানি অলপ বেছি হৈছে। অপৰিহাৰ্য কাৰণবশতঃহে নিজৰ বিষয়ে মাজে মাজে উল্লেখ কৰিবলগীয়া হৈছে। অৱশ্যে



সচেতনভাৱে কাহিনীৰ বক্তাক কিবা প্ৰকাৰৰ নায়ক কৰাৰ মুৰ্খামী মই নাই কৰা। যদি তেনে হৈছে। তাৰ বাবে মই দুঃখিত"। ইয়াৰ পাছতো কওঁ, অভিজ্ঞতা, জ্ঞান আৰু সান্নিধ্যমধুৰ স্মৃতিৰ স্বাক্ষৰ ৰাখি থ'বলৈ সক্ষম হোৱাৰ বাবে মালিকৰ এই ভ্ৰমণ গ্ৰন্থই ৰুছদেশক প্ৰতিভাত কৰিব পৰাকৈ এখন সফল গ্ৰন্থ হৈছে বুলি আমাৰ মনে ধৰে। যোৱা শতিকাৰ ষাঠি-সত্তৰ দশকৰ উন্নত ৰাষ্ট্ৰ পৰিক্ৰমা। শুৱলা ভাষা আৰু সুন্দৰ অভিব্যক্তিয়ে কিতাপখনৰ বৰ্ণনাত্মক প্ৰকাশক অধিক মনোৰঞ্জক কৰি তুলিছে। মালিকৰ গদ্য ৰচনাৰ চমৎকাৰিতাই তেখেতৰ সকলো গ্ৰন্থৰ প্ৰতি পাঠকক আগ্ৰহান্বিত কৰি তোলাৰ দৰে 'মাজত মাথোন হিমালয়'খনেও কৰি তোলে। হেম বৰুৱাৰ 'ৰঙা কৰবীৰ ফুল'ৰ দৰে এইখনো অসমীয়া ভ্ৰমণ সাহিত্যৰ মাইলৰ খুঁটি।

শেষত কথাশিল্পী চৈয়দ আব্দুল মালিকে প্ৰত্যক্ষ কৰা ষাঠি-সত্তৰ দশকৰ ৰুছদেশৰ কিছু ইতিবাচক কথাৰে লেখাটো সামৰিব বিচাৰিছো। শ্ৰমিকৰ স্বৰ্গ (paradise) ৰুছদেশত তেতিয়া নিবনুৱা সমস্যা, বাসস্থান সমস্যা, কাৰখানা সমস্যা নাই। গণিকাবৃত্তি, ভিক্ষা-বৃত্তি লোপ পাইছে। নতুন উদ্যম আৰু সুস্থ মানসিকতাৰে জনসাধাৰণে দেশ নিৰ্মাণত লাগিছে। তথাপিও ৰুছদেশৰ যথেষ্ট কাম বাকী আছে। মালিকে লিখিছে, "ৰুছদেশ এতিয়াও পূৰ্ণাঙ্গ আৰু আদৰ্শ সমাজবাদী দেশ হ'বলৈ বহুত বাকী -ৰুছবাসীসকলেই এই কথা বিনা দ্বিধাই স্বীকাৰ কৰে। পূৰ্ণ সমাজবাদেই ৰুছ পৰিকল্পনাৰ শেষ লক্ষ্য। তাৰ কাৰণে মানুহ আৰু মনোবৃত্তি তৈয়াৰ কৰাত আজি ৰুছ চিন্তা সক্ৰিয়ভাৱে নিযুক্ত"।।

# নগেন শইকীয়াৰ ভ্ৰমণ সাহিত্য 'আমেৰিকাত দহদিন' ঃ এটি আলোচনা

ড° মৌচুমী দত্ত

**পৰিচয় ঃ**

স্বৰাজোত্তৰ অসমীয়া সাহিত্য জগতৰ এজন বিশিষ্ট সাহিত্যিক ড° নগেন শইকীয়া। ১৯৩৯ চনত গোলাঘাট জিলাৰ হাতীয়েখোৱা গাঁৱত তেখেতৰ জন্ম। ডিব্রুগড় বিশ্ববিদ্যালয়ৰ সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা আসন শুৱনি কৰা এইজনা ব্যক্তিৰ শৈক্ষিক জগতখনৰ দিশতো আছে অক্লান্ত শ্ৰম আৰু সাধনাৰ ফচল। বহু গৱেষকৰ গৱেষণা কৰ্মৰ তত্ত্বাৱধান লোৱাৰ উপৰিও কেবাইখনো মূল্যৱান গ্ৰন্থ তেখেতে সম্পাদনা কৰি উলিয়াইছে। বেজবৰুৱা ৰচনাৱলী, জোনাকী, আসাম বন্ধু, মণিৰাম দেৱানৰ বুৰঞ্জী বিবেকৰত্ন, ডিম্বেশ্বৰ নেওগ ৰচনাৱলী, মিত্ৰদেৱ মহন্তৰ ৰচনাৱলী আদি গ্ৰন্থ সম্পাদনা কৰি উলিয়াইছে। তেখেতৰ গৱেষণা গ্ৰন্থ 'বেক্‌গ্ৰাউণ্ড অৱ মডাৰ্ন আছামিজ লিটাৰেচাৰ ১৮২৬-১৯০৩' তথ্যসমৃদ্ধ সাধনাৰ অন্য এক কৃতিত্ব। 'অসমীয়া মানুহৰ ইতিহাস' তেখেতৰ অসমীয়া সাহিত্যলৈ এক উল্লেখযোগ্য বৰঙণি। সৃষ্টিশীল কৰ্মৰাজিৰ ক্ষেত্ৰত ড° শইকীয়াৰ 'মিতভাষ' সৃষ্টি অসমীয়া সাহিত্য জগতলৈ এক অনন্য আৰু অনুপম অৱদান। মিতভাষ সম্পৰ্কত নীলমণি ফুকনে আগবঢ়োৱা বক্তব্য এনেধৰণৰ'—"ই নতুন বস্তু। কোনোটোহঁত টুকুৰা সঞ্চাৰী। কোনোটোহঁত কবিতাৰ ওচৰা উচৰি। কোনোটোহঁত নিভাঁজ কবিতাই। কিছুমান টুকুৰা জিলমিলাই থকা বাখৰৰ দৰে।" তেখেতৰ প্ৰধান সৃষ্টিশীল সাহিত্যকৰ্ম হ'ল চুটিগল্প। চুটিগল্পৰ বাবে তেখেতে সাহিত্য অকাডেমি বঁটা লাভ কৰে। ড° আনন্দ বৰমুদৈয়ে তেখেতৰ চুটিগল্প সম্পৰ্কত কৈছে— "তেওঁৰ চুটিগল্পই চেতনা স্ৰোত ৰীতিত লিখা চুটিগল্পৰ ধৰাটোক সমৃদ্ধ কৰিছে। ৰামধেনুতে গল্পকাৰ হিচাপে আত্মপ্ৰকাশ কৰা শইকীয়াই প্ৰায় অৰ্ধশতিকা গল্প লিখি আছে। আধুনিক



ইউৰোপীয় সাহিত্য আৰু দৰ্শনৰ অধ্যয়নে তেওঁক সৃষ্টিশীল সাহিত্যত নতুন পৰীক্ষা-নিৰীক্ষা কৰিবলৈ উদ্‌গনি দিছিল।" তেখেতৰ *বন্ধ কোঠাত ধুমুহা, পাৰ্থিৱ-অপাৰ্থিৱ* আৰু *আন্ধাৰত নিজৰ মুখ* আদি গল্প সংকলনত পোৱা ৰচনাৰীতি বৈচিত্ৰ্য আৰু আংগিকৰ চমৎকাৰিত্বই অসমীয়া চুটিগল্পত অনন্য স্বাদৰ এক বিচিত্ৰতা অনিবলৈ সক্ষম হৈছে।

চিন্তাশীল আৰু সৃষ্টিশীল লেখক ড° নগেন শইকীয়াক সাহিত্য অকাডেমি বঁটা, অসম উপত্যকাৰ সাহিত্য বঁটা, মোহনচন্দ্ৰ শৰ্মা বঁটা, প্ৰাচ্য বিদ্যাৰ্ণৱ কৃষ্ণকান্ত সন্দিকৈ বঁটা, জগদ্ধাত্ৰী হৰমোহন বঁটা, হৰিপ্ৰসাদ ৰাই বঁটা আদি বঁটাৰে সন্মানিত কৰা হৈছে। অসম সাহিত্য সভাৰ সভাপতি পদ অলংকৃত কৰা এইজনা ব্যক্তিয়ে অসমীয়া সাহিত্য-সংস্কৃতিৰ সাংগঠনিক দিশতো উল্লেখনীয় ভূমিকা পালন কৰি আহিছে। অসমত 'তুলনামূলক সাহিত্য'ৰ বিদ্যায়তনিক অধ্যয়নৰ আনুষ্ঠানিকতাৰ ক্ষেত্ৰতো তেখেত মূল উদ্যোক্তা। এই সকলোবোৰৰ উপৰিও তেখেতৰ আন এক সুদক্ষ পৰিচয় হ'ল সাংসদ আৰু ৰাজনীতিবিদ হিচাপে। সমাজক বাদ দি সাহিত্যৰ সৃষ্টি হ'ব নোৱাৰে। সেই সমাজক শৃংখলিত আৰু সৃষ্টিশীল কৰিবৰ বাবেও প্ৰয়োজন সংগঠন আৰু সাংগঠনিক পাৰদৰ্শী ব্যক্তি। একোজন সুদক্ষ সাংগঠনিক, ৰাজনীতিবিদৰ জৰিয়তে সমাজ, জাতি তথা ৰাষ্ট্ৰৰ প্ৰগতিশীল যাত্ৰা বৰ্ণাঢ্য হ'ব পাৰে। ৰাজনৈতিক জগতখনৰ লগত প্ৰত্যক্ষভাৱে জড়িত হৈ সাংসদ হিচাপে নিৰ্বাচিত হোৱা ড° শইকীয়াই তেখেতৰ দক্ষতাৰ পৰিচয় সাব্যস্ত কৰিছে। ৰাজনীতিৰ ক্ষেত্ৰখনত বিভিন্ন কামৰ মাজতো তেখেতে কঢ়িয়াই লৈ ফুৰিছিল সৃষ্টিশীল মনটো। যাৰ বাবে অসম আৰু অসমীয়াই অদ্যপৰিমিত লাভ কৰি আছে তেখেতৰ মন আৰু মগজু প্ৰসূত বিভিন্ন গঠনমূলক চিন্তা আৰু সৃষ্টিৰ স্ফুৰণ।

বিদ্যায়তনিক ক্ষেত্ৰকে ধৰি ৰাজনীতিৰ ক্ষেত্ৰলৈকে ড° নগেন শইকীয়াৰ জীৱন যাত্ৰা বৰ্ণিল আৰু বৰ্ণাঢ্য। ইয়াৰ লগতে সংযোজিত হৈ আছে তেখেতৰ সৃষ্টিশীল কৰ্মৰাজি। বিভিন্ন ক্ষেত্ৰত অভিজ্ঞতা লাভ কৰিবলৈ মানুহক প্ৰয়োজন মানুহৰ সান্নিধ্য, যোগাযোগ আৰু তাক পূৰণ কৰাৰ প্ৰয়াস। এই প্ৰয়াসক পূৰ্ণতা দিব পৰা মুখ্য উপায়টোৱেই হ'ল ভ্ৰমণ। এঠাইৰ পৰা আন ঠাইলৈ ভ্ৰমণ

নকৰিলে মানুহৰ মাজত যোগাযোগৰ যি আন্তৰিক সান্নিধ্য বা অন্তৰংগ হোৱাৰ সুযোগ তাক লাভ কৰিব নোৱাৰি। একোখন সমাজৰ ভাষা-সাহিত্য-সংস্কৃতি-সভ্যতাৰ লগত পৰিচয় হ'বলৈ গ্ৰন্থ অধ্যয়নে বাট কাটি দিয়ে; কিন্তু তাক স্বচক্ষে দৰ্শন কৰি বা তাৰ মাজলৈ সোমাই গৈ লাভ কৰা অভিজ্ঞতাই সেই যাত্ৰাৰ পূৰ্ণতা বঢ়ায়।

ড° নগেন শইকীয়াই বিভিন্ন কামত অসমৰ ইমূৰৰ পৰা সিমূৰলৈ, ভাৰতৰ বিভিন্ন ৰাজ্যলৈ বিভিন্ন কামত অহা-যোৱা কৰিছে, সভা-সমিতিত বক্তৃতা প্ৰদান কৰিছে। ইয়াৰোপৰি সাহিত্য-সংস্কৃতিৰ কামত তেখেত আমেৰিকা আৰু চীনদেশলৈও গৈছে। এই দুখন দেশ ভ্ৰমণ কৰি তেখেতে *আমেৰিকাত দহদিন* আৰু *মহাচীনৰ দিনলিপি* এই দুখন গ্ৰন্থ ৰচনা কৰিছে। আমাৰ এই আলোচনাৰ পৰিসৰত তেখেতৰ *আমেৰিকাত দহদিন* গ্ৰন্থখনিৰ বিষয়ে আলোকপাত কৰিবলৈ প্ৰয়াস কৰা হৈছে।

**আমেৰিকাত দহ দিন ঃ**

**প্ৰথম দিন ঃ** *আমেৰিকাত দহদিন* গ্ৰন্থখনি ড° শইকীয়াই আমেৰিকা ভ্ৰমণৰ অন্তত লিখা। ১৯৯৩ চনত প্ৰথম প্ৰকাশ পোৱা গ্ৰন্থখনিৰ প্ৰকাশক বনলতা, ডিব্ৰুগড়, অসম। গ্ৰন্থখনিৰ পৃষ্ঠা সংখ্যা ১৪১।

two roads diversed in a wood, and I
Took the less travelled by
And that has made all the difference.

Frost ৰ কবিতাৰ পংক্তিৰে আৰম্ভ কৰা গ্ৰন্থখনিত তেখেতে আমেৰিকাত কটোৱা দহটা দিনক প্ৰথম দিন, দ্বিতীয় দিন, তৃতীয় দিন হিচাপে দশমদিনলৈকে উল্লেখ কৰিছে আৰু শেষত কটোৱা দুটা দিনক অতিৰিক্ত দিন হিচাপে সংযোজন কৰিছে। আমি আলোচনা কৰিম গ্ৰন্থখনিত প্ৰাপ্ত প্ৰতিটো দিনৰ অভিজ্ঞতা সমৃদ্ধ বৰ্ণনাৰ মাজেৰে *আমেৰিকাত দহ দিন*। লেখকে আমেৰিকালৈ আৰম্ভ কৰা যাত্ৰাৰ আৰম্ভণিতেই যি অনুভৱ কৰিছে সেয়াই তেওঁ অতীতৰ ল'ৰালিৰ স্মৃতিলৈয়ো যেন মনত পেলাই দিছে। 'আমাৰ দেশত যেতিয়া দিন হয়, আমেৰিকাত ৰাতি হয়।' সৰুতে শুনা কথাষাৰে যেন শিশু মনত ক'ব নোৱাৰাকৈয়ে আমেৰিকাৰ প্ৰতি এক উৎসুকতাৰ ভাব আনি দিছিল।



আমেৰিকালৈ ওলাই নিজকে নিজে সোধা প্ৰশ্নৰ উত্তৰ লেখকে ফূৰ্তি, শংকা আৰু অলপ অলপ অহংবোধৰ কথা উল্লেখ কৰিছে। ভিতৰৰ অহংবোধৰ কথা বিশ্লেষণ কৰি লেখকে নিজকে তুলনা কৰিছে এইদৰে[৩]—"বেজবৰুৱাৰ খহটা ডিমৰু সত্ৰৰ সত্ৰাধিকাৰৰ লগত যোৱা পাঁচনিৰ কথা মনত পৰা নাইনে—সেই যে কলিকতাত ঘোঁৰাগাড়ীত উঠি মনতে মিচিক মাচাক কৈ হাঁহি খিড়িকীৰে মাজে মাজে চাই গৈছিল— কেনেবাকৈ লগৰ ভকত কোনোবাই দেখা হ'লেহেঁতেন বুলি ভাবি?" বিদেশলৈ ওলাই লেখকৰ মনটো উৰা মাৰিছে স্কুলত পঢ়ি থাকোতে কৰা প্ৰথম ৰেল যাত্ৰাৰ দিনটোলৈ। সেই শিশু মনটো আৰু আমেৰিকালৈ ওলোৱা মনটোৰ মাজৰ প্ৰভেদ অকপটে স্বীকাৰ কৰি তেখেতে কৈছে[৪]— 'প্ৰথম ৰেলত উঠা, প্ৰথম ঘৰৰ পৰা এনেকৈ বাহিৰলৈ গৈ থকা এইবোৰ অভিজ্ঞতাই কিশোৰ প্ৰাণত এক অনিৰ্বচনীয় আনন্দৰ সৃষ্টি কৰিছিল। বিদেশলৈ ওলাই এবাৰ সেই মনটো ঘূৰাই পাওঁনে কি চাই দেখিছোঁ—সৰুকালৰ মোৰ সেই ছবিখনৰ লগতে সেই মনটোও মই হেৰুৱাই পেলাইছোঁ। এতিয়াৰ মন দায়িত্ব সচেতন, আত্মসচেতন আৰু সাৰল্যহীন। বহু সময়ত স্বাৰ্থপৰ'।

লেখকৰ আমেৰিকা ভ্ৰমণৰ উদ্দেশ্য আছিল 'উত্তৰ আমেৰিকা সংঘ' ই ছিয়াটলত আয়োজন কৰা এটা অনুষ্ঠানত 'অসমীয়া ভাষা-সাহিত্যলৈ আমেৰিকান মিছনেৰিসকলৰ অৱদান' সম্পৰ্কে বক্তৃতা প্ৰদান কৰা আৰু লগতে আছিল ড° কৃপানাথ বৰাই আমেৰিকালৈ মাতি দিয়া এখন ব্যক্তিগত চিঠি। ড° কৃপানাথ বৰাৰ যত্নতে আমেৰিকাত অসম সাহিত্য সভাৰ শাখা এটিও প্ৰতিষ্ঠা হয়। সেই সময়ত ড° শইকীয়া আছিল অসম সাহিত্য সভাৰ সম্পাদক।

২৮ জুনৰ দিনা আবেলি ৪ বজাত ভিছাসহ পাছপৰ্ট, এয়াৰ-ইণ্ডিয়াৰ টিকেট আৰু ছয় হাজাৰ টকাৰ আমেৰিকান ডলাৰ ল'ব পৰাকৈ ট্ৰেভেলাৰ্ছ চেক লেখকৰ হাতত পৰেহি। অসংখ্য বন্ধু, শুভাকাংক্ষীৰ সদিচ্ছা আৰু শুভেচ্ছা লৈ তেখেত আমেৰিকা যাত্ৰাৰ বাবে সাজু হ'ল। এয়াৰ ইণ্ডিয়াৰ বিমানত প্ৰথমবাৰৰ বাবে যাত্ৰা কৰা লেখকে বিমানখনৰ প্ৰায় ৩৩ হেজাৰ ফুট ওপৰত ৮৯০ কি.মি. বেগত লণ্ডন অভিমুখে যাত্ৰা আৰম্ভ হ'ল। বিমানখনৰ বাট হ'ল পাকিস্তান, আফগানিস্তান, ৰাছিয়া আৰু জাৰ্মেনীৰ ওপৰেদি।

যাত্ৰাৰ সময়ত লগ পোৱা ইংৰাজ ডেকা-গাভৰুৰ লগত কথোপকথনৰ

জড়িয়তে তেওঁলোকৰ ভাৰত সম্পৰ্কীয় এটা ধাৰণাও দাঙি ধৰিছে। এমাহৰ ছুটী লৈ ফুৰিবলৈ অহা ডেকা-গাভৰুৱে ধুলি আৰু গৰম পোৱাৰ উপৰিও টেক্সি আৰু ফেৰীৱালাই টুৰিষ্টৰ পৰা অধিক ধন সংগ্ৰহ কৰাৰ কথা কয়, যিটো লণ্ডনত কৰিব নোৱাৰে। তথাপি তেওঁলোকে কৈছিল[৫] "ষ্টীল, য়ৰ কান্ট্ৰি ইজ এ' গ্ৰেট কান্ট্ৰি। বহুতো ঐতিহাসিক সম্পত্তি তোমালোকৰ আছে।"

লণ্ডনৰ পৰা নিউ য়ৰ্কলৈ আকাশী পথেৰে দূৰত্ব ৫৭৫০ কি.মি.। বিমানেৰে সময় ৬ ঘন্টা। এই পথ ছোৱাত লেখকৰ সংগী হ'ল এজন নিগ্ৰো যুৱক আৰু এগৰাকী ভাৰতীয় ভদ্ৰ মহিলা। সেই দিনটোৰ দৈনিক বাতৰি কাগজ The Times ৰ শিৰোনামৰ বাতৰিৰ উল্লিখনেৰে ছোভিয়েট ৰাছিয়াত গৰ্বাচেভে ঘোষণা কৰা নতুন বৈপ্লৱিক ধাৰা, সন্মুখীন হোৱা অৰ্থনৈতিক সংকট সম্পৰ্কে উল্লেখ কৰিছে। গৰ্বাচেভে ঘোষণা কৰা নতুন নীতিয়ে কমিউনিষ্ট জগত আৰু বিশ্বৰ বাবেও এক গুৰুত্বপূৰ্ণ বিষয় বুলি উল্লেখ কৰে।

**দ্বিতীয় দিন ঃ** তেওঁৰ যাত্ৰা 'দ্বিতীয় দিন'ত উল্লেখ কৰা মতে[৬] 'আমেৰিকাত নামিয়েই অনুভৱ কৰা প্ৰথম বিষয়টো হ'ল পাৰিপাট্য আৰু শৃংখলা।' জন. এফ. কেনেডী নামৰ আন্তৰ্জাতিক বিমান বন্দৰটোত দিনে প্ৰতি মিনিটত কেইবাটাও ৰানৱেত বিমান উঠিবলৈ শাৰী পাতি আছে, উৰি আছে, অথচ ক'তো হাই উৰুমি নাই। ব্যস্ততাৰ মাজতো শৃংখলাবদ্ধতা মনকৰিবলগীয়া। তাৰ কৰ্মী-কৰ্মচাৰীসকলো ভদ্ৰ আৰু হাঁহিমুখীয়া। গাড়ী পাৰ্কিং ব্যৱস্থাটোও অতি সুন্দৰ। বিমান বন্দৰৰ পৰাৰ কৃপানাথ বৰাই তেখেতৰ নিউ জাৰ্ছিত থকা বাসভৱনলৈ লেখকক আগবঢ়াই নিয়ে। আমেৰিকাৰ মসৃণ প্ৰশস্ত পথত যাত্ৰা কৰোতে লেখকৰ বাৰে বাৰে অসমৰ ৰাস্তা-পদূলিলৈ মনত পৰিছে। ৰাস্তাত ৫৫ কি.মি বেগতকৈ অধিক বেগত গাড়ী চলালে পুলিচৰ ৰাদাৰত ধৰা পৰাৰ লগে লগে জৰিমনা ভৰিব লাগে। অৰ্থাৎ শৃংখলাবদ্ধতাৰ ইয়ো এক অন্যতম কাৰণ।

গ্ৰন্থখনিৰ পাতত বৰ্ণিত হৈছে আমেৰিকাৰ—পৰিপাটিতা, পৰিচ্ছন্নতা আৰু প্ৰাকৃতিক সৌন্দৰ্য। গছ-গছনি, দূৰৰ পাহাৰ আৰু কাষৰ সাগৰৰ মাজেদি নিউজাৰ্ছিলৈ গৈ থকা লেখকৰ অনুভৱ[৭] 'এখন পৰিপাটি, পৰিষ্কাৰ ঠাইলৈ অহা যেন লাগিছে।' সেইদিনা পুৱা ৭ বজাত সাৰ পাই লেখকে দেখা প্ৰকৃতিখন



অত্যন্ত সুন্দৰ। খিৰিকিৰে দেখা পোৱা সেউজীয়া গছ-গছনিৰে পূৰ্ণ মৰিছ প্লেইনছ, ওখ-চাপৰ পাহাৰীয়া ঠাই। সেই দিনাই ড° বৰাৰ প্ৰস্তাৱমতে লেখক নিউয়ৰ্ক চাবলৈ যাত্ৰা কৰিলে। নিউয়ৰ্ক পাঁচোটা দ্বীপৰ সমষ্টি মানহাষ্টাল, ব্ৰমস্ক, ব্ৰুকলীন, ষ্টেটেন আইলেন্ড আৰু লং আইলেন্ড। আমেৰিকাৰ বাট-পথৰ বিষয়ে লেখকৰ মন্তব্য[৮]— "মানুহৰ গাত যিমান সিৰা-উপসিৰা আছে আমেৰিকাৰ একোখন ঠাইত তাতোকৈয়ো বেছি বাট-পথ আছে। আমাৰ দেশত ফ্লাই অভাৰ এখন সজাই আমি মন্ত্ৰীৰ হঁতুৱাই মুকলি কৰাওঁ। আমেৰিকাত ফ্লাই অভাৰৰ সংখ্যা দেখি কথাটো নিজৰ বাবেই হাঁহি উঠাকৈ ক্ষুদ্ৰ যেন লাগিছে।"

টুৰিষ্ট বাছেৰে নিউইয়ৰ্ক চাবলৈ প্ৰস্তুত হৈ খোৱা সময়খিনিতে লেখকৰ হাতমোনাটো হেৰায়। অৰ্থাৎ বিদেশলৈ যোৱা পাছপৰ্ট, ভিছা, ধন, ঘূৰি অহাৰ টিকট আদি থকা সকলো বস্তুৰে সৈতে বেগটো হেৰাল। শেষত পুলিচত খবৰ দিয়া হ'ল। দহ মিনিটমানৰ ভিতৰতে পুলিছে আহি থানালৈ নি কেছটো এন্ট্ৰি কৰালে। তাৰপাছত কনছুলেট জেনেৰেললৈ গৈ ডিপ্লোমেটিক পাছপোৰ্টৰ কাম তাৎক্ষণিকভাৱে সম্পন্ন হ'ল। এই ক্ষেত্ৰত আমেৰিকান পুলিচৰ তৎপৰতা লগতে আমাৰ বিষয়া-কৰ্মচাৰীসকলৰ তৎপৰতাৰো শলাগ লৈছে। ১২ বজাৰ পৰা ৩ বজালৈকে সকলোখিনি কাম কৰি শেষ হৈছিল। কিন্তু হেৰোৱা ধনখিনি অৰ্থাৎ চুৰি হোৱা ধনখিনিৰ বাবে লেখক অলপ বিপদত পৰিছিল। বিদেশ সম্পৰ্কীয় ধাৰণাৰ প্ৰতি লেখকৰ এক তিৰ্যক মন্তব্য মনকৰিবলগীয়া[৯]— "আমেৰিকাৰ জেপলুৰুকাৰ কথা অসমত গৈ ক'বগৈ লাগিব। তেতিয়া অন্ততঃ বিদেশ বুলিলেই স্বৰ্গ বুলি ভবাসকলৰ সাঁচতীয়া ভুলটো ভাগিব।"

আমেৰিকাত স্থায়ী বস্তুতকৈ ডিছপ'জেল বস্তুৰ ব্যৱহাৰ অধিক। গতিকে গাৰ্বেজ সম্পৰ্কীয় সমস্যাই সেই সময়তে মূৰ দাঙি উঠিছিল। অৱশ্যে সেইবিলাকৰ ৰি-চাইক্লিঙৰ ব্যৱস্থা সম্পৰ্কেও চিন্তা-চৰ্চা চলিছিল। আমেৰিকাৰ ভিক্ষাৰীসকলে দুবেলা-দুসাজৰ বাবে ভিক্ষা কৰিবলগীয়া নহয়, কাৰণ চৰকাৰে তেওঁলোকক একোখনকৈ কাৰ্ড দিয়ে। সেই কাৰ্ড দেখুৱাই বিনামূলীয়াকৈ খাব পৰা ঠাইত ৰাতি আৰু দিনৰ আহাৰ খাব পাৰে; কিন্তু বিয়েৰ বা মদ খাবলৈ ভিক্ষা বিচৰা ভিক্ষাৰী তাত আছে।

**তৃতীয় দিন ঃ** আমেৰিকাখন যন্ত্ৰনিৰ্ভৰ দেশ। ইয়াত সকলো সমান।

কাৰো ঘৰত কাম কৰা বেলেগ মানুহ নাথাকে। ঘৰ চাফা কৰাৰ পৰা ৰন্ধা-বঢ়া সকলোলৈকে যন্ত্রনির্ভৰ দেশখনত স্বাচ্ছন্দ্য দেখি লেখকে নিজৰ দেশখনৰ কথা ভাবি ক'বৰবাত যন্ত্রণা অনুভৱ কৰা বুলি কৈছে। আমেৰিকাৰ জীৱন-যাত্রাৰ প্রণালী সম্পর্কে গ্রন্থখনিৰ বর্ণনাত এক সুন্দৰ ধাৰণা দিবলৈ লেখক সমর্থ হৈছে। ইয়াৰ জনবসতিৰ ঘৰবোৰ দুমহলীয়া আৰু পাইন কাঠেৰে নির্মিত। বেৰ আৰু ছালো কাঠৰ। ইচ্ছা কৰিলেই যি কোনো বস্তু আৰু ৰং ব্যৱহাৰ কৰিব নোৱাৰে। অঞ্চলটোত বসবাস কৰা সকলোৰে টাইলছ, বেৰ, ৰং একে হোৱাটো বাধ্যতামূলক। ইয়াত এছবেষ্টছৰ ব্যৱহাৰ নিষিদ্ধ। কাৰণ ই কর্কটৰোগৰ কাৰক।

আমেৰিকাত ৰেডিঅ' আৰু টেলিভিছন ব্যক্তিখণ্ডৰ দ্বাৰা পৰিচালিত হয়। ৰেডিঅ', টি. ভি আৰু বাতৰি কাকতৰ শক্তিৰ বাবে চৰকাৰী, বে-চৰকাৰী লোক বা প্রতিষ্ঠানেও দোষ কৰি সাৰিব নোৱাৰে। ইয়াত চৰকাৰী খণ্ডতকৈ ব্যক্তিগত খণ্ডৰ প্রতিষ্ঠানহে বেছি। সকলোৰে গাড়ী থকা বাবে বাছ সেৱা কম।

নিউইয়র্কৰ ওপৰত স্কাইস্ক্রেপাৰ আৰু তলখন পার্কিং প্লেচ, টানেল, মেট্র, ষ্ট'ৰ হাউছ আদিৰে ফোপোলা। লেখকৰ উপলব্ধি[১০]— "আমেৰিকাৰ মানুহৰ জীৱনো এনেকুৱাই নেকি বাহিৰত প্রাচুর্য আৰু স্বাচ্ছন্দ্য আৰু ভিতৰখন শূন্য গহ্বৰ সদৃশ। প্রাচুর্যৰ অৰণ্যত ভিতৰৰ মানুহটো হেৰাই গৈছে নেকি?"

**চতুর্থ দিন ঃ** আমেৰিকাৰ লোকসকল পুৱাৰ পৰা গধূলিলৈকে ব্যস্ত। মানুহৰ সামাজিক নিৰাপত্তা থাকিলেও ইয়াত চাকৰিৰ নিৰাপত্তা নাথাকে। নিজৰ যোগ্যতাৰ ভিত্তিতহে ইয়াত চাকৰি তিষ্ঠি থাকে। গতিকে সকলোৱে অর্হতা বঢ়োৱাত তৎপৰ হৈ থাকিব লাগে। নির্দিষ্ট সময়ৰ পাছতো যোগ্যতা বৃদ্ধিৰ বাবে কাম কৰে। ভাৰতীয় আৰু আমেৰিকান সমাজ বিধিৰ প্রধান পার্থক্য লেখকৰ কথাৰে[১১]— "আমাৰ দেশত প্রতিজন ব্যক্তি পৰিয়াল তথা সমাজৰ অংশ। এতেকে পৰিয়াল আৰু সমাজৰ প্রতি তেওঁৰ কৰণীয় আছে। কিন্তু, আমেৰিকাত প্রতিজন ব্যক্তিয়েই একক। সেইবাবে কাৰো ওপৰত পৰিয়াল বা সমাজৰ অনুশাসন নচলে; চলে কেৱল আইনৰ আৰু সামাজিক আচৰণ বিধিৰ।"

ওঠৰ বছৰ হ'লে ল'ৰা-ছোৱালী দেউতাক মাকৰ পৰা আতৰি স্বতন্ত্রভাৱে থাকিবলৈ লয়। যন্ত্র নির্ভৰ আমেৰিকাত যন্ত্রৰ উৎপাদন আৰু ব্যৱহাৰৰ বহু ধৰণৰ চাকৰি আছে। ইয়াত 'চাইল্ড এবিউজ' সামাজিক অপৰাধ, তেওঁলোকক



শাসন কৰিবলৈ জুভেনাইল কর্ট আছে। আমেৰিকাত ল'ৰা-ছোৱালীৰ অবাধ মিলা-মিছা, পার্কত বহি থকা, পৰস্পৰে চুমা খোৱাটো সাধাৰণ কথা, আমেৰিকাত শৰীৰ সুচিতা সম্পৰ্কীয় ধ্যান-ধাৰণা হ'ল শৰীৰে শৰীৰৰ ধর্ম পালন কৰিবই। ইয়াত বিবাহ জীৱন-যাপনৰ এক চুক্তি হিচাপে ধৰা হয়। স্বামী-স্ত্রীয়ে পৰস্পৰে পৰস্পৰক গ্রহণযোগ্য বুলি নাভাবিলে বিবাহ বিচ্ছেদ কৰি নতুন সংসাৰ পতিব পাৰে বিনা দ্বিধাই। সেইবাবে পৰস্ত্রীও বিধিমতে নিজৰ হ'ব পাৰে।

উত্তৰ আমেৰিকাৰ অসম সংঘৰ নৱম বার্ষিক অধিৱেশন উপলক্ষে ছিয়াটললৈ নিউজার্ছিৰ নেৱার্ক বিমান বন্দৰৰ পৰা সেই দিনা দিনৰ এক বজাত যাত্রা আৰম্ভ কৰে। এই যাত্রাত পাৰ হৈ অহা ঠাইবোৰো যথেষ্ট পৰিষ্কাৰ-পৰিচ্ছন্ন। ক'তো পোষ্টাৰ, শ্লগান নাই। ছিয়াটলত ট্রেভেলোর্ছইনৰ চোতালত দ্বিতীয় মহলাত ৰিহা-মেখেলা পিন্ধা অসমীয়া মহিলা সমবেত হৈ লেখকৰ বাবে বাট চাই আছিল। ছান ফ্রান্সিছকো, লছ এঞ্জেলিছ, কেৰোলিনা, টেক্সাছ, চিকাগো আদি বিভিন্ন ঠাইৰ পৰা আহি অসমীয়া মানুহ গোট খাইছিলহি। অসমৰ পৰা আহি আমেৰিকাত থকা এই লোকসকলে এটা সংঘ গঠন কৰি অসমৰ হকে চিন্তা কৰিছে, অনুভৱ কৰিছে। অসমীয়া মানুহে তাত ৰেষ্টুৰা খুলি ব্যৱসায় কৰাও আৰম্ভ কৰিছে।

**পঞ্চম দিন ঃ** আমেৰিকাত কটোৱা পঞ্চম দিনৰ বর্ণনাত ছিয়াটলৰ মনোৰম প্রাকৃতিক পৰিৱেশ, পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ লগতে আমেৰিকাৰ ৰুচি অভিৰুচিৰ এক অৱলোকন দাঙি ধৰিছে। পঢ়ি থকা ল'ৰাই হোটেল আদিত কাম কৰি নিজৰ খৰচ উলিয়ায়। ইয়াৰ মানুহৰ ঘৰ, ৰাজহুৱা ঠাই, বজাৰ সকলোতে এয়াৰ-কণ্ডিচনড্। চিগাৰেট খোৱা ঠাই সুকীয়া। আমেৰিকাৰ মানুহ যথেষ্ট স্বাস্থ্য-সচেতন। আমেৰিকাৰ সাধাৰণ মানুহ ভাৰতৰ দৰেই ৰাজনীতিৰ সচেতন নহয় বুলি লেখকে ভাবে। ৰেডিঅ' বা টি.ভি.ৰ বাতৰি চায়েই তেওঁলোক সন্তুষ্ট হৈ থাকে। অৱশ্যে নিজৰ নিজৰ কর্মক্ষেত্রত পাৰদর্শিতা আৰু যোগ্যতা প্রদর্শনৰ বাবেই এওঁলোক সততে সচেষ্ট হৈ থাকিব লগা হয় বাবে আন খবৰৰ বাবে বিশেষ সময় নাথাকে।

আমেৰিকাত অসমীয়া মানুহৰ উত্তৰ আমেৰিকা অসম সংঘ (AANA), আছাম ফাউণ্ডেচন অৱ নর্থ আমেৰিকা (AFNA), আছাম ছ'চাইটি অৱ নর্থ আমেৰিকা (ASA), আৰু অসম সাহিত্য সভা এই চাৰিটা অনুষ্ঠান আছে। আন্না

আৰু আফনাই অসম আন্দোলনৰ সময়ত অসমক যথা সম্ভৱ সহায় কৰিছিল। আমেৰিকা প্ৰবাসী অসমীয়াসকল মুখ্যতঃ উচ্চশিক্ষাৰ বাবে পোনপটীয়াকৈ নাইবা বৃত্তিৰ যোগেৰে আহি শিক্ষা-দীক্ষা লৈ থিতাপি লৈছে। এওঁলোক প্ৰত্যেক অসমীয়া পৰিয়ালৰ সন্তানে অসমীয়া ভাষা উচ্চাৰণ আৰু প্ৰয়োগত সংকুচিত হৈ পৰিছে। যিহেতু তেওঁলোকৰ পৰিৱেশ-পৰিস্থিতিয়ে তেওঁলোকক অসমীয়া ভাষা শিকা বা কোৱাৰ বাতাবৰণ সমূলি দিব পৰা নাই। গতিকে এক স্বাভাৱিক প্ৰক্ৰিয়াৰ মাজেৰেই এইসকল সন্তানে অসমীয়া ভাষা বা সত্বাক ধৰি ৰাখিব পৰা নাই। লেখকৰ দৃষ্টিত[১২]— "এহাতে দেউতাক-মাকৰ মাজেদি প্ৰকাশিত ভাৰতীয় তথা অসমীয়া মূল্যবোধ; আনহাতে ল'ৰা-ছোৱালীবিলাকে গ্ৰহণ কৰা আমেৰিকীয় বা মাৰ্কিন মূল্যবোধ এই দুইটাৰ ক'ৰবাত সমন্বয়, ক'ৰবাত সংঘাত— ঘটিছে আৰু ঘটিবই।"

আমেৰিকাৰ দৰে এখন দেশত বাস কৰাৰ বাবেই ইয়াৰ প্ৰবাসী অসমীয়াসকলে আখৰ জোঁটনিৰ সৰলীকৰণৰ প্ৰেৰণা পাইছে বুলি লেখকে মন্তব্য কৰিছে। যিহেতু ইয়াত ঘৰ-দুৱাৰৰ পৰা ভাষালৈকে সকলোতে সৰলীকৃত ৰূপহে অধিক। বিহুৰ পিঠা-পনা, সাজ-পাৰ, ঢোল-পেঁপা, গহনা আদি সকলোলৈকে অসমীয়া সমাজ আৰু সংস্কৃতিৰ প্ৰতি এওঁলোকৰ অনুৰাগ যথেষ্ট আছে। আমেৰিকা প্ৰবাসী অসমীয়াসকলে মাজে-সময়ে নাম প্ৰসংগ কৰাৰ লগতে কেঁচুৱা জন্ম শুদ্ধি সবাহো পাতে বুলি লেখকে জনাইছে।

সভাত অসমীয়া ভাষাৰ সৰলীকৰণৰ পৰা দেশলৈ আহোতে অসমলৈ আহিবলৈ Special entry Permit ৰ বাবে পোৱা অসুবিধাৰ কথা প্ৰবাসিসকলে কৈছিল। সংসদত বিষয়টো উত্থাপন কৰি নিষ্পত্তি কৰিবৰ বাবে ড° শইকীয়াক অনুৰোধো জনাইছিল।

**ষষ্ঠ দিন ঃ** আমেৰিকাৰ ষষ্ঠ দিনা লেখকে নিমন্ত্ৰিত অনুষ্ঠানত বক্তৃতা প্ৰদান কৰে। বিষয় আছিল — Contribution of the American Baptist Missonaries Towards the develoment of Modern Assamese Language and Literature। সকলোৰে অনুৰোধ মৰ্মে তেখেতে বক্তৃতাটো অসমীয়া ভাষাত প্ৰদান কৰে। ব্ৰাউন-ব্ৰন্সন-কট্টাৰ আৰু মিছনেৰিসকলৰ প্ৰচেষ্টাত অসমীয়া ভাষা প্ৰাণ পাই উঠি কিদৰে ভাষাৰ ভিত্তিত জাতীয় চেতনাৰ জন্ম



দিলে, কেনেকৈ ব্যাকৰণ অভিধান প্ৰণয়নৰ যোগেদি ভাষাৰ ভেটি বান্ধিলে, অৰুনোদই কাকতৰ জৰিয়তে বিশ্বৰ লগত চিনাকি কৰাই দিলে আদি কথাৰ লগতে আন্না, আফনা আদি শাখাসমূহেও প্ৰকৃততে এনে অনুপ্ৰেণাৰে অসমীয়াৰ বৰ্তমানৰ উপযোগী চিন্তা-চেতনাৰে সহায় কৰিলেহে প্ৰকৃত সহায় কৰা হ'ব বুলি লেখকে জনায়। লগতে এই কথাও অৱগত কৰি আহে যে আমেৰিকাৰ প্ৰবাসী লোকসকলে ডলাৰ পথাই অসমীয়াৰ দৰিদ্ৰতা দূৰ কৰিব নোৱাৰে; কিন্তু উচ্চ শিক্ষাৰ বাবে বৃত্তি প্ৰদান কৰি, আমেৰিকাত ব্যৱহৃত, আৱিস্কৃত বিভিন্ন বৈজ্ঞানিক পদ্ধতি সম্পৰ্কে লেখা-মেলা কৰি আমাৰ মানুহক জনাব পাৰে। উচ্চ শিক্ষা লাভৰ বাবে, অনুষ্ঠান-প্ৰতিষ্ঠানৰ বিষয়ে জনালেও অসমৰ ল'ৰা-ছোৱালী উপকৃত হ'ব।

ছিয়াটলৰ দৰে মনোৰম ঠাইৰ বৰ্ণনা, নিউজাৰ্ছিৰ দৰে নিৰ্মিত প্ৰাকৃতিক পৰিৱেশেৰে পৰিৱেশিত ঠাইৰ বৰ্ণনাৰ মাজতো লেখকে কিন্তু বাৰে বাবে অনুভৱ কৰিছে এষাৰ কথা[১৩]— 'ইহঁতৰ এটাই অভাৱ ঃ মানুহৰ ভিতৰত মানুহৰ অভাৱ।'

**সপ্তম দিন ঃ** আমেৰিকাত কটোৱা দিনা ষষ্ঠ দিনা লেখক ছিয়াটল এৰি অলিম্পিয়ালৈ যাত্ৰা কৰিলে। ৱাশ্বিংটনৰ ৰাজধানী অলিম্পিয়াৰ কাষত মানুহ, গাড়ী আৰু প্ৰাসাদৰ ভীৰৰ পৰিৱৰ্তে দেৱদাৰু, ৰেষ্টাৰ্ন কাৰ, ডগ্লাছ আদি গছৰ অৰণ্যানিৰ ভিৰহে আছিল। আমেৰিকাৰ ৰাজ্যসমূহৰ ৰাজধানীসমূহ জনসমাগমৰ পৰা আঁতৰত থাকে, ৱাশ্বিংটন ৰাজ্যৰ এছেম্বলি হ'ল, মাৰ্বলেৰে কৰা সুদৃশ্য কাৰু-কাৰ্য খচিত। সন্মুখত টেম্পল অব জাষ্টিছ। এই সকলো ঠাইতে নিৰাপত্তা বাহিনীৰ উৎপাত নাই। লেখকে সপ্তম দিনা আমেৰিকাৰ ৰাষ্ট্ৰীয় উদ্যান মাউন্ট ৰেইনিয়াৰলৈ যাত্ৰা কৰে। পুৱাৰ আহাৰৰ অন্তত ড° বৰা আৰু শ্ৰীমতী বৰাৰ সৈতে মাউন্ট ৰেইনিয়াৰ অভিমুখে যাত্ৰা কৰে। গাঁৱৰ ঘৰৰ দৰে সেৰেঙাকৈ থকা ঘৰসমূহ। শস্যৰ পথাৰ আৰু মাজে মাজে হাবিৰ মাজেৰে যাত্ৰা পথ। গাঁৱৰ দৰে যদিও, ইয়াৰো প্ৰত্যেকৰে নিজা গাড়ী। খেতিৰ পথাৰতো যন্ত্ৰৰ ব্যৱহাৰ।

লেখকে এই গাঁও সদৃশ পৰিৱেশ দেখি নিজৰ গাঁৱখনলৈ মনত পৰি তাৰ পৰিৱেশ তুলনা কৰি চাইছে। ৰূপালী চুলিৰ কোনোবা চাহাব জুৰমন বুঢ়াক পালেও, তেওঁক পিৰালিত বহি থকাৰ দৃশ্য দেখা নাপাব বুলি লেখক নিশ্চিত

হৈছে। সযত্ন পালিত গৰুৰ ফাৰ্মবোৰতো নোদোকা নোদোক গৰুবোৰক লাঞ্চৰ সময়ত খোৱাৰ যোগান ধৰা দৃশ্য লেখকে সুন্দৰকৈ বৰ্ণনা কৰিছে। পৰ্যবেক্ষণ স্তম্ভৰ ভিতৰত শ্বপিং চেন্টাৰকে ধৰি ৰেইনিয়াত পোৱা বিভিন্ন জীৱ-জন্তুৰ প্ৰদৰ্শনী কক্ষৰ ব্যৱস্থা আছে। বৰফ, জলপ্ৰপাত, গ্লেছিয়াৰৰ বাট, পকাই বৈ যোৱা নৈ, পাইনৰ হাবিৰ মাজে মাজে পুনৰ উভতি আহিল তেওঁলোক।

**অষ্টম দিন ঃ** অষ্টম দিনৰ বৰ্ণনাত লেখকে আমেৰিকাৰ মানুহে ধাৰত থকাৰ বৰ্ণনা দিছে। ঘৰ-দুৱাৰ অন্যানা সা-সৰঞ্জাম ক্ৰয় কৰিবৰ বাবেও নগদ ধনৰ দৰকাৰ নাই। ধাৰ বা কিস্তিত সকলো বস্তুৱেই ল'ব পৰা যায়। লেখকৰ ভাষাত[১৪]— 'ধাৰ মাৰিব নলগীয়া হোৱা হ'লে ইয়াত থকাটো বৰ সুখৰ কথাই হ'লহেঁতেন'।

যি নহওঁক এইদিনাই লেখকে ট্ৰেভেলাৰ্ছ ইন এৰি টেকোমা বন্দৰৰ পৰা উৰাজাহাজেৰে ছিয়াটলৰ পৰা বিদায় ল'লে। আমেৰিকা পৃথিৱীৰ ভিতৰতে ধনী দেশ। এই ধনী দেশখনতে আছে ড্ৰাগছ আসক্ত আৰু এইড্‌ছ ৰোগাক্ৰান্ত অধিক সংখ্যক লোক। আমেৰিকাৰ স্কুলবিলাকৰ কিছুমান ঠাইত ছাইনব'ৰ্ডত লিখা থাকে "ড্ৰাগ ফ্ৰি জ'ন স্কুল।"

**নৱম দিন ঃ** নেৱাৰ্ক বিমান বন্দৰৰ পৰা তেওঁলোক নিউজাৰ্ছিৰ মৰিছ প্লেইনছ্‌লৈ যাত্ৰা কৰিলে। আৰু নৱম দিনৰ দিনা আমেৰিকাৰ ৰাটগাৰ্ছ বিশ্ববিদ্যালয়লৈ যোৱাৰ পৰিকল্পনা কৰিলে। ড° দেবকুমাৰ বৰা ৰাটগাৰ্ছ বিশ্ববিদ্যালয়ত কুক কলেজৰ কৃষি অভিযান্ত্ৰিক বিভাগৰ সহকাৰী অধ্যাপক। ৰাটগাৰ্ছ বিশ্ববিদ্যালয়ৰ চৌহদৰ ঘৰ-দুৱাৰবোৰ বৰ প্ৰকাণ্ড আৰু বিশাল নহয়। ইয়াত স্নাতক আৰু স্নাতকোত্তৰ বিভাগৰ ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ৫০ হেজাৰ। প্ৰত্যেকে নিজৰ নিজৰ কামত ব্যস্ত, ইউনিয়ন কৰিবলৈ সময় নাই। ইয়াত স্কুল, কলেজ, বিশ্ববিদ্যালয়ত বন্ধৰ সংখ্যা একেবাৰে কম। কোনো উৎসৱ উদ্‌যাপনৰ বাবে তেওঁলোকে আলোচনা-চক্ৰ আদি পাতে। আমেৰিকাত ৰাষ্ট্ৰীয় বন্ধ মাত্ৰ ১১, কলেজ আৰু বিশ্ববিদ্যালয়বিলাকত সকলো ছুটী মিলাই ৩ মাহ হয়। গতিকে দৰমহাও ৯ মাহৰ বাবে পায়। ড° বৰাক ব্ৰহ্মপুত্ৰ নিয়ন্ত্ৰণৰ বাবে গৱেষণা কৰিবৰ কাৰণে লেখকে প্ৰস্তাৱ দিয়াত গৱেষণা কৰাবলৈ মন থকাৰ কথা জনায়। আৰু ড° শইকীয়াৰ পৰা অলপ সহায়ৰ প্ৰয়োজন হ'ব বুলি কয়। লগতে কয় যে,



সংশ্লিষ্ট সংস্থাটোলৈ অসম চৰকাৰৰ পক্ষৰ পৰা আৰু অসমৰ কোনো এখন ইঞ্জিনিয়াৰিং কলেজ বা বিশ্ববিদ্যালয়ৰ পৰা অনুৰোধ এটা আহিব লাগে। দুমাহমানৰ ভিতৰতে 'কলেবৰেট' কৰি কামটো কৰিব পাৰি। ড° শইকীয়াইও এই বিষয়টো সাদৰেৰে লৈ অহা সন্মতি দিয়ে।

ৰাটগাৰ্ছ বিশ্ববিদ্যালয়ৰ 'আলেকজেণ্ডাৰ পোপ পুথিভঁড়াল'টোত হিউমেনিটিজৰ কিতাপ আছে। ইয়াত কিতাপ বিচাৰিবলৈ কম্পিউটাৰ টিপিলেই হয়। লেখক আৰু কিতাপৰ নামত বুটাম টিপিলেই বিচৰা কিতাপখন পুথিভঁড়ালত আছেনে নাই আৰু কোনটো খলপাত আছে জনা যায়। সকলো নথি-পত্ৰ কম্পিউটাৰাইজড হোৱাৰ কথাটো লেখকে তাত দেখা পাইছিল। যাৰ বাবে তেওঁ উপলব্ধি কৰিলে[১৫] 'ইয়াৰ সভ্যতা এতিয়া কম্পিউটাৰ সভ্যতা।'... ইহঁতৰ কথা হ'ল যিটো কাম মেচিনৰ, সেইটোৰ বাবে মগজুক দায়িত্ব কিয় দিব লাগে?'

আমেৰিকাৰ বজাৰ-সমাৰৰ ঠাইক মল (mall) বুলি কোৱা হয়। এই মলসমূহৰ বিষয়ে গ্ৰন্থখনিত অতি সুন্দৰকৈ বৰ্ণনা কৰিছে, বৰ্ণনাৰ মাজে মাজে নিজৰ দেশ আৰু মাটিৰ, স্বজাতিৰ ৰুচি আৰু অভিৰুচিৰো এক বৰ্ণনা মনোৰমকৈ দি গৈছে। চাউল, দাইল, শাক-পাচলিৰ পৰা মাছ-মঙহলৈকে সকলো বস্তু ইয়াত সুন্দৰকৈ ৰখা হৈছে। বজাৰ-সমাৰ সকলোৰে বৰ্ণনাৰ অন্তত লেখকে আমেৰিকা সম্পৰ্কত কৰা বক্তব্য এনেধৰণৰ "আমেৰিকা হ'ল নতুন পৃথিৱী। অৱশ্যে ন-চহকীৰ ভেম আৰু অহংকাৰ দুয়োটাই এওঁলোকৰ আছে। কিন্তু সাংস্কৃতিক ঐতিহ্য নথকা দেশ এখনৰ ভেম আৰু অহংকাৰৰ অন্তঃসাৰশূন্যতাৰ প্ৰকাশো বিভিন্ন প্ৰকাৰে প্ৰতিফলিত নোহোৱাকৈ থকা নাই। যাৰ অতীত নাই, সি বৰ্তমানকে ডাঙৰ কৰে। আমেৰিকাৰো সেয়ে হৈছে। তদুপৰি, আমেৰিকা হ'ল মিশ্ৰিত সংস্কৃতিৰ দেশ। পৃথিৱীৰ বিভিন্ন দেশৰ মানুহ আহি গোট খাই পতা দেশ।"

আমেৰিকা প্ৰবাসী অসমীয়াসকলৰ মাজত থকা ঘনিষ্ঠতা আৰু আন্তৰিক মিলামিছা যথেষ্ট আদৰণীয়। ইয়াক অধিক দৃঢ় কৰি তুলিবৰ বাবে ANNA আৰু ASSA এই সংগঠন দুটাক একেলগে কৰিবৰ বাবে লেখকে পৰামৰ্শ আগবঢ়ায়। সাত সাগৰ তেৰ নদী পাৰ হৈ লগ পোৱা অসমীয়া লোকসকলৰ প্ৰতি লেখকৰ ধাৰণা[১৭] "এওঁবিলাকৰ মাজত মোৰ মনটোৰ এটা

অংশ যেন বৈ যাব খুজিছে। বিদেশত যেন মনে বিচৰা সমাজখন পালোঁহি; ইয়াৰ বাকীবোৰৰ বাবে যেন হৃদয়-দুৱাৰ বন্ধ হৈ গৈছে আপোনা আপুনি।"

**দশম দিন ঃ** আমেৰিকাৰ দশম দিনত আমেৰিকাৰ ৰাজধানী ৱাশ্বিংটন ডি.চি লৈ ড° কৃপা বৰাৰ পৰিবাৰৰ লগত লেখকৰ যাত্ৰা। আমেৰিকাৰ এখন ৱাশ্বিংটন হ'ল ৰাজ্য আৰু ৱাশ্বিংটন ডি.চি হ'ল আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাজধানী, জিলা কলম্বিয়া। আমেৰিকাৰ ৰাষ্ট্ৰপতিৰ চৰকাৰী বাসভৱন হোৱাইট হাউছ সৰু এটি দুমহলীয়া ঘৰ। সংসদ ভৱনটো কাৰুকাৰ্য খচিত। 'লাইব্ৰেৰী অৱ কংগ্ৰেছ' পুথিভঁড়ালটো ইউৰোপীয় স্থাপত্য আৰু ভাস্কৰ্যৰে পূৰ্ণ। ই আমেৰিকাৰ সৰ্ববৃহৎ পুথিভঁড়াল। পৃথিৱীৰ প্ৰায় সকলো ভাষাৰ কিতাপ ইয়াত কম-বেছি পৰিমাণে সংগৃহীত হৈ আছে। হোৱাইট হাউছৰ ওপৰৰ পৰা বিভিন্ন দপ্তৰসমূহৰ ভৱন।

হোৱাইটহাউছৰ নিচেই কাষতে খুনী, বদমাছ, গণিকাৰ কাৰবাৰ আছে আৰু ৰাতি এইবোৰ ঠাইলৈ অহাই টান বুলি বৰ পূজাৰীয়ে লেখকক জনালে। আমেৰিকাৰ মানুহৰ স্বচ্ছন্দতা, স্বচ্ছলতা, ব্যস্ততা, শৃংখলাৰ লগতে লেখকে দেখা পালে চোৰ আৰু ভিক্ষাৰীকো।

**অতিৰিক্ত দুদিন ঃ** অতিৰিক্ত দুটা দিনত লেখকে 'বৰ্তমানৰ অসমীয়া সাহিত্য'ৰ বিষয়ে ড° কৃপা বৰাৰ ঘৰত আয়োজন কৰা এখন সভাত বক্তৃতা প্ৰদান কৰে। সভাত লগ পোৱা লোকসকলক আমেৰিকাৰ অসমীয়া সমাজে কৰিব পৰা দুটা কামৰ কথা কয়— আমেৰিকাৰ ভালখিনিৰ বিষয়ে অসমক জনোৱা আৰু অসমৰ বিষয়ে আমেৰিকাক জনোৱা। আনটো হ'ল স্বচ্ছলতা আৰু যান্ত্ৰিকতাৰ মাজত হেৰাই যোৱা আমেৰিকাৰ ভিতৰৰ মানুহটোক যদি পাৰি ভাৰতৰ দৰ্শনৰ পোহৰেৰে হেৰাই যোৱাৰ পৰা উদ্ধাৰ কৰা।

ইয়াৰ পিছৰ দিনটো ড° দেৱ বৰাৰ ঘৰত থাকি পাছদিনা লেখকে জন. এফ. কেনেডী বিমান বন্দৰৰ পৰা এয়াৰ ইণ্ডিয়াৰ বিমানেৰে নিজৰ দেশ আৰু মাটিলৈ উৰা মাৰিলে।

**সামৰণি ঃ**

ড° নগেন শইকীয়াৰ 'আমেৰিকাত দহদিন' গ্ৰন্থখনি অসমীয়া ভ্ৰমণ সাহিত্যলৈ এক উল্লেখনীয় বৰঙণি। ভ্ৰমণ কাল কেৱল দহদিন যদিও গ্ৰন্থখনিত আমেৰিকাৰ ভৌগোলিক পৰিৱেশ, প্ৰাকৃতিক দৃশ্যাৱলীৰ বৰ্ণনা, ইয়াৰ সমাজ-



সংস্কৃতিৰ চেতনা, কৃষি সম্পৰ্কীয় ধ্যান-ধাৰণাৰ পৰা খাদ্যাভাস, কৰ্ম-সংস্কৃতি; উঠি অহা প্ৰজন্মৰ মূল্যবোধৰ পৰা আধুনিক প্ৰযুক্তিৰ চৰমতম শিখৰলৈকে আগবাঢ়ি অহা আমেৰিকাৰ এক ফট্ফটীয়া ছবি দাঙি ধৰিবলৈ লেখক সক্ষম হৈছে। গ্ৰন্থখনিৰ ৰচনাশৈলী যথেষ্ট নিপুণ আৰু সাৰ্থক। যাৰ বাবে পাঠকে গ্ৰন্থখনি পঢ়ি যাওঁতে লেখকৰ লগে লগে গৈ থাকি প্ৰতিখন ঠাই আৰু বস্তু দৰ্শন কৰা যেন অনুভৱ কৰিব পাৰে।

বৰ্ণনীয় বিষয়ক অধিক মনোৰম কৰি তুলিব পাৰিছে লেখকৰ স্মৃতিকাতৰ মনটোৱে প্ৰতিটো দিশতে নিজৰ দেশ আৰু মাটিৰ সুগন্ধ মিলাই দিয়াৰ বাবে। তেওঁৰ একোটা ৰিজনিয়ে প্ৰতিপাদ্য বিষয়টোক অধিক পৰিষ্কাৰ কৰি দিয়াত সহায়ক হৈছে। তেনে এটি উদাহৰণ হ'ল[১৮]—"খাইবই উঠি বৰপূজাৰীৰ লগত তেখেতসকলৰ ছোৱালীৰ স্কুললৈ গ'লো— ক'তো সামান্য দাগ এটাও নাই, পৰিষ্কাৰ। আমাৰ স্কুলৰ বেৰ, ডেস্ক-বেঞ্চত একো লিখিবলৈ নাথাকিলে নিজৰ নামটোকে লিখি বিখ্যাত হ'বৰ যত্ন কৰা ল'ৰা-ছোৱালীৰ অভাৱ নাই।"

আমেৰিকা প্ৰবাসী অসমীয়াসকলৰ নিজৰ জাতীয়তাবোধ আৰু সংস্কৃতিৰ প্ৰতি থকা অনুৰাগৰ কথাও লেখকে সাৱলীলভাৱে বৰ্ণনা কৰিছে। আমেৰিকাৰ প্ৰাকৃতিক দৃশ্যৰ লগত সেই কেইদিনতে হোৱা একাত্মবোধে লেখকক আপ্লুত কৰি ৰাখিছিল। তাৰ বৰ্ণনাও অতি সুন্দৰকৈ দাঙি ধৰিছে। আমেৰিকাৰ পৰিষ্কাৰ-পৰিচ্ছন্নতাই লেখকক প্ৰতি মুহূৰ্ততে আকৰ্ষণ কৰিছিল। প্ৰতিটো দিনৰ বৰ্ণনাতে এই কথা সুস্পষ্ট হৈ পৰিছে, কিন্তু গ্ৰন্থখনি পঢ়ি গ'লে এটা ধাৰণা স্পষ্ট হৈ পৰে যে আমেৰিকাত কটোৱা প্ৰতিটো দিনতে, প্ৰতিটো খোজতে, কথাতে-কামতে যন্ত্ৰনিৰ্ভৰ হৈ পৰা সমাজখনত লেখকে এক অন্তঃসাৰশূন্যতাৰ উপলব্ধি কৰিছিল। যাৰ বাবে তেওঁ লিখিছে[১৯]— "প্ৰাচুৰ্যৰ অৰণ্যত ভিতৰৰ মানুহটোৰ হেৰাই গৈছে নেকি? সেই ভিতৰৰ মানুহটোৰ সন্ধানতে আমেৰিকাৰ মানুহ দৰিদ্ৰ ভাৰতবৰ্ষ পাইছেগৈ নেকি? হয়তো হয়। কাৰণ, ইয়াত 'মানুহ আটাইবোৰ দ্বীপ'।"

'আমেৰিকাত দহদিন' গ্ৰন্থখনিত বৰ্ণিত বিষয়বস্তুক মাজে মাজে দিয়া কথোপকথনৰ ভংগীয়ে অধিক বাস্তৱসন্মত কৰি তুলিছে। একোটা বৰ্ণিত দৃশ্যক শব্দৰ সুপ্ৰয়োগে মনোগ্ৰাহী কৰি তুলিবলৈ সক্ষম হৈছে। হৃদয়ৰ উপলব্ধিক

অতি নিটোল ৰূপত দাঙি ধৰি আমেৰিকা প্ৰবাসী অসমীয়াসকলৰ প্ৰতি তেওঁ কৃতজ্ঞতাসূচক উপলব্ধি এনেদৰে জ্ঞাপন কৰিছে[২০] — "এই মানুহখিনিৰ আন্তৰিক প্ৰীতিৰে মোৰ হৃদয় পাত্ৰ উপচি পৰিছে। এইখিনিৰে সৈতে যেন মই চহকী হৈ ঘূৰি যাম।"

**প্ৰসংগ সূত্ৰ ঃ**


১। নগেন শইকীয়া, মিতভাষ
২। শোণিত বিজয় দাস, মুনীন বায়ন (সম্পা), কথা বৰেণ্য ১০০, পৃ. ২১৫
৩। নগেন শইকীয়া, আমেৰিকাত দহদিন, পৃ. ২
৪। উল্লিখিত, পৃ. ২
৫। " পৃ. ৭
৬। " পৃ. ১৫
৭। " পৃ. ১৯
৮। " পৃ. ২১
৯। " পৃ. ২৬
১০। " পৃ. ৪০
১১। " পৃ. ৪২
১২। " পৃ. ৬৬
১৩। " পৃ. ৮৫
১৪। " পৃ. ১০৪
১৫। " পৃ. ১১৬
১৬। " পৃ. ১২২
১৭। " পৃ. ১২৭
১৮। " পৃ. ১৩৬
১৯। " পৃ. ৪০
২০। " পৃ. ১২৭

**প্ৰাসংগিক গ্ৰন্থ ঃ**

শইকীয়া, নগেন - আমেৰিকাত দহদিন, বনলতা, দ্বিতীয় প্ৰকাশ, ১৯৯৪
- মিতভাষ, কৌস্তুভ প্ৰকাশন, দ্বিতীয় প্ৰকাশ, ২০০৮

শোণিত বিজয় দাস, মুনীন বায়ন (সম্পা.) - কথা বৰেণ্য ১০০, কথা পাব্লিকেশ্যন, প্ৰথম প্ৰকাশ, ২০০৬




# লক্ষ্মীনন্দন বৰাৰ ভ্ৰমণ গ্ৰন্থ চীনক চিনিবলৈ টান ঃ এটি সমীক্ষা

**ড° ধৰণী লাহন**

কথাশিল্পী ড° লক্ষ্মীনন্দন বৰাৰ খ্যাতি অসমীয়া সাহিত্যত মূলতঃ গল্পকাৰ আৰু ঔপন্যাসিক হিচাপে। ৰামধেনু যুগৰ আন দুগৰাকী কৃতিমান পদাৰ্থবিজ্ঞানৰ ছাত্ৰ সৌৰভ কুমাৰ চলিহা আৰু ভবেন্দ্ৰনাথ শইকীয়াৰ সমান্তৰালভাৱে লক্ষ্মীনন্দন বৰাই সাহিত্য-সাধনাত মনোনিবেশ কৰি অসমৰ গ্ৰাম্য জীৱনৰ সৰলতা আৰু স্বচ্ছতাৰ ছবিখন নিখুঁতভাৱে অংকন কৰিছে। তেওঁৰ ৰচনাত গ্ৰাম্য জীৱনেই যে আছে তেনে নহয় — বহুৰূপী নগৰীয়া জীৱনৰ ছবি, নগৰীয়া আৰু গ্ৰাম্য জীৱনৰ দ্বন্দ্বখিনিও তেওঁ সমানেই অংকন কৰিছে। কেইবাখনো জীৱনীমূলক উপন্যাস ৰচনা কৰোঁতা হিচাপে লক্ষ্মীনন্দন বৰাৰ খ্যাতি অসমীয়া সাহিত্যত কাললৈ থাকি যোৱা ধৰণৰ বুলিব পাৰি। তেওঁৰ সাহিত্যিক ব্যক্তিত্বক গ্ৰাম্য আৰু নগৰীয়া জীৱনে যিদৰে আলোড়িত কৰিছে অথবা অসমৰ মহাপুৰুষীয়া পৰম্পৰাই যিদৰে প্ৰভাৱিত কৰিছে সমানেই প্ৰভাৱিত কৰিছে-তেওঁৰ মন-মগজুত অনবৰত সক্ৰিয় হৈ থকা বিজ্ঞানমনস্কতাই। 'কায়কল্প' উপন্যাসখন তেওঁৰ এনে মনস্কতাৰ এক সাৰ্থক নিদৰ্শন।

ভ্ৰমণ কাহিনী ৰচনা কৰোঁতা হিচাপে লক্ষ্মীনন্দন বৰাৰ পৰিচয় বৈ বৈ যোৱা ধৰণৰ নহয়। কেৱল লক্ষ্মীনন্দন বৰা বুলিয়ে নহয়, অসমীয়া সাহিত্যত এনে কোনো সাহিত্যিক-ব্যক্তিত্ব নাই যিয়ে কেৱল ভ্ৰমণ কাহিনী ৰচনা কৰিয়ে খ্যাতি আৰ্জিছে। আমাৰ সাহিত্যত ভ্ৰমণ কাহিনী হ'ল এক নিস্তৰংগ ধাৰা। এই ধাৰাত দুই-একে আত্মোসৰ্গা কৰিলেও সাংঘাতিক কিবা এটা কৰিব পৰাগৈ নাই। লক্ষ্মীনন্দন বৰাই এতিয়ালৈকে চাৰিখন ভ্ৰমণ কাহিনী

ৰচনা কৰিছে। যথাঃ 'পশ্চিমৰ পম খেদি', 'সীমাৰ পৰিধি ভেদি', 'জোৰালগা জাৰ্মেনি' আৰু 'চীনক চিনিবলৈ টান'। এই ভ্ৰমণকাহিনীসমূহ তেওঁৰ বিদেশ ভ্ৰমণৰ কিছু কিছু খণ্ডিত চিত্ৰ মাথোঁ। আমাৰ আলোচনাত তেওঁৰ চতুৰ্থখন ভ্ৰমণ কাহিনী 'চীনক চিনিবলৈ টান' সম্পৰ্কে আলোচনা আগবঢ়োৱা হৈছে।

'চীনক চিনিবলৈ টান' ড° লক্ষ্মীনন্দন বৰাৰ ভাৰতবৰ্ষৰ প্ৰতিবেশী ৰাষ্ট্ৰ চীনদেশ ভ্ৰমণ সম্পৰ্কীয় এক চমু খতিয়ান। ভাৰতীয় লেখকৰ এটা দল হিচাপে চীনৰ ৰাজধানী বেইজিঙত অনুষ্ঠিত ১৭ তম আন্তৰ্জাতিক গ্ৰন্থমেলাত যোগদান কৰিবলৈ তেওঁলোক গৈছিল। ভাৰতৰ সাহিত্য অকাডেমিয়ে তেওঁলোকৰ ভ্ৰমণৰ সকলোখিনি যা-যোগাৰ কৰি দিছিল। লক্ষ্মীনন্দন বৰাৰ উপৰি ভাৰতীয় লেখকৰ দলটোত আছিল আন ১৬ গৰাকী লেখক সদস্য। তেওঁলোক হ'ল ক্ৰমে সাহিত্য অকাডেমিৰ উপ-সভাপতি অধ্যাপক সুতীন্দৰ সিং নুৰ, 'দেশ' প্ৰত্ৰিকাৰ সম্পাদক হৰ্ষ দত্ত, ঔপন্যাসিক তপন বন্দোপাধ্যায়, হিন্দী সাহিত্যিক বিশ্বনাথ প্ৰসাদ তেৱাৰী, ৰবিন্দ্ৰ ত্ৰিপাঠী, হিমাংশু যোশী আৰু মৃদুলা বেহাৰী; বড়ো ভাষাৰ ড° অনিল বড়ো, তেলেগু চুটিগল্প ৰচক ড° কেটু বিশ্বনাথ ৰেড্ডি, কন্নড় কবি কে.বি. ছিদ্দায়া আৰু মালায়ালম আৰু ইংৰাজী লেখক পল জাকাৰিয়া। দলটোৱে এক বিশেষ ব্যৱস্থাৰ মাজেৰে যথা সময়ত চীনত উপস্থিত হৈছিলগৈ।

লক্ষ্মীনন্দন বৰাই এই ভ্ৰমণ গ্ৰন্থখনত অতি কম পৰিসৰতে চীন সম্পৰ্কীয় ভালেমান কথা পঢ়ুৱৈ সমাজলৈ মুকলি কৰি দিছে। চীনৰ ইতিহাস, চীনৰ শিল্প-বাণিজ্য, চীনৰ শাসন-ব্যৱস্থা, কৃষি-অৰ্থনীতি, সমাজ-সাহিত্য-সংস্কৃতিৰ উপৰি সামগ্ৰিকভাৱে চীনৰ প্ৰাকৃতিক বাতাবৰণ, চীনাবাসীৰ মন, মানসিকতাৰ ছবিখন তেওঁ অতি সাৱলীলভাৱে বৰ্ণনা কৰিছে। চীনৰ শাসন ব্যৱস্থাৰ অন্তৰ্নিহিত বহু গোপন কথাৰ ইংগিত দি তেওঁ স্বীকাৰ কৰিবলৈ বাধ্য হৈছে যে চীনক সঁচাকৈয়ে চিনিবলৈ টান। চীনৰ বৈদেশিক নীতি, চীনা শাসকৰ ধ্যান-ধাৰণা মুক্ত হৈয়ো যেন সদা ৰহস্যময়।

সচৰাচৰ ভ্ৰমণ কাহিনী বুলিলে ভ্ৰমণ কৰোঁতাজনৰ ব্যক্তিগত কথাৰ উল্লেখেই বেছি হয়। ব্যক্তিগত অভিজ্ঞতাক বহুতে ভ্ৰমণ কাহিনীৰ যোগেদি



ৰাজহুৱা কৰে। এনে ধৰণৰ ভ্ৰমণ সাহিত্য পঠনৰ ক্ষেত্ৰত পঢ়ুৱৈৰ অভিজ্ঞতাও অস্বস্তিকৰ হয়। লক্ষ্মীনন্দন বৰাৰ 'চীনক চিনিবলৈ টান' এই ক্ষেত্ৰত এক ব্যতিক্ৰম। গ্ৰন্থখনত তেওঁৰ ব্যক্তিগত অভিজ্ঞতা উপলব্ধি বৰ্ণনাৰ বিপৰীতে চীনৰ অতীত বৰ্তমানৰ ভালেমান গুৰুত্বপূৰ্ণ দিশহে উন্মোচিত কৰিছে। গ্ৰন্থখনত আঠোটা অধ্যায় আছে। ইয়াৰ উপৰি গ্ৰন্থখনৰ শেষৰফালে কেইবাখনো চীন দেশৰ প্ৰতিনিধিসূচক ৰঙীন আলোকচিত্ৰ সন্নিৱিষ্ট হৈছে। আলোকচিত্ৰসমূহে যেন চীন দেশৰ গৌৰৱৰ স্বাক্ষৰ বহন কৰিছে।

চীন হৈছে কমিউনিষ্ট শাসিত এখন ৰাষ্ট্ৰ। কমিউনিষ্ট চীনৰ প্ৰতিষ্ঠা হয় ১৯৪৯ চনৰ ১ অক্টোবৰত। মাও-চে-টাং ওৰফে মাও জে দঙৰ নেতৃত্বত চীন কমিউনিষ্ট পাৰ্টিয়ে যুঁজ দি ভূস্বামীসকলৰ কবলৰ পৰা চীনা কৃষকসকলক উদ্ধাৰ কৰে। চেয়াৰমেন মাওৰ মৃত্যু হয় ১৯৭৬ চনত। ১৯৭৮ চনৰ পৰা চীনৰ পৰিবৰ্তন অবিশ্বাস্য হৈ.পৰে। চীনৰ নতুন নেতৃবৰ্গই ছোভিয়েট আৰ্হিৰ পৰিকল্পিত অৰ্থনীতি পৰিত্যাগ কৰিলে আৰু বজাৰভিত্তিক অৰ্থনীতি গ্ৰহণ কৰিলে। চীনৰ মাৰ্ক্সীয় সাম্যবাদে নতুন সাজ পিন্ধিলে। যাৰ ফলত চীন দেশীয় কাৰ্য আৰু ৰূপয়াণত নতুন নেতৃত্বই অভূতপূৰ্ব দক্ষতা প্ৰদৰ্শন কৰিবলৈ সক্ষম হয়। সকলো দিশৰ পৰা চীন দেশে দ্ৰুতগতিত আগবাঢ়িব ধৰিছে। বিজ্ঞান-প্ৰযুক্তি, কৃষি-অৰ্থনীতি, শিল্প-বাণিজ্য আদি সকলো দিশতে চীন দেশ এতিয়া পৃথিৱীৰ সৰ্ববৃহৎ দেশসমূহৰ ভিতৰত এখন। পশ্চিমীয়া দেশসমূহে চীনৰ এই উন্নতিত বিস্ময় মানিছে। অৰ্থনৈতিক বিকাশৰ ক্ষেত্ৰত চীন দেশ এতিয়া পৃথিৱীৰ ভিতৰত দ্বিতীয়।

লক্ষ্মীনন্দন বৰাই চীনৰ ক্ৰমোন্নতিৰ বিভিন্ন দিশসমূহ অনুসন্ধান কৰি চাইছে। এই ক্ষেত্ৰত চীনৰ শাসন নীতিক তেওঁ মুখ্য স্থান দিছে। তদুপৰি চীনাবাসীৰ কৰ্ম-সংস্কৃতি, তেওঁলোকৰ সাংস্কৃতিক বিপ্লৱ, শাসকবৰ্গৰ কৰ্মদক্ষতা আদি চীন দেশৰ ক্ৰমোন্নতিৰ মূল মন্ত্ৰ। জনগণৰ ওপৰত চলোৱা কঠোৰ শাসনৰ বিনিময়ত চীন দেশে যি উন্নতি লাভ কৰিলে সেই উন্নতিৰ আঁৰত অৱশ্যে মানুহৰ ব্যক্তিগত অনুভৱ, অনুভূতি অথবা মুক্ত কণ্ঠসমূহ নিয়ন্ত্ৰিত হৈ থাকিল। চীন দেশত ব্যক্তিৰ স্বাধীনতা বুলিবলৈ একো নাই।

শাসকৰ কথাই অথবা শাসকৰ নীতিয়ে সৰ্বস্ব নীতি। আনকি লেখক, সাহিত্যিক, সাংবাদিকসকলৰো কণ্ঠ চীন দেশত মুক্ত নহয়। চীনা শাসকৰ দ্বাৰা ব্যক্তিৰ পৰা সমাজলৈকে সকলো দিশ নিয়ন্ত্ৰিত।

'চীনক চিনিবলৈ টান' গ্ৰন্থখনৰ যোগেদি লেখকে চীন দেশ সম্পৰ্কীয় আন কেতবোৰ বৈশিষ্ট্যপূৰ্ণ দিশ উন্মোচন কৰিছে। সেই দিশসমূহ হৈছে —

(১) চীন দেশৰ মানুহৰ গ্ৰন্থপ্ৰীতি ইউৰোপ বা আমেৰিকাৰ মানুহৰ দৰেই প্ৰবল। পৰিসংখ্যা মতে চীনত ৮,২০৫টা প্ৰকাশন গোষ্ঠী আছে। ইয়াৰ গ্ৰন্থ প্ৰকাশনে প্ৰায় ২০ লাখ মানুহক কৰ্মসংস্থাপন দিছে।

(২) চীনৰ ৰাজধানী বেইজিং এখন পৰিকল্পিত আৰু অত্যাধুনিক চহৰ। বেইজিঙক দুটা ভাগত ভগাব পাৰি। নতুন বেইজিং আৰু কীৰ্তিচিহ্ন বিভূষিত বেইজিং।

(৩) চীন দেশত শিল্প-বাণিজ্য, কৃষি আদি সকলো দিশতে সমানে গুৰুত্ব দিয়া হয়।

(৪) চীনৰ প্ৰধান ভাষা মান্দাৰিণ। ইয়াৰ উপৰি অনেক উপভাষাও আছে।

(৫) চীন দেশত সাম্যবাদী আদৰ্শৰ লগত ধৰ্মৰ সহাৱস্থানৰ দৰে নোহোৱা-নোপোজা পৰিঘটনা সংঘটিত হৈছে বুলি লেখকে মত পোষণ কৰিছে। লেখকৰ মতে—"আধুনিক মহাচীনত সাম্যবাদ কিজানি ভেজাল হৈছে। কাৰণ বিগত কেইদশকৰ অৰ্থনৈতিক সংস্কাৰৰ পাছত চীনত সাম্যবাদী আদৰ্শৰ প্ৰতি মানুহৰ আস্থা ক্ৰমাৎ হ্ৰাস পাই আহিছে। মাওৰ আৰাধনাৰ সলনি ধনৰ উপাসনাহে চলি আছে। সমাজৰ নৈতিক অবনতিয়ে বিতুষ্ট কৰা বহু লোক জীয়াই থকাৰ তাৎপৰ্য বিচাৰি পাইছে ধৰ্মত। চৰকাৰী হিচাপ মতেই চীনত সম্প্ৰতি ধৰ্মত আশ্ৰয় লোৱা লোকৰ সংখ্যা ১০ কোটি। আচলতে কিন্তু এনে লোকৰ সংখ্যা ৩০ কোটিৰ ওচৰা-উচৰি। ধৰ্মত আস্থা ৰখা লোকসকলৰ ভিতৰত ইছলাম ধৰ্মাৱলম্বীৰ সংখ্যাই প্ৰায় ৩ কোটি। বৌদ্ধ আৰু কন্‌ফুচিয়ান ধৰ্মাৱলম্বী লোকৰ সংখ্যাই আটাইতকৈ বেছি। তাও ধৰ্মৰ লোকো যথেষ্ট আছে। খ্ৰীষ্টিয়ান ধৰ্ম লোৱা চীনা লোকো আছে।



(৬) চীনাবাসীসকলৰ চাফ-চিকুণতা তথা পৰিষ্কাৰ-পৰিচ্ছন্নতা শলাগিবলগীয়া।

(৭) চীনা মানুহ চিত্ৰকলাত অতি নিপুণ। এই প্ৰসংগত লেখকৰ অভিমত এনেধৰণৰ—"চীনা মানুহ চিত্ৰকলাত ইমানেই পটু যে ব্যৱহাৰ কৰা মোনাটোৰ পৰা বিস্কুটৰ পেকেটত থকা চিত্ৰলৈকে ইয়াৰ পৰিচয় পোৱা যায়। কোনো কোনো ঠাইত ৰং আৰু তুলিকা লৈ বহি থকা একোজন চিত্ৰশিল্পীকো দেখিবলৈ পোৱা যায়। তেওঁলোকক ক'লেই এজন লোকে বিচৰা চিত্ৰ এখন আঁকি দিব পাৰে। এজনে মোৰ L.N. Bora নামটো এনেকৈ বিবিধ ৰঙেৰে আঁকি পেলালে যে পোনতে দেখিলে ছবি কিছুমান যেনহে লাগে। সেই নামফলিখন মই চীন-ভ্ৰমণৰ চিনস্বৰূপে সযতনে ৰাখি থৈছোঁ।'

(৮) চীনৰ ঔদ্যোগিক সামগ্ৰীসমূহ বিশ্বৰ বজাৰ ওপচাই পেলোৱা প্ৰধান কাৰণ লেখকৰ মতে— "শাসকবৰ্গৰ সুপৰিকল্পনা, তাক কাৰ্যকৰী কৰাৰ দক্ষতা আৰু চীনৰ অধিবাসীসকলৰ মাজত সদায় বৰ্তি থকা কৰ্ম-সংস্কৃতি। পৰিকল্পনাৰ ভাৰ লোৱা শাসকবৃন্দ আমাৰ দেশৰ ৰাজনীতি কৰা মানুহখিনিৰ নিচিনা পৰোপজীৱী ভ্ৰষ্টাচাৰী লোক নহয়; তেওঁলোক সাধাৰণতে প্ৰযুক্তিবিদ। চীন দেশৰ শাসন-ব্যৱস্থাৰ বাবে দায়ী সৰ্বপ্ৰধান সমিতিখনৰ নাম পলিট ব্যুৰো। এই পলিট ব্যুৰোৰ সদস্যসকলৰ প্ৰত্যেকেই অভিযন্তা বা প্ৰযুক্তিবিদ। গতিকে আঁচনি ৰূপায়ণত বিফল হোৱাটো সম্ভৱ নহয়।"

(৯) চীন দেশত পুঁজিপতি আৰু দৰিদ্ৰ লোকৰ সহাৱস্থান সম্ভৱ হৈছে যদিও ইয়াত কমিউনিষ্ট পাৰ্টিৰ অৰ্থনৈতিক কৰ্তৃত্ব ইমানেই কটকটীয়া যে কোনো লোক এজন মুকেশ আম্বানী বা ৰতন টাটা হ'ব নোৱাৰে। চীন কমিউনিষ্ট পাৰ্টিক সকলো নিয়ন্ত্ৰণত ৰখা এটা দৈত্যকায় নিগমৰ লগত ৰিজাব পাৰি। পলিট ব্যুৰোৱেই যেন ইয়াৰ সঞ্চালক পৰিষদ। এটা নিগমত যেনেকৈ মাহে এক কোটি টকা দৰমহা পোৱা বিষয়া আছে আৰু ২০ হাজাৰ টকা দৰমহা পোৱা সাধাৰণ কৰ্মচাৰীও আছে, সেইদৰে চীনতো খুব ধনী আৰু আপেক্ষিকভাৱে দুখীয়া মানুহ আছে।'

গ্ৰন্থকাৰ লক্ষ্মীনন্দন বৰাই চীনা সমাজ-সংস্কৃতি, তেওঁলোকৰ কলা-নিপুণতা, তেওঁলোকৰ ঐতিহ্য-প্ৰীতি, শিল্প-বাণিজ্য-কৃষি উৎকৰ্ষতাক উচ্চ প্ৰশংসা কৰিও বাৰে বাৰে কৈছে যে চীনক চিনিবলৈ টান। বিশেষকৈ এগৰাকী ভাৰতীয় হিচাপে তেওঁৰ এই অনুভৱ আৰু বেছি সুদৃঢ়। চীন দেশত আভ্যন্তৰীণ নিৰাপত্তা অধিক নিকপকপীয়া। বিদেশী অতিথি তথা পৰ্যটকক তন্ন তন্নকৈ তালাচী কৰিহে বিমান বন্দৰত প্ৰবেশ কৰিবলৈ দিয়ে। তালাচীত একো সুৰুঙা নাৰাখে। বিদেশৰ সকলো লোককে যেন চীনে সন্দেহৰ দৃষ্টিৰে চায়। ভাৰতৰ সৈতে চীনৰ সম্পৰ্ক পূৰ্বতে যথেষ্ট ভাল আছিল। চীনা পৰিব্ৰাজক হিউৱেন চাঙে ৬২৯ ৰ পৰা ৬৪৪ খ্ৰীষ্টাব্দলৈকে পৰিব্ৰাজক হিচাপে ভাৰতত থাকি চীনৰ লগত ভাৰতৰ সম্প্ৰীতিৰ সাঁকো তৈয়াৰ কৰাৰ পৰা জৱাহৰলাল নেহৰুৰ দিনলৈকে 'হিন্দী চীনী ভাই ভাই' আছিল। কিন্তু যেতিয়াৰে পৰাই মাও-চে-টুং আৰু চুৱেন লাইয়ে বিশ্বাসঘাতকতা কৰিলে তেতিয়াৰে পৰা চীনক চিনিবলৈ টান হৈ পৰিল। চীন দেশলৈ গৈও লেখকৰ নিজকে মাজে মাজে অবাঞ্ছিত-অৱহেলিত অতিথি যেন ভাব হৈছিল।

'চীনক চিনিবলৈ টান' এখন সুখপাঠ্য, তথ্যপূৰ্ণ আৰু মেদবিহীন বৰ্ণনাৰ ভ্ৰমণ কাহিনী। লেখকে গ্ৰন্থখন ৰচনা কৰোতে ব্যক্তিগত অভিজ্ঞতাৰ লগতে চীন সম্পৰ্কীয় ইতিহাস অধ্যয়ন কৰিছে। চীনৰ বিষয়ে জানিবলৈ এই গ্ৰন্থখন নিঃসন্দেহে এখন প্ৰয়োজনীয় গ্ৰন্থ। লেখকৰ নিজস্ব দৃষ্টিভংগীও গ্ৰন্থখনৰ যোগেদি উজলি উঠিছে। ››



# হীৰেন গোহাঁইৰ ভ্ৰমণ সাহিত্য এক বিশ্লেষণাত্মক আলোচনা

**তাম্ৰপালি ৰাজকোঁৱৰ**

**০.০০ প্ৰস্তাৱনা**

বৰ্তমানে জনপ্ৰিয়তা লাভ কৰা সাহিত্যৰ বিধাসমূহৰ ভিতৰত অন্যতম হৈছে 'ভ্ৰমণ সাহিত্য'। ই হ'ল একোজন ব্যক্তিৰ বাস্তৱ অভিজ্ঞতাৰ কলাত্মক প্ৰকাশ। ইয়াত লেখকে কোনো এখন ঠাই পৰিভ্ৰমণ কৰি লাভ কৰা বিভিন্ন অভিজ্ঞতাসমূহ যেনে ঠাইখনৰ ইতিহাস, সামাজিক, ৰাজনৈতিক, সাংস্কৃতিক আদি দিশৰ তথ্যসমূহ নিজা ৰূপত লিপিবদ্ধ কৰে। বস্তুনিষ্ঠ আৰু ব্যক্তিনিষ্ঠ এই দুয়োটা উপাদান নিহিত হৈ থকা ভ্ৰমণ সাহিত্যক লেখকে নিজৰ সূক্ষ্ম পৰ্যবেক্ষণ শক্তি আৰু সাহিত্যিক গুণৰ সমাহাৰেৰে পৰিপূৰ্ণ ৰূপ প্ৰদান কৰে।

প্ৰাচীন অসমীয়া সাহিত্যত ভ্ৰমণ বিষয়ক গ্ৰন্থ ৰচনা হোৱাৰ প্ৰমাণ পোৱা নাযায়। অৱশ্যে দুই-এখনত ভ্ৰমণৰ নিদৰ্শন লক্ষ্য কৰিব পাৰি। উদাহৰণ স্বৰূপে শংকৰদেৱৰ কীৰ্তনৰ 'উৰেষা বৰ্ণন' অধ্যায়টিৰ জৰিয়তে তেওঁৰ উৰিষ্যা ভ্ৰমণৰ অভিজ্ঞতাৰ কথা গম পোৱা যায়। আনহাতে মধ্যযুগত ৰচিত ত্ৰিপুৰা বুৰঞ্জী আৰু গুৰু চৰিত কথাৰ মাজতো ভ্ৰমণ সাহিত্যৰ নিদৰ্শন লক্ষ্য কৰিব পাৰি। আধুনিক অসমীয়া ভ্ৰমণ সাহিত্যৰ বীজ অৰুনোদই আলোচনীত অংকুৰিত হয়। ১৮৪৯ চনৰ মে' মাহত লুচি এন হেইডেন নামৰ ছাত্ৰ এজনে আমেৰিকাৰ পৰা লিখা এখন চিঠি অৰুনোদইত প্ৰকাশ হৈছিল। আনহাতে নিধি লিবাই ফাৰোৱেলে অৰুনোদইত লিখা 'তিনিজন ভাইৰ মিশ্যনেৰী জাত্ৰা' শীৰ্ষক ৰচনাখনকো ভ্ৰমণ বৃত্তান্তৰ শাৰীত পেলাব পাৰি।

অৰুনোদইত অংকুৰিত হোৱা অসমীয়া ভ্ৰমণ সাহিত্যই জোনাকী যুগত এক বিশেষ মাত্ৰা লাভ কৰিলে। জোনাকী আলোচনীৰ দ্বিতীয় বছৰ ৪ৰ্থ সংখ্যাৰ

পৰা ধাৰাবাহিকভাৱে প্ৰকাশিত গুণাভিৰাম বৰুৱাৰ সৌমাৰ ভ্ৰমণেই হৈছে প্ৰকৃত অসমীয়া ভ্ৰমণ সাহিত্য। ইয়াৰ পৰৱৰ্তী পৰ্যায়ত ৰচিত ভ্ৰমণ কাহিনীৰ ভিতৰত ব্ৰহ্মযাত্ৰীৰ ডায়েৰী, জ্ঞানদাভিৰাম বৰুৱাৰ বিলাতৰ চিঠি উল্লেখযোগ্য।

স্বাধীনতাৰ পৰৱৰ্তী কালছোৱাত অৱসৰ-বিনোদন, ৰাজনীতি, গৱেষণা, শিক্ষা আদি বিভিন্ন কাৰণত মানুহৰ বিভিন্ন ঠাইলৈ যোৱাৰ প্ৰৱণতা বৃদ্ধি পোৱাৰ সমান্তৰালভাৱে সেই ঠাইবিলাকত লাভ কৰা অভিজ্ঞতাই সাহিত্যিক ৰূপো লাভ কৰিবলৈ ধৰিলে। এই সময়ছোৱাৰ উল্লেখযোগ্য ভ্ৰমণ কাহিনীবিলাকৰ ভিতৰত বিৰিঞ্চিকুমাৰ বৰুৱা (১৯০৮-১৯৬৪), হেমাংগ বিশ্বাস (১৯১২-১৯৮৭), হেম বৰুৱা (১৯১৫-১৯৭৭), প্ৰফুল্লদত্ত গোস্বামী (১৯১৯-১৯৯৪), চৈয়দ আব্দুল মালিক (১৯১৯-২০০০), নগেন শইকীয়া (১৯৩৯-), হীৰণে গোহাঁই (১৯৩৯), কৰবী ডেকা হাজৰিকা (১৯৫৩-) আদি প্ৰধান।

**১.০০ হীৰেন গোহাঁইৰ ভ্ৰমণ সাহিত্যৰ চমু পৰিচয়**

সমালোচক, গদ্যকাৰ হিচাপে অসমীয়া সাহিত্যত পৰিচিত হীৰেন গোহাঁইয়ে ভ্ৰমণ সাহিত্যও ৰচনা কৰিছে। তেওঁৰ একমাত্ৰ ভ্ৰমণ সাহিত্যখনৰ নাম হৈছে— 'আখ্যানৰ আঁৰৰ আমেৰিকা'। আমেৰিকা ভ্ৰমণৰ অভিজ্ঞতাৰ ভিত্তিত ৰচিত এই গ্ৰন্থখন ২০০৭ চনত প্ৰকাশিত হৈছিল।

গোহাঁইৰ পূৰ্বে আমেৰিকা ভ্ৰমণক কেন্দ্ৰ কৰি অসমীয়া সাহিত্যত কেইবাখনো ভ্ৰমণ সাহিত্য ৰচনা হৈ ওলাইছে। তাৰ ভিতৰত বিৰিঞ্চিকুমাৰ বৰুৱাৰ 'প্ৰফেছৰ বৰুৱাৰ চিঠি' (১৯৬৮), প্ৰফুল্লদত্ত গোস্বামীৰ 'সোণ ৰূপৰ নহয় ই দেশ' (১৯৫৮), নগেন শইকীয়াৰ 'আমেৰিকাত দহদিন' (১৯৯৩), কৰবী ডেকা হাজৰিকাৰ 'নীলা সাগৰ আৰু সোণালী দেশ' (২০০০), 'লেটিন আমেৰিকাৰ বিস্ময় আৰু শিহৰণ' (২০১৫), তোষপ্ৰভা কলিতাৰ 'আমেৰিকা-আমেৰিকা' (২০০৬) আদি প্ৰধান।

কিন্তু গোহাঁইৰ 'আখ্যানৰ আঁৰৰ আমেৰিকা' পূৰ্ব উল্লিখিত আমেৰিকাৰ কেন্দ্ৰিক ভ্ৰমণ সাহিত্যসমূহতকৈ ব্যতিক্ৰম। মুঠ ৩১ খন ৰচনাযুক্ত ভ্ৰমণ সাহিত্যখনত লেখক গোহাঁইয়ে গতানুগতিকভাৱে ভ্ৰমণৰ অভিজ্ঞতাসমূহ কেৱল বৰ্ণনা কৰিয়ে যোৱা নাই; তেওঁ আমেৰিকাৰ সমাজ, জীৱন-ধাৰণ পদ্ধতি,



ৰাজনীতি, শিক্ষা, অৰ্থনীতি, সংস্কৃতি আদি সূক্ষ্মভাৱে বিশ্লেষণ কৰি যুক্তিসহ নিজৰ মত আগবঢ়াইছে। তদুপৰি প্ৰাসংগিকভাৱে অসমৰ লগতো সেই দিশসমূহৰ তুলনা কৰিছে।

**২.০০ 'আখ্যানৰ আঁৰৰ আমেৰিকা'ৰ সমাজত প্ৰতিফলিত আমেৰিকাৰ সামাজিক আদি দিশসমূহ'**

গ্ৰন্থখনৰ আৰম্ভণিতে তেওঁ আমেৰিকাৰ এক পৰিচয় এক, দুই আৰু তিনি —এই তিনিটা খণ্ডত আগবঢ়াইছে। ইয়াত তেওঁ আমেৰিকাৰ পৰা বিশ্বই গ্ৰহণ কৰিব পৰা দিশসমূহ উল্লেখ কৰাৰ লগতে আমেৰিকাৰ দোষ-ত্ৰুটিসমূহো সংক্ষেপে উল্লেখ কৰিছে।

গোহাঁইৰ মতে আমেৰিকাৰ মানুহ নতুনক গ্ৰহণ কৰাৰ ক্ষেত্ৰত যথেষ্ট উদাৰ। যিটো পৰিৱৰ্তনশীল, আজিৰ সমাজৰ বাবে অতি আৱশ্যকীয় গুণ। "আমেৰিকান মানুহৰ প্ৰথম লক্ষণীয় গুণ হৈছে— পৰম্পৰাবাদী সমাজতকৈ পৰিৱৰ্তন গ্ৰহণ কৰিবলৈ বা আদৰি ল'বলৈ আগ্ৰহ, ইয়াৰ কিছুমান প্ৰকাশ আচহুৱা বা অদ্ভুত বুলিবই লাগিব। কিন্তু পৰিৱৰ্তনশীল আজিৰ বিশ্বত ই এক প্ৰধান গুণ।" (১৬ পৃ. আখ্যানৰ আঁৰৰ আমেৰিকা)

তদুপৰি মাৰ্কিন সমাজ আইন-কানুন আৰু নিয়মৰ প্ৰতি ইমান শ্ৰদ্ধাশীল সেয়াও গোহাঁয়ে ভ্ৰমণৰ সময়ছোৱাত লক্ষ্য কৰিছে। তেওঁ আমেৰিকাত সাধাৰণ, ধনী সকলো শ্ৰেণীৰ লোকে আইনক মানি চলা কথা কোৱাৰ প্ৰাসংগিকভাৱে ভাৰতত কিদৰে সাধাৰণ নাগৰিকে প্ৰভাৱশালী লোকৰ তুলনাত আইন-কানুন মনাৰ ক্ষেত্ৰত জ্বলা-যান্ত্ৰণা ভোগ কৰিবলগীয়া হয়, সেই সম্পৰ্কেও তীৰ্যক মত আগবঢ়াইছে। তদুপৰি উৰ্ধতম কৰ্তৃপক্ষৰ ওচৰত ইয়াৰ গোচৰ তৰিলেও যে কোনোধৰণৰ লাভ নহয় তাকো গোহাঁইয়ে নিজৰ বিশ্লেষণত দাঙি ধৰিছে।

আমেৰিকা ঃ প্ৰথম পৰিচয় (২) অধ্যায়টিত লেখকে আমেৰিকাৰ সমাজখন ব্যক্তিকেন্দ্ৰিক অৰ্থাৎ তাত যে ব্যক্তিৰ স্বাধীনতাক বিশেষ গুৰুত্ব দিয়া হয় সেয়া উল্লেখ কৰিছে; কিন্তু সকলৰে পৰা আত্মনিৰ্ভৰশীল হোৱাৰ কাৰ্যকাৰিতা যে সীমিত সেয়াও লেখকৰ সূক্ষ্ম পৰ্যবেক্ষণ দৃষ্টিত ধৰা পৰিছে। কাৰণ আমেৰিকাত এতিয়াও এচাম কৃষ্ণাংগই দৰিদ্ৰ, নিৰক্ষতা আদিৰ মাজত দিন কটাই আছে। তদুপৰি সীমা পাৰ হৈ অহা মেক্সিকানসকলেও কষ্টৰে জীৱন

কটাই থাকিবলগীয়া হোৱা কথাটোও প্ৰসংগক্ৰমে উল্লেখ কৰিছে।

গোহাঁইয়ে অসমৰ অবৈধ অনুপ্ৰৱেশকাৰী বাংলাদেশীৰ লগত মেক্সিকানসকলৰ তুলনা কৰিছে। কাৰণ মেক্সিকানসকলেই মাৰ্কিন সমাজৰ নিম্নখাপৰ পৰিশ্ৰম কৰে। কিন্তু সমাজ আৰু আইনে তেওঁলোক দৰিদ্ৰ আৰু অভাৱী হোৱাৰ বাবে অপৰাধীৰ দৰে আচৰণ কৰে। আইনী দৃষ্টিকোণেৰে শ্বেতাংগ আৰু কৃষ্ণাংগৰ মাজত ব্যৱধান থাকিলেও ৰাষ্ট্ৰৰ উচ্চতম মহলত, বিশ্ববিদ্যালয়ত, খেলপথাৰত, ৰাস্তাই-ঘাটে যাতে এই বৈষম্য চকুত নপৰে তাৰ প্ৰতি সকলো সচেষ্ট বুলি গোহাঁইয়ে উল্লেখ কৰিছে। নিৰ্যাতনৰ উদাহৰণ আছে যদিও সেয়া ভাৰতত সংৰক্ষণ বিৰোধী আন্দোলনৰ সময়ত নিৰপৰাধ অনুসূচীত জাতিৰ বা OBC ছাত্ৰক হোষ্টেলত কাণত ধৰি আঁঠু কাঢ়ি ঘণ্টাৰ পিছত ঘণ্টা থাকিবলৈ বাধ্য কৰাৰ দৰে ভয়ানক নিৰ্যাতন নহয় বুলি তেওঁ মত আগবঢ়াইছে।

গোহাঁইৰ "গ্ৰেণ্ড্ কেনিয়ন আৰু ডিজ্‌নি ৱাল্ড'ৰ আলোচনাযুক্ত পৰ্যটন আৰু প্ৰমোদ প্ৰযুক্তি" — শীৰ্ষক ৰচনাখনো গুৰুত্বপূৰ্ণ। ইয়াত লেখকে গ্ৰেণ্ড্ কেনিয়ন উদ্যানখন জৈৱ বৈচিত্ৰ্যৰ ভঁৰাল তথা পৰ্যটকৰ বাবে আকৰ্ষণীয় কৰি তুলিবৰ বাবে আমেৰিকাৰ পৰ্যটন বিভাগে যিধৰণৰ ব্যৱস্থা, কৌশল গ্ৰহণ কৰিছে তাৰ তুলনাত অসমৰ ৰাষ্ট্ৰীয় উদ্যান, অভয়াৰণ্যৰ যি দুখলগা অৱস্থা তাক তেওঁ কটাক্ষ কৰিছে। উদ্যানসমূহত অৰ্থহীন উৎসৱ অনুষ্ঠিত কৰাতকৈ চৰকাৰে যদি পৰ্যটক তথা দৰ্শকৰ বাবে বিভিন্ন সুবিধাৰ ব্যৱস্থা কৰে তেন্তে বহু নিবনুৱাৰ জীৱিকাৰ পথ মুকলি হোৱাৰ লগতে পৰ্যটকৰ সংখ্যাও বৃদ্ধি হ'ব। আৰু ইয়াৰ সমান্তৰালভাৱে ৰাজ্যখনৰ আৰ্থিক দিশত লাভ হ'ব বুলিও লেখকে মন্তব্য কৰিছে।

আন এখন গুৰুত্বপূৰ্ণ ৰচনাত তেওঁ আমেৰিকাত পৰিৱেশন কৰা সাংবাদিকতাক উৎকৃষ্ট বুলি মত আগবঢ়াইছে। 'নিউয়ৰ্ক টাইমছ' আৰু "ৱাশ্বিংটন পষ্ট" এই দুখন কাকতৰ আঁত ধৰি তেওঁ তাৰ সাংবাদিকসকলে সূক্ষ্ম বিশ্লেষণৰ অন্তত নিৰপেক্ষ, অন্তৰ্ভেদী, নিৰ্ভৰযোগ্য বিবিধ সংবাদ পৰিৱেশন কৰে বুলি মন্তব্য কৰিছে।

আমেৰিকাৰ ফিনিক্স চহৰত থকা পুৰাতাত্ত্বিক আৰু ঐতিহাসিক সংগ্ৰহালয়টিৰ মাজত পৰ্যবেক্ষণ কৰা মাৰ্কিন সাংগঠনিক দক্ষতা, কৰ্মকুশলতা,



নিষ্ঠা তথা আন্তৰিকতাত লেখক মুগ্ধ হোৱাৰ লগতে অসমৰ সংগ্ৰহালয়ে দৰ্শকৰ কৌতূহল নিবাৰণৰ অৰ্থে প্ৰয়োগ নকৰাত নিজৰ অসন্তুষ্টিও প্ৰকাশ কৰিছে। তেওঁৰ মতে অসমৰ ইতিহাস দুহেজাৰ বছৰ পুৰণি হ'লেও অসমৰ সংগ্ৰহালয়ত থকা বিভিন্ন সামগ্ৰী যেনে বৰতোপ, হেংদাং আদিৰ বিষয়ে, সেইবিলাকৰ নিৰ্মাণ পদ্ধতি সম্পৰ্কে, ৰজাৰ বিষয়ে সবিশেষ নাথাকে। কিন্তু মাৰ্কিন সমাজ নিজৰ ঐতিহ্য সম্পৰ্কে সদা সচেতন। মাৰ্কিনসকলে কিদৰে কঠোৰ শ্ৰমৰ অন্তত ফিনিক্স চহৰখন গঢ়ি তুলিছিল, মাৰ্কিন নাৰীয়ে কিদৰে উদণ্ড, দুধৰ্ষ পুৰুষবিলাকক শাসন কৰি শিষ্ট কৰিছিল, সেই সকলোবোৰ বৃত্তান্ত আকৰ্ষণীয় আলোকচিত্ৰ, মৃণ্ময়মূৰ্ত্তি আৰু প্ৰাঞ্জল ভাষাৰে সংগ্ৰহালয়ত লিপিবদ্ধ কৰি ৰাখিছে। সেইবাবে লেখকৰ মিউজিয়ামত প্ৰত্যেকটো বস্তু জীৱন্ত ৰূপত প্ৰত্যক্ষ কৰা যেন অনুভৱ হৈছিল।

"দুজনমান বিশিষ্ট লোকৰ বাণী ডাঙৰ হৰফেৰে বেৰত আঁৰি থোৱা হৈছে। বুৰঞ্জী নাজানিলে কোনো জাতিয়ে নিজকে চিনি নাপায়। যি জাতিৰ বুৰঞ্জী নাই, তাৰ প্ৰাণো নাই।" কিমান সত্য! অসমে বুজিব কেতিয়া? (পৃ. ৫৪ পূৰ্বোক্ত গ্ৰন্থ)

গোহাঁইৰ ভ্ৰমণ কাহিনীখনৰ আন এক বৈশিষ্ট্য হৈছে যে অন্য লেখকৰ দৰে তেওঁ ইয়াত প্ৰবাসী অসমীয়াৰ দৃষ্টিকোণক অগ্ৰাধিকাৰ দিয়াৰ সলনি মাৰ্কিন লোকৰ মাজেদিহে আমেৰিকাক চাবলৈ প্ৰয়াস কৰিছে। লেখকে এই সম্বন্ধে মত প্ৰকাশ কৰিছে এনেদৰে —

"অসমত আমেৰিকা ভ্ৰমণৰ যিবোৰ ভ্ৰমণ কাহিনী ওলাইছে, সেইবোৰত আমেৰিকাৰ মানুহ লগ পোৱাৰ কথা বিশেষ নাথাকে। কিন্তু মানুহৰ মাজেদিহে এখন দেশক ভালদৰে পোৱা যায়।" (৫৫ পৃ. পূৰ্বোক্ত)

'সংস্কৃতি আৰু ভোগবাদ' নামৰ ৰচনাখনিত লেখকে আমেৰিকাৰ পুথিভঁৰাল, পুথি আৰু পাঠক সম্বন্ধে আলোচনা আগবঢ়াইছে। যিহেতু মাৰ্কিন সমাজৰ মূল লক্ষ্য ব্যক্তিগত সাফল্য, গতিকে পুথিভঁৰালত ব্যৱসায়, সঞ্চয় বিনিয়োগ আদি সম্বন্ধীয় গ্ৰন্থৰ পয়োভৰ বেছি। তদুপৰি তেওঁলোকে স্বাস্থ্য সম্পৰ্কে বিশেষভাৱে সচেতন হোৱাৰ বাবে দৈহিক ব্যাধি সম্বন্ধীয় আৰু মানসিক সমস্যাৰ ওপৰতো অশেষ গ্ৰন্থ পোৱা যায়।

লাইব্ৰেৰীয়ান হ'বলৈ হ'লে লাইব্ৰেৰীয়ানগৰাকী লাইব্ৰেৰী ছায়েন্সৰ

ডিগ্ৰীধাৰী হ'ব লাগে বুলি যি ধাৰণা ভাৰতীয়সকলৰ মাজত প্ৰচলিত সেয়া আমেৰিকাত নাই বুলি এক গুৰুত্বপূৰ্ণ মন্তব্য লেখকে দাঙি ধৰিছে। তাত ডিগ্ৰীৰ সলনি লাইব্ৰেৰীয়ানগৰাকীয়ে নিজে কিতাপ পঢ়ি ভাল পোৱাটোকে লাইব্ৰেৰী চলোৱাৰ প্ৰধান অৰ্হতা বুলি ভবা হয়।

"কিতাপ ভাল নোপোৱা, কিতাপৰ মূল্য নুবুজা মানুহে কেৱল কাৰিকৰী জ্ঞানেৰেই লাইব্ৰেৰী চলাব নোৱাৰে।" (১০১ পৃ. পূৰ্বোক্ত গ্ৰন্থ)

'মাৰ্কিন গণতন্ত্ৰ' শীৰ্ষক ৰচনাখনিত আমেৰিকাৰ সংবাদ মাধ্যমে দেশত হোৱা কোনো দুৰ্নীতি, কেলেংকাৰি আদিৰ প্ৰতি তথ্য সহকাৰে যদি মাত মাতে তেন্তে হাজাৰ চেষ্টা কৰিলেও প্ৰভাৱশালী লোক বাচি যাব নোৱাৰে বুলি লেখকে মত প্ৰকাশ কৰিছে। কাৰণ আমেৰিকাৰ সংসদত এনে কেলেংকাৰীৰ বিষয়ে যেতিয়াই উত্থাপন হয়, তেতিয়াই সংসদে এনে দুৰ্নীতিৰ লগত জড়িত ব্যক্তি, অনুষ্ঠানৰ প্ৰতি কঠোৰ ব্যৱস্থা গ্ৰহণ কৰে।

লেখকে আমেৰিকাৰ এই সু-শাসন ব্যৱস্থাৰ তুলনাত ভাৰতৰ সংসদৰ দুৰ্নীতি আদি বিষয়সমূহক লৈ যি দুৰ্বল ভূমিকা তাক কঠোৰভাৱে সমালোচনা কৰিছে। বিভিন্ন বিভাগত হোৱা কেলেংকাৰীৰ প্ৰতিবেদন দাখিল কৰিবলৈ কমিটি গঠন কৰা হয় যদিও সেইবিলাক লেখকৰ মতে "দাঁত-নখ নোহোৱা বুঢ়া বাঘৰ দৰে, তাৰ ঢেৰেকনিলৈ কোনেও কাণ নকৰে।" (১১৩ পৃ. পূৰ্বোক্ত গ্ৰন্থ)

"কিন্তু মাৰ্কিন সংসদৰ কমিটিবোৰৰ আগত বিভিন্ন বিভাগৰ উচ্চ পদস্থ প্ৰতিপত্তিশালী বিষয়া আজিও ভিজা মেকুৰীৰ দৰে। সেইবোৰ কমিটিৰ সদস্যসকলে যথেষ্ট অধ্যয়ন কৰি বিষয়বোৰ ব্যক্ত কৰে আৰু প্ৰশ্নৰ শৰাঘাত কৰি অভিজ্ঞ আৰু মেধাবী বিষয়া বা নেতাকো ধৰাশায়ী কৰে।" (১১৩ পৃ. পূৰ্বোক্ত গ্ৰন্থ)

'আমেৰিকাৰ পৰিৱেশ সচেনতা' —শীৰ্ষক ৰচনাখনিত লেখকে ব্যক্তিগত দায়িত্ববোধ আৰু সামাজিক সচেতনতা, এই যি দুটা গুণৰ অসমীয়া মানুহৰ মাজত অভাৱ সেই দুটি গুণৰ জৰিয়তে আমেৰিকাই নিজকে এখন নিকা দেশ হিচাপে কিদৰে প্ৰতিষ্ঠা কৰিছে, তাৰ এক মনোৰম ব্যাখ্যা আগবঢ়াইছে।

উল্লেখিত ৰচনাকেইখনৰ উপৰি 'আমেৰিকা আৰু ইশ্লাম', 'বিদেশত



অসমীয়া আৰু বাংলাদেশী', 'মাৰ্কিন সমাজ আৰু মানৱীয় ভৱিষ্যত' — এইকেইখনো বৰ্তমান সময়ত প্ৰাসংগিক গুৰুত্বপূৰ্ণ ৰচনা।

### ৩.০০ উপসংহাৰ

অসমীয়া ভ্ৰমণ সাহিত্যৰ ইতিহাস পুৰণি হ'লেও কম সংখ্যক লেখকৰ ৰচনাৰ মাজতহে ভ্ৰমণ সাহিত্যৰ প্ৰকৃত স্বাদ পোৱা যায়। কেৱল ভ্ৰমণ অভিজ্ঞতাসমূহ একালৰ পৰা বৰ্ণনা কৰি গৈ থাকিলে সেয়া ভ্ৰমণ সাহিত্যৰূপে স্বীকৃত নহয়। ভ্ৰমণ সাহিত্য ৰচনাৰ সাৰ্থকতা বহু পৰিমাণে বিষয়বস্তু উপস্থাপন শৈলীৰ ওপৰত নিৰ্ভৰ কৰে। সেইকাৰণে হেম বৰুৱা, প্ৰফুল্লদত্ত গোস্বামী, চৈয়দ আব্দুল মালিক আদি লেখকৰ ভ্ৰমণ সাহিত্যৰ সমাদৰ এতিয়াও পাঠক সমাজৰ মাজত আছে। কিন্তু বৰ্তমানে বেছিভাগ লেখকে কেৱল দিনলিপি লিখাৰ আৰ্হিত ভ্ৰমণ বৃত্তান্তসমূহ উপস্থাপন কৰাৰ বাবে ভ্ৰমণ সাহিত্যসমূহত একধৰণৰ একঘামীয়তা আহি পৰিছে। হেম বৰুৱা, প্ৰফুল্লদত্ত গোস্বামী আদি লেখকসকলেও ভ্ৰমণ অভিজ্ঞতাকে বৰ্ণনা কৰিছিল যদিও তেওঁলোকৰ সেই অভিজ্ঞতাসমূহ বৰ্ণনা কৰাৰ এটা নিজস্ব শৈলী আছিল। সংক্ষিপ্ত ৰূপত, প্ৰতীক-চিত্ৰকল্প প্ৰয়োগ কৰি পৰ্যবেক্ষণ শক্তিৰ সহায়ত তেওঁলোকে নিজৰ অভিজ্ঞতাক সাহিত্যিক ৰূপ প্ৰদান কৰিছিল।

হীৰেন গোহাঁইৰ 'আখ্যানৰ আঁৰৰ আমেৰিকা' ভ্ৰমণ সাহিত্যখনো অন্য বহু ভ্ৰমণ সাহিত্যতকৈ ব্যতিক্ৰম। তলত গোহাঁইৰ ভ্ৰমণ সাহিত্যখন বিশ্লেষণ কৰি চকুত পৰা গুৰুত্বপূৰ্ণ দিশসমূহ উল্লেখ কৰা হ'ল —

১। হীৰেন গোহাঁইৰ 'আখ্যানৰ আঁৰৰ আমেৰিকা' ভ্ৰমণ বৃত্তান্তৰ উপস্থাপন পদ্ধতি অগতানুগতিক। আনুষ্ঠানিকতা পৰিহাৰ কৰি তেওঁ নিবন্ধ ৰচনাৰ ৰীতিত গ্ৰন্থখন ৰচনা কৰি উলিয়াইছে।

২। সমালোচক হিচাপে গোহাঁই যি বুদ্ধিদীপ্ত মন আৰু সূক্ষ্ম পৰ্যবেক্ষণ শক্তিৰ গৰাকী ঠিক তেনেদৰে ভ্ৰমণ সাহিত্য লেখক হিচাপেও তেওঁৰ মাজত এজন নিৰ্মোহ বিশ্লেষকৰ পৰিচয় পোৱা যায়। কাৰণ তেওঁ আমেৰিকাৰ প্ৰত্যেকটো দিশ চালি-জাৰি চাই আমেৰিকাৰ ভাল আৰু বেয়া দুয়োটা দিশেই ইয়াত আলোচনা কৰিছে। মন কৰিবলগীয়া যে গোহাঁইৰ ভ্ৰমণ কাহিনীত সৰু সৰু কথাবোৰে বিশেষ স্থান পোৱা নাই। তেওঁ সমগ্ৰ বিশ্বকে নিজৰ অধীনত

ৰাখিবলৈ বিচৰা আমেৰিকাৰ কেৱল প্ৰধান দিশসমূহত চকু দিছিল। আৰু সেইবিলাকৰ আঁৰত থকা প্ৰকৃত সত্য ইতিহাস আদি উন্মোচিত কৰিছে। ফলত প্ৰতিপত্তিশালী আমেৰিকাৰ বহু গোপন সত্যৰ সম্ভেদ গ্ৰন্থখনিত পোৱা যায়।

৩। গ্ৰন্থখনৰ আন এক উল্লেখনীয় দিশ হ'ল যে গোহাঁইৰ এই ভ্ৰমণ বৃত্তান্তখনত অন্য লেখকৰ দৰে কেৱল আমেৰিকাৰ প্ৰশস্তি পোৱা নাযায়। বহু লেখকে আমেৰিকালৈ গৈ তাৰ চমকপ্ৰদ ঐশ্বৰ্য, লাহ-বিলাহ, সা-সুবিধা দেখি অভিভূত হৈ কেৱল আমেৰিকাৰ গুণ-গান কৰি থাকে; কিন্তু হীৰেন গোহাঁইয়ে আমেৰিকালৈ গৈ নিজক পাহৰা নাই। তেওঁ যেতিয়াই আমেৰিকাৰ শাসন ব্যৱস্থা, মানুহৰ জীৱন-যাপন পদ্ধতি, পৰিৱেশ, সাহিত্য-সংস্কৃতি আদি বিষয়ে আলোচনা কৰিছে, তেতিয়াই তেওঁ ভাৰত তথা অসমলৈ মনত পেলাইছে আৰু নিজৰ দেশৰ লগত তাৰ আপোচহীন তুলনা আগবঢ়াইছে।

৪। নিৰপেক্ষ, আপোচহীন তুলনা কৰা বাবে এই ভ্ৰমণ সাহিত্যৰ মাজত ব্যংগৰ ছিটিকনিও পৰিছে; যি গ্ৰন্থখনক এক অনন্য ৰূপ প্ৰদান কৰিছে।

মুঠতে ক'বলৈ গ'লে হীৰেন গোহাঁইৰ 'আখ্যানৰ আঁৰৰ আমেৰিকা' উপস্থাপন পদ্ধতি, লেখকৰ বিশ্লেষণ শক্তি, মননধৰ্মীতা গুণৰ বাবে অসমীয়া ভ্ৰমণ সাত্যিৰ ইতিহাসত আমেৰিকা ভ্ৰমণকেন্দ্ৰিক এখন গুৰুত্বপূৰ্ণ ভ্ৰমণ বৃত্তান্ত বুলি নিশ্চয়কৈ ক'ব পাৰি।


**সহায়ক গ্ৰন্থপঞ্জী ঃ**

গগৈ অখিল ঃ ড° হীৰেন গোহাঁই জীৱন আৰু কৰ্মৰ সমালোচনাত্মক মূল্যায়ন বনলতা, গুৱাহাটী, ২০০০ চন

গোহাঁই হীৰেন ঃ আখ্যানৰ আঁৰৰ আমেৰিকা, পদাতিক প্ৰকাশন, গুৱাহাটী ২০০৭ চন




# চীনা এড্‌মিৰেলৰ জাল ঃ কৰুণ মানৱতাৰে বিধৌত উপন্যাসোপম ভ্ৰমণ কাহিনী

**ৰমানন্দন বৰা**

অসমীয়া ভ্ৰমণ সাহিত্যৰ গতানুগতিক ধাৰাটোতকৈ পৃথক, অন্য এক কথাত অসমীয়া সাহিত্যত দুৰ্লভ ভ্ৰমণ সাংবাদিকতা (Travel Journalism)ৰ এটা একক আৰু উৎকৃষ্ট নিদৰ্শন হ'ল ড° ধ্ৰুৱজ্যোতি বৰাৰ **চীনা এড্‌মিৰেলৰ জাল**। ভ্ৰমণ সাহিত্য আৰু ভ্ৰমণ সাংবাদিকতাৰ মাজত থকা সূক্ষ্ম পাৰ্থক্যৰ ৰেখাডাল নিৰ্ধাৰণ কৰা বৰ সহজ নহয়। এই সম্পৰ্কীয় তাত্ত্বিক আলোচনালৈ নোযোৱাকৈ ক'ব পাৰি অসমীয়া পাঠকে এই গ্ৰন্থখনৰ দুটামান অধ্যায় পঢ়ি চালেই দুয়োটাৰ পৃথক সোৱাদ নিজে বাচি উলিয়াব পাৰিব।

ভ্ৰমণ সাহিত্যৰ অন্যতম উদ্দেশ্য হ'ল লেখকে ভ্ৰমণ কৰা ঠাইখনৰ সামগ্ৰিক প্ৰতিচ্ছবি এখন পাঠকৰ সন্মুখত দাঙি ধৰা। ঠাইখনৰ আৰ্থ-সামাজিক, ৰাজনৈতিক, সাংস্কৃতিক ছবিখনৰ লগতে তাৰ ইতিহাস সম্পৰ্কেও স্বাভাৱিকভাৱেই পাঠকে লেখকজনৰ পৰা জানিবলৈ বিচাৰিব; কিন্তু ভ্ৰমণ কৰোতাজন যিহেতু এজন ব্যক্তি, সেয়ে ভ্ৰমণ সাহিত্যত লেখকৰ ব্যক্তিগত অনুষংগৰ উপস্থিতি এৰাব নোৱাৰা বিষয় হৈ উঠে। বহু ক্ষেত্ৰত সেইটোৱেই হৈ উঠে ভ্ৰমণ সাহিত্যৰ বিফলতাৰ কাৰণ। যাত্ৰপথৰ দীঘলীয়া বৰ্ণনা, নামী-দামী হোটেলৰ খোৱা-বোৱা, পিন্ধা-উৰা, বিশেষ ঠাইবিলাক পৰিভ্ৰমণ কৰা, কোনো কাৰ্যসূচীত অংশ গ্ৰহণ কৰা আদিৰ লগতে কোনো পুস্তিকাৰ পৰা তুলি দিয়াৰ দৰে কেতবোৰ তথ্যৰ সমাৱেশ ঘটাই লিখি উলিওৱা ভ্ৰমণ কাহিনী অসমীয়া কাকত-আলোচনীত এতিয়া সুলভ হৈ উঠিছে। এটা পৰ্যায়লৈকে এই বিলাক হয়তো একোটা অপৰিহাৰ্য বিষয়; কিন্তু এইবিলাকৰ মাজত ঠাইখনৰ 'আত্মা'ক বিচাৰি পোৱাটো অসম্ভৱ হৈ উঠে। সেয়ে ভ্ৰমণ কাহিনী লিখাৰ আধুনিক

বিজ্ঞানসন্মত ধাৰাটোত ভ্ৰমণকাৰী লেখকজনৰ ব্যক্তিগত খুচুৰা অভিজ্ঞতাৰ বৰ্ণনা যতদূৰ সম্ভৱ কমাই অনা হয়, তাৰ বিপৰীতে ঠাইডোখৰক যথাযথ ৰূপত পাঠকৰ আগত তুলি ধৰিবলৈ যত্ন কৰা হয়। এই দিশৰ পৰা 'চীনা এড্‌মিৰেলৰ জাল' অৰ্বাচীন ধাৰাত লিখা এখন ভ্ৰমণ কাহিনী।

এই গ্ৰন্থত সন্নিৱিষ্ট 'চীনা এড্‌মিৰেলৰ জাল', 'ছিন্নমূল মানুহ', 'ইছলামৰ আৱিষ্কাৰৰ এক অসম্পূৰ্ণ যাত্ৰা' শীৰ্ষক তিনিটা ভ্ৰমণ কাহিনীত আমি লেখকক এজন পৰিভ্ৰমণকাৰীতকৈ এজন এজন ইতিহাস-কথক আৰু সমাজবিজ্ঞানী ৰূপত অধিক স্পষ্টকৈ পাইছো যি ইতিহাসৰ পৰম আশ্বৰ্য আৰু বৰ্তমানৰ পেশীবহুল জটিলতাৰ মাজেৰে পাঠকক ভ্ৰমণ কৰাইছে । প্ৰথম কাহিনীটোত ভাৰতৰ মালৱাৰ উপকূলৰ কেৰালাত সভ্যতাৰ উন্মেষ কালৰ পৰা তাৰ আজিৰ সামাজিক বিকাশ আৰু জটিলতাৰ খণ্ডিত চিত্ৰ বৰ্ণিত হৈছে এক সন্মোহনীযুক্ত উপন্যাসোপম বৰ্ণনাৰ মাজেদি। দ্বিতীয় কাহিনীটোত বিধৃত হৈছে স্বাধীনতাৰ সপোন বুকুত বান্ধি তিব্বতৰ পৰা পলাই অহা তিব্বতী শৰণাৰ্থীসকলৰ ইতিহাস, চিন্তা, দ্বন্দ্ব, উত্থান-পতনৰ বিশাল ক্ষেত্ৰখনৰ এক মননশীল বিশ্বাসযোগ্য বিৱৰণ। আনহাতে ভাৰতত বাস কৰা ইছলামধৰ্মী লোকসকলৰ প্ৰকৃত আৰ্থ-সামাজিক অৱস্থা আৰু উত্তৰণ-প্ৰচেষ্টা, বিশ্বাস-অবিশ্বাস, ভুল-ভ্ৰান্তি আদি তৃতীয় কাহিনীটোত বৰ্ণিত হৈছে।

চীনা এড্‌মিৰেলৰ জাল লেখকৰ চীনদেশ ভ্ৰমণ কাহিনী নহয়। বৰং মালবাৰ উপকূলৰ কেৰালাৰ কোচিন, ত্ৰিচুৰ, ত্ৰিবান্দম ভ্ৰমণৰ অভিজ্ঞতাক সাঙুৰি ইয়াৰ অতীত খুচৰি লেখক গৈ মধ্য যুগৰ চীনৰ ৰাজপ্ৰাসাদ পাইছেগৈ। মালৱাৰ উপকূল আৰু চীনৰ মাজৰ এক ঐতিহাসিক সম্বন্ধ উদ্‌ঘাটন কৰাৰ বাবে লেখকৰ কৌতূহল জগাই তুলিছে কোচিন বন্দৰত দেখা মাছধৰা প্ৰকাণ্ড দৈত্যকায় টঙী জালবোৰে, যিবোৰক স্থানীয় লোকে চীনা মাছমৰীয়া জাল বুলি কয়। এই ৰহস্যৰ পম খেদি লেখকে ভ্ৰমণ কাহিনীটো আৰম্ভ কৰিছে এখন উপন্যাসৰ দৰে পঞ্চদশ শতিকাৰ কিংবদন্তীস্বৰূপ চীনা এড্‌মিৰেল মা-হি বা ঝেং-হিৰ ৰাজ অন্তেষপুৰত বিশ্বস্ত লোক হিচাপে অন্তৰ্ভুক্তিৰ প্ৰথম পৰ্ব তেওঁ লিংগ ছেদন কৰি নপুংসককৰণৰ পৰা। পৰৱৰ্তী কালত ৰাজকুমাৰৰ খেলৰ সংগী হোৱাৰ সৌভাগ্য লাভ কৰা মা-হিনামৰ এইল'ৰাটো ঝেং-হি নামেৰে জনাজাত হৈ সম্ৰাট য়াংগ্‌লে মিঙৰ সৌহাত



স্বৰূপ হৈ উঠে। কনফুচিয়াছৰ সংৰক্ষণশীল নীতিৰে পৰিচালিত চীনা ৰাজনীতিত আমূল পৰিবৰ্তন ঘটাই নতুন সম্ৰাট য়াংগ্‌লে মিঙে বহিৰ্মুখী নীতি গ্ৰহণ কৰে। তেওঁ ঝেংহিৰ ওপৰত আৰোপ কৰিলে বিদেশৰ লগত সংযোগ স্থাপনৰ গুৰু দায়িত্ব। দক্ষিণ এছিয়া, প্ৰশান্ত মহাসাগৰ আৰু ভাৰত মহাসাগৰলৈ বিশাল সামুদ্ৰিক অভিযান চলোৱা ঝেংহিয়ে ১৪০৫ চনত পোন প্ৰথমবাৰৰ বাবে দুঃসাহসী নৌ অভিযান আৰম্ভ কৰে আৰু সাত বাৰকৈ অভিযান চলাই ভিয়েটনাম, থাইলেণ্ড, জাভা, সুমাত্ৰা, মধ্যপ্ৰাচ্য আৰব, আফ্ৰিকা আদিৰ উপৰি কেৰালাৰ মালবাৰ উপকূলকৈও আহি চীনা বেহা-বেপাৰৰ প্ৰসাৰ ঘটাইছিল আৰু সম্ৰাটৰ যশ-গুণ বিস্তাৰ কৰিছিল। কিন্তু কালৰ কুটিল গতিত কেৰালাৰ উপকূলৰ কালিকট বন্দৰৰ ওচৰত এই মহা প্ৰতাপী, দুঃসাহসী ঝেং-হিয়ে শেষ নিশ্বাস ত্যাগ কৰিলে। সম্পূৰ্ণ ৰাজকীয় মৰ্যাদাৰে তেওঁক মহাসমুদ্ৰৰ জলৰাশিত জলসমাধি দিয়া হ'ল আৰু পৰৱৰ্তীকালত তেওঁৰ ছেদিত লিংগ চীনত কবৰস্থ কৰা হ'ল। সোনকালেই চীনৰ ৰাজনীতিৰো পৰিবৰ্তন ঘটিল আৰু পুনৰ অন্তৰ্মুখী নীতিৰে দেশ চলিল আৰু ঝেং হিৰ কোনো অৱশেষ নৰখাকৈ সকলো বিনষ্ট কৰা হ'ল; কিন্তু কেৰালাৰ উপকূলত থাকি গ'ল তেওঁৰ নাৱিকসকলে সাগৰৰ সতেজ মাছ ধৰিবলৈ ব্যৱহাৰ কৰা বৃহদাকাৰ জালৰ কৌশল।

এই কাহিনীটোৰ সমান্তৰালভাৱে লেখকে আগবঢ়াই নিছে কেৰালাত হিন্দু, মুছলমান ধৰ্মৰ কথা, খ্ৰীষ্ট ধৰ্ম প্ৰচাৰৰ ইতিহাসসন্মত ঘটনাৱলী, পৰ্তুগীজ, ইহুদী, ওলণ্ডাজ আদি বিদেশী জাতিৰ বাণিজ্যিক আৰু ধৰ্মীয় সাম্ৰাজ্য বিস্তাৰৰ প্ৰতিযোগিতাৰ কাহিনী আৰু নিজা ভ্ৰমণ কালত লগ পোৱা বিভিন্নজনৰ পৰা পোৱা অভিজ্ঞতা। ঐতিহাসিক ঘটনাৰাজিক বৰ্ণনাৰ মাজতে লেখকে কোচিন ত্ৰিচুৰ, কোট্টায়াম আদি ঠাইৰ হোটেলত গো-মাংসৰ বিভিন্ন উপকৰণ দেখি লেখকে আচৰিত হৈছে। একেদৰে আদিগুৰু শংকৰাচাৰ্যৰ লীলাভূমি ত্ৰিচুৰ ভ্ৰমণ কালত বিশ্ববিখ্যাত গুৰুবায়ু মন্দিৰৰ হাতীশালাত এছিয়ান গেমছৰ মেস্কট অপ্পুৰ দুৰ্দশা দেখি লেখকৰ মন গধুৰ হৈ উঠিছে। এনেদৰে লেখকে ইতিহাসৰ ৰাজআলিৰে গৈ থকা কথকজন আৰু তৎকালীন বাস্তৱতাৰ দ্বাৰা আকৰ্ষিত, স্তম্ভিত ভ্ৰমণকাৰীজন- এই দুয়োটা সত্তাৰ যুগপৎ বিচৰণ অতি কৌশলপূৰ্ণভাৱে সফল কৰি তুলিছে। এই কৌশল ব্যৱহাৰ নকৰা হ'লে এইখন

ভ্ৰমণ কাহিনী নহৈ এখন উপন্যাস বা ইতিহাস গ্ৰন্থ হৈ ৰ'লহেঁতেন। এই সন্তুলন ৰক্ষা কৰাটো ড° ধ্ৰুৱজ্যোতি বৰাৰ দৰে এজন অসামান্য গদ্যশৈলীৰ এজন লেখকৰ বাবেহে সম্ভৱ হৈছে। অলেখ বিস্ময়কৰ তথ্যৰে উপচি আছে 'চীনা এড্‌মিৰেলৰ জাল'।

**ছিন্নমূল মানুহ** লেখকৰ ধৌলধাৰ পৰ্ব নামনিৰ মেকলড'গঞ্জ ভ্ৰমণৰ কাহিনী। এই ঠাই তিব্বতী বৌদ্ধসকলৰ সৰ্বোচ্চ ধৰ্মগুৰু দালাই লামাৰ আবাস আৰু প্ৰবাসী তিব্বতী চৰকাৰৰ তিব্বতীয়ান গৱৰ্ণমেণ্ট ইন এক্সাইলৰ নিৰূপিত ঠাই। ইয়াত লেখকে চীনৰ আগ্ৰাসনত নিজা স্বাধীনতা আৰু পৰিচয় হেৰুওৱা তিব্বতীসকলৰ স্বাধিকাৰ পুনঃআহৰণৰ সংগ্ৰাম আৰু ভাৰতত শৰণাৰ্থীৰ মৰ্যাদাৰে থকা তিব্বতীসকলৰ মৰ্মবেদনা, দালাই লামাৰ কাৰ্য নীতিৰ সবলতা-দুৰ্বলতা, সাধাৰণ তিব্বতী মানুহৰ জীৱন সংগ্ৰাম, সংস্থাপনৰ অভাৱত নতুন চাম ডেকা-গাভৰুৰ মনৰ হতাশা-তাৰে এচামৰ যিকোনো প্ৰকাৰে বিদেশলৈ যাবলৈ নিৰন্তৰ প্ৰচেষ্টা আৰু আন চামৰ মাৰাত্মক নিচাসক্তি আদি তুলি ধৰিছে। বিভিন্নজনৰ সৈতে হোৱা বাৰ্তালাপ, প্ৰশ্নোত্তৰ, লেখকৰ নিজা পৰ্যবেক্ষণ আদিৰে 'ছিন্নমূল মানুহ' ভ্ৰমণ-সাংবাদিকতাৰ উৎকৃষ্ট নিদৰ্শন। ইয়াত লেখকৰ প্ৰকৃতিৰ বৰ্ণনাই যিকোনো উপন্যাসক চেৰাই গৈছে। দালাই লামাৰ মন্দিৰৰ লামাসকলৰ ভোৰতাল বজাই কৰা প্ৰাৰ্থনা পদ্ধতিৰ লগত তেখেতে আমাৰ অসমত শ্ৰীমন্ত শংকৰদেৱে প্ৰচাৰ কৰা নাম-কীৰ্তনৰ সাদৃশ্যৰ প্ৰসংগও আলোচনা কৰিছে।

**ইছলামৰ আৱিষ্কাৰৰ এক অসম্পূৰ্ণ যাত্ৰাত** লেখকে ভাৰতবৰ্ষৰ সংখ্যালঘু মুছলমানসকলৰ জীৱন-যন্ত্ৰণা অংকন কৰিছে আৰু ইয়াক এটা ভ্ৰমণ কাহিনী বুলিছে এই কাৰণেই যে কৰ্ণাটকৰ গুলবাৰ্গা আৰু বিদাৰলৈ ফুৰিবলৈ গৈ তেওঁ তাৰ পুৰণি চহৰৰ জীৰ্ণ গলি আৰু মহল্লাবিলাকত বাস কৰা সংখ্যালঘু মুছলমানসকলৰ নাৰকীয় অৱস্থাত জীৱন-নিৰ্বাহৰ দৃশ্য প্ৰত্যক্ষ কৰিছে আৰু স্থানীয় বিভিন্ন লোকৰ সৈতে বাৰ্তালাপ কৰি নানা পীড়াদায়ক অভিজ্ঞতাৰ সন্মুখীন হৈছে। প্ৰাসংগিকভাৱেই জেহাদ, তালবান, লাডেন, গুজৰাটৰ গোধৰাকাণ্ড আদিৰ প্ৰসংগ উত্থাপিত হৈছে। লেখকে খেদ প্ৰকাশ কৰিছে যে এনে দৰিদ্ৰতা আৰু সৰ্বাত্মক আশাহীনতাই নতুন প্ৰজন্মৰ এচাম ডেকা-গাভৰুক



বিপথে পৰিচালিত কৰিছে আনকি সন্ত্ৰাসবাদৰ প্ৰতিও আকৰ্ষিত কৰিছে। মুছলিম মৌলবাদ যেনেদৰে উন্নতিৰ পথ নহয় তেনেদৰে হিন্দু মৌলবাদো কাৰো প্ৰগতিৰ বাবে নহয়। 'হিন্দুত্বৰ গৌৰৱ আৰু বিষাদ শিতান'ত লেখকে দিল্লীকে ধৰি ভাৰতৰ বিভিন্ন ঠাইৰ ভ্ৰমণৰ খণ্ডচিত্ৰৰ মাজেদি এই কথা প্ৰতীয়মান কৰিছে।

চীনা এড্‌মিৰেলৰ জাল গ্ৰন্থখনৰ মুখ্য অন্বেষণৰ বস্তু প্ৰকৃতি নহয়, মানুহ। প্ৰত্যাহ্বান শিৰত লৈ আগবঢ়া, কোনো কাৰণতে ভাগি নপৰা মানুহবোৰক ওচৰৰ পৰা চোৱা আৰু তেওঁলোকৰ সৈতে হোৱা ক্ষণিক সংস্পৰ্শৰ যোগেদি তেওঁলোকৰ অন্তৰৰ গভীৰতমত সোমাই যোৱাৰ প্ৰয়াস কৰিছে মানৱতাবাদী এই লেখকজনে। এই উপন্যাসোপম ভ্ৰমণ কাহিনী তিনিওটাকে গভীৰ কাৰুণ্যবোধ এটাই বান্ধি ৰাখিছে। অপ্ৰমাদী এড্‌মিৰেল ঝেং-হিৰ নিয়তিৰ ওচৰত নতি-স্বীকাৰ, ৰাজনীতিৰ পাকচক্ৰত বন্দী তিব্বতীসকল বা সংখ্যালঘুসকলৰ নিকট ভৱিষ্যতত উদ্ধাৰৰ অদ্যাপি অনাৱিষ্কৃত প্ৰকৃত পথ আদিয়ে পাঠকৰ মনত সৃষ্টি কৰা বিষাদে উদাৰ মানৱতাৰ বীজ গজিব পৰাকৈ ক্ষেত্ৰখন চহাই যায়। লেখকৰ সফলতাও তাতেই। ▸▸

# অনিল চন্দ্ৰ শৰ্মাৰ 'কম্বোডিয়া, ভিয়েটনাম আৰু ভূটান ভ্ৰমণৰ ডুখৰীয়া স্মৃতি'

**ড° অলকা শৰ্মা**

নজনা কথা জানিবলৈ আৰু নেদেখা বস্তু চাবলৈ মানুহৰ মনত এটা সহজাত প্ৰবৃত্তি সোমাই থাকে। কোনোজনে এই সহজাত প্ৰবৃত্তিক বাস্তৱত ৰূপ দিয়ে আৰু কোনোজনে হয়তো নোৱাৰে। যিজনে মনৰ নিভৃত কোণত উদয় হোৱা উৎসুকতাক বাস্তৱ ৰূপ দি বিভিন্ন ঠাই ভ্ৰমণ কৰে। তেঁৱে জীৱনত কিছু অভিজ্ঞতা সঞ্চয় কৰে। দেশ-বিদেশৰ বিভিন্ন ঠাই ভ্ৰমণ কৰি বহু অভিজ্ঞতাৰে জীৱন ধাৰণৰ সাৰ্থকতা উপলব্ধি কৰিব পাৰি। এনে ভ্ৰমণত লাভ কৰা প্ৰত্যক্ষ অভিজ্ঞতাক লিপিবদ্ধ কৰিলে তাক ভ্ৰমণ কাহিনী আখ্যা দিয়া হয়। এই ভ্ৰমণ কাহিনীসমূহ সাহিত্য জগতৰ বাবে এক আৱশ্যকীয় আৰু অমূল্য সম্পদ। লগতে ইতিহাসৰো উৎকৃষ্ট সমল। উদাহৰণস্বৰূপে আমি মেগাস্থানিচ, ফাহিয়ান, হিউয়েন চাং, ইবনবটুতা আদি পৰ্যটকসকলৰ ভ্ৰমণ বৃত্তান্তলৈ আঙুলিয়াব পাৰো। যিবোৰ আজিও ভাৰত বুৰঞ্জীৰ সমল হিচাপে বিবেচিত হৈ আছে। সেইদৰে ভ্ৰমণ স্পৃহাই আৱিষ্কাৰৰ ক্ষেত্ৰতো প্ৰভুত অৰিহণা আগবঢ়ায়। এই ক্ষেত্ৰত কুক, মেগিলান, কলম্বাচ, ভাস্কো-ডা-গামা আদিৰ ভ্ৰমণ বৃত্তান্ত উল্লেখযোগ্য।

অৱশ্যে এটা সময়ত সকলোৰে বাবে ভ্ৰমণ কৰাটো সহজলভ্য নাছিল। কাৰণ যাতায়ত ব্যৱস্থা সুচল নাছিল। সেয়ে অদম্য হেঁপাহ আৰু দুঃসাহসীসকলৰ বাহিৰে অন্য লোকে বিদেশ ভ্ৰমণৰ প্ৰতি বিশেষ আগ্ৰহী নাছিল; কিন্তু বৰ্তমানে যাতায়তৰ সুচল ব্যৱস্থা আৰু অৰ্থনৈতিক উন্নতিয়ে মানুহক ভ্ৰমণৰ প্ৰতি আকৃষ্ট কৰি তুলিছে। ফলস্বৰূপে বৰ্তমানে মানুহবোৰে খাই-বৈ জীয়াই থকাটোকে জীৱন বুলি নাভাবি বিভিন্ন অভিজ্ঞতা সঞ্চয়ৰে জীৱন ধন্য কৰিব বিচাৰে।



সেয়ে নিজৰ সাধ্যানুসাৰে 'নজনা কথা জানিবলৈ আৰু নেদেখা বস্তু চাবলৈ মানুহৰ যি স্পৃহা তাক ৰূপ দিবলৈ গৈ কোনোজনে নিজৰ ৰাজ্যখনৰ বিভিন্ন ঠাই, কোনোজনে দেশখনৰ বিভিন্ন ঠাই আৰু কোনোজনে বিশ্বৰ বিভিন্ন ঠাই ভ্ৰমণ কৰি নিজৰ সীমিত জ্ঞানৰ ভৰাল চহকী কৰি তোলে, ইয়াৰে কিছুমানে নিজৰ অভিজ্ঞতাখিনিক লিপিবদ্ধ কৰি সাহিত্যৰ ভঁৰাল টনকিয়াল কৰে। আন কিছুমানে নিজৰ অভিজ্ঞতাখিনি লিপিবদ্ধ নকৰি সাহিত্যৰ ভঁৰাল চহকী হোৱাত কিছু হ'লেও ক্ষতি সাধন কৰে।

নজনা কথা জানিবলৈ আৰু নেদেখা বস্তু চাবলৈ, মনত দুৰ্বাৰ হেঁপাহ কঢ়িয়াই লৈ ফুৰা এগৰাকী ব্যক্তি হ'ল অনিল চন্দ্ৰ শৰ্মা। বিষয় শিক্ষক অনিল চন্দ্ৰ শৰ্মাই 'পলসুৱা বোকাৰ ফোঁট' (১৯৯৮) নামৰ কাব্য সংকলন আৰু হৃদয় তীৰ্থ (২০০৩) নামৰ গীতৰ সংকলন প্ৰকাশ কৰি নিজৰ সাহিত্য সাধনাৰ স্বীকৃতি দিছে। তদুপৰি বিভিন্ন অনুষ্ঠান- প্ৰতিষ্ঠানৰ লগত জড়িত থাকি সামাজিক কাম-কাজতো অগ্ৰণী ভূমিকা লোৱা শৰ্মাদেৱে যেতিয়াই সময় পায় তেতিয়াই ভ্ৰমণ কৰে। বঙাইগাঁৱৰ মাজমজিয়াতে নিগাজীকৈ থাকিবলৈ লোৱা শৰ্মাদেৱৰ বাবে প্ৰথম পছন্দৰ যাতায়ত ব্যৱস্থা হ'ল ৰেলগাড়ী। খুব কম খৰচেৰে, সাধাৰণভাৱে ভ্ৰমণ কৰি দেশ-বিদেশৰ নানা অভিজ্ঞতা তেওঁৰ নখ দৰ্পণত। তেওঁৰ অভিজ্ঞতালব্ধ ভ্ৰমণ কাহিনী ইমান সুন্দৰভাৱে উপস্থাপন কৰে যে শুনোতাৰ বা পঢ়োতাৰ ধাৰণা হয় যেন তেওঁ সেই মুহূৰ্তত সেইখন ঠাইত উপস্থিত থাকি নিজেই সকলোবোৰ প্ৰত্যক্ষ কৰি আছে। এইখিনিতেই শৰ্মাদেৱৰ অভিজ্ঞতালব্ধ ভ্ৰমণ বৃত্তান্তৰ সাৰ্থকতা অনুভৱ হয়।

'নজনা কথা জানিবলৈ, নেদেখা বস্তু চাবলৈ'- মনৰ এই অদম্য স্পৃহাক বাস্তৱায়িত কৰিবলৈ গৈ অনিল চন্দ্ৰ শৰ্মাই ২০০৭ চনত কম্বোডিয়া, ভিয়েটনাম ভ্ৰমণ কৰে। তেওঁক এই বিদেশ ভ্ৰমণত প্ৰেৰণা যোগাইছিল তেওঁৰে বন্ধুবৰ কে.এন. দেৱশৰ্মাই। বিদেশ যাত্ৰাৰ সুদীৰ্ঘ তেইশ দিনৰ আতিথ্য দিছিল নংপেনৰ বিল্ড ব্ৰাইট বিশ্ববিদ্যালয়ৰ অধ্যাপক ড° তাপস আৰু তেওঁৰ সহধৰ্মিনী মালবিকাই। এই সময়ছোৱাৰ অভিজ্ঞতাকে লিপিবদ্ধ ৰূপ দি অনিল চন্দ্ৰ শৰ্মাই প্ৰকাশ কৰি উলিয়াইছে— "কম্বোডিয়া, ভিয়েটনাম আৰু ভূটান ভ্ৰমণৰ ডুখৰীয়া স্মৃতি" শীৰ্ষক গ্ৰন্থখন। গ্ৰন্থখনৰ প্ৰকাশক হ'ল কবি ৰামসৰস্বতী সাহিত্য সমাজ,

পছৰীয়া (কামৰূপ) আৰু প্ৰথম প্ৰকাশৰ চন হ'ল ২০১১ ইং। ষাঠি টকা মূল্য ধাৰ্য কৰা এই পুথিখনৰ নামটোৰ লগত ৰজিতা খুৱাই আকৰ্ষণীয়কৈ বেটুপাতখন তৈয়াৰ কৰি দিছে শ্ৰীযুত অজিত কুমাৰ মেধিয়ে। পাণ্ডুলিপি প্ৰস্তুত কৰণত লিখকৰ পৰিয়ালৰ সদস্য ক্ৰমে পত্নী মালৱিকা, পুত্ৰ প্ৰজ্ঞানজ্যোতি, কন্যা অলিগুঞ্জনা আৰু অক্ষৰ বিন্যাসত অঞ্জন চন্দ্ৰ কলিতাই নিয়াৰীকৈ দায়িত্ব পালন কৰিছে। তদুপৰি উপেন্দ্ৰজিৎ শৰ্মা, বিমল কৃষ্ণ শৰ্মা, নৱজ্যোতি মিশ্ৰ আদি ব্যক্তিসকলে লিখকক তেওঁৰ সৃষ্টিমূলক কাম-কাজত আগুৱাই যোৱাত সততে দিহা-পৰামৰ্শ দি অনুপ্ৰাণিত কৰা বাবে লেখকে তেখেতসকলক তথা পৰিয়ালৰ সমূহ সদস্যক লিখকে পুথিখনৰ 'লেখকৰ কিছু কথা' শিতানত সকলোকে কৃতজ্ঞতা জ্ঞাপন কৰিছে। লগতে লেখকে 'কম্বোডিয়া, ভিয়েটনাম আৰু ভূটান ভ্ৰমণৰ ডুখৰীয়া স্মৃতি' পুথিখন অকালতে মৰ্ত্যধাম ত্যাগ কৰা তেখেতৰ চাৰিগৰাকী বন্ধু স্বৰ্গীয় ডাঃ তুষাৰ মৈত্ৰ, স্বৰ্গীয় উপেন্দ্ৰ নাথ ব্ৰহ্ম, স্বৰ্গীয় নীলকান্ত ডেকা আৰু স্বৰ্গীয় মুনীন্দ্ৰ নাথ শৰ্মাৰ পৱিত্ৰ সোঁৱৰণত উছৰ্গা কৰি লেখকে বন্ধুপ্ৰেমৰ নিদৰ্শন দাঙি ধৰিছে। সেইদৰে পুথিখনৰ পাণ্ডুলিপিটো অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ড° লক্ষীনন্দন বৰাদেৱে চাই দিয়া বাবে পুথিখনৰ গাম্ভীৰ্য বহুখিনি বাহাল থাকিব বুলি ধাৰণা কৰিব পাৰি।

লেখকে 'কম্বোডিয়া, ভিয়েটনাম আৰু ভূটান ভ্ৰমণৰ ডুখৰীয়া স্মৃতি' পুথিখনত তেত্ৰিছটা উপবিভাগ সন্নিবিষ্ট কৰি আলোচ্য বিষয়সমূহ বৰ্ণনা কৰিছে। বিদেশ ভ্ৰমণৰ প্ৰস্তুতি পৰ্বৰ প্ৰথম পদক্ষেপ হিচাপে লেখকে নিজৰ পাৰপত্ৰখন উলিয়াই ল'লে। তাৰপাছত গুৱাহাটীৰ শিলপুখুৰী অঞ্চলত অৱস্থিত 'স্মাৰ্ট ট্ৰেভ্‌লছ' নামৰ পৰ্যটন কোম্পানীৰ পৰা বিমানৰ টিকট সংগ্ৰহ কৰি ল'লে। টিকটৰ ব্যৱস্থাটো এনেদৰে নিৰূপিত হ'ল যে- ২০০৭ চনৰ ৩১ জানুৱাৰি তাৰিখে তেওঁলোক (লেখক আৰু সম্বন্ধীয় খুৰাক) গুৱাহাটীৰ পৰা প্ৰথম উৰণেৰে বেংককলৈ যাব, তাৰপৰা দ্বিতীয় উৰনেৰে একে দিনতে সন্ধিয়া নংপেন পাবগৈ। তাৰপিছত ভ্ৰমণ সামৰি তিনিটা উৰণেৰে ক্ৰমে নংপেনৰ পৰা বেংকক, বেংককৰপৰা কলকাতা আৰু কলকাতাৰ পৰা গুৱাহাটীলৈ ঘূৰি আহিব একেদিনাই। লেখক আৰু তেওঁৰ খুৰাকে গাইপতি প্ৰায় সাতাইছ হেজাৰ টকা জমা দি নংপেনলৈ অহা-যোৱাৰ টিকট সংগ্ৰহ কৰিলে। যিহেতু কম্বোডিয়াত



দেশীয় মুদ্ৰা 'ৰিয়েল' আৰু আমেৰিকান ডলাৰহে চলে, সেইবাবে তেওঁলোকে গুৱাহাটীৰ শিলপুখুৰীৰ ইউনাইটেড কমাৰ্চিয়েল বেংকৰ শাখাটিৰ পৰা টকাৰ বিনিময়ত আমেৰিকান ডলাৰ সংগ্ৰহ কৰি ল'লে। পাৰপত্ৰ, টিকট আৰু ডলাৰ সংগ্ৰহ কৰাৰ পিছত লেখকে বিদেশ যাত্ৰা কৰিব পাৰিব বুলি নিশ্চিন্ত হ'ল।

অৱশেষত লেখকৰ বহু আকাংক্ষিত দিনটো আহি পালেহি। ২০০৭ চনৰ ৩১ জানুৱাৰিৰ দিনা লেখক আৰু তেওঁৰ খুৰাক গুৱাহাটীৰ বৰঝাৰত থকা লোকপ্ৰিয় গোপীনাথ বৰদলৈ আন্তৰ্জাতিক বিমান বন্দৰত উপস্থিত হ'লগৈ। নিৰ্ধাৰিত সময়তকৈ ডেৰঘন্টা পলমকৈ বিমানখনে উৰা মাৰিলে। প্ৰায় আঢ়ৈ ঘন্টামান আকাশী পথেৰে গতি কৰাৰ পিছত বিমানখন থাইলেণ্ডৰ আকাশমাৰ্গত সোমাল আৰু কিছু সময় পিছত বিমান বন্দৰত অৱতৰণ কৰিলে। বন্দৰ গৃহত প্ৰৱেশ কৰিয়েই তেওঁলোকে এটি মধুৰ ক্ষণৰ মুখামুখি হ'ল। এগৰাকী পৰিচাৰিকাৰ আতিথ্যত তেওঁলোক মুগ্ধ হ'ল। পৰিচাৰিকাই তেওঁলোকক নংপেনলৈ যাবলগীয়া বিমান যাত্ৰীৰ কোঠাত উপস্থিত কৰালেগৈ। লেখকে তেওঁৰ ভ্ৰমণৰ আৰম্ভণিৰ মধুৰ অভিজ্ঞতা 'পৰীসদৃশ থাই তৰুণীৰ সহায়ৰ হাত'ত উল্লেখ কৰিছে।

সুবৰ্ণভূমি বিমান বন্দৰৰ মাটি ছুই সেৱা জনাই নংপেনলৈ যাব লগা বিমানত উঠিলগৈ। নংপেনত বিমান অৱতৰণ কৰাত তেওঁলোকক সংগ দিলে লেখকৰ খুৰাদেউৰ জোঁৱায়েক শ্ৰীমান তাপসে। তাপসৰ ঘৰতেই তেওঁলোকে আতিথ্য গ্ৰহণ কৰিলে। পিছদিনা অৰ্থাৎ পহিলা ফেব্ৰুৱাৰিৰ পৰাই তেওঁলোকে কম্বোডিয়াৰ ভ্ৰমণসূচী আৰম্ভ কৰিলে।

লেখকে ভ্ৰমণ কাহিনীখনত 'কম্বোডিয়াৰ অতি চমু চিনাকি' পাঠটিত কম্বোডিয়া নামৰ তাৎপৰ্য, ভৌগোলিক অৱস্থান, মাটিকালি, চাৰিসীমা, জনসংখ্যা, ভূ-অৱয়ব, দ-নদী, ভাষা, ধৰ্ম, জলবায়ু, শাসন প্ৰণালী আদি কৰি সকলোখিনি বিৱৰণেই দিবলৈ চেষ্টা কৰিছে।

'পৰ্যটক হিচাপে নংপেনৰ ৰাজপথত প্ৰথমদিন' নামৰ পাঠটিত লেখকৰ প্ৰথম দিনাৰ ভ্ৰমণৰ অভিজ্ঞতা সন্নিবিষ্ট হৈছে। তেওঁ পোনতে উপস্থিত হ'লগৈ বিল্ড ব্ৰাইট বিশ্ববিদ্যালয় (Build Bright University) ৰ চৌহদত। তাৰপৰা তেওঁ আগবাঢ়ি গৈ হুনচেন পাৰ্কৰ কাষেৰে গৈ 'চাক্‌টুমাক' নামৰ ঠাইখনত থকা এটি

বৌদ্ধ মন্দিৰত উপস্থিত হ'লগৈ। তাৰ কাষেৰে মেকংখন বৈ গৈছে। কম্বোডিয়া আৰু ভিয়েটনামৰ মাজেদি বৈ গৈ দক্ষিণ চীন সাগৰত মিলিত হোৱা মহাবাহু মেকং এছিয়াৰ এখন উল্লেখযোগ্য নদী। তিনিওখন দেশৰ সাংস্কৃতিক জীৱনতো মেকঙে এক প্ৰভূত অৰিহণা যোগাইছে।

'নংপেন' শব্দটো দুটা শব্দৰ পৰা আহিছে। 'নং' মানে পৰ্বত আৰু 'পেন' হৈছে এগৰাকী নাৰীৰ নাম। পৌৰাণিক আখ্যানমতে এডাল গছৰ খোৰোঙত হেনো অসংখ্য বুদ্ধমূৰ্তি আছিল। এবাৰ মেকঙৰ বানে সেই বুদ্ধমূৰ্তিবোৰ উটুৱাই নিয়াৰ উপক্ৰম কৰাত এগৰাকী নাৰীয়ে সেইবোৰ উদ্ধাৰ কৰি নি এটি টিলাৰ ওপৰত নিৰাপদে ৰাখিলে। এই টিলাটোতে আছে 'ৱাটনম' নামৰ পেগোদা। টিলাটোৰ নামনিত আছে এখন ধুনীয়া উদ্যান। কম্বোডিয়াৰ কেন্টিনত চেনী, নিমখ একো মিহলি নকৰা পাতল হালধীয়া বৰণৰ খেমেৰ চাহ খাবলৈ পোৱা যায়। এই চাহ খালে শৰীৰত চৰ্বী জমা নহয়।

লেখকে নংপেনৰ মাজমজিয়াত থকা হুনচেন পাৰ্ক আৰু তাৰ কাষত থকা স্বতন্ত্ৰতা স্তম্ভ (Independence Tower) ৰ বৰ্ণনা অতি সুন্দৰভাৱে উপস্থাপন কৰিছে। হুনচেন পাৰ্কৰ ওচৰতে এখন স্থায়ী মঞ্চ আছে। তাত প্ৰতি সন্ধিয়া সংগীতানুষ্ঠান হয়। শাৰীৰিকভাৱে বাধাগ্ৰস্ত লোকসকলে তাত সংগীত পৰিৱেশন কৰে। ইয়াত সংগৃহীত ধনখিনি শাৰীৰিকভাৱে বাধাগ্ৰস্তসকলৰ কল্যাণ পুঁজিলৈ যায়। নংপেনৰ বজাৰৰ অভিজ্ঞতাৰ কথা লেখকে 'নংপেৰ বজাৰৰ ইটো-সিটো' পাঠটিত সন্নিবিষ্ট কৰিছে।

'মেকঙৰ পাৰত এটি অবিস্মৰণীয় সন্ধ্যা' পাঠটিত মেকঙৰ পাৰৰ চাক্টু মাক বা চত্তুমুখ (chattomukh) নামৰ ঠাইৰ কথা উনুকিয়াইছে। কম্বোডিয়াৰ ৰাজ প্ৰাসাদৰ বৰ্ণনাও লেখকে অতি সুন্দৰভাৱে দিছে। সেইদৰে ৰূপালী পেগোডাৰ বৰ্ণনাও যথাযথ হৈছে। 'ৰয়েল ট্ৰেজাৰী' বা ৰাজভঁৰালত সোমাই লেখকে প্ৰত্যক্ষ কৰা বস্তুৰ বৰ্ণনা অতি সুন্দৰভাৱে দিছে — "এই ঘৰটিত ৰজাৰ বস্তুসমূহ শাৰী শাৰীকৈ সজোৱা আছে। ইয়াৰ প্ৰায়বোৰ বস্তুৱেই অসমৰ পুৰণি শিল্প-বস্তুৰ লগত মিলে। বেতৰ দোন, খৰাহী, মুখ ঢকা শৰাই, বান-বাতি, পাণবটা এই আটাইবোৰ অসমৰ সামগ্ৰীবোৰৰ দৰে। ৰজাৰ সাজ-পাৰ বগা কোটৰ। কোটৰ হাত দুখনত সোণৰ দৰে চিকচিকীয়া আৱৰণ। কোটৰ বুটামবোৰ সোণালী।



ৰাণীৰ সাজ- পাৰৰ নিম্নাংশ মেখেলাৰ দৰে। সাধাৰণ মানুহৰ সাজ-পাৰ অসমীয়া খেতিয়ক মানুহৰ দৰে। মতা মানুহবোৰে চুৰিয়া পিন্ধে। কিছুমানে চুৰিয়া কোঁচাই-আঁঠুৰ ওপৰতে ৰাখে। কম্বোডিয়াৰ শাস্ত্ৰীয় নৃত্যৰ পোছাক অতি মনোমোহা। তাঁতশালৰ দৰে শালত শিপিনীয়ে কাপোৰ বৈ থকা দৃশ্যও দেখিলো। যুদ্ধত ব্যৱহাৰ হোৱা তৰোৱালসমূহো তাত ৰখা হৈছে। সেইবোৰ অন্ততঃ আমাৰ আহোমৰ হেংদানতকৈ চুটি।" (পৃঃ ২৫) তদুপৰি গছ-গছনিৰে ভৰপূৰ ৰাজপ্ৰাসাদটি চালে চকুৰোৱা।

'চিহানাউক্‌ভিলত এদিন' পাঠটিত চিহানাউক্‌ভিল ঠাইখনৰ বৰ্ণনা পোৱা যায়। ১৯৫০ চনৰ আশে-পাশে অৰণ্যৰ গছ-গছনি কাটি কম্বোডিয়াৰ গভীৰ জলৰ বন্দৰ হিচাপে সেই সময়ৰ কম্বোডিয়াৰ ৰজা চিহানাউকৰ নামানুসাৰে এই চিহানাউক্‌ভিল ঠাইখন গঢ়ি তোলা হৈছিল। নংপেনৰ লগত চিহানাউক্‌ভিলক সংযোগ কৰা ৪ নং ৰাষ্ট্ৰীয় ঘাইপথটো নিৰ্মাণ কৰিবলৈ আমেৰিকাই সাহায্য আগবঢ়াইছিল। ১৯৬০ চনৰ পিছৰ পৰা ইয়ালৈ পৰ্যটকৰ আগমন ঘটিবলৈ ধৰে। ১৯৭০ চনত চিহানাউকক সিংহাসনচ্যুত কৰাৰ পিছত ঠাইখনৰ নাম কম্পংচম কৰা হয় আৰু ১৯৯৩ চনলৈ এই নামেৰেই ই বিখ্যাত হৈ থাকে। অৱশ্যে বৰ্তমান দুয়োটা নামেই ব্যৱহাৰ হয়।

লেখকে 'কম্বোডিয়াৰ কলা-সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ ছিয়েমৰীপত দুদিন' পাঠটিত কম্বোডিয়াৰ বিখ্যাত মন্দিৰ আংকোৰৱাট দৰ্শনৰ অভিজ্ঞতাৰ কথা বৰ্ণনা কৰিছে। ছিয়েমৰীপ হ'ল কম্বোডিয়াৰ আধ্যাত্মিক আৰু সাংস্কৃতিক জীৱনৰ হৃৎপিণ্ডস্বৰূপ। ই কম্বোডিয়াৰ আটাইতকৈ ব্যস্ত চহৰ। বিশ্বৰ পৰ্যটন মানচিত্ৰত আংকোৰৱাটে বিশিষ্ট স্থান লাভ কৰাৰ পিছৰে পৰা ছিয়েমৰীপৰ গুৰুত্ব দিনক দিনে বাঢ়িব লাগিছে। ছিয়েমৰীপত থকা বিখ্যাত জলপৰিস্থিতি-তন্ত্ৰ থকা টন্‌লেছাপ হ্ৰদ দৰ্শনৰ অভিজ্ঞতাৰ কথা লেখকে অতি সুন্দৰভাৱে 'টন্‌লেছাপ হ্ৰদত জল-বিহাৰ আৰু মাছ-ধৰা কৌশল দৰ্শন' পাঠটিত বৰ্ণনা কৰিছে।

লেখক শৰ্মাদেৱৰ যিহেতু কম্বোডিয়া যাত্ৰাৰ মুখ্য উদ্দেশ্যটোৱেই আছিল আংকোৰৱাট দৰ্শন কৰাটো, সেয়েহে তেওঁ তেওঁৰ ভ্ৰমণ কাহিনী পুথিখনত সন্নিবিষ্ট 'আংকোৰৱাট দৰ্শন মোৰ জীৱনৰ এক চিৰস্মৰণীয় ঘটনা', 'আংকোৰৱাট', 'আংকৰৱাটৰ আৱিষ্কাৰ আৰু পুনঃপ্ৰতিষ্ঠা', 'আংকৰৰ

প্ৰতীকবাদ’, ‘মন্দিৰ দৰ্শন প্ৰণালী’, ‘আংকোৰ থমৰ বেয়ন মন্দিৰত কেইঘন্টামান’ আদি পাঠত আংকোৰ মন্দিৰৰ ইতিহাস বৰ্ণনা কৰাৰ লগতে বৰ্তমানৰ ৰূপ তথা ইয়াৰ স্থাপত্য-ভাস্কৰ্য্য, পৰিৱেশ আদিৰ সুন্দৰ বৰ্ণনা অতি সহজ-সৰল ভাষাত উপস্থাপন কৰিছে।

নংপেনৰ দুখন বধ্যভূমি, এখন বৰ্তমানে টুৱল স্লেং (Tuol sleng Museum) যাদুঘৰ নামে জনাজাত আৰু আনখন হ’ল চোৱেঙাং এক (Choeung Ek) এই বন্দীশালত অনাৱশ্যকীয় বুলি ভবা লোকসকলক অতি নিৰ্মমভাৱে বধ কৰিছিল। এই বধ্যভূমি দুখনৰ দৰ্শনে লেখকক মৰ্মাহত কৰি তুলিছিল। বধ্যভূমি দুখনৰ বৰ্ণনা আৰু লেখকৰ মনৰ অভিব্যক্তি বৰ্ণাই ‘পলপটৰ আমোলৰ বধ্যভূমি দৰ্শনৰ পীড়া’ পাঠটিত পুথিখনত সন্নিবিষ্ট কৰিছে।

নংপেনৰ নানা অভিজ্ঞতা বুকুত সাবটি লৈ এইবাৰ লেখকে যাত্ৰা কৰিলে ভিয়েটনামৰ হো চি মিন নগৰলৈ। নংপেনৰ পৰা হো চি মিন নগৰৰ দূৰত্ব প্ৰায় আঢ়ৈশ কিলোমিটাৰ। লেখকে ‘ভিয়েটনামৰ অতি চমু চিনাকি’ শীৰ্ষক পাঠ্যত ভিয়েটনামৰ চমু ইতিহাস দাঙি ধৰিছে। ইয়ে ভ্ৰমণকাহিনীখনৰ মৰ্য্যাদা বঢ়াইছে। কাৰণ পাঠকসমাজে ভিয়েটনাম নগৰৰ বিষয়ে বহুখিনি কথা জানিব পাৰিব। হো চি মিন চহৰৰ বিখ্যাত এখন পাৰ্ক (উদ্যান) আছে। ‘ডাম্ চেন পাৰ্ক’ নামৰ এই উদ্যানখন সম্পূৰ্ণৰূপে চাবলৈ হ’লে প্ৰায় তিনি দিন মান সময় লাগে। স্বৰূপাৰ্থত ডাম্ চেন উদ্যানক একেলগে এখন উদ্ভিদ উদ্যান, প্ৰমোদ উদ্যান আৰু চিৰিয়াখানা বুলি ধৰিব পাৰি বুলি লেখকে অভিমত ব্যক্ত কৰিছে। সেইদৰে ভিয়েটনামৰ গৰিলা যুদ্ধৰ বিখ্যাত ঘাটি ছু ছি সুৰংগ আৰু কেও ডেই ধৰ্মাৱলম্বীসকলৰ তীৰ্থস্বৰূপ কেও ডেই মন্দিৰ দৰ্শনৰ অভিজ্ঞতাৰ কথা ভ্ৰমণ কাহিনীখনত সন্নিবিষ্ট হৈছে। লগতে লেখকে ভিন্ন ঠাইৰ ভিন্ন খাদ্যৰ যুতি লোৱাৰ কথাও পুথিখনত সন্নিবিষ্ট কৰিছে। কম্বোডিয়া, ভিয়েটনাম আদিৰ ভ্ৰমণ অভিজ্ঞতাই লেখকক অভিভূত কৰি তুলিছিল। অৱশ্যে লেখকে কম্বোডিয়াৰ অভিজ্ঞতাক ভিয়েটনামৰ অভিজ্ঞতাতকৈ বেছি অগ্ৰাধিকাৰ দিছিল; কিয়নো কম্বোডিয়াত আপোনজনৰ (তাপস, মালৱিকা, মামলু, পিকলু) আত্মীয়তাখিনিও সন্নিবিষ্ট হৈ আছিল। এইদৰে লেখকে তেইশদিনীয়া বিদেশ যাত্ৰাৰ অভিজ্ঞতাৰে অভিজ্ঞ হৈ নিশা দুই বজাত বঙাইগাঁৱৰ নিজা গৃহত পদাৰ্পণ কৰিলে।



‘সুখী মানুহৰ দেশ’ ‘ভূটানত তিনিদিন’ শীৰ্ষক পাঠটিত লেখকৰ ভূটান দেশত সঞ্চিত অভিজ্ঞতাৰ কথা বৰ্ণিত হৈছে। পত্নী মালৱিকা আৰু কন্যা অলিগুঞ্জনাৰ সৈতে ভূটান দেশ ভ্ৰমণৰ কাহিনী লেখকৰ মানত আছিল অভূতপূৰ্ব অভিজ্ঞতা।

‘কম্বোডিয়া, ভিয়েটনাম আৰু ভূটান ভ্ৰমণৰ ডুখৰীয়া স্মৃতি’ শীৰ্ষক পুথিখনৰ শেষৰ ফালে সন্নিবিষ্ট ষোল্লখন আলোকচিত্ৰই পুথিখনৰ এক অনন্যতা দান কৰিছে। মুঠতে অনিল চন্দ্ৰ শৰ্মাৰ ‘কম্বোডিয়া, ভিয়েটনাম আৰু ভূটান ভ্ৰমণৰ ডুখৰীয়া স্মৃতি’ ভ্ৰমণ কাহিনী সন্নিবিষ্ট এই গ্ৰন্থখনে বহু পাঠকক উপকৃত কৰাৰ লগতে ভ্ৰমণৰ প্ৰতি পাঠকৰ মনত এক অনুকম্পাও জগাই তুলিব। নিঃসন্দেহে অনিল চন্দ্ৰ শৰ্মাৰ — “কম্বোডিয়া, ভিয়েটনাম আৰু ভূটান ভ্ৰমণৰ ডুখৰীয়া স্মৃতি” শীৰ্ষক ভ্ৰমণ কাহিনীযুক্ত গ্ৰন্থখন অসমীয়া সাহিত্যৰ ভঁৰালত এক অমূল্য সম্পদ ৰূপে বিবেচিত হ’ব।

# অৰুণলোচন দাসৰ ভ্ৰমণ কাহিনী 'উইণ্ড মিল আৰু টিউলিপ ফুলৰ দেশত'

## ড° উপেন্দ্ৰজিৎ শৰ্মা

লেখক শিল্পী অৰুণলোচন দাসে এই শতিকাৰ প্ৰাৰম্ভতে তেওঁৰ জ্যেষ্ঠ ভাতৃ কমললোচন দাসৰ সহযোগত তিনিখন দেশ ক্ৰমে — ফ্ৰান্স, হলেণ্ড আৰু বেলজিয়াম ভ্ৰমণ কৰি এই ভ্ৰমণ কাহিনীখনি প্ৰস্তুত কৰি পাঠক সমাজলৈ প্ৰেৰণ কৰিছে। অৰুণলোচন দাসৰ ভাতৃ কমললোচন দাস সেই সময়ত ভাৰতীয় পৰ্যটন বিভাগৰ সঞ্চালক পদত কাৰ্যনিৰ্বাহ কৰিছিল হলেণ্ড অৰ্থাৎ নেদাৰলেণ্ডৰ ৰাজধানী আমষ্টাৰডামত। এই সুযোগতে অৰুণলোচন দাসে বিদেশ ভ্ৰমণৰ সুযোগ লাভ কৰিছিল বুলি উল্লেখ কৰিছিল। এগৰাকী চিত্ৰশিল্পী হিচাপে অৰুণলোচন দাস সততে বিদেশ ভ্ৰমণৰ প্ৰতি অতি আগ্ৰহী আছিল। সেয়ে তেওঁ সদায় ভ্ৰমণৰ সুযোগৰ অপেক্ষাত আছিল। বহু দিনৰ সাধনা তথা বিদেশ ভ্ৰমণৰ আগ্ৰহ এদিন সঁচাকৈয়ে অৰুণলোচন দাসৰ জীৱনলৈ আহিছিল তেওঁৰ জ্যেষ্ঠ ভাতৃৰ সহযোগত। প্ৰকৃতাৰ্থত দাসৰ বিদেশ ভ্ৰমণৰ মুখ্য স্থান আছিল হলেণ্ড অৰ্থাৎ নেদাৰলেণ্ডৰ আমষ্টাৰডাম। কাৰণ এই আমষ্টাৰডামতে তেওঁৰ ভাতৃ কৰ্মৰত। আমষ্টাৰডামৰ যাত্ৰা পথে ছুই যায় ফ্ৰান্সৰ পেৰিছ চহৰ আৰু বেলজিয়াম। সেয়ে দাসৰ ভ্ৰমণ কাহিনীখনে আমষ্টাৰডামৰ লগতে ফ্ৰান্সৰ পেৰিছ আৰু বেলজিয়ামক সামৰি সুন্দৰ ৰূপত চিত্ৰিত হৈছে। দাস এগৰাকী শিল্পী হোৱাৰ লগতে বোলছবিৰও ভাল দৰ্শক। তেওঁৰ জীৱন কালত যথেষ্ট ইংৰাজী আৰু হিন্দী চিনেমা উপভোগ কৰিছিল। এই বোলছবিবোৰৰ বিশেষকৈ বিদেশৰ সুন্দৰ সুন্দৰ ঠাইৰ দৃশ্যপটবোৰে দাসক বাৰুকৈ আকৰ্ষিত কৰিছিল। সেয়েহে বিদেশৰ সুন্দৰ ঠাইৰ চিত্ৰ গ্ৰহণেৰে পৰিপূৰ্ণ বোলছবি



দাসে প্ৰাণভৰি উপভোগ কৰে। এই দৃশ্যবোৰ দেখি অৰুণলোচন দাসৰ মনত বিদেশ ভ্ৰমণৰ প্ৰতি আগ্ৰহ জন্মে। বোলছবিবোৰত বিশেষকৈ হিন্দী বোলছবিবোৰৰ চিত্ৰ গ্ৰহণ ফ্ৰান্সৰ পেৰিছ চহৰৰ আৰু হলেণ্ডৰ বিভিন্ন মনোৰম ঠাইত হয়। সেয়েহে দাসক এই ঠাইকেইখন ভ্ৰমণৰ প্ৰতি বিশেষ আগ্ৰহ জন্মায়। মনতে ভাবি থকা ভাববোৰ যেতিয়া বাস্তৱত পৰিণত হয় তেতিয়া মন-প্ৰাণ পুলকিত হৈ পৰে। অৰুণলোচন দাসৰো এই ভ্ৰমণে মনপ্ৰাণ অধিক পুলকিত কৰি তুলিছিল। লেখক অধিক ৰোমাঞ্চিত আৰু শিঁহৰিত হৈ পৰিছে ফ্ৰান্স, বেলজিয়াম আৰু হলেণ্ডৰ বিশেষ ঠাইবোৰ ভ্ৰমণ কৰি।

অৰুণলোচন দাসৰ আন এক সাফল্য হ'ল ভ্ৰমণ কাহিনী অধ্যয়নৰ প্ৰতি থকা দুৰ্বাৰ হেঁপাহ। ভ্ৰমণ বিলাসী দাসে বিদেশ ভ্ৰমণৰ অভিজ্ঞতাৰে প্ৰস্তুত কৰি উলিওৱা অসংখ্য ভ্ৰমণ কাহিনী অধ্যয়ন কৰিছিল। এই ভ্ৰমণ কাহিনীসমূহ অধ্যয়ন কৰি যেন দাসৰ মানসপটত উজলি উঠিছে সেই ঠাইবোৰৰ একো একোখন কাল্পনিক ছবি। সেয়েহে দাসৰ এই ভ্ৰমণ কাহিনী সন্নিবিষ্ট গ্ৰন্থখন অধিক মনোগ্ৰাহী ৰূপত পাঠক সমাজৰ মাজত সমাদৃত হৈ পৰিছে।

২০০০ চনৰ ২৫ এপ্ৰিল তাৰিখে দাসে জ্যেষ্ঠ ভাতৃৰ সৈতে জেট এয়াৰৱেজেৰে অসমৰ পৰা দিল্লীত উপস্থিত হয়। দিল্লীত ভিছা আদিৰ যাৱতীয় কাম কাজ সম্পূৰ্ণ কৰি অৰুণলোচন দাসে ইন্দিৰা গান্ধী আন্তৰ্জাতিক বিমান বন্দৰৰ পৰা প্ৰকাণ্ড জাম্বোজেট এখনেৰে পেৰিছলৈ যাত্ৰা আৰম্ভ কৰিছিল। বিমান যাত্ৰাৰ এক সুন্দৰ বৰ্ণনা দাসে ভ্ৰমণ কাহিনীখনত সন্নিবিষ্ট কৰিছে। দাসৰ দৃষ্টিত পেৰিছ-সুন্দৰী পেৰিছ, ফেশ্বন আৰু পাৰফিউমৰ দেশ পেৰিছ। বোলছবিত দেখা পেৰিছ আৰু ইমানদিনে পেৰিছৰ ছবি বুকুত কঢ়িয়াই লৈ ফুৰা অৰুণলোচন দাস আজি পেৰিছৰ মাটিত ভৰি থৈ অধিক ৰোমাঞ্চিত হৈ পৰিছে। তেওঁৰ সপোন আজি বাস্তৱায়িত। ইমানদিনে বোলছবিৰ মাজত দেখা পেৰিছখন তেওঁ নিজ চকুৰে দেখিবলৈ পাই আৰু সৌশৰীৰে পেৰিছৰ মাটিত ভৰি থৈ এক বুজাব নোৱাৰা অনুভূতিৰে অৰুণলোচন দাস কল্পনা সাগৰত বুৰ গৈছে। পেৰিছৰ বিশাল 'চাৰ্লচ দি

গল এয়াৰপৰ্ট' দেখি অভিভূত। এনেকুৱা বিমান বন্দৰ বাস্তৱত থাকিব পাৰে বুলি লেখকে অনুভৱো কৰা নাছিল। বিমান বন্দৰৰ ৰেহৰূপ দেখি লেখক তন্ময়াভিভূত। কোনো হাই-উৰুমি নাই, নিৰাপত্তা ৰক্ষীৰ উপদ্ৰপ নাই, সকলো শান্ত আৰু সমাহিতভাৱে চলিছে। বাৰে বাৰে দেশৰ মাটিৰ বিশৃংখল পৰিস্থিতিলৈ মনত পৰিছে। তেওঁলোকে যদি এনেদৰে চলিব পাৰে আমি নোৱাৰো কিয়?

বিমান বন্দৰৰ পৰা ওলাই দাসে ভাতৃসহ পেৰিছৰ অপেৰা নামৰ ঠাইডোখৰলৈ যাত্ৰা আৰম্ভ কৰিছিল। বাট-পথ মসৃণ, ধূলি-বালিৰ কোনো চিন-মোকামেই নাই। সেই সময়ত পেৰিছলৈ বসন্তৰ আগমন হৈছে। সেয়েহে পেৰিছে সেউজীয়া ৰূপ লৈছে। যাত্ৰাপথত দেখিলে 'ষ্টেট দ্য ফ্ৰেন্স'ৰ বিশাল ষ্টেডিয়ামখন, যিখনত ১৯৯৮ চনৰ বিশ্বকাপ ফুটবলৰ উদ্বোধনী আৰু ফাইনেল খেল দুখন অনুষ্ঠিত হৈছিল। বাছখন ৪০ মিনিট মান যোৱাৰ পিছত বিশ্বৰ স্থাপত্যশিল্পৰ শ্ৰেষ্ঠ নিদৰ্শনযুক্ত পেৰিছৰ অপেৰাত উপস্থিত হ'ল। বিশ্বৰ প্ৰতিগৰাকী শিল্পীৰে সপোনৰ স্থান পেৰিছ অপেৰা। বিশ্বৰ বিখ্যাত বিখ্যাত ব্যক্তিসকল এই পেৰিছৰ অপেৰালৈ আহে আৰু সৌন্দৰ্য উপভোগৰ লগতে বিভিন্ন সামগ্ৰী ক্ৰয় কৰে। অপেৰাৰ সন্মুখত দেশী-বিদেশী মানুহৰ ভিৰ। পেৰিছৰ অপেৰাৰ সন্মুখৰ বহল ৰাজপথবোৰতে ফ্ৰান্সৰ সকলো জাতীয় উৎসৱ অনুষ্ঠিত হয়। এই অপেৰাৰ সন্মুখেৰে পাৰ হৈ যোৱা আলিৰ সন্মুখ ভাগত ১৬৪ ফুট উচ্চতাৰ নেপোলিয়নৰ সামৰিক বিজয়ৰ স্মৃতি তোৰণ। লেখকে অপেৰাত উপভোগ কৰিলে স্বল্প বসনা সুন্দৰীৰ কেবাৰে নৃত্য। অপেৰা দৰ্শনৰ পিছতে লেখক উঠিছে পেৰিছৰ মেট্ৰো ৰে'লত। পেৰিছৰ মেট্ৰ' তুলনাবিহীন। দিল্লীৰ মেট্ৰ'ৰ লগত নামটোৰ বাহিৰে কোনো তুলনাই নহয়। পেৰিছৰ মেট্ৰ'ৰ বিশ্বজোৰা খ্যাতি বিভিন্ন আলোচনীত লেখকে পঢ়িবলৈ পাইছে। আজি সোঁশৰীৰে পেৰিছৰ মেট্ৰ'ত উঠি যাত্ৰা কৰি লেখক অধিক ৰোমাঞ্চিত হৈ পৰিছে। লাহে লাহে পেৰিছলৈ আন্ধাৰ নাম আহিল। নিশা তেওঁলোক যাব মূল গন্তব্যস্থল হলেণ্ডৰ ৰাজধানী আমষ্টাৰডামলৈ। সেয়েহে নিশা পেৰিছত থকা ইণ্ডিয়ান ৰামা হোটেলত নিশাৰ আহাৰ গ্ৰহণ কৰি বাছ আস্থানলৈ যাত্ৰা কৰিলে।



পেৰিছৰ সৌন্দৰ্যই অৰুণলোচন দাসক বাৰুকৈয়ে মুগ্ধ কৰিছিল। পেৰিছ মানে সৌন্দৰ্যৰ সমাহাৰ। চৌদিশে সৌন্দৰ্যই সৌন্দৰ্য আৰু ৰাজপথতো পাৰফিউমৰ সুন্দৰ গোন্ধ। বিদেশ ভ্ৰমণ আৰম্ভণিৰ সুন্দৰ অভিজ্ঞতাক আকোৱালি লেখকে নিশাৰ বাছত পেৰিছৰ পৰা হলেণ্ডৰ আমষ্টাৰডামলৈ যাত্ৰা কৰিলে। পেৰিছৰ পৰা আমষ্টাৰডামৰ দূৰত্ব লেখকৰ দৃষ্টিত গুৱাহাটীৰ পৰা তিনিচুকীয়াৰ সমান। নিশা ইউৰোলাইন বাছ সেৱাৰে তেওঁলোকৰ যাত্ৰা আৰম্ভ হয়। পেৰিছৰ পৰা ইউৰোলাইন বাছ ইউৰোপৰ বিভিন্ন দেশলৈ যায়। নিশা ১০-৩০ বজাত বাছখনে মসৃণ ৰাজপথেৰে আমষ্টাৰডামলৈ বুলি যাত্ৰা কৰিলে। পথৰ কাষৰ মনোমোহা সৌন্দৰ্য দেখি লেখক অভিভূত হ'ল। বাছখনৰ ড্ৰাইভাৰজনে মাজে মাজে ইংৰাজী আৰু ডাচ্চ ভাষাত সম্ভাষণ জনাই বাছখন ক'ত ৰ'ব, কিমান সময়ত আমষ্টাৰডাম পাবগৈ জনাই দিলে। নিশা ১-৩০ বজাত বাছখনে এঠাইত ৰৈ গ'ল। ইমান সময়ে গাড়ীখন চলাই অহা ড্ৰাইভাৰজন নামি গ'ল আৰু এইবাৰ ড্ৰাইভাৰৰ আসনত বহিল এগৰাকী ৪০-৪৫ বছৰীয়া মহিলা। লেখক আচৰিত নহৈ নোৱাৰিলে কাৰণ এয়ে জানো নিজৰ দেশখনত সম্ভৱ? মহিলা ড্ৰাইভাৰগৰাকীয়ে অকলে চলাই লৈ যোৱা গাড়ীখনে পুৱতি নিশা হলেণ্ডত প্ৰৱেশ কৰিলে। গাড়ীৰ খিৰিকিৰে সেউজীয়া পথাৰবোৰ, পথাৰৰ মাজত গ্ৰীণ হাউচবোৰ দেখি লেখক অভিভূত হৈ পৰিল। গাড়ীখন আমষ্টাৰডামৰ ব্যস্ত এয়াৰপোৰ্ট 'স্কীফুল' পাৰ হ'ল। এই বিমানকোঠটোত বিশ্বৰ সকলোবোৰ বিমান উঠা-নমা কৰে। আমেৰিকালৈ যোৱা বিমানবোৰে ইয়াতে বিমানৰ ইন্ধন ভৰায়। ৰাতি পোহৰ হোৱাৰ কিছু সময় পিছত গাড়ীখনে আমষ্টাৰডামৰ এম.ষ্টিল বাছ ষ্টেচন পালে। লেখকে জ্যেষ্ঠ ভাতৃৰ সৈতে গাড়ীৰ পৰা নামি এখন টেক্সিৰে ককায়েকৰ এম.ষ্টিল ভিনৰ বান্তউইক নামৰ ঠাইলৈ যাত্ৰা কৰিলে। সুন্দৰ আৰু পৰিষ্কাৰ বাটপথ। ধূলিৰ কথাতো বাদেই বাটপথত এখন কাগজো পৰি নাথাকে।

আমষ্টাৰডামৰ সৌন্দৰ্য দেখি অৰুণলোচন দাস অভিভূত হ'ল। ইমান পৰিপাটি নিয়াৰিকৈ চলে সকলো কাম-কাজ। ইয়াৰ বাটপথবোৰত ফুটপাথ থাকিলেও চাইকেল চলোৱাৰ বাবে পৃথক পথ থাকে। হলেণ্ডৰ

মানুহৰ চাইকেল বৰ প্ৰিয়। বিভিন্ন ডিজাইনৰ চাইকেলবোৰ দেখি লেখকৰ দেশৰ মানুহলৈ মনত পৰিছে। নিজৰ দেশৰ মানুহৰ গাড়ী-মটৰৰ প্ৰতি আকৰ্ষণ বেছি। হলেণ্ডত ডেকা, বুঢ়া, ল'ৰা-ছোৱালী, তিৰোতা সকলোৱে চাইকেল চলাই সকলো কাম কৰে।

আমষ্ট্ৰাৰডামৰ জলবায়ু গৰমৰ দিনত শ্বিলঙৰ দৰে। ঠাণ্ডা আছে আৰু সকলো সময়তে সাগৰীয় বতাহ বলি থাকে। মানুহবোৰ খুব পৰিষ্কাৰ-পৰিচ্ছন্ন। দিন দীঘল পুৱাৰ পোহৰ হয় দিনৰ ৬ মান বজাত আৰু বেলি মাৰ যায় নিশা ৯.৩০ মান বজাত। ঠাণ্ডা দিনত দিন তেনেই চুটি। মাত্ৰ ৮ ঘন্টা মানহে পোহৰ থাকে। ডাচ্চ মানুহবোৰ ওখ-পাখ, স্বাস্থ্যপাতি অতি সুন্দৰ। ছোৱালীবোৰ সুন্দৰী। এওঁলোকৰ মাজত চিগাৰেটৰ প্ৰচলন যথেষ্ট বেছি। ছোৱালীবোৰেও চিগাৰেট সেৱন কৰে। আমষ্ট্ৰাৰডামৰ যাতায়াতৰ বাবে ট্ৰাম্পৰ ব্যৱহাৰ বেছি। মানুহবোৰে ট্ৰাম্পৰে অহাযোৱা কৰে। ট্ৰাম্পবোৰ খুব নিয়াৰিকৈ চলে কাৰো বিশেষ অসুবিধা নহয়। মন কৰিলে ট্ৰাম্পেৰেই সমস্ত আমষ্ট্ৰাৰডামখন সুন্দৰকৈ চাব পাৰি। ভ্ৰমণ কাহিনীখনৰ পৰা জানিব পাৰি যে হলেণ্ডৰ মানুহবোৰ খুব চাফ-চিকুণ। তেওঁলোকে নিজৰ ঘৰ-দুৱাৰ পৰিষ্কাৰ-পৰিচ্ছন্ন কৰি ৰখাৰ লগতে চৌপাশৰ পৰিৱেশো পৰিষ্কাৰ কৰি ৰখাত গুৰুত্ব প্ৰদান কৰে। ভ্ৰমণ কাহিনীখনত বিশ্ব-বিশ্ৰুত শিল্পী ভেন গঘৰ সুন্দৰ বৰ্ণনা জানিব পাৰি।

হলেণ্ডৰ মানুহবোৰ খুব পৰিশ্ৰমী সোমবাৰৰ পৰা শুক্ৰবাৰলৈ নিজৰ কামত সাংঘাতিক ধৰণে ব্যস্ত থাকে। শনিবাৰ দেওবাৰে হয় তেওঁলোকে সাগৰৰ পাৰলৈ যায় নাইবা কোনোবা গাঁৱলৈ ফুৰিবলৈ যায়। ভ্ৰমণ কাহিনীখনত বৰ্ণিত অনুযায়ী হলেণ্ডত মে' মাহ পৰ্যন্ত ঠাণ্ডাৰ প্ৰকোপ থাকে। প্ৰতিজন ডাচ্চ মানুহে নিজৰ কাম নিজেই কৰি লয়। নিজৰ কাম কৰাৰ কাৰণে সততে আন মানুহ নিয়োগ নকৰে। নিয়োগ কৰিব লাগিলেও যথেষ্ট অৰ্থ ভৰিবলগীয়া হয়। তেওঁলোক বৰ চৌখিন। ফুলৰ প্ৰতি প্ৰতিজন হলেণ্ডবাসীৰ দুৰ্বলতা আছে। ঘৰৰ সন্মুখত প্ৰতি ঘৰৰ একো একোখন ফুলৰ বাগিচা থাকে। ৰাজহুৱা স্থানবোৰতো ফুলৰ পয়োভৰ সৰ্বাধিক। হলেণ্ডত নিবনুৱাসকলেও মাহিলী ভাত্তা পায়। তাত নাৰী-পুৰুষৰ অধিকাৰ



সমান। নাৰীসকলক ট্ৰাম্প, ৰেলগাড়ী, বাছ আদি চলোৱা কাৰ্যতো নিয়োগ কৰে। নিশা ষোড়শী যুৱতীও অকলে গাড়ী চলাই যাব পাৰে। মানুহৰ নিৰাপত্তাৰ কোনো ত্ৰুটি নাই। আমষ্ট্ৰাৰডামৰ পৰাই ইউৰোপৰ বিভিন্ন ঠাইলৈ যাবলৈ বাছ আৰু ৰে'লৰ সু-ব্যৱস্থা আছে। প্ৰাণ-প্ৰাচুৰ্যৰে ভৰা আমষ্ট্ৰাৰডামলৈ বছৰি লাখ লাখ পৰ্যটকৰ সমাগম হয়। পৰ্যটন উদ্যোগটো হলেণ্ডৰ উপাৰ্জনৰ প্ৰধান আহিলা। হলেণ্ডৰ মোহময়ী সৌন্দৰ্যৰ কাৰণে পৃথিৱীৰ বিভিন্ন দেশৰ বহুতো বোলছবিৰ চিত্ৰগ্ৰহণ হয়। ইয়াৰ পৰাও তেওঁলোকে যথেষ্ট উপাৰ্জন কৰে।

ভ্ৰমণ কাহিনীখনৰ পৰা জানিব পৰা আন এক তথ্য হ'ল এইখন দেশত যথেষ্ট পুৰুষ-মহিলা সমকামী আছে। বাধাহীনভাবে তেওঁলোকে এই দেশখনত জীৱন-যাপন কৰিব পাৰে। সমকামীসকলৰ কোনো কোনোৱে সংসাৰো পাতি লৈছে। সমকামীৰ লগতে আমষ্ট্ৰাৰডামত আছে ৰেডলাইট ডিষ্ট্ৰিক। ইয়াৰ চেক্স লাইফ ভাতৰ লগত পানী খোৱাৰ দৰে সুচল। যৌনকৰ্মীসকলে চৰকাৰী তত্ত্বাবধানত দেহ ব্যৱসায় কৰে। যৌনকৰ্মীসকলৰ জীৱনধাৰণতো কোনোধৰণৰ প্ৰতিবন্ধকতা নাই। ভ্ৰমণ কাহিনীখনত যৌনকৰ্মী সকলৰ জীৱন পৰিচৰ্যাৰ বিষয়ে সুন্দৰ বৰ্ণনা পোৱা যায়।

ভ্ৰমণ কাহিনীখনত লেখক অৰুণ-লোচন দাসে হলেণ্ড দেশখনৰ এক সুন্দৰ বৰ্ণনা অংকন কৰিছে। তেওঁ এক কথাত দেশখনৰ এক নিৰ্মোহ বিশ্লেষণ আগবঢ়াইছে। বৰ্ণনাৰ প্ৰসংগত নিজৰ দেশখনৰ অস্থিৰ পৰিৱেশ, বিশৃংখল অৱস্থাৰ কথাও পাহৰি যোৱা নাই। লেখকৰ দৃষ্টিত আমষ্ট্ৰাৰডাম চহৰখন শিল্প-সৌন্দৰ্যৰে পৰিপূৰ্ণ চহৰ। তেওঁ আমষ্ট্ৰাৰডামৰ সকলো দিশ নিৰীক্ষণ কৰি ভ্ৰমণ কাহিনীখনত বৰ্ণনা আগবঢ়াইছে। লেখক হলেণ্ডৰ কেউফেনহফলৈও গৈছে। কেউফেনহফৰ সৌন্দৰ্য বৰ্ণনা কৰিছে। এই যাত্ৰাত টিউলিপ ফুলৰ মনোমোহা সৌন্দৰ্যই লেখকক মোহিত কৰিছে। ভ্ৰমণ কাহিনীখনত লেখকে উইণ্ডমিল আৰু টিউলিপ ফুলৰ সুন্দৰ বৰ্ণনা অংকন কৰিছে। ঘটনাক্ৰমে লেখক হলেণ্ডত থকা সময়তে ড° ভূপেন হাজৰিকাৰ এটি গীতৰ সন্ধিয়া অনুষ্ঠিত হৈছিল। এই গীতৰ সন্ধিয়াটোৰ সুন্দৰ বৰ্ণনা ভ্ৰমণ কাহিনীখনত পোৱা যায়। তেওঁৰ এই যাত্ৰাত হলেণ্ডৰ লগতে

বেলজিয়ামৰ বিভিন্ন ঠাইও ভ্ৰমণ কৰিছে। বেলজিয়াৰ ৰাজধানী ব্ৰাছেলছৰ এক মনোমোহা ছবি অংকন কৰিছে। ব্ৰাছেলছত বাংলাদেশী ছুজা চৌধুৰীৰ ৰেস্তোৰাঁত খোৱাৰ এক সুন্দৰ বৰ্ণনা ভ্ৰমণ কাহিনীখনত পোৱা যায়।

এই ভ্ৰমণ কাহিনীখনত আলচমীৰৰ ফুল নিলামকেন্দ্ৰৰ এক আকৰ্ষণীয় আলোচনা লেখকে আগবঢ়াইছে। ভ্ৰমণ কাহিনীখনৰ মাজত আমষ্টাৰডামত থকা এন. ফ্ৰাংক হাউছৰ বৰ্ণনা দিবলৈ গৈ লেখকে এন ফ্ৰাংকৰ জীৱন কাহিনীৰ চমু অথচ স্পষ্ট ছবি অংকন কৰিছে। তেওঁৰ উভতনি যাত্ৰাৰ সময়ত পুনৰ পেৰিছ চহৰৰ মনোৰম বৰ্ণনা, লুভ মিউজিয়াৰ বৰ্ণনা, বিশ্বপ্ৰসিদ্ধ চিত্ৰকৰ লিউনাৰ্ড-দা-ভিঞ্চি, ভিনচেন ভেন গঘ, ৰাফেল আদি বিখ্যাত বিখ্যাত চিত্ৰশিল্পীসকলৰ চিত্ৰৰ বৰ্ণনাও প্ৰদান কৰিছে। বিশ্ববিখ্যাত আইফেল টাৱাৰ চাই লেখক অভিভূত হৈ পৰিছে। লগতে চিয়েন নদীৰ অপূৰ্ব মাদকতাই লেখকক বাৰুকৈয়ে আকৰ্ষিত কৰিছে। লেখকে যাত্ৰা কৰিছে পেৰিছৰ আৰ্টিষ্ট ভিলেইজলৈ। যিহেতু লেখক এগৰাকী শিল্পী সেয়েহে পেৰিছৰ আৰ্টিষ্ট ভিলেইজ দেখি এক বুজাব নোৱাৰা শিহৰণ অনুভৱ কৰিছে।

এইদৰে প্ৰায় ১৮ দিন বিদেশৰ তিনিখন দেশ ক্ৰমে ফ্ৰান্স, হলেণ্ড, বেলজিয়াম ভ্ৰমণ কৰি লেখক উভতি আহিছে নিজৰ জন্মভূমি অসমলৈ। নিজৰ জন্মভূমি অসমৰ পয়ালগা অৱস্থাটোৱে লেখকক বাৰুকৈয়ে অশান্তি দিছে। তেওঁ বাৰে বাৰে প্ৰশ্ন কৰিছে এই দেশবোৰ যদি ইমান সৌন্দৰ্যময় হ'ব পাৰে, এইদেশৰ মানুহবোৰ ইমান পৰিশ্ৰমী, দেশৰ প্ৰতি ভালপোৱা ভাবেৰে উদ্বুদ্ধ হ'ব পাৰে — আমিবোৰ হ'ব নোৱাৰো কিয়? আমাৰ দেশখনক আমি প্ৰগতিৰ দিশত আগবঢ়াই লৈ যাব নোৱাৰো কিয়? সেইবোৰ দেশৰ তুলনাত আমাৰ দেশত আজিও সম্পদ-সম্ভাৱনা অত্যন্ত প্ৰাচুৰ্যময়। কেৱল যেন আমাৰ নাই এক সৌন্দৰ্যপিয়াসী মন। দেশক, আই মাতৃক ভালপোৱাৰ একো একোখন সঁচা হৃদয়।▸▸



# ড° সুনীলকুমাৰ শইকীয়াৰ 'চীন দেশ চাই আহিলোঁ'ত এভুমুকি

**মণি ফুকন**

এই পৃথিৱীত ভ্ৰমণ ভাল নোপোৱা কিম্বা ভ্ৰমণৰ প্ৰতি অনিচ্ছুক কোনো মানুহেই চাগে নোলাব। সভ্যতাৰ আদিম স্তৰত অন্ন-বস্ত্ৰ বাসস্থানৰ বাবে মানুহে আৰম্ভ কৰা সংঘবদ্ধ অভিযানৰ পাতনিতেই হয়তো ভ্ৰমণৰ বীজ নিহিত হৈ আছিল। জীৱনৰ মৌলিক প্ৰয়োজনত আৰম্ভ হোৱা যাযাবৰী অভিযানেই মানুহক কোনো ভৌগোলিক পৰিমণ্ডলৰ স্থায়ী বাসিন্দাৰূপে গঢ়ি তুলিছে। তথাপি কিন্তু প্ৰব্ৰজন অথবা পৰিভ্ৰমণৰ তাড়ণাই মানুহৰ মনক নিৰ্দিষ্ট ভৌগোলিক পৰিমণ্ডলত চিৰদিন আৱদ্ধ কৰি ৰাখিব পৰা নাই। কাৰণ, স্বৰূপাৰ্থত মানুহ হৈছে পৰিভ্ৰমী প্ৰাণী। ভূমিৰ পৰা ভূমালৈ, দেশৰ পৰা দেশলৈ মানুহৰ পৰিভ্ৰমণ, প্ৰব্ৰজন অথবা পৰ্যটন অতীতৰ পৰাই চলি আহিছে। জীৱিকাৰ অন্বেষণত আৰম্ভ হোৱা প্ৰব্ৰজনৰ দীঘলীয়া ইতিহাসে (সভ্যতাৰ অতিক্ৰমণে) মানুহৰ মনক নিতে নতুন চিন্তাৰে সমৃদ্ধ কৰিছে। আজিৰ পৰিভ্ৰমণ অথবা ক্ষেত্ৰ অভিযান কেৱল জীৱনৰ মৌলিক প্ৰয়োজনতে সীমাবদ্ধ হৈ থকা নাই। ই শাৰীৰিক-মানসিক, বৌদ্ধিক তথা সাংস্কৃতিক চেতনাৰ সমৃদ্ধিৰো আধাৰস্বৰূপ হৈ পৰিছে। ব্যক্তিভেদে ৰুচিবোধৰ ভিন্নতা অনুসৰি একো একোটা ভ্ৰমণসূচীত বিভিন্ন প্ৰকাৰৰ উদ্দেশ্য নিহিত হৈ থাকিব পাৰে। উদ্দেশ্যধৰ্মী ভ্ৰমণে ভ্ৰমণকাৰী ব্যক্তিক লক্ষ্য প্ৰাপ্তিৰ আনন্দ প্ৰদান কৰাৰ লগতে মানসিক চৰিত্ৰকো সমৃদ্ধি আৰু বৈচিত্ৰ্য প্ৰদান কৰে। একোজন ভ্ৰমণকাৰী বা পৰ্যটকৰ ভ্ৰমণ অভিজ্ঞতাৰ লিখিত বৰ্ণনাই ভ্ৰমণৰহিত অথচ অনুসন্ধিৎসু পাঠকক ভ্ৰমণৰ বিচিত্ৰ আনন্দ প্ৰদান কৰিব পাৰে। দেশ-দেশান্তৰৰ মানুহৰ সভ্যতা-সংস্কৃতি, জীৱন-জীৱিকা

তথা চিন্তা চেতনাৰ স'তে আমাৰ প্ৰত্যক্ষ অভিজ্ঞতা অবিহনেও আমি মানসিক সম্পৰ্ক স্থাপন কৰিব পাৰো সুলিখিত ভ্ৰমণ বৃত্তান্ত পাঠৰ (অধ্যয়নৰ) মাধ্যমেৰে। একোখন ভ্ৰমণ কাহিনীৰ নিৰ্বাচিত স্থান-কালৰ গুৰুত্ব আৰু পৰিচিতি প্ৰদানৰ সাৱলীল বৰ্ণনাই সামৰি লোৱা বিষয় একোটাৰে সংশ্লিষ্ট বিভিন্ন পৰিৱেশ-পৰিস্থিতি কেতিয়াবা ইমান বেছি চিত্তাকৰ্ষক আৰু জীৱন্ত হৈ উঠে যে, আমি পাঠক হিচাপে তেনে একোটা বৰ্ণিত পাঠৰ অধ্যয়নৰ মুহূৰ্তত নিজে ক'ব নোৱাৰাকৈয়ে ভ্ৰমণকাৰীৰূপে সেই বিশেষ পৰিৱেশ পৰিস্থিতিত হেৰাই যাওঁ। লেখকে আগবঢ়োৱা স্বকীয় অভিজ্ঞতাৰ বৰ্ণনা আমাৰ ব্যক্তিগত ব্যৱহাৰিক অভিজ্ঞতালৈ ৰূপান্তৰ হোৱা যেন লাগে। বৰ্ণনাত্মক সাহিত্যৰ সাৰ্থকতা চাগে এনেকৈয়ে আছে। ভ্ৰমণ সাহিত্যও মূলতঃ বৰ্ণনাত্মক সাহিত্যই; কিন্তু ই গতানুগতিক দিনপঞ্জীৰ নীৰস বৰ্ণনা নহয়, ই একপ্ৰকাৰ সুশৃংখলিত বৰ্ণনা-সুষমাৰে সমৃদ্ধ সৃষ্টিশীল সাহিত্য।

আধুনিক বিজ্ঞানৰ তথ্য-প্ৰযুক্তিৰ বিস্তাৰণে সমগ্ৰ পৃথিৱীখনকে গোলকীকৰণ কৰাৰ বাবে ভ্ৰমণ এতিয়া মানুহৰ বাবে তেনেই সহজসাধ্য বিষয় হৈ পৰিছে। সাম্প্ৰতিক কালত ভ্ৰমণৰ বাবে ইচ্ছুক ব্যক্তিৰ বাবে লাগে মাথোন মনৰ সুচিন্তিত পৰিকল্পনা, অৰ্থনৈতিক খচৰা, নিৰ্বাচিত স্থান বা দেশৰ ভৌগোলিক অৱস্থিতি সম্পৰ্কীয় পূৰ্বাভাস, সংশ্লিষ্ট দেশৰ জনগণৰ খাদ্যাভাস আৰু প্ৰচলিত সংযোগী ভাষা সম্পৰ্কে প্ৰাথমিক জ্ঞান। স্থলপথ, জলপথ অথবা আকাশীপথ যিকোনো পথেৰে ভ্ৰমণ সহজলভ্য হৈ উঠা সত্বেও কিন্তু সকলো শ্ৰেণীৰ মানুহৰ বাবে যিকোনো পৰিভ্ৰমণ সহজসাধ্য হৈ উঠা নাই। স্থান-কালভেদে ভিন্ ভিন্ আৰু অত্যন্ত ব্যয়বহুল হোৱাৰ বাবেই এনে ভ্ৰমণৰ বাবে মানসিকভাৱে প্ৰস্তুত হোৱাটো সকলোৰে ক্ষেত্ৰত সম্ভৱ নহয়। এনে পৰিস্থিতিত ভ্ৰমণৰ ব্যৱহাৰিক অভিজ্ঞতাৰে আনন্দ বুটলিব নোৱাৰা আমাৰ দৰে ঘৰগোনা ব্যক্তিৰ বাবে বিভিন্ন লেখকৰ সুলিখিত ভ্ৰমণ কাহিনীয়ে সাৰ, অথবা শেষ আশ্ৰয়। ভ্ৰমণৰ প্ৰতি অত্যন্ত আগ্ৰহী আৰু কৌতূহলী অথচ তেনেই সীমাবদ্ধ ভ্ৰমণ অভিজ্ঞতা লাভ কৰা (এতিয়ালৈকে) মই এগৰাকী সাধাৰণ পাঠকহে। নাদৰ ভেকুলীৰ বাবে এৰা নাদেই বিচিত্ৰ ব্ৰহ্মাণ্ড হোৱাৰ দৰে আজন্ম পৰিচিত ভৌগোলিক পৰিস্থিতি আৰু অঞ্চলসমূহেই মোৰ বাবে ৰঙে-ৰূপে ভৰা মোহনীয়



স্থান। অনেক দূৰদূৰণিলৈ মনে হাকুটিয়াব খুজিলেও বাস্তৱ পৰিস্থিতিয়ে সুবিধা নিদিয়াৰ বাবে অনেক দেশ-দেশান্তৰৰ বৰ্ণনা, চিনাকি-অচিনাকি অনেক মানুহৰ বিচিত্ৰ জীৱন গাঁথাৰ আভাস লওঁ বিভিন্নজন পৰ্যটকৰ ৰোমাঞ্চময় ভ্ৰমণ বৃত্তান্তৰ মাজত। মোৰ মন-মগজুত চিৰস্থায়ী প্ৰভাৱ পেলোৱা তেনে এগৰাকী বিশিষ্ট ভ্ৰমণ কাহিনী লেখক হৈছে ড° সুনীল কুমাৰ শইকীয়া। মোৰ বাবে তেখেতৰ ভ্ৰমণ কাহিনী ব্যৱহাৰিক অভিজ্ঞতাৰ অনন্যোপম উপলব্ধিৰ উৎস।

অসমীয়া ভ্ৰমণ সাহিত্যলৈ বিশিষ্ট বৰঙণি আগবঢ়োৱা জনপ্ৰিয় লেখক, অধ্যাপক ড° সুনীল কুমাৰ শইকীয়া স্বৰূপাৰ্থত এগৰাকী অন্তৰ্দৰ্শী সচেতন পৰ্যটক। ইতিমধ্যে অপৰূপা ইউৰোপ (২০০৩), পিৰামিডৰ দেশত (২০০৫), চীন দেশ চাই আহিলো (২০০৬) আৰু চিংগাপুৰ জাপান আৰু কোৰিয়া ভ্ৰমণৰ আনন্দ (২০০৭) আদি চাৰিখন ভ্ৰমণ সাহিত্য পুথি প্ৰকাশেৰে তেখেতে অসমীয়া ভ্ৰমণৰসিক পাঠকলৈ অনবদ্য উপহাৰ আগবঢ়াইছে। পেছাত বা বৃত্তিত ভাৰত চৰকাৰৰ এণ্টাৰপ্ৰাইজ মেনেজমেণ্টৰ পৰিচালনাৰ মুৰব্বী বিষয়া আৰু দুখনকৈ বিশ্ববিদ্যালয়ৰ অতিথি অধ্যাপক ড° শইকীয়া এগৰাকী যশস্বী লেখক। বৃত্তিগত দিশত বিষয়ানুকুলে শীৰ্ষ পদমৰ্যাদাত অধিষ্ঠিত হোৱাৰ সুবাদতে হওক কিম্বা ভ্ৰমণবিলাসী অনুসন্ধিৎসু মানসিকতাৰ বাবেই হওক, ড° শইকীয়াদেৱে ইমান বেছি দেশ-দেশান্তৰ পৰিভ্ৰমণ কৰিছে যে খুউব কম সংখ্যক অসমীয়া লোকেহে এনে প্ৰত্যক্ষ ভ্ৰমণ অভিজ্ঞতা লাভ কৰিছে। কেউখন মহাদেশৰে প্ৰায় প্ৰতিখন ৰাষ্ট্ৰই ভ্ৰমণ সম্পন্ন কৰা শইকীয়াদেৱৰ ভ্ৰমণ কাহিনী আমাৰ দৰে নগৈ গড়গাঁৱৰ বাতৰি দিয়াসকলৰ বাবে ভ্ৰমণৰ বিশ্বকোষস্বৰূপ। বিষয় অনুসৰি কৰা সুশৃংখলিত অধ্যায় বিভাজন আৰু উপন্যাসোপম বৰ্ণনাৰে উপস্থাপন কৰা তেখেতৰ প্ৰতিখন ভ্ৰমণ পুথিয়েই পাঠকৰ মনত চিৰস্থায়ী প্ৰভাৱ পেলাবলৈ সক্ষম। এই চুটি লেখাটিত তেখেতৰ আটাইকেইখন পুথি সামৰি নলৈ শেহতীয়াভাৱে প্ৰকাশিত এখন পুথিত আলোকপাত কৰি আমাৰ পাঠান্তৰৰ উপলব্ধিখিনি ব্যক্ত কৰিব খোজা হৈছে।

প্ৰথমেই হাতত লৈছোঁ ঊনৈশটা অধ্যায়ত সামৰি লোৱা এশ ঊনৈশ পৃষ্ঠাৰ অনাড়ম্বৰ অথচ চিত্তাকৰ্ষক সহজ-সৰল বৰ্ণনা ভংগীৰে সমৃদ্ধ 'চীন দেশ চাই আহিলো' পুথিখন। ২০০৬ চনত প্ৰকাশিত এই পুথিখনৰ এটি উল্লেখযোগ্য দিশ হৈছে বিষয় অনুসৰি প্ৰয়োগ কৰা সুশৃংখলিত অধ্যায় বিভাজন। এনেধৰণৰ

অধ্যায় বিভাজনে বৰ্ণিত বিষয়বস্তুৰ সমগ্ৰতা অনুধাৱন কৰাৰ ক্ষেত্ৰত পাঠকৰ মন নিবিষ্ট কৰি ৰাখিব পাৰে। এক কথাত ক'বলৈ গ'লে মনোৰম কথনভংগীৰে আৰম্ভ কৰা পুথিখনৰ প্ৰতিটো অধ্যায়েই যেন একোটা নিটোল চুটি গল্পহে। অন্যান্য লেখকৰ ভ্ৰমণ সাহিত্য পুথিত সততে দেখা পোৱা থুপাই মেলি লেখা ৰীতিৰ পৰিৱৰ্তে চুটি গল্পৰ চাৰিত্ৰিক বৈশিষ্ট্যৰ স'তে তুলনীয় সহজ-সৰল বৰ্ণনাৰে বিষয়বস্তু উপস্থাপন কৰাৰ বাবে তেওঁৰ ভ্ৰমণ সাহিত্য সকলো শ্ৰেণীৰ পাঠকৰ বাবেই উপাদেয় হৈ উঠিছে। চৰকাৰী নীতি-নিৰ্দেশনা আৰু বিভাগীয় উদ্দেশ্য অনুসৰি আৰম্ভ কৰা শইকীয়াদেৱৰ মহাচীন ভ্ৰমণ কিন্তু কেৱল ঔদ্যোগিক বিস্তাৰ আৰু বাণিজ্যিক সম্প্ৰসাৰণৰ সম্ভাব্য দিশ অন্বেষণতে সীমাবদ্ধ নহয়। নিৰ্বাচিত দেশখনৰ অতীত ঐতিহ্য আৰু বৰ্তমানৰ স্থিতি সম্পৰ্কে থকা তেওঁৰ প্ৰৱল কৌতূহল আৰু অনুসন্ধিৎসাই চৰকাৰী তথা বিভাগীয় সূচীবহিৰ্ভূত আন বহুকেইটা দিশ তেওঁ এই পুথিখনত সামৰি লৈছে। প্ৰখৰ ইতিহাস চেতনা, প্ৰৱল আত্মবিশ্বাস, কঠোৰ পৰিশ্ৰমী আৰু প্ৰচুৰ উদ্ভাৱনী শক্তিৰ অধিকাৰী, অতুলনীয় মানৱ সম্পদেৰে পৰিপূৰ্ণ মহাচীনৰ ঐতিহ্য, শিক্ষা, সংস্কৃতি আৰু অৰ্থনীতি অৱলোকন কৰি ৰচনা কৰা 'চীন দেশ চাই আহিলো' যথাৰ্থতে এখন সুখপাঠ্য ভ্ৰমণ সাহিত্যৰ পুথি। পাঁচ লাখ বছৰৰ পূৰ্বৰ এক সুপ্ৰাচীন মানৱ সভ্যতাৰ জন্মস্থান মহাচীন — য'ত পুৰাতাত্ত্বিক খননে আৱিষ্কাৰ কৰা নৰকংকালক নৃতাত্ত্বিক গৱেষণাই 'পিকিং মানুহ' বুলি চিহ্নিত কৰিছে; পৃথিৱীৰ সপ্তম আশ্চৰ্যৰ অন্যতম (৬,৩৫০ কিলোমিটাৰ দৈৰ্ঘ্যৰ) মহান প্ৰাচীৰৰ গৰ্বিত গৰাকী মহাচীন — যি প্ৰাচীৰৰ নিৰ্মাণকাৰ্য খ্ৰীষ্টপূৰ্ব তৃতীয় শতিকাৰ দ্বিতীয় দশকত আৰম্ভ কৰি তিনিশ বছৰত সম্পূৰ্ণ কৰিছিল; ৰোমাঞ্চকৰ অতীত ইতিহাস আৰু ঐশ্বৰ্যৰে ভৰপূৰ সেই বিশালতৰ মহাচীন — য'ত অত্যাচাৰী সম্ৰাট আৰু শাসকৰ শোষণ-বঞ্চনা আৰু উৎপীড়ণৰ অৱসান ঘটাই কমিউনিষ্ট নেতা মাও জে দঙৰ নেতৃত্বত সৰ্বহাৰাৰ একনায়কত্ববাদ প্ৰতিষ্ঠাৰে ৰঙাচীনৰ জন্ম দিয়া হৈছিল; সেই বৈচিত্ৰ্যময় মহাচীনৰ আধুনিক বিশ্বত নতুন শকতিৰে ঘটা উত্থান আৰু সৰ্বাত্মক চমকপ্ৰদ প্ৰগতিয়ে পৃথিৱীৰ যিকোনো মানুহক দেশখনৰ বিষয়ে, দেশখনৰ সমাজ সভ্যতা তথা কৰ্মসংস্কৃতিৰ বিষয়ে জানিবলৈ উৎসুক কৰি তুলিব পাৰে। সাম্যবাদী ৰাজনৈতিক দৰ্শনৰ আধাৰত প্ৰতিষ্ঠিত নতুন প্ৰজাতান্ত্ৰিক মহাচীনৰ অৰ্থনৈতিক



প্ৰগতি, শিক্ষা সংস্কৃতি আৰু আধুনিক বিজ্ঞান প্ৰযুক্তিৰ যুগান্তকাৰী উত্তৰণ পুঁজিবাদী ৰাষ্ট্ৰসমূহৰ বাবে ত্ৰাসৰ কাৰণ। এনে এখন আত্মনিৰ্ভৰশীল ৰাষ্ট্ৰ ভ্ৰমণৰ বাবে নিৰ্বাচন কৰি লোৱা অন্তৰদৰ্শী পৰ্যটক ড° সুনীল কুমাৰ শইকীয়াদেৱে তেওঁৰ সুদীৰ্ঘ দহঘণ্টীয়া নৈশ বিমান যাত্ৰাৰ সুকীয়া আমেজ আৰু ৰমণীয় অভিজ্ঞতাৰ কথা অকপটে অতি সহজ-সৰল ভাষাৰে বৰ্ণনা কৰিছে। শইকীয়াদেৱৰ লেখাৰ এটা বিশেষত্ব হৈছে — অযথা বিশেষণ আৰু বাহুল্য বৰ্জিত বৰ্ণনা। একে আষাৰে ক'বলৈ গ'লে তেওঁৰ লেখাত আছে কৃত্ৰিম বাক্ চাতুৰালিৰ পৰিৱৰ্তে স্বতঃস্ফূৰ্ত আৱেগ উপলব্ধিৰে চাক্ষুস অভিজ্ঞতাক স্বাভাৱিক আৰু পোনপটীয়া বৰ্ণনাৰে হৃদয়স্পৰ্শী কৰি তোলাৰ ক্ষমতা। বাক্ সংযমৰ মিতব্যয়িতা শইকীয়াদেৱৰ লেখাৰ অন্য এক বিষয়-কুশল দিশ। পুথিখনৰ ক'তোৱেই কোনোটো শিতানতেই বৰ্ণনাৰ বহুলতা নাই। অথচ তেওঁৰ সুদীৰ্ঘ যাত্ৰাপথৰ অথবা সমগ্ৰ ভ্ৰমণসূচীত অন্তৰ্ভুক্ত প্ৰতিটো দিনৰ প্ৰতিটো মুহূৰ্তৰ নতুন নতুন অভিজ্ঞতাৰ লগতে অন্যান্য তথ্যসমূহ প্ৰাসংগিকভাৱে বৰ্ণনা কৰি গৈছে। ভ্ৰমণ কালত পোৱা প্ৰতিখন ঠাইৰ ভৌগোলিক স্থিতি, ঐতিহাসিক গুৰুত্বৰ লগতে অন্যান্য দিশসমূহো তেওঁ প্ৰতিটো শিতানত উল্লেখ কৰিছে।

এগৰাকী পৰ্যটক পৃথিৱীৰ যি দেশ বা স্থানলৈ নেযাওক লাগে, তেওঁ দৰাচলতে প্ৰতিটো মুহূৰ্ততে নিজৰ লগত কঢ়িয়াই লৈ ফুৰে স্বদেশ-স্বজাতিৰ বিচিত্ৰ জীৱন গাঁথাৰে ৰঞ্জিত আপোন জন্মভূমিৰ মমত্ব। এয়াই হয়তো দেশাত্মবোধ অথবা দেশপ্ৰেম। এনে দেশাত্মবোধৰ বাবে আমি বৰ্হিৰাষ্ট্ৰৰ বিনন্দীয়া ৰূপত মোহাচ্ছন্ন হৈ ক্ষণিকৰ বাবে হেৰাই গ'লেও পুনৰ প্ৰশান্তি বিচাৰি পাওঁ আপোন জন্মভূমিৰ পৰিচিত ভূগোলৰ মাজত। আৰু যিহেতু নিৰ্ধাৰিত ভৌগোলিক পৰিধিয়েই কেৱল দেশ নহয়, সেই নিৰ্ধাৰিত ভূগোল সামৰা জনগণৰ জীৱন পৰিক্ৰমাও যে 'স্বদেশ' নামৰ উপলব্ধিটোৰ স'তে সম্পৃক্ত; সেইবাবে এখন দেশৰ সৰ্বাংগীন উন্নতি বা বিকাশ মানে সমান্তৰালভাৱে সেই দেশৰ জনগণৰ জীৱনৰ মান আৰু মানসিক চিন্তাৰ উত্তৰণ। চীনৰ বিনন্দীয়া প্ৰকৃতি, বিচিত্ৰ জীৱনশৈলী, ঐতিহ্য আৰু সংস্কৃতি, সৰ্বোপৰি জনগণৰ অফুৰন্ত কৰ্মশক্তি যিকোনো ব্যক্তিৰ জীৱনৰ বাবে অৱশ্য দৰ্শনীয় স্থান হোৱাৰ লগতে ব্যক্তিত্ব বিকাশৰ প্ৰেৰণাময় উৎস হ'ব পাৰে। এনে এখন সমৃদ্ধিশালী তথা

গুৰুত্বপূৰ্ণ দেশ ভ্ৰমণৰ বাবে নিৰ্বাচিত কৰাৰ অন্তৰালত লেখক ড° শইকীয়াদেৱৰ তেনে এক দৃষ্টিভংগীয়েই হয়তো নিহিত হৈ আছে। এই কাৰণেই হয়তো আলোচিত পুথিখনৰ প্ৰতিটো শিতানত বৰ্ণিত স্থানৰ গুৰুত্ব, ঐতিহ্য আৰু সৌন্দৰ্যৰ উপলব্ধি কেৱল সাধাৰণ বিনোদনতে সীমাবদ্ধ হৈ থকা নাই। বিদেশ ভ্ৰমণ তেওঁৰ বাবে কেৱল মানসিক বিলাস উদ্‌যাপন নহয়; বৰং ই তেওঁৰ জীৱনৰ বাবে, দেশৰ বাবে এটা প্ৰয়োজন। ইতিপূৰ্বে কৈ অহা দেশত্মবোধৰ তাড়না তেওঁৰ প্ৰায়বিলাক লেখাতেই উপলব্ধি কৰা যায়। এইবাবেই প্ৰতিটো ভ্ৰমণকালত উপলব্ধ আনন্দ আৰু প্ৰাপ্ত অভিজ্ঞতাক স্বদেশৰ মাটি আৰু মানুহৰ জীৱন যাত্ৰাৰ স'তে তুলনামূলক বিচাৰেৰে পুনৰ নিৰ্মাণৰ পোষকতা কৰে। বিশেষকৈ, দেশৰ অৰ্থনৈতিক ভেটি সুদৃঢ় কৰাত প্ৰধান আৰু গুৰুত্বপূৰ্ণ ভূমিকা লোৱা কৃষি আৰু বাণিজ্যৰ উত্তৰণৰ বাবে আধুনিক প্ৰযুক্তি বিজ্ঞানৰ সফল প্ৰয়োগ কৰা চীন দেশৰ কৰ্ম সংস্কৃতিক তেওঁ অসম তথা ভাৰতবৰ্ষৰ সাম্প্ৰতিক পটভূমিত প্ৰতিষ্ঠা কৰিব বিচাৰে। দেশৰ নতুন প্ৰজন্মৰ কৰ্মশক্তিক উৎপাদনমুখী কৰ্ম আঁচনিত নিয়োজিত কৰি আধুনিক বিশ্ব-বাণিজ্যৰ জগতখনত থিয় কৰোৱাৰ এক যোগাত্মক দৃষ্টিভংগী পৰিলক্ষিত হয় হাজৰিকাদেৱৰ লেখাত। তেওঁৰ 'উদ্যোগ গঢ়ো আহক' (২০০১) আৰু 'স্ব-নিয়োজনত সম্ভাৱনীয় উদ্যোগ' (২০০৫) এই ক্ষেত্ৰত দুখন নতুন প্ৰজন্মৰ উদ্যোগী যুৱকৰ বাবে ভৱিষ্যত নিৰ্মাণৰ নিৰ্ণায়ক হাতপুথি, অনুপ্ৰেৰণাৰ অন্যতম উৎস। 'চীন দেশ চাই আহিলো' পুথিখনতো লেখকৰ এই দৃষ্টিভংগী প্ৰকাশিত হৈছে। বিশেষকৈ অষ্টাদশ আৰু ঊনবিংশ অধ্যায় (শিতান) দুটাত আধুনিক চীনৰ স'তে আমাৰ থলুৱা উৎপাদিত সম্পদৰ ব্যৱসায়িক আঁচনি গ্ৰহণৰ পূৰ্ণ সম্ভাৱনাৰ কথা তেওঁ তথ্যসহ আলোচনা দাঙি ধৰিছে। মুঠ কথাত ড° হাজৰিকাৰ বাবে বিভিন্ন দেশ ভ্ৰমণ কেৱল অৱসৰ বিনোদন কিম্বা চাক্ষুস দৰ্শনতে সীমাবদ্ধ নহয়। তেওঁৰ প্ৰতিটো ভ্ৰমণৰ লগত জড়িত হৈ আছে এটা উদ্দেশ্যধৰ্মী যোগাত্মক দৃষ্টিভংগী। এইবাবেই ভ্ৰমণ কালত তেওঁ য'তেই নতুনত্বৰ সন্ধান পাইছে, তৎমুহূৰ্ততেই তাক মনৰ মণিকোঠাত সাঁচি পৰৱৰ্তীকালত পুথি আকাৰত সকলো অভিজ্ঞতাৰ কথা পাঠকলৈ হিয়া উবুৰিয়াই দিছে। বিভিন্ন ফুলৰ মধুৰস সুহি (চুহি) অমৃতময় ৰহঘৰা নিৰ্মাণ কৰা মৌ-মাখিৰ দৰে ড° সুনীল কুমাৰ শইকীয়াদেৱেও তেওঁৰ ভ্ৰমণ সাহিত্য পুথিকেইখন সকলো শ্ৰেণীৰ পাঠকৰ বাবে উপাদেয়কৈ সজাই তুলিছে।



# অসমীয়া ভ্ৰমণ-কাহিনীৰ শেহতীয়া নিদৰ্শন 'বেলি আৰু ফুলৰ দেশত'

**লক্ষীনন্দন বৰগোহাঞি**

অসমীয়া ভ্ৰমণ-সাহিত্যলৈ অৱদান আগবঢ়োৱা অভিজিত কলিতাৰ এখন উপন্যাসোপম ভ্ৰমণ কাহিনী 'বেলি আৰু ফুলৰ দেশত' শেহতীয়াকৈ প্ৰকাশ পাইছে। অসমীয়া ভ্ৰমণ সাহিত্য মূল দুটা ভাগত বিভক্ত— দেশ বা ভাৰত ভ্ৰমণ আৰু বিদেশ ভ্ৰমণ। দেশ বা ভাৰত ভ্ৰমণক পুনৰ দুটা ভাগত বিভক্ত কৰা হৈছে — তীৰ্থ ভ্ৰমণ আৰু সাধাৰণ ভ্ৰমণ। এই বিভাজনৰ দিশৰ পৰা অভিজিত কলিতাৰ 'বেলি আৰু ফুলৰ দেশত' দেশ বা ভাৰত ভ্ৰমণৰ অৰ্থাৎ সাধাৰণ ভ্ৰমণৰ অন্তৰ্গত।

লেখকে দুটা এড্‌ভেঞ্চাৰমূলক ভ্ৰমণ কাহিনীৰ ভিত্তিত 'বেলি আৰু ফুলৰ দেশত' গ্ৰন্থখনি লিখি উলিয়াইছে। দুটামান পৰিয়াল আৰু দুজনমান বন্ধুৰ সৈতে ভ্ৰমণ কৰা ঠাই দুখন হৈছে— ভাৰতৰ প্ৰথম সূৰ্যোদয়ৰ স্থান অৰুণাচলৰ ডং আৰু নাগালেণ্ডৰ পুষ্প উপত্যকা ঝুকো। লেখকে ভ্ৰমণ দুটাৰ নাম ৰাখিছে— 'শ্যামলী লোহিত' আৰু জীৱন "য'ত ফুল হৈ ফুলে"। যাত্ৰাৰ প্ৰস্তুতি, সময়, ঘটনা-পৰিঘটনা, ভ্ৰমণকাৰী দলৰ পৰিয়াল-ব্যক্তি পৰিচয়, ড্ৰাইভাৰ, গাইড, খাদ্য, আমোদজনক কাহিনী-কথা, ঠাই, অতিথিশালা, হোটেল, যাত্ৰা, ট্ৰেকিং আদিক লৈ অৰুণাচলৰ ডং যাত্ৰাটোক— 'পটভূমি আৰু স্বীকাৰোক্তি', 'কাহিনীৰ জন্ম', 'প্ৰস্তুতি', 'ছাতুগুৰিৰ চৰবত', 'ভাৰতীয় সময় সংস্কৃতি', 'হাজৰিকা ড্ৰাইভাৰ', 'চলতি কা নাম গাড়ী', 'খেলা কৰা মানুহ', 'ববী', পৰশুৰাম কুণ্ড', 'কল গছ আৰু সেনাৰ কাহিনী', 'ৱালং অভিমুখে', 'ববী এইবাৰ ভালকৈয়ে হেৰাল', 'ৱালঙৰ

চৰকাৰী অতিথিশালা', 'ৱালং', 'টিংকা বাইদেউ', 'কিবিথো', 'কাহো যাত্ৰা', 'কাহো সীমান্ত', 'কাহোৰ পৰা প্ৰত্যাৱৰ্তন', 'মণিপুৰী জোৱান আৰু পল্লৱী', 'মাছাইত খিচিৰিৰে কাহো লং মাৰ্চৰ বিজয়োৎসৱ', 'চীনা যুদ্ধত স্থানীয় লোকৰ ভূমিকা', 'লোহিতৰ পাৰৰ পিকনিক', 'হেলমেট টপ', 'ডং অভিযানৰ প্ৰস্তুতি', 'ওভতনি যাত্ৰা', 'ডং উপত্যকাৰ নিশাটো', 'ৰাতিটো কটোৱাৰ যোগাৰ', 'এক বিফল সামৰণি', 'উপসংহাৰ' আৰু 'ৱালং, ডং বা কিবিথো যাবলৈ আগ্ৰহীসকলৰ বাবে দুটামান কথা' নামকৰণেৰে ভাগ কৰি বৰ্ণনা কৰিছে। ডং ভ্ৰমণৰ লেখাখিনিৰ সংযোজন আৰু পৰিবৰ্ধনত সহায় কৰিছে — প্ৰতিভূ দত্ত আৰু তাৰিণী শইকীয়াই।

একেদৰেই নাগালেণ্ডৰ ঝুকো যাত্ৰাটোক — 'বগলী চিকাৰী', 'আগকথা', "আৰম্ভ হ'ল আহুকাল", 'যোৰহাটৰ পৰা কহিমালৈ', 'কহিমা সাহিত্য সভা', 'ঝুকো অভিমুখে', "প্ৰকৃত ট্ৰেকিং আৰম্ভ হ'ল", 'ঝুকোৰ দ্বিতীয় দিনটো', 'ঝুকো উপত্যকা', 'আকৌ যাত্ৰাৰ মাজলৈ', 'বিদায় ঝুকো', 'তৃতীয় দিন', 'উপসংহাৰ' আৰু 'ঝুকো উপত্যকালৈ যাবলৈ আগ্ৰহীসকলৰ বাবে দুটামান কথা' নামকৰণেৰে ভাগ কৰি বৰ্ণনা কৰিছে।

'বেলি আৰু ফুলৰ দেশত'ৰ ডং ভ্ৰমণত হাস্যৰস দিয়া কেইটামান টুকুৰা —

"... প্ৰতিভূদা আৰু অগ্নিয়ে কেনেবাকৈ দুই মিনিটত শুকান ৰুটি কৰি দিম বুলি প্ৰতিশ্ৰুতি দিয়া দোকান এখন আৱিষ্কাৰ কৰিলেগৈ। আমাকো মাতিলে, পিছে গৈ দেখো, আটা সনাই নাই, পাম্প দিয়া কেৰাচিন ষ্টোভটোত জুই উঠাই নাই, মালিক আৰু ৰান্ধনিৰ চকুৰ ফেচকুৰি গুচাই নাই..." (ছাতুগুৰিৰ চৰবত)

"পূজা মানেই সেইবিলাক অঞ্চলত কেৱল ঝাণ্ডি-মুণ্ডাৰ জুৱা। এজন বৌদ্ধ ভিক্ষুৰ দৰে সাজ-পাৰ কৰা জুৱাৰীৰ কাণ্ড-কাৰখানাই মোক আকৰ্ষণ কৰিলে। তেওঁ পইচা দিয়াৰ আগতে চকু মুদি, দুই হাতৰ আঙুলিৰে মালা জপাৰ দৰে ভংগী কৰি ধ্যান কৰে। ধ্যানত ছাগে ফুলিব লগা 'ডাইচ'কেইটা দেখা পায়। তাৰ পাছত কোনোবা এটা স্থানত কেইটকামান দিয়ে। সেইটো ধ্যানৰ নাম কি নাজানিলেও ময়ো সুবিধা লৈ তেওঁ দিয়া



'ইস্কাপন'তে বিছ টকীয়া নোট এখন দি চালো, আনৰ ধ্যানৰ বলতে দুটকা ঘটানো কি বেয়া? পাছে মোৰ লোবৰ পাপে তেওঁকো চুলেগৈ চাগে, — 'নুফুলিল'..." (ববী)

"এশ ফুটমান ওপৰত এটুকুৰা সমতল ভূমি। টিংকাক সুধিলো, 'সেয়াই ডং ভেলী নেকি?' উত্তৰ পালো, 'কাঁহা ডং, য়ে তোহ এঞ্জেলুক ভেলী হেঁ।' 'কি কয় হে? ডং ভেলী ক'ত?' 'ডং ভেলীতো তলতে থাকি আহিল, আমি বহুত ওপৰলৈ আহিলো।" (ডং উপত্যকাৰ নিশাটো)

পাহাৰীয়া ঠাই ফুৰোতে ওলোমা দলং পাৰ হওতে পৰ্যটকে কিছু সাৱধানতা ল'ব লাগে —

জুম পাতি নগৈ ইজনে সিজনৰ লগত দূৰত্ব ৰাখি, লাহে লাহে খোজ দি পাৰ হ'ব লাগে। দুপৰীয়া বাৰ বজাৰ পাছত পাহাৰীয়া ঠাইবোৰত জোৰেৰে বতাহ বলে, গতিকে আগবেলাতে দলং পাৰ হ'ব লাগে। (ববী এইবাৰ ভালকৈয়ে হেৰাল) ভ্ৰমণ কাহিনীটো আগবঢ়াই নিওতে এনেধৰণৰ সাৱধানতা কিছুমানৰো উল্লেখ কৰি গৈছে।

ট্ৰেকিং কৰোতে মনত ৰাখিবলগীয়া কিছু কথা —

বৰ বেছিকৈ পানী খাব নালাগে, বেছিকৈ বা চিঞৰি কথা পাতিলে শক্তি নষ্ট হয়, ভাগৰ লাগিলে অলপ জিৰাব লাগে; কিন্তু বেছি দেৰি নহয়, গা গৰম হৈ থাকোতেই আকৌ যাত্ৰা কৰিব লাগিব...। (কিবিথো) অভিজ্ঞ ট্ৰেকাৰ ইৰাণী শইকীয়াই দলটোক অবগত কৰা কথাখিনি সুন্দৰকৈ গ্ৰন্থখনত যথাস্থানত উল্লেখ কৰিছে। ই নিশ্চয়কৈ ট্ৰেকিঙত আগ্ৰহীসকলক উপকৃত কৰিব।

গ্ৰন্থখন সমৃদ্ধ হৈছে কোনো কোনো ঠাইৰ ভৌগোলিক, সাংখ্যিক আদি তথ্যৰ উল্লিখনেৰে —

"মাত্ৰ ১০০ ঘৰমান স্থানীয় লোকেৰে গঠিত ৱালং এখন সৰু পাহাৰীয়া চহৰ। গড় উচ্চতা ১,২০০ মিটাৰৰ ওচৰে-পাজৰে। ইয়াক ভাৰতৰ আটাইতকৈ পূবত থকা চহৰ বুলি কোৱা হয়..." (ৱালং)

"কাহো এখন সৰু গাঁও। এখনেই মাত্ৰ দোকান আছে তাত। মেগী কিনিবলৈ পোৱা যায়। অলপ খেতি পথাৰো দেখিলো। কাহোৰ সীমাতে

এখন সৰু নদী আছে, গৈ লোহিতত পৰিছেগৈ। তাৰ ওপৰত এখন বেইলী দলং। দলং পাৰ হৈয়ে নো-মেনছ্ লেণ্ড আৰম্ভ। তাৰ সিপাৰে চীন। তাত থকা ঘৰ কিছুমান খালী চকুৰে দেখা পোৱা যায়। চীনৰ সেই গাঁওখনৰ নাম বোলে ৰাশ্বু...।" "ভাৰত-চীন সীমান্তৰ কথাবোৰ বৰ গণ্ডগোলীয়া। প্ৰায় ৫,৮০০ কিলোমিটাৰ যোৱা এই সীমান্তত ক'তো সীমাচিহ্ন নাই, আৰু ইয়াত চাৰিটাকৈ সীমা আছে, ইটো সিটোৰ লগত নিমিলে। প্ৰথম — মেকমোহন লাইন, দ্বিতীয়— আন্তৰ্জাতিক সীমা, তৃতীয়— প্ৰকৃত নিয়ন্ত্ৰণ ৰেখা আৰু চতুৰ্থ — চীনৰ দাবী ৰেখা। ইয়াৰ উপৰি সেনাৰ নিজৰ গোপন মানচিত্ৰতো আন এতা সীমা দেখুৱা আছে বুলি শুনিলোঁ। চীনৰো তেনেকুৱা এটা আছে..." (কাহো সীমান্ত)

কোনো কোনো স্থানীয় মানুহৰ নিৰ্ভেজাল আন্তৰিকতা লাভ কৰিছে দলটোৱে —

"মাছাইৰ চাহ দোকানৰ বেছ কেম্পত আমাৰ বাবে এক 'প্লীজেণ্ট ছাৰপ্ৰাইজে' বাট চাই আছিল। তাৰিণীদা, অগ্নি আৰু গীতা বৌৱে ক'ৰবাৰ পৰা চাউল, দাইল আদি যোগাৰ কৰি দোকানখনৰ পিছফালে থকা চৌকাত সকলোৰে বাবে খিচিৰি সিজাই আছে। দোকানীয়েও নিজৰ ব্যক্তিগত চৌকা-পাকঘৰ তেওঁলোকক এৰি খৰি-বাচন আদিও দিছে..." (মাছাইত খিচিৰিৰে কাহো লং মাৰ্চৰ বিজয়োৎসৱ)

অনেক কাহিনী। কাহিনীৰ যেন অন্ত নাই —

উত্তৰ পূবৰ অগম্য কিন্তু কুমাৰী সৌন্দৰ্যৰে ভৰপূৰ ঠাই দুখনমানৰ সৈতে পঢ়ুৱৈক পৰিচয় কৰি দিয়াৰ লগতে ভ্ৰমণ সাহিত্যলৈ এক নতুন ধাৰা 'বেলি আৰু ফুলৰ দেশত'। অন্যান্য ভ্ৰমণ কাহিনীৰ গ্ৰন্থৰ পৰা ব্যতিক্ৰম কিছু বৈশিষ্ট্য গ্ৰন্থখনৰ পাতে পাতে পাঠকে অনুভৱ কৰে। ভ্ৰমণ বৃত্তান্ততকৈ কাহিনী বেছি। সাধাৰণতে ডং, কিবিথো, ঝুকোৰ দৰে ঠাইলৈ অত্যন্ত ফুৰি ভাল পোৱা, এডভেঞ্চাৰ ভাল পোৱা, অত্যুৎসাহী পৰ্যটকহে যায়। তাতে পৰিয়াল লৈ — লগত সৰু-সৰু ল'ৰা-ছোৱালী লৈ এনেবোৰ ঠাইলৈ যোৱাটো দুঃসাহস হিচাপেহে আখ্যা দিব পাৰি। ঠাইবোৰলৈ গৈ দলটো সন্মুখীন হৈছে অকল্পনীয় পৰিবেশ, সমাস্যা কিছুমানৰ। কেতিয়াবা অত্যন্ত চিন্তাত পৰিছে



যদিও সেইবোৰ হাঁহি মুখে মোকামিলা কৰিছে। সেয়ে সৃষ্টি হৈছে মানুহবোৰৰ অনেক কাহিনী। ভ্ৰমণলৈ যোৱা কোনোজন ব্যক্তিয়ে কম নহয়। প্ৰতিজনেই কাহিনীবোৰ সৃষ্টি হোৱাত প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে বৰঙণি যোগালে। ফুৰি ভাল পোৱা মানুহজাকে দিনে-নিশাই বিপদজনক পাহাৰ বগাইছে, ট্ৰেকিং কৰিছে।

ভাৰতৰ প্ৰথম সূৰ্যোদয়ৰ স্থান হিচাপে পৰিচিত ডঙৰ পৰা ঘূৰি অহাৰ পাছতে লেখকে ভ্ৰমণ কৰিছে নাগালেণ্ড আৰু মণিপুৰ সীমান্তৰ ফুলৰ এখন মনোৰম উপত্যকা ঝুকো। বৰ্তমান সমগ্ৰ বিশ্বৰে পৰ্যটকৰ বাবে পৰিচিত ঝুকো ভেলী বা ঝুকো উপত্যকা প্ৰাকৃতিক শোভা আৰু নানা ৰঙী ঋতুকালীন ফুলৰ বাবে বিখ্যাত। চাৰিওফালে সেউজীয়া ধুনীয়া পাহাৰে আবৰি ৰখা উপত্যকাটোত সাতটা ৰঙৰ ফুল দেখিবলৈ পোৱা যায়। ঝুকো উপত্যকালৈ কৰা ট্ৰেকিং উত্তৰ পূৰ্বাঞ্চলৰ ভিতৰত অতুলনীয় বুলি গণ্য কৰা হয়। "সাগৰ পৃষ্ঠৰ পৰা প্ৰায় ২,৭০০ মিটাৰ উচ্চতাৰে আমি ট্ৰেকিং আৰম্ভ কৰিলো। পাহাৰৰ কঠিন পথছোৱা অতিক্ৰম কৰাৰ পাছত এই সমতল ৰাস্তাই আমাক সতেজ কৰি তুলিলে, আকৌ আৰম্ভ হ'ল কৌতুক, ইটোৱে সিটোক জোকোৱা, নাভূত-নাশ্ৰুত গল্প..." (প্ৰকৃত ট্ৰেকিং আৰম্ভ হ'ল)

"আচলতে বিশ্বেমাৰ পৰাই ট্ৰেকিং আৰম্ভ হয়। কিন্তু ড্ৰাইভাৰ আৰু টুৰ অপাৰেটৰে আমাক আৰু অলপ আগবঢ়াই দিবলৈ সাজু হ'ল। পাহাৰৰ শিল আনিবলৈ কেৱল 'শক্তিমান' ট্ৰাক যোৱা আৰু বৰষুণত ভয়ংকৰভাৱে পিছল হৈ পৰা শিলগুটীয়া বাট এটাৰে আমি ওপৰলৈ উঠি গ'লো। গাড়ী কেতিয়াবা আগুৱাই, কেতিয়াবা পিছুৱাই, কেতিয়াবা পথালিকৈও যায়। অথালি পথালিকৈ চাৰি কিলোমিটাৰমান যোৱাৰ পাছত গাড়ীখনে হাৰ মানিলে। চকা ফুটিল, ইঞ্জিনৰ পৰা ধোঁৱা ওলাল..." (ঝুকো অভিমুখে)

ডং, কিবিথো, ঝুকো যদিও গ্ৰন্থখনৰ মূল সমল, অগতানুগতিক বৰ্ণনাশৈলী, ঘনে ঘনে হাস্যৰস দিব পৰা কঠনভংগীয়ে সুকীয়া মৰ্যাদা প্ৰদান কৰিলে গ্ৰন্থখনক।

অংকুৰ বৰগোহাঁই, উজ্জ্বল পাওগাম, লক্ষীনন্দন বৰগোহাঞি আৰু লেখকৰ নিজৰ কেমেৰাৰ পৰা নিৰ্বাচিত দুয়োটা যাত্ৰাৰ কেইখনমান ৰঙীন ছবি সংকলনটোত সংলগ্ন কৰিছে।

'বেলি আৰু ফুলৰ দেশত'ৰ প্ৰচ্ছদ ৰাজু গোহাঁইৰ। গ্ৰন্থখন নতুনকৈ আত্মপ্ৰকাশ কৰা সঞ্জীৱন প্ৰকাশনৰ হৈ প্ৰকাশ কৰিছে প্ৰীতিমা কৌশিক বৰুৱাই।

উত্তৰ-পূৰ্বাঞ্চল সম্পৰ্কীয় ভ্ৰমণ লেখা পূৰ্বৰ তুলনাত বাঢ়িছে যদিও ই পৰ্য্যাপ্ত নহয়। উত্তৰ পূৰ্বাঞ্চলৰ পৰ্যটকৰ বাবে আকৰ্ষণীয় অনেক ঠাই বা সংস্কৃতি সম্পৰ্কত বহু কাম কৰিবলৈ এতিয়াও অৱকাশ আছে। অভিজিত কলিতাৰ গ্ৰন্থ 'বেলি আৰু ফুলৰ দেশত' গ্ৰন্থখনে এই ক্ষেত্ৰত কিছু অৰিহণা যোগালে বুলি স্বীকাৰ কৰিব লাগিব।



# তৃতীয় অধ্যায়

## নিৰ্বাচিত মহিলা লেখকৰ ভ্ৰমণ সাহিত্য

- অসমীয়া ভ্ৰমণ সাহিত্যত নাৰী ঃ কেইখনমান বিশেষ ভ্ৰমণ-বৃত্তান্তৰ উল্লিখনেৰে
- 'বিদেশৰ বাটে ঘাটে লেছেৰি বুটলি' ঃ এখনি অগতানুগতিক ভ্ৰমণ-কাহিনী
- তোষপ্ৰভা কলিতাৰ ভ্ৰমণ-কাহিনী 'জাপানত এভুমুকি আৰু অন্যান্য' ঃ এক অৱলোকন
- বিদেশ ভ্ৰমণ আৰু সাহিত্য-পঠন ঃ কৰবী ডেকা হাজৰিকাৰ চাৰিখন গ্ৰন্থৰ মাজেদি
- ড° ভাৰতী দত্তৰ ভ্ৰমণ কাহিনীৰ দুখন গ্ৰন্থ 'ইউৰোপ ভ্ৰমণৰ সোঁৱৰণ' আৰু 'দেশে বিদেশে'

# অসমীয়া ভ্ৰমণ সাহিত্যত নাৰী

## কেইখনমান বিশেষ ভ্ৰমণ-বৃত্তান্তৰ উল্লিখনেৰে

ড° পল্লৱী ডেকা বুজৰবৰুৱা

০.০

সাম্প্ৰতিক সময়ত সমগ্ৰ বিশ্বত বিস্তৃতি আৰু প্ৰসিদ্ধি লাভ কৰা 'ভ্ৰমণলেখা'য়ে এটি সাহিত্য প্ৰকাৰ (genre) হিচাপেও প্ৰতিষ্ঠা লাভ কৰিছে। ভ্ৰমণ-অভিজ্ঞতাপুষ্ট কোনো লেখকৰ লেখনকালত ফুটি উঠা ভাব-ভাষা, অনুৰাগ-অনুভূতি, আদৰ্শ-দৰ্শনৰ কলাসুলভ প্ৰকাশে একোটি 'ভ্ৰমণলেখ'ক সাহিত্য কৰি তোলে। ভ্ৰমণ সাহিত্য এনে এক প্ৰকাৰ গুৰুত্বপূৰ্ণ ব্যক্তিগত ৰচনা, য'ত লেখকৰ ভ্ৰমণৰ আনন্দ স্বতঃস্ফূৰ্ত অনুৰাগ ৰঞ্জিত হৈ আত্মপ্ৰকাশ কৰে; য'ত লেখকৰ প্ৰত্যক্ষ অভিজ্ঞতাৰ খোজে খোজে পাঠকেও পৰোক্ষভাৱে সেইবোৰ ঠাইত বিচৰণ কৰে। সেইদৰে লেখকে এখন ঠাই ভ্ৰমণ কৰি, সেই ঠাইৰ লগত একাত্ম হৈ যি নিৰ্মল আনন্দ অনুভৱ কৰে, সেই ভ্ৰমণৰ অনুভৱী সাৱলীল বৰ্ণনাই পাঠককো দিয়ে উপভোগৰ আনন্দ। অৱশ্যে লেখকৰ উপস্থাপন শৈলীয়েহে নিৰ্ণয় কৰে পাঠকৰ সঁহাৰি কিমান গভীৰ হ'ব আৰু পাঠক হৃদয়ত দখল কৰা স্থানে নিৰ্ণয় কৰে সেই 'ভ্ৰমণলেখ'ৰ কলাত্মক সাফল্য।

ভ্ৰমণ সাহিত্য সাম্প্ৰতিক কালৰ একপ্ৰকাৰ গুৰুত্বপূৰ্ণ ব্যক্তিগত ৰচনা, য'ত লেখকৰ ভ্ৰমণৰ আনন্দ স্বতঃস্ফূৰ্ত আৱেগ-অনুৰাগেৰে ৰঞ্জিত হয় আৰু য'ত লেখকৰ ব্যক্তিগত অভিজ্ঞতাৰ খোজে খোজে পাঠকো পৰোক্ষভাৱে সেই ঠাইৰ লগত পৰিচিত হয় যি ঠাই লেখকে ভ্ৰমণ কৰে। ক'বলৈ গ'লে লেখকে এখন ঠাই ভ্ৰমণ কৰি, সেই ঠাইৰ লগত একাত্ম হৈ যি নিৰ্মল আনন্দ অনুভৱ কৰে, সেই ভ্ৰমণৰ সাৱলীল বৰ্ণনাই পাঠককো দিব পাৰে কলা উপভোগৰ অনন্য আনন্দ।

১.০

অসমীয়া সাহিত্য-ইতিহাসত ভ্ৰমণ-লেখৰ সূত্ৰ বিচাৰিলেও শংকৰদেৱৰ "কীৰ্ত্তন" পুথিৰ "উৰেষা বৰ্ণন" অধ্যায়ৰ কথা ক'ব পাৰি, য'ত উৰিষ্যাৰ জগন্নাথ ক্ষেত্ৰৰ উল্লেখ আছে -

ব্ৰহ্মায়ে বোলন্ত ইন্দ্ৰদুম্ন্য নৃপতিক।
জানিবা উৰেষা সৰ্ব তীৰ্থতে অধিক।।
ক্ষেত্ৰৰ মহিমা মানে কহিলো সকল।
শুনা জগন্নাথ নাম কীৰ্ত্তনৰ ফল।।[১]

('উৰেষা-বৰ্ণন' একবিংশ কীৰ্ত্তন)

অৱশ্যে এই উল্লেখৰ মাজত সাম্প্ৰতিক কালৰ ভ্ৰমণ সাহিত্যৰ বিশিষ্ট বৈশিষ্ট্য অকণো নাই। তথাপি সেই সময়ৰ পৰা অসমীয়া সাহিত্যৰ বিভিন্ন সাহিত্য প্ৰকাৰ (genre)বোৰ যেনে - 'গুৰুচৰিত', 'বুৰঞ্জী সাহিত্য' আদিৰ মাজতে ভ্ৰমণ অভিজ্ঞতাও সন্নিৱিষ্ট হোৱাৰ পৰম্পৰা আছে, তথাপি সাম্প্ৰতিক অৰ্থত যাক ভ্ৰমণ সাহিত্য বুলি অভিহিত কৰা হয়, সেই ধৰণৰ ভ্ৰমণ সাহিত্যৰ ধাৰা হয়তো আৰম্ভ হৈছিল ঊনবিংশ শতিকাৰ পৰাহে। ১৮৪৯ চনৰ আগষ্ট মাহৰ 'অৰুণোদই'ত প্ৰকাশ পোৱা লুচি.এন.হেইডেন নামৰ লেখকৰ 'আমেৰিকাৰ পৰা লিখা এখন চিঠি' নামৰ ৰচনাত আমেৰিকাৰ বৰ্ণনা আছিল আৰু তাত সম্পাদনাৰ তৰফৰ পৰা এই টোকা সংযুক্ত কৰা হৈছিল যে, আমেৰিকালৈ যোৱা এজন নগাঁও স্কুলৰ ছাত্ৰৰ পৰা আমি এই যাত্ৰাৰ চিঠি পালো।[২]

এই চিঠি ভ্ৰমণ-লেখৰ বৈশিষ্ট্যৰে সমৃদ্ধ আছিল যদিও ১৮৯০ চনত 'জোনাকী'ৰ দ্বিতীয় ভাগ (৪ৰ্থ-৮ম সংখ্যা)ত প্ৰকাশ পোৱা গুণাভিৰাম বৰুৱাৰ 'সৌমাৰ ভ্ৰমণ'ৰ কাহিনীয়েইহে আচলতে সাম্প্ৰতিক অৰ্থৰ ভ্ৰমণ-লেখৰ সামগ্ৰিক গুণবৈশিষ্ট্যৰে সমৃদ্ধ অসমীয়া সাহিত্যৰ প্ৰথম ভ্ৰমণ-কাহিনী।[৩] ইয়াৰ পিছত ১৮৯৪ চনত 'শ্ৰীহৰ্ষ' ছদ্মনামত 'জোনাকী'ৰ ৫ম ভাগ (৪ৰ্থ-৭ম সংখ্যা)ত প্ৰকাশিত শ্ৰীআনন্দ চন্দ্ৰ গুপ্তৰ 'ব্ৰহ্মযাত্ৰীৰ ডায়েৰি' নামৰ ভ্ৰমণ কাহিনীত ব্ৰহ্মদেশ ভ্ৰমণৰ কাহিনীৰ বৰ্ণনা পোৱা যায়।[৪] তাৰ পিছত সুদীৰ্ঘ এছোৱা সময় তেনে উল্লেখযোগ্য ভ্ৰমণ কাহিনীৰ সন্ধান পোৱা নাযায়। ১৯১০ চনত 'বাঁহী' আলোচনীৰ প্ৰথম বছৰ (৫ম-৯ম সংখ্যা)ত জ্ঞানদাভিৰাম বৰুৱাৰ 'বিলাতৰ চিঠি' প্ৰকাশ পায়। সেই চিঠিত বৰ্ণিত হৈছিল বিলাত ভ্ৰমণৰ অভিজ্ঞতা। তেখেতেই বিলাতত থকা কালৰ অভিজ্ঞতা পুনৰ বৰ্ণনা কৰিছিল 'বাঁহী'ৰ ১ম বছৰৰ ৯ম-১২শ সংখ্যা (১৯১০) আৰু ২য় বছৰ ২য় সংখ্য (১৯১১) 'বিলাতৰ কথা' নামৰ ৰচনাত ৰসালভাৱে বৰ্ণনা কৰিছিল।[৫] এনেকৈয়ে আৰম্ভ হৈছিল অসমীয়া সাহিত্যত কেৱল ভ্ৰমণ অভিজ্ঞতাৰ বিষয়ে লিখাৰ ধাৰা। স্বাধীনতা পৰৱৰ্তীকালত অসম তথা ভাৰতবৰ্ষৰ প্ৰেক্ষাপটৰ সলনি হ'ল। বিশ্বৰ বিভিন্ন দেশ তথা নিজৰ দেশৰ ভিতৰতেই সাহিত্যিক-সাংস্কৃতিক-ৰাজনৈতিক-অৰ্থনৈতিক-শৈক্ষিক বিভিন্ন বিনিময়ৰ কাৰণে পাৰস্পৰিক আহ-যাহ বৃদ্ধি পাবলৈ ধৰিলে। ইয়াৰ ফলত সাহিত্যিত শিক্ষিত লোকৰ ৰুচিশীল অভিজ্ঞতাৰ বৰ্ণনা ভ্ৰমণ কাহিনীৰ ৰূপত ঘটিবলৈ আৰম্ভ কৰে। এইছোৱা সময়ৰ পৰা ভ্ৰমণ সাহিত্যক ইয়াৰ বৈশিষ্ট্য অনুযায়ী দুই শ্ৰেণীত ভাগ কৰিব পাৰি -

১) দেশৰ ভিতৰতে কৰা বিশেষকৈ তীৰ্থ ভ্ৰমণৰ অভিজ্ঞতা বিষয়ক।
২) বিভিন্ন কাৰণত দেশৰ বাহিৰলৈ কৰা ভ্ৰমণৰ অভিজ্ঞতা বিষয়ক।

১.১

দেশৰ ভিতৰতে কৰা বিশেষকৈ তীৰ্থ ভ্ৰমণৰ অভিজ্ঞতা বিষয়ক কেইখনমান উল্লেখযোগ্য ভ্ৰমণ-লেখ হ'ল - সুব্ৰত বৰুৱাৰ 'বদ্ৰীনাথ' (১৯৬২), শ্ৰীনাথ দেৱগোস্বামীৰ 'ভাৰত তীৰ্থৰ কাহিনী' (১৯৭১), হেমলতা দত্তৰ 'অলকানন্দাৰ পৰা সাগৰতীৰলৈ' (১৯৭৮), সুবৰ্ণলতা ঠাকুৰৰ 'ভাৰত তীৰ্থৰ বাটে বাটে' (১৯৮২)। তদুপৰি ভিন ভিন সময়ত বিভিন্নজনে কেৱল সৌন্দৰ্য উপভোগৰ কাৰণেই কৰা ভ্ৰমণ-লেখ কিছুমানো আছে।

১.২

বিভিন্ন কাৰণত দেশৰ বাহিৰলৈ কৰা ভ্ৰমণৰ অভিজ্ঞতা বিষয়ক এই শ্ৰেণীৰ ভ্ৰমণ-লেখকো — আমেৰিকা ভ্ৰমণৰ অভিজ্ঞতা, ৰাছিয়া ভ্ৰমণৰ অভিজ্ঞতা, চীন ভ্ৰমণৰ অভিজ্ঞতা, জাপান ভ্ৰমণৰ অভিজ্ঞতা আদি ভাগত ভাগ কৰিব পাৰি। যি কি নহওক বিদেশ ভ্ৰমণৰ অভিজ্ঞতা সম্বলিত কেইখনমান উল্লেখযোগ্য ভ্ৰমণ-লেখ হ'ল — বিৰিঞ্চিকুমাৰ বৰুৱাৰ 'চুইজাৰলেণ্ড'(১৯৪৮),

হেম বৰুৱাৰ 'সাগৰ দেখিছা' (১৯৫৪), 'ৰঙা কৰবীৰ ফুল' (১৯৫৯), 'মেকং নৈ দেখিলোঁ' (১৯৬৭), বিৰিঞ্চিকুমাৰ বৰুৱাৰ 'প্ৰফেছাৰ বৰুৱাৰ চিঠি' (১৯৬৮), প্ৰফুল্ল দত্ত গোস্বামীৰ 'পৃথিৱীৰ চৌপাশে এপাক' (১৯৬৮), আব্দুল মালিকৰ 'মাজত মাথোঁ হিমালয়' (১৯৬৯), নীলমণি ফুকনৰ 'বাৰ্লিনত কি দেখিলোঁ', মহেন্দ্ৰ বৰাৰ 'সূৰ্য উঠা দেশ' (১৯৬৯), বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'সীমাই আমনি কৰে' (১৯৭৫), ভবেন বৰুৱাৰ 'মস্কোৰ পৰা প্ৰেয়সীলৈ' (১৯৭৬), চন্দ্ৰপ্ৰসাদ শইকীয়াৰ 'আমেৰিকাৰ চিঠি' (১৯৭৬), ক্ষীৰদা কুমাৰী বৰুৱাৰ 'স্মৃতিমুখৰ ইউৰোপ' (১৯৯৩), 'মহাচীনৰ দিনলিপি' (১৯৯৪), মহেন্দ্ৰনাথ বৰাৰ 'লা আৰু হোৱাংহো নদীৰ পাৰে পাৰে' (১৯৯৫), অনিমা গুহৰ 'তৃতীয় বিশ্ববাসিনীৰ আমেৰিকা দৰ্শন' (১৯৯৬), লক্ষ্মীনন্দন বৰাৰ 'সীমাৰ পৰিধি ভেদি' (১৯৯৭), কৰবী ডেকা হাজৰিকাৰ 'নীলা সাগৰ আৰু সোণালী দেশ' (২০০২), সুনীল কুমাৰ শইকীয়াৰ 'অপৰূপা ইউৰোপ' (২০০৩), নিৰুপমা বৰগোহাঞিৰ 'এই দ্বীপ এই নিৰ্বাসন' (২০০৩), ধ্ৰুৱজ্যোতি বৰাৰ 'চীনা এডমিৰেল জাল' (২০০৪), হীৰেন গোহাঁইৰ 'আখ্যানৰ দেশ আমেৰিকা' (২০০৭), অনুৰাধা শৰ্মা পূজাৰীৰ 'আমেৰিকাৰ চৰাইখানাত সংবাদ বসন্ত আৰু বন্ধু' (২০০৭), গোবিন্দ প্ৰসাদ শৰ্মাৰ 'ডেফ'ডিল্ ফুল দেখিছা' (২০০৮) আদি।

## ২.০

অৱশ্যে এই আলোচনাৰ আচল উদ্দেশ্য হ'ল অসমীয়া ভ্ৰমণ সাহিত্যৰ ক্ষেত্ৰখনত লেখিকাৰ বিষয়ে আলোচনা কৰাহে। ভ্ৰমণ অভিজ্ঞতাৰ বাস্তৱ বৰ্ণনাক সুন্দৰ সাৱলীল বৰ্ণনাৰে পাঠকৰ মনোদৃষ্টি উন্মোচন কৰিব পৰা লেখিকাৰো অসমীয়া সাহিত্যত আত্মপ্ৰকাশ ঘটিব লাগিছে। সংখ্যাৰ লেখতকৈ গুণগত মানত গুৰুত্ব দাবী কৰিব পৰা এনে কেইখনমান নিৰ্বাচিত ভ্ৰমণ গ্ৰন্থক এই লেখাৰ অন্তৰ্ভুক্ত কৰিব বিচৰা হ'ল। যিকেইখন ভ্ৰমণ গ্ৰন্থত কেৱল ভ্ৰমণ অভিজ্ঞতাৰ যান্ত্ৰিক বৰ্ণনা দিয়াতেই গুৰুত্ব দিয়া নাই, ভ্ৰমণৰ অৱস্থাত লেখকৰ মনোজগতত হোৱা অভিজ্ঞতা আৰু অনুভৱ সমন্বয়ে সৃষ্টি কৰা উপলব্ধিকো গল্প উপন্যাসোপম কথকতাৰে উপস্থাপন কৰিছে। এই আলোচনাৰ বাবে বাছি লোৱা তেনে কেইখনমান লেখিকাৰ ভ্ৰমণগ্ৰন্থ হ'ল —



১) ক্ষীৰদা কুমাৰী বৰুৱাৰ — স্মৃতিমুখৰ ইউৰোপ (১৯৭৮)
২) সুবৰ্ণলতা ঠাকুৰৰ — ভাৰত তীৰ্থৰ বাটে বাটে (১৯৮২)
৩) জয়ন্তী চুতীয়াৰ — হাইকু আৰু চামুৰাইৰ দেশত (১৯৯১)
৪) কৰবী ডেকা হাজৰিকাৰ — নীলা সাগৰ আৰু সোণালী দেশ (২০০২)
৫) নিৰুপমা বৰগোহাঞিৰ — এই দ্বীপ এই নিৰ্বাসন (২০০৩)
৬) অনুৰাধা শৰ্মা পূজাৰীৰ — আমেৰিকাৰ চৰাইখানাত সংবাদ বসন্ত আৰু বন্ধু (২০০৭)

## ২.১

অসমীয়া সাহিত্যত এতিয়ালৈকে ভালেসংখ্যক উল্লেখযোগ্য ভ্ৰমণ কাহিনীৰ সংযোজন ঘটিছে যদিও এই আলোচনাত নাৰীৰ হাতত ৰচিত কেইখনমান ভ্ৰমণ গ্ৰন্থকহে সন্নিৱিষ্ট কৰা হৈছে। কেইটিমান বিশেষ দিশলৈ লক্ষ্য ৰাখি সেই ভ্ৰমণ-লেখসমূহকো প্ৰতিনিধিত্বমূলক বাবে আলোচনাৰ আওতালৈ অনা হৈছে। সেই দিশকেইটা হ'ল -

১) সময়ৰ ক্ৰম অনুযায়ী ভিন্ন সময়ক প্ৰতিনিধিত্ব কৰা নাৰীৰ ভ্ৰমণ অভিজ্ঞতা।
২) সমাজৰ বিভিন্ন স্তৰৰ প্ৰতিনিধিত্ব নাৰীৰ ভ্ৰমণ অভিজ্ঞতা।
৩) ভিন্ন ৰুচি, ভিন্ন দৃষ্টিভংগীৰ নাৰীৰ ভ্ৰমণ অভিজ্ঞতা।
৪) ভিন্ন উদ্দেশ্যৰে ভিন্ন কৰ্মক্ষেত্ৰৰ নাৰীৰ ভ্ৰমণ অভিজ্ঞতা।
৫) লেখন শৈলী আয়ত্তাধীন নোহোৱা নাৰী আৰু লেখন কলাত দক্ষ নাৰীৰ অনুভৱ অভিজ্ঞতা প্ৰকাশত ভিন্নতা।

ওপৰত উল্লেখ কৰা ক্ষীৰদা কুমাৰী বৰুৱা এগৰাকী উচ্চশিক্ষিতা মাতৃ। অসমৰ এটি আঢ্যৱন্ত পৰিয়ালৰ সৌভাগ্যৱান গৃহিণী, যি সুযোগ্য নাৰী সন্তানৰ জৰিয়তে ইউৰোপ ভ্ৰমণৰ সুযোগ লাভ কৰিছিল ১৯৬৭ চনতে। সুৱৰ্ণলতা বৰঠাকুৰ এগৰাকী মধ্যবিত্ত পৰিয়ালৰ সাধাৰণ গৃহিণী, যি সময়, সুবিধা আৰু টকা-পইচাৰ জোৰা মাৰি ভাৰতৰ প্ৰধান ঠাইবোৰ ভ্ৰমণ কৰিছে। জয়ন্তী চুতীয়া অসমৰ এগৰাকী আগশাৰীৰ বিজ্ঞানী, যি গল্পও লিখে, সেইগৰাকী নাৰীয়ে জাপান ভ্ৰমণ কৰিছে। কৰবী ডেকা হাজৰিকা অসমৰ এগৰাকী জনপ্ৰিয় কবিয়েই

নহয়, বিশ্ববিদ্যালয়ৰ সন্মানীয় অধ্যাপিকা, যাৰ ভ্ৰমণ কাহিনীত চিত্ৰিত হৈছে লণ্ডন আৰু আমেৰিকাৰ ছবি। নিৰুপমা বৰগোহাঞি, সাহিত্য একাডেমি বঁটা বিজয়ী অসমৰ এগৰাকী শক্তিশালী গদ্য লেখিকা, যি লেখিছে ইউৰোপ ভ্ৰমণৰ অভিজ্ঞতা।

অনুৰাধা শৰ্মা পূজাৰী, সাম্প্ৰতিক সময়ৰ এগৰাকী জনপ্ৰিয় ঔপন্যাসিকেই নহয়, সংবাদ-জগতৰ লগত সক্ৰিয়ভাৱে জড়িত সাংবাদিক তথা সম্পাদক। সাংবাদিক তথা ঔপন্যাসিকৰ দৃষ্টিৰে বিদেশ ভ্ৰমণৰ অভিজ্ঞতা লিপিবদ্ধ কৰোতে এগৰাকী নাৰীৰ দৃষ্টিও তাতত সম্পৃক্ত হৈ আছে।

এই কেউখন গ্ৰন্থতে কেউগৰাকী ভিন্ন ধৰণৰ চিত্ৰ কৰ্মক্ষেত্ৰৰ, ভিন্ন জীৱন দৃষ্টিৰ নাৰী লেখকেই নিজা নিজা প্ৰকাশৰ মাত্ৰাৰে আৰু বেলেগ বেলেগ লেখন শৈলীৰে নিজৰ নিজৰ ভ্ৰমণৰ অভিজ্ঞতাক পাঠকৰ আগত তুলি ধৰিবলৈ প্ৰয়াস কৰিছে। এই কেউখন গ্ৰন্থতে এটি বিহংগম দৃষ্টিপাত কৰাৰ প্ৰয়াস কৰা হ'ল।

৩.০

ক্ষীৰদা কুমাৰী বৰুৱাৰ 'স্মৃতি মুখৰ ইউৰোপ' নামৰ গ্ৰন্থত দিনপঞ্জী যেন সন্মুখত উপৱিষ্ট শ্ৰোতাৰ আগত সহজ-সৰল সাৱলীল গল্প কথন ভংগীমাৰে কৈ গৈছে - এনে বোধ হয়। তেখেতৰ 'নিবেদন' অংশত উল্লিখিত আত্মকথাৰ পৰা জনা যায়, এই গ্ৰন্থ ১৯৬৭ চনতে লিখা। প্ৰকাশৰ চন উল্লেখ নথকা এই গ্ৰন্থৰ মতে লেখকৰ ভ্ৰমণৰ সময় ১৯৬৭ ৰ আগৰো হ'ব পাৰে। সেই সময়ৰ, অৰ্থাৎ প্ৰায় চল্লিশ বছৰৰ আগৰ পেৰিছ, হলেণ্ড, ডেনিচ, ছুইডেন, ডেনমাৰ্ক, জাৰ্মানী, লণ্ডন, স্পেইন, বেলজিয়াম, ছুইজাৰলেণ্ডৰ ছবি 'যথা দৃষ্টম তথা বৰ্ণলম্' ষ্টাইলেৰে দাঙি ধৰা হৈছে। বিদেশৰ ভাৰতীয় জীৱন আৰু বিদেশী জীৱনৰ টুকুৰা ছবিও ঠায়ে ঠায়ে দাঙি ধৰা হৈছে। য'ত ফুটি উঠিছে দেশ, কাল, পাত্ৰৰ সীমাৰ ওপৰত অৱস্থান কৰা বিশ্বৰ সৰ্বমানৱৰ মাজত আছে সহৃদয় মানৱীয়তাৰ বন্ধন। বিভিন্ন অঞ্চলৰ ঐতিহাসিক তথ্যৰ সন্ধানো লেখিকাই পাঠকক জনাবলৈ পাহৰা নাই। ঠায়ে ঠায়ে ফুটি উঠিছে অঞ্চল বিশেষৰ খাদ্যাভাস আৰু কম-বেছি পৰিমাণে আচাৰ-আচৰণ, জীৱন-যাত্ৰা আৰু গৃহসজ্জা আদিও লেখিকাৰ বৰ্ণনাৰ মাজেৰে নিৰ্গত হৈছে। এই গ্ৰন্থৰ আটাইতকৈ লক্ষ্যণীয় দিশ হ'ল - নিয়মীয়া লেখিকা নোহোৱা এগৰাকী লেখিকাৰ স্পষ্ট, সৰল আৰু



মানোগ্ৰাহী উপস্থাপন কৌশল। অসমীয়া ভ্ৰমণ সাহিত্যৰ ইতিহাসত এই গ্ৰন্থই নিশ্চয় গল্পোপম কথন শৈলীৰে স্থান পাবৰ যোগ্য। সুৰ্ণলতা বৰঠাকুৰৰ 'ভাৰত তীৰ্থৰ বাটে বাটে' গ্ৰন্থখনত ধৰ্মপ্ৰাণা মহিলাগৰাকীয়ে ১৯৮৮ চনত কৰা ভ্ৰমণ অভিজ্ঞতাৰ আধাৰত দক্ষিণেশ্বৰ, বেলুড়মঠ, পুৰীধাম, খণ্ডগিৰি, উদয়গিৰি, বিন্দু সৰোবৰ ভুৱনেশ্বৰ, কন্যাকুমাৰী, মাদুৰাই, ৰামেশ্বৰম, নাছিক, মথুৰা, বৃন্দাবন, আগ্ৰা, দিল্লী, হৰিদ্বাৰ, কাশী, প্ৰয়াগ ভ্ৰমণৰ অভিজ্ঞতা বৰ্ণিত হৈছে। এই বৰ্ণনাত যদিও ক্ষীৰদা কুমাৰী বৰুৱাৰ দৰে গল্প কথন শৈলী নাই ভাৰতৰ তীৰ্থসমূহৰ ঐতিহাসিক আৰু ভৌগোলিক তথ্য বহু পৰিমাণে আছে। লেখন শৈলী মসৃণ নহ'লেও আন্তৰিক উচ্ছ্বাসত লিখা এই বৰ্ণনাত ক'তো পাঠকে উজুটি খাবলগীয়াও নহয়। ভাৰতবৰ্ষৰ তীৰ্থস্থানসমূহৰ বিষয়ে আন্ধাৰত থকা অসমীয়া পাঠকে এগৰাকী অনিয়মীয়া লেখিকা গৃহিণীৰ নিজা অভিজ্ঞতাৰ আধাৰত লেখা ভ্ৰমণ কাহিনীখনৰ পৰা সঁচাকৈয়ে উপকৃত হ'ব। সংসাৰৰ বিভিন্ন কামৰ মাজত ব্যস্ত নাৰীৰ জীৱনক পৰ্যবেক্ষণ কৰাৰ নিজা জীৱন দৃষ্টিও ক্ষীণভাৱে হ'লেও প্ৰকট হৈছে। উপযুক্ত পৰিবেশ আৰু অৱকাশ নোপোৱা নাৰী লেখিকাসকলৰ বাবে এনে লেখা নিশ্চয় উৎসাহব্যঞ্জক। ইয়াৰ মাজত তেনে এগৰাকী সাধাৰণ নাৰীৰেই নতুন ঠাই চোৱাৰ স্বতন্ত্ৰ দৃষ্টিও প্ৰকট হৈছে।

জয়ন্তী চুতীয়াৰ 'হাইকু আৰু চামুৰাইৰ দেশত' ভ্ৰমণ কাহিনীত জাপানৰ বিভিন্ন অঞ্চলৰ চাক্ষুস বিৱৰণ মাত্ৰ নহয়, ইয়াত ঐতিহাসিক, ভৌগোলিক, ৰাজনৈতিক, অৰ্থনৈতিক সৰ্বপ্ৰকাৰৰ তথ্য সমৃদ্ধ হৈছে; কিন্তু তথ্য আৰু বিশ্লেষণৰ অন্তৰ্ভুক্তিয়ে ভ্ৰমণ কাহিনীখনক নিৰস গদ্যলৈ পৰ্যবসিত কৰা নাই। বিজ্ঞানীগৰাকীৰ বৰ্ণন শৈলীত আছে এক প্ৰকাৰ সৰস সাৱলীল কথকতা, যি ভ্ৰমণ কাহিনীখনক পাঠকৰ বাবে সুখপাঠ্য কৰি তুলিছে। গ্ৰন্থখনৰ অধ্যায়সমূহৰ নামকৰণেই অধ্যায়ত সন্নিৱিষ্ট বক্তব্যৰ স্পষ্ট চিত্ৰ দাঙি ধৰিবলৈ সক্ষম হৈছে। জাপানী ঐতিহাসিক কৃতি, ব্যক্তিত্ব, জাতীয় চৰিত্ৰ, আচাৰ-আচৰণ, সংস্কৃতি সকলোবোৰ দিশতে লেখিকাগৰাকীৰ গভীৰ পৰ্যবেক্ষণক্ষম দৃষ্টিৰ পৰিচয় গ্ৰন্থখনে বহন কৰিছে। গ্ৰন্থখনত সন্নিৱিষ্ট চিত্ৰসমূহ সুন্দৰ আৰু অৰ্থবহ হৈছে।

কৰবী ডেকা হাজৰিকাৰ ৰচনা 'নীলা সাগৰ সোণালী দেশ' নামৰ ভ্ৰমণ

কাহিনীখনে মনত পেলাই দিয়ে যে এগৰাকী কবিয়ে কৰা ভ্ৰমণ। কবিগৰাকীৰ দৃষ্টিত লণ্ডন আৰু আমেৰিকাৰ বিভিন্ন অঞ্চলৰ সৌন্দৰ্য যেন নতুন দৃষ্টিৰে লক্ষ্য কৰিছে আৰু কেৱল লক্ষ্য কৰাই নহয় পাঠককো দৰ্শন কৰাইছে। এইগ্ৰন্থ অধ্যায়সমূহৰ নামকৰণেও কবিগৰাকীৰ কাব্যদৃষ্টিক অনুসৰণ কৰে - 'ছাঁ পোহৰৰ মাজেদি', 'মন মোৰ সুদূৰ পিয়াসী', 'মায়াভৰা মায়ামী', 'হৃদয় নিৰ্জন দ্বীপ', 'জানো মোৰ গতি নাই গতিৰ বাহিৰে', 'পথৰ শেষত পথ', 'নীড়মুখী পখী আহিছো উভতি'। নামকৰণতে নহয় আদিৰ পৰা অন্তলৈ সমগ্ৰ ভ্ৰমণ কাহিনীখন কাব্যোপম ভাষাৰে অনুপম এখন উপন্যাস কৰি তুলিছে। এই ভ্ৰমণৰ সংগী, ভ্ৰমণকালত লগ পোৱা বিচিত্ৰ ব্যক্তিত্বসমূহক অনুপম কথন শৈলীৰে পাঠকৰ সন্মুখত জীৱন্ত ৰূপত তুলি ধৰিছে। ভ্ৰমণ কৰা অঞ্চলসমূহৰ লগত জড়িত আনুষংগিক তথ্যাদিও সাৱলীলভাৱে বৰ্ণনা কৰিছে। ভ্ৰমণ গ্ৰন্থখন পঢ়ি যাওঁতে লেখকৰ লগে লগে পাঠকেও যেন অনুপম মায়াপুৰীত মন্ত্ৰমুগ্ধ হৈ বিচৰণ কৰে এনে লাগে। লেখিকাই লগ পোৱা চৰিত্ৰসমূহৰ জীৱনৰ হৃদয়গ্ৰাহী অভিজ্ঞতাৰ চিত্ৰণে ভ্ৰমণ গ্ৰন্থখনক একপ্ৰকাৰ ভিন্ন মাত্ৰা দিয়াই নহয়, উপন্যাসোপম কৰি তুলিছে।

সাহিত্য অকাডেমি বঁটা বিজয়ী নিৰুপমা বৰগোহাঞিৰ 'এই দ্বীপ এই নিৰ্বাসন'ত ইউৰোপ ভ্ৰমণৰ অভিজ্ঞতাক লেখিকাগৰাকীয়ে একক আৰু স্বতন্ত্ৰ শৈলীৰে উপস্থাপন কৰিছে। এগৰাকী শক্তিশালী গদ্য লেখিকাৰ কলমত ইউৰোপৰ জীৱনৰ সূক্ষ্ম পৰ্যবেক্ষণক্ষম ৰূপ-বৈচিত্ৰ্য পৰিস্ফুট হৈছে। ইউৰোপৰ বিভিন্ন ঠাই, বিচিত্ৰ মানুহ, অসংখ্য কাহিনী, ভুগোল, ইতিহাস, ৰাজনীতিতো আলোকপাত কৰা লেখিকাগৰাকীৰ বৰ্ণন শৈলীত পাঠকক কৌতুহলী কৰি তোলাৰ ক্ষমতা আছে, যি ভ্ৰমণ কাহিনীখনক সুখপাঠ্য কৰি তুলিছে। সাধাৰণ গৃহিণী লেখিকাসকলতকৈ এইখিনিতেই এগৰাকী লেখিকাৰ পাৰ্থক্য, যাৰ ৰচনাত জীৱন্ত হৈ উঠে বক্তব্য। নিৰুপমা বৰগোহাঞিৰ ভ্ৰমণ গ্ৰন্থখনতো ইউৰোপৰ জীৱন পাঠকৰ বাবে তেনেই ওচৰৰ যেন হৈ উঠিছে।

অনুৰাধা শৰ্মা পূজাৰীৰ 'আমেৰিকান চৰাইখানাত সংবাদ বসন্ত আৰু বন্ধু' এখন ভিন্ন ৰুচিৰে উপস্থাপন কৰা ভ্ৰমণ গ্ৰন্থ। অনুৰাধা শৰ্মা পূজাৰীয়ে নিজে এই কিতাপখনৰ আঁৰৰ কিছু কথাংশত কৈছে, "এয়া মোৰ ভ্ৰমণ কাহিনী।



বৰ্তমান আৰু ভৱিষ্যতৰ সংবাদ আৰু সংবাদ ক্ষেত্ৰৰ গতি, তাৰ মাজতে মাজে মাজে কিছুমান অভিজ্ঞতা আৰু মোৰ মনত সাঁচ পেলোৱা চৰিত্ৰসমূহক মুখ্য কৰি, 'কথোপকথন' ৰীতিৰে কিতাপখন লিখা হৈছে।" অৰ্থাৎ এই গ্ৰন্থত এগৰাকী সাংবাদিকৰ পৰ্যবেক্ষণ, নিৰীক্ষণ আৰু এগৰাকী ঔপন্যাসিকৰ অনুভৱৰ সন্মিলন ঘটিছে উপস্থাপন শৈলীত। ইয়াত বিভিন্ন টুকুৰা অভিজ্ঞতাৰ অভিব্যক্তিক বাতৰিৰ শিৰোনামৰ আৰ্হিৰে বিভিন্ন চৰিত্ৰ অথবা ঘটনাক্ৰমক গুৰুত্ব আৰোপ কৰি, তাক কেন্দ্ৰ কৰি আমেৰিকাৰ সমাজ-সংস্কৃতিক চিত্ৰণ ঘটোৱা হৈছে, যেনে - 'চকলেটৰ সোৱাদ', 'আমেৰিকা ভাল নোপোৱা বেৰী', 'যুক্তৰাষ্ট্ৰৰ সংবাদ বজাৰৰ খবৰ', "'পিউ' সংবাদ-পত্ৰৰ চোকাপ্ৰহৰী", 'উজাগৰী চহৰৰ বাৰ্তা', 'মেৰিলীনৰ নিউয়ৰ্ক', 'চাইনা টাউনৰ বৃদ্ধজন', 'ব্ৰডৱেৰ নাচনী', 'এগিলাছ সুৰা আৰু এগৰাকী সুন্দৰী', 'ইণ্টাৰনেটে 'চিউজ' জাৰ্ণালিজম'ক প্ৰশ্ৰয় দিছে নেকি', 'মালিক গোষ্ঠীৰ মুনাফাৰ লক্ষ্যত সৰ্বাধিক সাংবাদিক হতাশাগ্ৰস্ত', 'সাংবাদিকতাৰ যুদ্ধত সৈনিক', 'হেমিংৱেৰ সাগৰ নীলা', আগলি কয়টি, "টিউলিপ'ৰ বিষণ্ণতা", 'সংবাদ মাধ্যম 'দ্বিতীয় পক্ষ'ৰ খবৰত নিৰ্ভৰশীল', 'সঞ্চয়ৰ বাচক', 'ৰেবেকা ব্লাডৰ 'ব্লগ', 'বিষণ্ণ জেবুন্নিছা' আদি। এই শিৰোনামবোৰ আৰু তাৰ মাজত বৰ্ণিত বক্তব্যৰ মাজেদি ব্যক্ত হৈছে এজন সাংবাদিকৰ সূক্ষ্ম পৰ্যবেক্ষণত ধৰা পৰা সমাজত আৰু সমাজক প্ৰতিনিধিত্ব কৰা মানুহৰ হৃদয়ৰ খবৰ লোৱা ঔপন্যাসিকজনৰ কলাসুলভ উপস্থাপন দক্ষতাৰ মাজতে আমেৰিকাৰ সংশ্লিষ্ট বৰ্ণন ক্ষেত্ৰৰ ঐতিহাসিক, সাংস্কৃতিক, অৰ্থনৈতিক তথা নৈতিক প্ৰমূল্যৰ সত্য তথ্য। এনেদৰে ই এখন সাৰ্থক ভ্ৰমণ গ্ৰন্থ হৈ উঠিছে।

## ৪.০

ওপৰৰ আলোচনাত সাধাৰণ গৃহিণীৰ পৰা কৰ্মৰত বৰ্হিজীৱনৰ লগত পৰিচিত আৰু সাহিত্যৰ নিয়মীয়া চৰ্চা কৰা বিভিন্ন স্তৰৰ যিকেইগৰাকী নাৰীৰ ভ্ৰমণ কাহিনী গ্ৰন্থক আলোচনা কৰা হ'ল, তাৰ পৰা অসমৰ সাম্প্ৰতিক ভ্ৰমণ সাহিত্যৰ এটি আভাস পোৱাই নহয়, এই ক্ষেত্ৰখনত নাৰীৰ বৰ্তমান অৱস্থানৰ এটি সম্যক ধাৰণাও প্ৰকট হয়। যিদৰে এচৰু ভাতৰ এটা টিপি চালেই সম্পূৰ্ণ চৰুৰ ভাত সিজিলেনে নাই অনুমান কৰিব পাৰি, সেইদৰে এই গ্ৰন্থকেইখনৰ

জৰিয়তে অসমীয়া ভ্ৰমণ সাহিত্যৰ ক্ষেত্ৰখনত নাৰীৰ সন্তোষজনক অৱস্থানৰ অভ্যাস পাব পাৰি। আটাইতকৈ উল্লেখনীয় দিশ হ'ল লেখিকাৰ সূক্ষ্ম পৰ্যবেক্ষণ আৰু ভিন্ন অনুভৱী মনোবৃত্তিৰ পৰশত ভ্ৰমণ সাহিত্যই যে এক অন্য মাত্ৰা লাভ কৰিছে সেয়াও স্পষ্ট হয়। সাহিত্যৰ অন্যান্য ধাৰাসমূহৰ দৰে লাহে লাহে ভ্ৰমণ সাহিত্যও এক প্ৰকাৰ জনপ্ৰিয় সাহিত্য ধাৰা হৈ উঠিছে। আধুনিক যোগাযোগ ব্যৱস্থা আৰু পৰিবহণ ব্যৱস্থাৰ দ্ৰুত উন্নয়ন ঘটাৰ উপৰি দেশ-বিদেশৰ লগত সম্পৰ্ক নিকট হৈ অহাৰ লগে লগে মানুহৰ ভ্ৰমণ অভিজ্ঞতা বৃদ্ধি পোৱাৰ লগে লগে ভ্ৰমণ কাহিনী লিখাৰ প্ৰৱণতাও বৃদ্ধি পাইছে। বিভিন্ন কাকত-আলোচনীত আজিকালি লেখিকাৰ অনেক ভ্ৰমণ অভিজ্ঞতা টুকুৰা চিত্ৰ সুন্দৰ-সাৱলীল বৰ্ণনাৰে পঢ়িবলৈ পোৱা যায়। আচলতে সাম্প্ৰতিক সময়ছোৱাত সমগ্ৰ ব্যক্তিনিষ্ঠ ৰচনাৰেই পাঠক সমাজত সমাদৰ বৃদ্ধি পাইছে। আশা কৰিব পাৰি, অদূৰ ভৱিষ্যতে ভ্ৰমণ সাহিত্যই অসমীয়া সাহিত্যত সুকীয়া মাত্ৰা লাভ কৰাৰ লগে লগে লেখিকাৰ অনুভৱৰ স্বতন্ত্ৰ শৈলীত ভিন্ন ৰূপত প্ৰকাশ পাব ইয়াৰ ঐশ্বৰ্য।▸▸



# 'বিদেশৰ বাটে ঘাটে লেছেৰি বুটলি' এখনি অগতানুগতিক ভ্ৰমণ-কাহিনী

ড° ভাৰতী দত্ত

ভ্ৰমণ কৰি ভাল নোপোৱা মানুহ বোধকৰো খুব কমেইহে ওলাব। মই মোৰ ব্যক্তিগত অভিজ্ঞতাৰ পৰাই এই কথাষাৰ কৈছো। ভ্ৰমণ কৰি ভালপোৱা বাবেই হয়তো ভ্ৰমণ কাহিনী পঢ়ি ভালপোৱা পাঠকৰ সংখ্যাও সৰহ আৰু ভ্ৰমণ কাহিনী লিখি ভালপোৱা লেখকৰ সংখ্যাও বৰ কম নহয়। অৱশ্যে এইখিনিতে এটা কথা উল্লেখ কৰিবলৈ বিচাৰিছো যে ভ্ৰমণ সাহিত্যৰ ক্ষেত্ৰত আমি এতিয়াও চালুকীয়া অৱস্থাতে আছো বুলি ক'ব পৰা যায়। জোনাকী যুগতে ভ্ৰমণ কাহিনী ৰচনা কৰা হৈছিল আৰু প্ৰথম ভ্ৰমণ কাহিনী 'সৌমাৰ ভ্ৰমণ' ৰচনা কৰিছিল গুণাভিৰাম বৰুৱাই। ঊনৈশ শতিকাৰ অন্তিমৰ সময়ছোৱাত আৰম্ভ হোৱা আধুনিক অসমীয়া সাহিত্যত ভ্ৰমণ কাহিনীৰ ধাৰাবাহিকতা ৰক্ষা পৰিল যদিও পৰৱৰ্তী সময়ত সিমান গতিশীলতা লাভ কৰা দেখা নগ'ল। কাৰণ গ্ৰন্থাকাৰে প্ৰকাশ পোৱা ভ্ৰমণ কাহিনীৰ সংখ্যা সুদীৰ্ঘ বছৰেও আশানুৰূপভাৱে বৃদ্ধি পোৱা নাই। যি কি নহওক দেশ-বিদেশ ভ্ৰমণ কৰি হোৱা অভিজ্ঞতাৰে লিখিত ভ্ৰমণ কাহিনীসমূহৰ সাহিত্যৰ লগতে বিদ্যায়তনিক মূল্য মনকৰিবলগীয়া। নিজে নোযোৱাকৈও বিভিন্ন স্থানৰ ভৌগোলিক, সামাজিক, সাংস্কৃতিক, শৈক্ষিক, ৰাজনৈতিক আদি বিভিন্ন দিশৰ এক ধাৰণা কৰাত পাঠকক ভ্ৰমণ কাহিনীয়ে সুযোগ প্ৰদান কৰে। ইয়াৰ আন এক ইতিবাচক দিশ হ'ল অভিজ্ঞতালব্ধ হৈ লিখা বাবে ভ্ৰমণ কাহিনী পঢ়ি পাঠকে ঠাইসমূহৰ জনসাধাৰণ সম্পৰ্কে বা জীৱন ধাৰণ, সমাজ ব্যৱস্থা আদিৰ বিষয়েও সূক্ষ্মাতিসূক্ষ্ম বিষয়ত সত্য তথ্যৰ সম্ভেদ পাবলৈ সক্ষম হয়।

আমি এই প্ৰবন্ধৰ জৰিয়তে আলোচনা কৰিবলৈ আগবঢ়া ভ্ৰমণ

কাহিনীখন হ'ল আমেৰিকা যুক্তৰাষ্ট্ৰ বিষয়ক ভ্ৰমণ কাহিনী। আমেৰিকা ভ্ৰমণৰ কাহিনী ইতিমধ্যে কেইবাখনো প্ৰকাশ হৈছে। যেনে — মুকুল কুমাৰ শৰ্মাৰ 'অভিজ্ঞতা দেশ-বিদেশৰ', কৰবী ডেকা হাজৰিকাৰ 'নীলা সাগৰ সোণালী দেশ', শীলা বৰঠাকুৰৰ 'আটলাণ্টা', নগেন শইকীয়াৰ 'আমেৰিকাত দহদিন', এই প্ৰবন্ধ লেখিকাৰ 'দেশে-বিদেশে' ইত্যাদি। ঠাইসমূহৰ ইতিহাস, আন্তঃগাঁথনিৰ দিশ, সামগ্ৰিকভাৱে বিভিন্ন ঠাইৰ বৰ্ণনা আদিৰ ক্ষেত্ৰত সাদৃশ্য গ্ৰন্থসমূহত বিৰাজ কৰিলেও ব্যক্তিগত অভিজ্ঞতা অথবা দৃষ্টিভংগীৰ ভিন্নতাই প্ৰত্যেকখন গ্ৰন্থকে স্বকীয়তা প্ৰদান কৰে আৰু লগতে জড়িত হৈ থাকে ভাষা-সাহিত্যৰ ক্ষেত্ৰত ভিন্নতা। যি কি নহওক এই প্ৰবন্ধৰ আলোচ্য ভ্ৰমণ কাহিনীখনি কেইবাটাও দিশৰ পৰা কিছু ব্যতিক্ৰম যেন অনুভৱ হৈছে। ভ্ৰমণ অভিজ্ঞতাত নিজৰ দৃষ্টিকোণ সন্নিৱিষ্ট কৰাৰ লগতে ইয়াত লেখিকাগৰাকীয়ে বস্তুনিষ্ঠভাৱে বিভিন্ন বিষয়ৰ বৰ্ণনাও দাঙি ধৰাত গুৰুত্ব আৰোপ কৰিছে। আনহাতে কিছু দীঘলীয়াকৈ থাকি ঠাইসমূহ ভ্ৰমণ কৰোঁতে সামাজিক আৰু সাংস্কৃতিক দিশসমূহো সূক্ষ্মভাৱে নিৰীক্ষণ কৰাৰ সুবিধা পূৰ্ণমাত্ৰাই গ্ৰহণ কৰি সেইসমূহ কাহিনীভাগত সন্নিৱিষ্ট কৰিছে। 'বিদেশৰ বাটে ঘাটে লেছেৰি বুটলি' শিৰোনামৰ আমেৰিকা ভ্ৰমণ কাহিনীৰ ৰচয়িত্ৰী হ'ল প্ৰয়াত অঞ্জলি বৰুৱা। লক্ষণীয় কথা যে ভ্ৰমণ কাহিনীখনিত লেখিকাই বিভিন্ন দৰ্শনীয় স্থানৰ প্ৰাকৃতিক সৌন্দৰ্য বা স্থপতি আদি বিষয়ৰ বৰ্ণনাতকৈ ভ্ৰমণ কৰা বিভিন্ন ৰাজ্যৰ স্বকীয় কেতবোৰ দিশত আলোকপাত কৰাত গুৰুত্ব প্ৰদান কৰিছে। ভ্ৰমণ কাহিনীখনৰ সূচীপত্ৰত চকু ফুৰালেই বিষয়বস্তুৰ স্বকীয়তাৰ এক ধাৰণা পাঠকে কৰিব পাৰিব।

ভ্ৰমণ কাহিনীখনিৰ ভিতৰলৈ সোমাই যোৱাৰ আগতে বাটচ'ৰাতে মুখামুখি হোৱা যায় ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ অধ্যাপক, সাহিত্য সমালোচক, প্ৰাবন্ধিক আনন্দ বৰমুদৈদেৱৰ লেখাখিনিৰ স'তে। 'কাহিনীকাৰ কেন্দ্ৰত নথকা এখন ভ্ৰমণ কাহিনী' বুলি 'বিদেশৰ বাটে ঘাটে লেছেৰি বুটলি'ৰ সম্পৰ্কত উক্ত শিৰোনাম প্ৰয়োগ কৰি ভ্ৰমণ কাহিনীখনিৰ সম্বন্ধে কিছু কথা লিখিছে। তেখেতৰ ভাষাৰেই — 'বিদেশৰ বাটে ঘাটে লেছেৰি বুটলি এইগৰাকী লেখিকাৰ আমেৰিকা ভ্ৰমণৰ কাহিনী। এই কাহিনীৰ ভ্ৰমণ অভিজ্ঞতাক সু পৰিকল্পিত ৰূপত সজোৱা হৈছে। লেখিকাৰ দৃষ্টিকোণে এই কাহিনীক এটা



গঢ় দিছে আৰু গঢ়টো নিটোল।' দুআষাৰ নিজৰ কথা বুলি অঞ্জলি বৰুৱাইও কিছু মনৰ ভাব ব্যক্ত কৰিছে। তেওঁ লিখিছে — 'চহৰ চোৱাৰ হেঁপাহ মোৰ নাছিল। পৃথিৱীৰ সকলো ডাঙৰ চহৰেই জাকজমক। তাতে যিবোৰ নতুনত্ব দেখিছিলোঁ লিখিছো। মই ঘাইকৈ সেই দেশৰ সামাজিক পৰিৱেশ, জীৱন প্ৰণালী, চিন্তা-চৰ্চা, মানসিক প্ৰবৃত্তি — এইবোৰ সৰু সৰু কথা জানিবলৈহে চেষ্টা কৰিছিলোঁ।' ভ্ৰমণ কাহিনীখনিত কোনবোৰ বিষয়ত আলোকপাত কৰাত গুৰুত্ব আৰোপ কৰা হৈছে উক্ত কথাখিনিৰ পৰাই বুজিব পৰা যায়।

'বিদেশৰ বাটে ঘাটে লেছেৰি বুটলি'ৰ সূচীপত্ৰৰ কেইটিমান বিষয় মাত্ৰ উল্লেখ কৰি কাহিনীভাগৰ মাজলৈ সোমাই যাম। বিষয় কেইটামান হ'ল — ডালাচত প্ৰথম দিনটো, আইচ হকী চালো, অভিষেকৰ পাঠশালাত, চিকাগোত ভাৰতীয় শাস্ত্ৰীয় নৃত্যৰ অনুষ্ঠান 'বনমালী', আমেৰিকাৰ সাত্বিক আমিচ্ছসকল, দেশখনৰ অৰ্থনীতি; দোকান বজাৰত এভুমুকি, সমাজ জীৱন; ছাত্ৰ-ছাত্ৰী; শিশু ওমলা ঘৰ, বিদেশৰ আপোন মানুহৰ মৰম-চেনেহ, আমেৰিকাৰ নিৰ্বাচনী বতাহ, স্বাধীনতা যুদ্ধৰ ইতিহাস, স্প্ৰিং চিলভাৰৰ বৃদ্ধ নিবাস ইত্যাদি।

বিদেশত থকা আপোন মানুহক লগ পোৱাৰ প্ৰবল ইচ্ছাই লেখিকাক পোৱালেগৈ সুদূৰ আমেৰিকা যুক্তৰাষ্ট্ৰ। ভাগিন-ভতিজাহঁতৰ সীমাহীন আগ্ৰহক নেওচা দিয়াৰ সাহসো নাছিল লেখিকা অঞ্জলি বৰুৱাৰ। আকাশ মাৰ্গেদি চিকাগোলৈ যোৱাৰ পোন্ধৰ ঘণ্টাৰ যাত্ৰাৰ সৰস বৰ্ণনাৰে মূল কাহিনীভাগ আৰম্ভ হৈছে। সকলো যাত্ৰী শুই নিঃপালি দিওঁতে লেখিকাই কেনেকৈ মনিটৰ স্ক্ৰীণত ইংৰাজী কমেডি, ডিটেকটিভ চিনেমা এৰাধৰাকৈ চাই, হাতৰ টোপোলাৰ খাদ্যবস্তু চোবাই আৰু বিমানৰ পৰিচাৰিকা এগৰাকীয়ে সাৰে থাকি কৰা লেখা-মেলাৰ দৃশ্য চাই বিনিদ্ৰ ৰজনী পাৰ কৰিলে আদিৰ সৰস বৰ্ণনাই পাঠকক মন্ত্ৰমুগ্ধ কৰি ৰাখিবলৈ যথেষ্ট। চিকাগো বিমান বন্দৰত উপস্থিত হোৱাৰ পাছত ডালাচলৈ যাবলৈ বিমানত উঠাৰ সময়ৰ লটিঘটিৰো সজীৱ বৰ্ণনা দাঙি ধৰিছে আৰু বৰ্ণনাৰ যোগেদিয়ে বিশাল বিমান বন্দৰটোত কেনেধৰণে, কি কি নিয়ম পালন কৰি টাৰ্মিনেল পালেহি সেইবোৰ কথাৰো সম্ভেদ দি গৈছে।

ডালাচৰ ভতিজীৰ ঘৰত উপস্থিত হোৱাৰ দিনাই নাতিৰ আইচ হকী খেল ষ্টেডিয়ামত গৈ চালেগৈ। শিশুহঁতৰ আইচ হকী খেলৰ বৰ্ণনা দাঙি ধৰোঁতে

সেই দেশত শিশুসকলক খেলা-ধূলাৰ বাবে অভিভাৱকে কেনেদৰে আগবঢ়াই দিয়ে আৰু সিহঁতক আত্মবিশ্বাসী হ'বলৈ প্ৰশিক্ষণ প্ৰদান কৰে এইবোৰ দিশৰো সূক্ষ্ম পৰ্যবেক্ষণ কৰিবলৈ লেখিকাই পাহৰা নাই। আমেৰিকাৰ শিক্ষা ব্যৱস্থাৰ কথা ক'বলৈ গৈ লেখিকাই ব্যক্ত কৰা কথা এযাৰ মনকৰিবলগীয়া। উচ্চশিক্ষাৰ প্ৰতি বহুতো আমেৰিকান ল'ৰা-ছোৱালীৰ অনীহাৰ বাবেই স্কুলীয়া শিক্ষা সমাপ্ত কৰিয়েই তেওঁলোকে চাকৰিত সোমাই পৰে। এছিয়া বা অন্যদেশৰ ছাত্ৰ-ছাত্ৰীয়ে উচ্চশিক্ষাত ভাল ফল দেখুৱাই উচ্চ পৰ্যায়ৰ চাকৰিত নিযুক্তি লাভ কৰাটোও উল্লেখযোগ্য। এখন কমিউনিটি স্কুল পৰিদৰ্শন কৰাৰ পাছত হোৱা অভিজ্ঞতাৰ কথা লেখিকাই বিস্তৃত ৰূপত বৰ্ণনা কৰিছে। প্ৰয়োজনতকৈও ডাঙৰ শ্ৰেণীকোঠাসমূহত আন্তঃগাঁথনিৰ সকলো সা-সুবিধাই আছে। প্ৰত্যেকগৰাকী ছাত্ৰ-ছাত্ৰীৰ নামত সুকীয়াকৈ ড্ৰয়াৰ, পানীৰ বটল থোৱাৰ সুকীয়া ব্যৱস্থা, পৰ্যাপ্ত শিক্ষণ সঁজুলি, শাৰী শাৰীকৈ কম্পিউটাৰ থকা শ্ৰেণীকোঠা, বিভিন্ন বাদ্যযন্ত্ৰৰে মিউজিক হল, জিম্‌নাষ্টিক হল আদিৰে পূৰ্ণৰূপ পোৱা কমিউনিটি স্কুলখনে আমেৰিকাৰ শিক্ষা ব্যৱস্থাৰ এক আৰ্হি দাঙি ধৰিছে। শিক্ষা মাচুলো তেনেই সামান্য।

আমেৰিকা বুলিলেই প্ৰাচুৰ্যৰ কথাটোহে মনলৈ আহিলেও দৰাচলতে সেই ধাৰণা সম্পূৰ্ণ শুদ্ধ নহয়। কাৰণ চিকাগো চহৰৰ আশে-পাশে বসবাস কৰা কৃষ্ণাংগ লোকসকলৰ দৰিদ্ৰতাৰ ছবিখন লেখিকাই প্ৰত্যক্ষ কৰিছিল। দৰিদ্ৰ পৰিয়ালৰ ল'ৰা কিছুমানে বাস্কেটবলৰ টীমৰ জাৰ্ছী কিনিবলৈও বাটৰুৱাৰ পৰা চান্দা বিচাৰিবলগীয়া হোৱা দেখা পাইছিল লেখিকাই।

টেক্সাছ ৰাজ্যখনৰ এখন গুৰুত্বপূৰ্ণ চহৰ ডালাচতেই আমেৰিকা যুক্তৰাষ্ট্ৰৰ সবাতোকৈ জনপ্ৰিয় ৰাষ্ট্ৰপতি জন. এফ. কেনেডীক আততায়ীয়ে গুলীয়াই মাৰিছিল। আমেৰিকান মানুহৰ জীৱন ধাৰণৰ মানদণ্ড দেখি লেখিকা আচৰিত হৈছিল। ডালাচৰ ওচৰৰ প্লেনো নামৰ পৰিকল্পিত চহৰখনত থাকোঁতে লেখিকাই তেওঁলোকৰ চৌখিন বাসগৃহসমূহৰ সা-সুবিধা প্ৰত্যক্ষ কৰিছিল। একোটা বিলাসী বাসভৱন কেইবা বিলিয়ন ডলাৰত কিনিবলৈও পিছ নুহোহকা আমেৰিকাৰ বাসিন্দাসকলে বেংকৰ পৰা সহজে ঋণ পোৱাৰ সুবিধা গ্ৰহণ কৰে।

আমেৰিকাৰ ইতিহাস চমুকৈ হ'লেও বৰ্ণনা কৰা হৈছে ভ্ৰমণ



কাহিনীখনিত। ইংৰাজসকলে প্ৰথমে আমেৰিকাত তেৰখন উপনিৱেশ স্থাপন কৰিছিল। সম্প্ৰতি আঢ়ৈ কুৰি সৰু সৰু ৰাষ্ট্ৰৰে গঠিত দেশখনত ফেদাৰেল নীতিৰে শাসন কৰাৰ প্ৰথা গ্ৰহণ কৰা হৈছে। ইয়াত ক্ষমতাৰ বিকেন্দ্ৰীকৰণৰ ওপৰত গুৰুত্ব প্ৰদান কৰা হয়। এই দিশত লেখিকাই বিস্তৃত ব্যাখ্যা আগবঢ়াইছে। ইয়াত ৰাজ্য চৰকাৰে জিলাসমূহ স্বায়ত্তশাসনৰ ব্যৱস্থা কৰাৰ ফলত জিলা পৰিষদসমূহ যথেষ্ট শক্তিশালী। 'ফেদাৰেল চৰকাৰৰ জিলা পৰিষদ' শিৰোনামৰ লেখাটিত অঞ্জলি বৰুৱাই তেওঁ ভ্ৰমণ কৰা নেফাৰভিল স্কুল ডিষ্ট্ৰিক্টখনৰ উদাহৰণেৰে বিভিন্ন বিষয়ৰ ব্যাখ্যা প্ৰাঞ্জল ভাষাৰে আগবঢ়াইছে। অত্যন্ত পৰিষ্কাৰ-পৰিচ্ছন্ন, সৰ্বাধুনিক আন্তঃগাঁথনিৰে সমৃদ্ধ চহৰখনি সুন্দৰকৈ ৰখাত জিলা পৰিষদে যেনেদৰে চেষ্টাৰ ক্ৰটি নকৰে ৰাইজেও এইক্ষেত্ৰত নিজা নিজা প্ৰচেষ্টাৰে সহযোগিতা আগবঢ়ায়। ধন দান, শ্ৰমদান আদি সকলো প্ৰকাৰৰ দান আগবঢ়াই ৰাইজে নাগৰিক সচেতনতাৰ পৰিচয় দাঙি ধৰে। সমগ্ৰ দেশখনৰ প্ৰশাসন ব্যৱস্থাত বা জনসাধাৰণৰ মানসিকতাত দেশখনৰ প্ৰতি থকা আনুগত্য, দেশাত্মবোধ বুলিয়ে যাক আমি নামকৰণ কৰিব পাৰো, সেইয়া প্ৰতিফলিত হোৱাটো লেখিকাই গভীৰভাৱে লক্ষ্য কৰি আপ্লুত হৈছিল।

আমেৰিকা যুক্তৰাষ্ট্ৰৰ অৰ্থনীতি সম্পৰ্কত লেখিকাই ভ্ৰমণ কাহিনীখনিত যথেষ্ট তথ্যৰ সম্ভেদ দিছে। বিশ্বায়নৰ মুক্ত বজাৰ নীতিৰ সুবিধা গ্ৰহণ কৰি বিশ্বৰ সৰ্বাধিক জনবহুল দেশ চীনে আমেৰিকাৰ বজাৰো দখল কৰি পেলাইছে। ৰাষ্ট্ৰপতি ওবামাই সেয়েহে ক'বলৈ বাধ্য হৈছে 'Buy American'। দেশৰ অৰ্থনীতিৰ স্খলন দেখি ৰাষ্ট্ৰপতিজনে এই আহ্বান জনাইছে।

লেখিকা অঞ্জলি বৰুৱাই আমেৰিকাৰ নাগৰিকৰ সামাজিক দায়বদ্ধতাৰ সুন্দৰ প্ৰতিচ্ছবিখনি গ্ৰন্থখনিত দাঙি ধৰিছে। চুবুৰীয়া, ৰোগাগ্ৰস্ত, বৃদ্ধ-বৃদ্ধাসকলৰ প্ৰতি অথবা চুবুৰী বা নগৰ-চহৰ, সামাজিক স্থানসমূহৰ পৰিষ্কাৰ-পৰিচ্ছন্নতা সম্পৰ্কত নাগৰিক সচেতনতা সঁচাকৈয়ে প্ৰশংসনীয়। পিতৃ-মাতৃ, ককাক-আইতাকৰ প্ৰতি ডেকা প্ৰজন্মই দেখুওৱা দায়িত্ববোধৰ কেইবাটাও উদাহৰণ লেখিকাই দাঙি ধৰিছে। বৃদ্ধাশ্ৰমৰ সুন্দৰ পৰিৱেশ দেখি লেখিকা মুগ্ধ হৈছে। শিশু তত্ত্বাৱধান কেন্দ্ৰত প্ৰয়োজনীয় সকলো সুবিধা থাকে। অৱশ্যে এই কেন্দ্ৰসমূহ যথেষ্ট ব্যয়বহুল। লক্ষ্যণীয় আন এটা কথা হ'ল এইখন দেশত পিতৃ-

মাতৃয়ে সন্তানক সৰুৰে পৰাই আত্মনিৰ্ভৰশীল হ'বলৈ অনুপ্ৰেৰণা যোগায়। মানুহৰ ঘৰৰ বাৰীত কাম কৰি ধনীৰ সন্তানেও নিজৰ পকেট খৰচ উলিয়াই। আনহাতে সমাজসেৱাৰ প্ৰৱণতাও তেওঁলোকৰ অন্তৰত নিজৰ কামৰ যোগেদিয়ে ডাঙৰসকলে জগাই তোলাৰ চেষ্টা কৰে।

বিদেশৰ আপোন মানুহৰ মৰম চেনেহৰ মাজত লেখিকাই যেন খন্তেকলৈ হ'লেও নিজৰ ঘৰখনৰ কথাকে পাহৰি গৈছে। প্ৰত্যেকৰে মাজত তেওঁ ইমান আন্তৰিকতা বিচাৰি পাইছে যে তেওঁৰ সেইয়া প্ৰকাশ কৰাৰ ভাষা বিচাৰি নোপোৱা হৈছে। সুদীৰ্ঘ দিন বিদেশত থাকিও অসমীয়া খাদ্যাভাস পাহৰি নোযোৱা এইসকল অসমীয়াই লেখিকাক সুদূৰ আমেৰিকাতো মাছৰ টেঙা, খাৰৰ জুতি লোৱাৰ সুযোগ দিলে।

আমেৰিকাত ৰাষ্ট্ৰপতি নিৰ্বাচনৰ সময়ত চলা নিৰ্বাচনী বতাহজাকৰ লেখিকাই সুন্দৰ বৰ্ণনা দাঙি ধৰিছে। 'আমেৰিকাৰ নিৰ্বাচনী বতাহ' শিৰোনামৰ লেখাটোত হিলাৰী ক্লিণ্টন আৰু বাৰাক ওবামাৰ পৰিচয়মূলক বৰ্ণনা দাঙি ধৰাৰ লগতে ওবামাৰ ভাষণৰ কিছু কথাও লেখাটোত উল্লেখ কৰিছে। স্কুলীয়া অৱস্থাতে আন আন আমেৰিকানৰ দৰে তেওঁৰ মনতো দেশপ্ৰেম, দেশৰ প্ৰতি আনুগত্য কেনেদৰে শিপাইছে সেই প্ৰসংগৰ ওবামাৰ ভাষ্য লেখিকাই হুবহু দাঙি ধৰিছে। চাৰি জুলাই — আমেৰিকাৰ স্বাধীনতা দিৱস আৰু আগদিনা অৰ্থাৎ তিনি জুলাইৰ দিনা 'বাৰ্বিকিউ ফেষ্টিভেল' অনুষ্ঠিত হয়। আনন্দ উৎসৱৰ এই মেলাত পুতলা, বেলুন আদি বিক্ৰী হয়, যুৱক-যুৱতীসকলে নৃত্য-গীত কৰে আৰু মেলাত হোৱা লাভাংশ স্থানীয় স্কুল, কলেজ বা কমিউনিটি হস্পিতাললৈ আগবঢ়োৱা হয় বুলি লেখিকাই উল্লেখ কৰিছে। ফিলাডেলফিয়া, ৱাশ্বিংটনৰ বৰ্ণনাৰ লগতে আমেৰিকাৰ স্বাধীনতা যুদ্ধৰ ইতিহাসৰ বহু জানিবলগীয়া কথা ভ্ৰমণ কাহিনীখনিত বৰ্ণিত হৈছে।

'বিদেশৰ বাটে-ঘাটে লেছেৰি বুটলি' ভ্ৰমণ কাহিনীখন পঢ়ি উঠি পাঠকে দেশ হিচাপে আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাজনীতি, সমাজনীতি, শিক্ষা ব্যৱস্থা, কৃষ্টি-সংস্কৃতি, ইতিহাস, প্ৰবাসী লোকসকলৰ জীৱন চৰ্যা আদিৰ এক সম্যক ধাৰণা কৰিব পাৰিব। ভ্ৰমণ কৰা স্থানসমূহৰ গতানুগতিক বৰ্ণনা দাঙি ধৰিয়েই লেখক



ক্ষান্ত থকা বিধৰ এইখন ভ্ৰমণকাহিনী নহয়। সেই দিশৰ পৰা ই এখন অগতানুগতিক ভ্ৰমণ কাহিনী। অভিজ্ঞতাৰ বৰ্ণনাও মনোগ্ৰাহী হৈছে। প্ৰাঞ্জল ভাষাৰে, পাঠকৰ হৃদয় স্পৰ্শ কৰিব পৰাকৈ কৰা বিষয়ৰ বৰ্ণনাই ভ্ৰমণ কাহিনীখনি সুখপাঠ্য কৰি তুলিছে। গ্ৰন্থখনি পঢ়ি যাওঁতে এনে লাগে যেন লেখিকাৰ লগতে পাঠকেও যেনিবা ঠাইসমূহ ভ্ৰমণ কৰি ফুৰিছে। সুস্পষ্ট প্ৰকাশভংগী, ভাবৰ স্বচ্ছতাই লেখাসমূহক ক'তো দুৰ্বোধ্য কৰি তোলা নাই। ভ্ৰমণ কাহিনীৰূপত প্ৰকাশ কৰিলেও গ্ৰন্থখনিত এক স্বকীয়তা বিৰাজ কৰিছে অৰ্থাৎ ভ্ৰমণ বৃত্তান্ত বা ঠাইৰ বৰ্ণনাতকৈ সামগ্ৰিকভাৱে দেশখনক জনাৰ, বুজাৰ দিশত গুৰুত্ব প্ৰদান কৰা হৈছে। অকালতে মৃত্যুৱে আঁকোৱালি নোলোৱা হ'লে অঞ্জলি বৰুৱাৰ কাপেদি হয়তো আৰু অধিক মূল্যবান সাহিত্য কৃতি সৃষ্টি হ'লহেতেন।»»

# তোষপ্ৰভা কলিতাৰ ভ্ৰমণ কাহিনী 'জাপানত এভুমুকি আৰু অন্যান্য' এক অৱলোকন

## ড° জ্যোতিৰেখা হাজৰিকা

মধ্য যুগৰ পৰা আজি পৰ্যন্ত ভ্ৰমণক কেন্দ্ৰ কৰি অসমীয়া ভাষাত অনেক গ্ৰন্থ ৰচিত হৈছে আৰু এই গ্ৰন্থসমূহৰ মাজেদি লেখকৰ দৃষ্টিৰে পাঠকে সেই দেশ, ৰাজ্য কিম্বা অঞ্চলসমূহ চোৱাৰ এক সুৰুঙা উন্মোচিত হৈছে। সেয়ে ভ্ৰমণ সাহিত্যৰ মাদকতা অন্য সাহিত্যতকৈ কিছু পৃথক আৰু বৈচিত্ৰ্যৰে পৰিপূৰ্ণ। একোখন দেশ চোৱাৰ লগতে সেই দেশৰ মানুহক অধ্যয়ন কৰা, সমাজ-সাহিত্য-সংস্কৃতিৰ স'তে মুখামুখি হৈ নিজৰ স'তে তুলনা কৰা আদিৰ এক সুন্দৰ অৱলম্বন হ'ল ভ্ৰমণ। সম্প্ৰতি যাতায়ত ব্যৱস্থাৰ সুচলতাই মানুহক এই ক্ষেত্ৰত অনুকূল পৰিৱেশ আনি দিবলৈ সক্ষম হৈছে। এখন দেশ পৰিভ্ৰমণ কৰাটো আজি বিশ্বায়নৰ যুগত আগতকৈয়ো ক্ষিপ্ৰ আৰু সহজ হৈ পৰিছে। মাথোঁ তাৰ বাবে লাগে পৰ্যটকসকলৰ কিছু পূৰ্ব প্ৰস্তুতি, সু-স্বাস্থ্য আৰু ভ্ৰমণৰ মাদকতা উপলব্ধি কৰিবৰ জোখাৰে হাতত কিছু অৰ্থ। এনে এক পৰিকল্পনা হাতত লৈয়েই বিশিষ্ট কবি তথা অনুবাদক তোষপ্ৰভা কলিতাই এদিন উৰা মাৰিছিল স্বদেশৰ পৰা 'সূৰ্যোদয়ৰ দেশ' তথা 'প্ৰাচ্যৰ গ্ৰেট ব্ৰিটেইন' কিম্বা চেৰী ফুলৰ দেশঃ জাপানলৈ — যিখন জাপানৰ নাগাছাকি আৰু হিৰ'শ্বিমা এদিন নিমিষতে স্তব্ধ হৈ পৰিছিল পাৰমাণৱিক বোমা 'লিটল বয়' আৰু 'ফেট মেন'ৰ জৰিয়তে, যিখন দেশ ধ্বংসস্তুপৰ পৰা পুনৰ ফিনিক্স পখীৰ দৰে জী উঠিছিল মানুহৰ কৰ্মনিষ্ঠা আৰু সততা আৰু প্ৰযুক্তি বিদ্যাৰ সাৰ্থক ৰূপায়ণৰ জৰিয়তে। এই ভ্ৰমণক সাকাৰ ৰূপ দি লেখিকাই পাঠকৰ হাতে হাতে তুলি দিলে এখনি



সুখপাঠ্য গ্ৰন্থ — 'জাপানত এভুমুকি আৰু অন্যান্য'। এই যাত্ৰা আছিল পাৰিবাৰিক সূত্ৰে। জামাতা বিশিষ্ট কবি বিপুলজ্যোতি শইকীয়া আৰু কন্যা পূৰবীৰ আমন্ত্ৰণক্ৰমে স্বামী প্ৰসন্ন কলিতা আৰু লেখিকা জীমণি চৌধুৰীৰ স'তে জাপানলৈ যোৱাৰ আগতেই তোষপ্ৰভা কলিতাই জ্ঞান আহৰণ কৰিছিল সেই দেশৰ, সেই দেশৰ ভাষা-সাহিত্যৰ, সেই দেশৰ ইতিহাসৰ বিষয়ে — যাৰ ফলস্বৰূপে তেখেতে অসমীয়ালৈ অনুবাদ কৰি উলিয়াইছিল তেৎছুক' কুৰয়ানাগিৰ অতি জনপ্ৰিয় গ্ৰন্থ "ত'ত্ত'-চ্চান" (খিৰিকিমুখত অকণিজনী)। লগতে কথোপকথনৰ বাবে শিকি লৈছিল "দ'জ'য়'ৰ'ছিকু" (লগ পাই আনন্দিত হ'লো), 'আৰিগাতো গোজাইমাছ' (আপোনাক ধন্যবাদ), "চায়'নাৰা" (বিদায়) আদি কেইটিমান অত্যাৱশ্যকীয় জাপানী শব্দ — যাৰ উল্লেখ আৰু শিশুৰ দৰে থুনক-থানাক উচ্চাৰণে গ্ৰন্থখনত সোণত সুৱগা চৰাইছে।

২০০১ চনৰ ৩১ মাৰ্চৰ দিনা ডেৰ মাহৰ পৰিক্ৰমাৰে কৰা জাপান যাত্ৰাৰ ফলস্বৰূপে সৃষ্টি হোৱা 'জাপানত এভুমুকি আৰু অন্যান্য' শীৰ্ষক ভ্ৰমণ-গ্ৰন্থখনৰ প্ৰস্তাৱনাতে লেখিকাই বিনয়ভাৱে লিখিছে ঃ

> "বিদেশ ভ্ৰমণৰ বৃত্তান্ত লিখিবলৈ লৈ কিছু সংকুচিতবোধ কৰিছোঁ। কি ওলাব মোৰ কলমৰ পৰা? বিদেশ আৰু বিদেশীৰ অকুণ্ঠ প্ৰশংসা? স্বদেশ-স্বজাতিৰ নেতিবাচক অজস্ৰ খুঁতি-নাতি, দোষৰ লগত পদে পদে হেয়কাৰী তুলনা? তৃতীয় বিশ্বৰ নাগৰিক হিচাপে প্ৰথম বিশ্বৰ উজ্জ্বলতা, ঐশ্বৰ্য-প্ৰাচুৰ্য, সৌন্দৰ্য, বিজ্ঞান-প্ৰযুক্তি, সফলতা, পৰিচ্ছন্নতাৰ প্ৰতি মুগ্ধতাৰ অঞ্জলি প্ৰদান?"

পিছে এইদৰে সংকোচ অনুভৱ কৰিলেও কথাখিনি প্ৰকৃততেই সঁচা যে জাপানীসকলৰ দৰে অসমীয়াসকল হ'বলৈ বহু যুগ আৰু সংস্কাৰৰ প্ৰয়োজন হ'ব। আলাউদ্দিনৰ চাকিটো হাতত পোৱাৰ দৰে নিজক ক্ষিপ্ৰতাৰে এনেদৰে জাপানীসকলে সজাই তুলিলে, যাক দেখি যিকোনো লেখকেই একমুখে তেওঁলোকক প্ৰশংসা কৰিবলৈ তিলমানো কুণ্ঠাবোধ নকৰিব। গ্ৰন্থখনত সীমিত পৰিধিতে লেখিকাই জাপানৰ ভৌগোলিক পৰিচয় আগবঢ়াইছে যিটো এক

প্ৰশংসনীয় বিষয়। মুঠ এহেজাৰৰো অধিক দ্বীপৰ সমষ্টি এই ক্ষুদ্ৰ দেশখনৰ মুখ্য চাৰিটা দ্বীপ হ'ল উত্তৰ দিশৰ পৰা ক্ৰমে হ'ক্কাইড', হঞ্চু, ছিককু আৰু কিয়ুশ্বু। লেখিকাই ভ্ৰমণৰ কালছোৱাত ইয়াৰে দুটালৈ আৰু আন দুটা সৰু দ্বীপলৈ যোৱাৰ মনোৰম বৰ্ণনা গ্ৰন্থখনত সন্নিবিষ্ট কৰিছে।

অসমীয়া শব্দভাণ্ডাৰত জাপানী শব্দ — বিদ্যাৰ্থীক এই বিষয়ে পঢ়াবলৈ যাওঁতে দুই এটা শব্দহে আমাৰ সততে মনলৈ আহে। লেখিকাই বহুকেইটা জাপানী শব্দ গ্ৰন্থখনত সংযোগ কৰি বিদ্যাৰ্থীসকলৰো উপযোগী কৰি তুলিছে। যেনে ঃ আইনু (অসমীয়াত ছোৱালীৰ নামত প্ৰয়োগ 'আইনুজনীৰ চকুৰ মণিত দিনৰ পাহাৰ নাচি ছিল...', জাপানত এটা উপজাতিৰ নাম), হাইকু, হাৰাকিৰি, কিম'ন', ইকেবানা, বনছাই, চামুৰাই, জাপানীজ এনকেফেলাইটিছ আদি।

চেৰী ফুল ফুলাৰ বৰ্ণনা গ্ৰন্থখনৰ আটাইতকৈ সুন্দৰ আৰু নান্দনিক দিশ। বসন্ত কালত জাপান সুশোভিত হৈ পৰে চেৰী ফুলৰ সৌন্দৰ্যৰে। যেন সেয়া জাপান নহয়, নন্দন-কাননহে। লেখিকাই সেয়ে লিখিছে ঃ

"অজস্ৰ গছত একেলগে চেৰী ফুলি জাতিস্কাৰ হৈ থকাৰ সেই বহুশ্ৰুত, অলৌকিক সুন্দৰ দৃশ্যৰ ৰূপায়ণ জীৱনত প্ৰথমবাৰৰ বাবে দেখা পাই অভিভূত হৈ পৰিলোঁ। ...ইমান ফুল আৰু ইমান পৰিচ্ছন্নতা ইয়াৰ আগতে একেলগে কেতিয়াও দেখা নাছিলোঁ। বিস্মিত, পুলকিত হৈ আৰু আনন্দেৰে পৰিপূৰ্ণ মন লৈ ঘৰ পালোঁহি আৰু পূৰৱীক ক'লোঁ—সঁচাকৈয়ে, জীৱনটো সাৰ্থক হ'ল দেই।"

জাপানীসকলৰ পৰিচ্ছন্নতাবোধৰ কথা এই আলোচনাত সুকীয়াকৈ উল্লেখ নকৰিলে ভুল কৰা হ'ব। লেখিকাই এই বিষয়ে অতি সুন্দৰভাৱে এইদৰে অৱতাৰণা কৰিছে—

"...এওঁলোকৰ নিয়ম-শৃংখলা, পৰিষ্কাৰ-পৰিচ্ছন্নতাবোধ দেখিলে তৃতীয় বিশ্বৰ বাসিন্দা হিচাপে আমি তভক মানিবলগীয়া হয়। নিয়ম-শৃংখলাক, পৰিষ্কাৰ-পৰিচ্ছন্নতাক নিচেই সৰুৰে পৰা অভ্যাস কৰি কৰি এওঁলোকে স্বভাৱত



পৰিণত কৰি লৈছে। এওঁলোকৰ জীৱনৰ ধ্যানেই যেন নিজৰ সকলো কাম-কাজ আনৰ নয়ন-প্ৰাণ-মনৰ কাৰণে সুখকৰ কৰি তোলা, আনক কেৱল আনন্দহে দান কৰা, কাকো কোনো প্ৰকাৰে বিৰক্ত নকৰা, অসুবিধাত নেপেলোৱা। সৰু-ডাঙৰ সকলো কাম সেয়েহে হয়গৈ পৰিচ্ছন্ন, সৌন্দৰ্যময়, কাব্যিক। হেজাৰ হেজাৰ মানুহ গোট খালেও ক'তো কোনেও সৰু কাগজৰ টুকুৰা এটাও য'তে ত'তে দলিয়াই নেপেলায়, হয় যথাস্থানত ৰাখি দিয়ে, নহয় জেপত বা বেগত ভৰাই থয়।"

এয়ে জাপানীসকলৰ দায়িত্ব, কৰ্তব্য আৰু জীৱনবোধ আৰু তাৰ বিপৰীতে আমাৰ নিজৰ কথা ভাবিলে লজ্জাত শিৰ নত হয়। এনে বহু উদাহৰণেৰে লেখিকাই অসমৰ পাঠক সমাজক পৰোক্ষভাৱে পৰিৱেশ সচেতন হ'বলৈকে যেন সকীয়াইছে এনে বোধ হয়। বনভোজৰ নামত আমি আৱৰ্জনাৰে লেতেৰা কৰি থৈ অহা পৰিৱেশৰ বিপৰীতে জাপানীসকলে সমস্ত জাবৰ-জোঁথৰ ডাঙৰ জাবৰ ভৰোৱা ঠোঙাত ভৰাই গাড়ীত নিজৰ লগত লৈ অহা পৰিঘটনাৰ পৰা নিশ্চয় আমাৰ শিকিবলগীয়া আছে।

জাপানী মহিলাৰ আত্মসন্মানবোধ আৰু কৰ্মনিষ্ঠাৰ তুলনা নাই। এই কথা ভ্ৰমণ-কাহিনীত লেখিকাই বহুবাৰ বিবৃত কৰিছে। গাড়ীৰে ভ্ৰমণ কৰিব পৰা অঞ্চলসমূহ নিজে গাড়ী চলাই সংগ দিয়া লেখিকাৰ কন্যা পূৰবীৰ জাপানী বান্ধবী চিজুৰু, টমিক', মায়ুমীৰ কথা এই প্ৰসংগত স্মতৰ্ব্য। কেৱল চিজুৰুৱেই নহয়, তেওঁলোকৰ পৰিয়ালটোৰ আত্মীয়তাৰ উমাল স্পৰ্শ আৰু সান্নিধ্য, আতিথ্যবোধ—এই সকলো কথাই গ্ৰন্থখনত সুন্দৰকৈ লেখিকাই বৰ্ণনা কৰিছে।

জাপানীসকলৰ সময়-সচেতনতাও আমি শিকিবলগীয়া এক দিশ। আমি প্ৰায়ে সময়তকৈ বহু পিছত থকাৰ বিপৰীতে জাপানীসকলে এক মিনিটৰো অপ ব্যৱহাৰ নকৰে—

"জাপানীসকলৰ কাৰণে চাৰে সাত বজা মানে ঠিক চাৰে সাত বজা। এক মিনিটৰো ইফাল-সিফাল নকৰাকৈ এওঁলোকে হেনো সদায় ঠিক আহিম বুলি খাটাং কৰি থোৱা সময়টোতে বেল বজায়। ...এনে সময়ানুৱৰ্তী মানুহ পৃথিৱীত আন ক'ৰবাত

আছেও চাগে'—পিছে তাৰ বাতৰি নাপাওঁ।"

কিঅ'ট'লৈ বুলি লেখিকাই শ্বিনকানছেন (বুলেট ট্ৰেইন)ত ভ্ৰমণ কৰাৰ বৰ্ণনা অতি সুন্দৰ আৰু তথ্যসমৃদ্ধ। ভাৰতত আজি বুলেট ট্ৰেইন প্ৰচলনৰ গুণা-গঁথা চলাৰ বিপৰীতে "১৯৬২ চনৰে পৰা যোৱা চল্লিশ বছৰ ধৰি বুলেট ট্ৰেইন জাপানত চলিছে। ছেকেণ্ডৰ কাঁটালৈকে সময় ৰক্ষা কৰি কৰি অহাখন আহিছে, যোৱাখন গৈছে। দিনে-ৰাতিয়ে অবিৰাম চলি আছে। ইয়াৰ ব্যৱস্থাবোৰ ইমান সুনিয়ন্ত্ৰিত যে ইমান বছৰ ধৰি দুৰন্ত গতিত চলি থকা এই বুলেট ট্ৰেইনবোৰ এতিয়ালৈকে কোনোধৰণৰ দুৰ্ঘটনাৰ সন্মুখীন হোৱা নাই।" শ্বিনকানছেনত ভ্ৰমণ কৰাটোও অতি খৰচী। লেখিকাই যাত্ৰা আৰম্ভ কৰা হাকাটাৰ পৰা কিঅ'ট'লৈ দুঘণ্টা তেত্ৰিশ মিনিটৰ বাটত গাইগুটীয়া অহা-যোৱাৰ বাবদ ভাৰা আছিল পঁয়ত্ৰিশ হেজাৰ য়েনকৈ অৰ্থাৎ ভাৰতীয় টকাৰ হিচাপ মতে প্ৰায় চৈধ্য হেজাৰ টকা। ঘণ্টাত তিনিশ কিলোমিটাৰ বেগেৰে যোৱা এখন শ্বিনকানছেনত উঠি লেখিকাৰ মনৰ অৱস্থা কেনে হৈছিল তাৰ এক নিখুঁত বৰ্ণনা ঃ "... ... কেনেবাকৈ ব্যৱস্থাবোৰে নিয়ন্ত্ৰণ হেৰুৱালে আৰু আমাৰ দেশৰ দৰে মুখামুখি খুন্দা লাগিলে এনে দ্ৰুতগামী ৰে'ল গাড়ীৰ কি অৱস্থা হ'ব সেই কথা ভাবি মোৰ গা শিয়ৰি উঠিছিল।"

জাপানীসকলৰ খাদ্যাভাস সম্পৰ্কে উল্লেখ কৰা বৰ্ণনা বিস্তৃতভাৱে লেখিকাই গ্ৰন্থখনত উল্লেখ কৰিছে। খাদ্যৰ প্ৰতি ক্ষেত্ৰতে সচেতন হোৱা সত্বেও অহৈতুকী খেলিমেলিয়ে বাৰে বাৰে সমস্যাত পেলাইছিল লেখিকাক। নিৰামিষহাৰীৰ ভাও দিবলগীয়া হৈছে বাৰে বাৰে। সেয়ে হয়তো লেখিকাৰ এই অকপট স্বীকাৰোক্তি ঃ

> "আমি ভাৰতীয়সকলে কেৱল কি খাওঁ কি নাখাওঁ তাৰে চিন্তাত মন খুলি কোনো আনন্দমেলাত যোগ দিব নোৱাৰোঁ। মাছ যদি খাওঁৱেই, তেন্তে শুকান মাছৰ মৃদু গোন্ধ থকা (কাঠফুলা, তফু আদিৰ টুকুৰা ওপঙি থকা) মিছ'ছুপখিনিনো এঢোক মাৰিয়েই এৰিলোঁ কিয়? অক্টোপাছ, ঈল মাছ, স্কুইড আদিওতো মৎস্য সম্প্ৰদায় — একেই পানীত থকা জীৱ—সেইবোৰেনো কি জগৰ লগালে? শামুকো নাখাওঁ? সম্পূৰ্ণ নিৰামিষভাৱে চাউলৰ পৰা তৈয়াৰী চাকে'খিনিও যদি চাকি নাচাওঁ তেন্তে নিৰামিষকে খাওঁ বোলাৰ অৰ্থ কি? এনেকুৱাই হৈছে অৱস্থা। ... ...জাপানৰ খাদ্যৰ কথা আৰু ক'বলৈ কি আছে? সকলোৱে জনা কথাই যে জাপানীসকলে নোখোৱা বস্তুৰ তালিকা এখন কৰাই সহজ কাম হ'ব। ... ...খোৱা-বোৱাৰ ক্ষেত্ৰতো যে ধৰ্মৰ পৰা উদ্ভূত আজন্মৰ সংস্কাৰৰ নিষেধ থাকিব পাৰে তেনে কথা সৰ্বসাধাৰণ জাপানীক বুজাবলৈ যোৱাতকৈ ঢেকুৰা ঠাৰি এসোপা সিজাবলৈ লৈ বহি থকাই ভাল হ'ব। আমি নিজেওতো আজিকালি ধৰ্মীয় নে সংস্কাৰগত নিষেধ নামানি মুৰ্গী আদি খাওঁ।"

সি যি নহওক, জাপানী চাউলেৰে তৈয়াৰী পিঠা-পনা (মচি)বোৰ অতি সুস্বাদু। জাপানৰ ৰেস্তোৰাঁত নিৰামিষ খাদ্য বিচাৰি ফুৰা লেখিকাৰ খাদ্য সম্পৰ্কে দিয়া এই উদ্ধৃতি অতি চমকপ্ৰদ ঃ "খাদ্যৰ বাহিৰে জাপানৰ সকলো সুন্দৰ — দেশখন, মানুহবোৰ, মানুহৰ অন্তৰবোৰ। অপূৰ্ব, অনন্য সুন্দৰ।"

আমাৰ অসমৰ কথাকে ক'বলৈ গ'লে পৰ্যটনৰ বহু স্থলী মুকলি হৈ থকা সত্ত্বেও আজিও উপেক্ষিত, অনাদৃত।. চাৰে তিনি কোটিৰো অধিক জনসংখ্যাৰে ভৰা অসমে পৰ্যটনৰ ফালৰ পৰা বছৰি কিমান ৰাজহ লাভ কৰে সেয়া চিন্তনীয় বিষয়। ইয়াৰ বিপৰীতে প্ৰায় চৈধ্য লাখ জনসংখ্যাৰ কিঅ'ট'লৈ বছৰটোৰ ভিতৰত চাৰি কোটি পৰ্যটকৰ আগমন ঘটে। কিঅ'ট'ৰ দুহেজাৰৰো অধিক মঠ-মন্দিৰৰ ভিতৰৰ তেৰটা মন্দিৰক আৰু তিনিটা মঠক ৰাষ্ট্ৰসংঘই 'ৱৰ্ল্ড হেৰিটেজ ছাইট' হিচাপে স্বীকৃতি দিয়াৰ বিপৰীতে অসমৰ ইতিহাসপ্ৰসিদ্ধ দৌল-দেৱালয়, মঠ-মন্দিৰসমূহৰ তথৈবচ অৱস্থা অভয়াৰণ্যসমূহৰ জীৱ-জন্তুৰ নিৰাপত্তাহীনতা আৰু ইবোৰ চাবলৈ কিমানজন দেশী-বিদেশী পৰ্যটক অসমলৈ বছৰি আহে সঁচাকৈয়ে সেয়া বিচাৰ্যৰ বিষয়। এই বিষয়ে লেখিকাই সুন্দৰ আৰু চিত্তাকৰ্ষক হিচাপে বহু কথা গ্ৰন্থখনত উল্লেখ কৰিছে।

জাপানী গেইছা কিম্বা মাইক'ছান (আমাৰ প্ৰাচীন ভাৰতৰ নগৰ-নটী আম্ৰপালি, বাসৱদত্তাহঁতৰ জাপানী সংস্কৰণ)সকলৰ বিষয়ে সবিশেষ বিৱৰণ গ্ৰন্থখনত সন্নিৱিষ্ট হৈছে। এই গেইছাসকলৰ হাতৰ একো পিয়লা সেউজীয়া

চাহ খাবলৈকে ধনী পৰ্যটকসকলে বহু টকা খৰচ কৰে।

জাপান মানেই খৰচী দেশ। সৰু সুৰা স্মাৰকসূচক বস্তু একোটাৰে মূল্য এক-ডেৰ হাজাৰ য়েনৰ অধিক। এশ য়েন মানে ভাৰতীয় মূল্য চল্লিছ ঠকা। তাৰ মাজতো চিজুৰুহঁতে বহু য়েন খৰচ কৰি লেখিকাক পৰিয়ালসহ দামী কিম'ন' উপহাৰ দিয়া কথা মন কৰিবলগীয়া। আমাৰ লেখিকায়ো গামোচা, চাদৰ-মেখেলা, শাৰী উপহাৰ দি অসমীয়া সৌজন্যবোধৰ পৰিচয় দি সমতুলতা বজাই ৰাখিবলৈ সমৰ্থ হৈছে। এই বিনিময় যেন সমন্বয়ৰ বাৰ্তাবাহক—পঢ়ি গ'লে এনে অনুভৱ হয়।

জাপানৰ সকলো সুন্দৰ। বাট-পথ, জীৱন-জীৱিকাৰ সন্ধান, মানুহৰ মন ইত্যাদি সকলো। লেখিকাৰ মতে অটব্য বাঁহনিও যে পৰ্যটনৰ কেন্দ্ৰ হ'ব পাৰে ভাবিবই নোৱাৰি। লেখিকাৰ ভাবনা ঃ চেৰী ফুল চাবলৈকে জাপানলৈ কোটি কোটি মানুহ যোৱাৰ পৰত অসমতো কৃষ্ণচূড়া, সোণাৰু, এজাৰ, কেতেকী আদি বতৰৰ ফুলবোৰকে সঠিকভাৱে ৰোপণ কৰা হ'লে হয়তো পৰ্যটকৰ আকৰ্ষণৰ কেন্দ্ৰবিন্দু হ'লহেঁতেন।

গ্ৰন্থখনৰ অধ্যায় বিভাজনৰ শীৰ্ষকসমূহ অতি আকৰ্ষণীয়। 'হৰি মঞি কি দেখিলো যাদুৰ উদৰে' শীৰ্ষক অধ্যায়ত সম্প্ৰতি 'শান্তি নগৰী' নামে খ্যাত হিৰ'শ্বিমা নগৰ দৰ্শনৰ বৰ্ণনা লেখিকাই সন্নিৱিষ্ট কৰিছে। পিছে এই দৰ্শন সেই দ্বাপৰৰ যশোদাই কৃষ্ণৰ মেলা মুখত দেখা বিশ্বৰূপ নহয়, সেয়া আছিল আন এক বিধ্বংসী ৰূপ, মানুহৰ মগজুৰে গঢ়া। অধ্যায়টোত সন্নিৱিষ্ট হোৱা দ্বিতীয় বিশ্বযুদ্ধৰ ভয়াবহ বৰ্ণনা অতি হৃদয়স্পৰ্শী। জাপানীসকলে সেই ক'লা অধ্যায়টোৰ স্মাৰকখিনি অতি নিখুঁতভাৱে সংৰক্ষণ কৰি বিশ্ববাসীক সোঁৱৰাই আছে পাৰমাণৱিক শক্তিৰ নিৰ্মমতা আৰু নিষ্ঠুৰতা। অথচ ভাৰতকে মুখ্য কৰি বহু দেশে এই পাৰমাণৱিক শক্তিৰেই নিজৰে গৰীয়ান বুলি ক'বলৈ আজিও কুণ্ঠাবোধ কৰা নাই, যুযুৎসু মনোভাবৰ ওৰ পৰা নাই। পাৰমাণৱিক বোমাই তচ্নচ্ কৰি পেলোৱা হিৰ'শ্বিমাত এতিয়া চেৰী ফুল ফুলে। দুখৰ বাতৰি বিলায়ো আশা আৰু মিলনৰ বাবে, সংস্কাৰ আৰু সংশোধনীৰ বাবে হাতবাউলি মাতে পৰ্যটকক। লেখিকাই হিৰ'শ্বিমা নগৰ দৰ্শনৰ পাছত আৰু নাগাছাকি চাবলৈ আৰু নগ'ল। হৃদয়হীন মানুহৰ বৰ্বৰতাই নিঃশেষ কৰা লাখ লাখ মানুহৰ



কৰুণ আৰু শোকাবহ মৃত্যুৰ দুখৰ ভাৰ চকুৰে জানো আৰু চাব পাৰে, হিয়াই জানো সহিব পাৰে এই মৰ্মন্তুদ দৃশ্য? লেখিকাৰো বোধহয় সেয়ে হ'ল।

গ্ৰন্থখনিত সন্নিৱিষ্ট বিশ্ব ঐতিহ্যৰ অন্যতম ওপঙা তোৰণ থকা দ্বীপটোৰ বৰ্ণনা অতি সুন্দৰ। সাগৰৰ নীলা পানীৰ ঢৌৰ নাচোনৰ স'তে জিলিকি উঠিছে মিয়াজিমা দ্বীপ। এই দ্বীপ টৌলৈ সাগৰ-পথেৰে সোমাওঁতেই পোৱা যায় এই ওপঙা তোৰণখন। তাৰপৰা অলপ দূৰত আছে এটা ওপঙি থকা শ্বিণ্ট'ধৰ্মী মঠ। 'ইৎসুকুশ্বিমা জিনজা' নামৰ এই মঠটো খ্ৰীষ্টীয় ছয় শতিকাতে নিৰ্মিত। ইৎসুকুশ্বিমা জিনজাৰ কাঠৰ প্ৰাসাদটোৰ লগতে আছে 'নো' নাটকৰ অভিনয়ৰ কাৰণে এখন ওপঙা মঞ্চ। লেখিকাৰ বৰ্ণনা মতে, "জোৱাৰৰ সময়তে প্ৰজাসকলে নাৱেৰে আহি ওপঙা তোৰণৰ প্ৰৱেশ পথৰ যোগেদি ওপঙা মঠটোৰ কাঠৰ মঞ্চতভৰি দিয়েহি। মঠৰ পৰা ওভতাৰ পৰত পুনৰ জোৱাৰ অহালৈ বাট চাই থাকি জোৱাৰ আহিলেই পুনৰ তোৰণ পথেৰে মঠৰ পৰা তথা দ্বীপটোৰ পৰা নিষ্ক্ৰান্ত হয়।"

অৰ্ধ আকাশ নাৰী—এই মন্তব্য কিন্তু জাপানত সম্পূৰ্ণৰূপে নাখাটে। চিজুৰু বা তাইৰ ডাঙৰজনী ছোৱালী ছাছিএ'তোৰ দৰে দুই এগৰাকী নাৰীক ভ্ৰমণৰ কালছোৱাত লেখিকাই লগ পাইছে যিসকলে পুৰুষৰ তলত থাকি জীৱন নিৰ্বাহ কৰাৰ বিপৰীতে স্বাধীন মন আৰু সত্তাৰে শিৰ তুলি থকাৰ এক পৰিৱেশ স্ব-কৰ্মৰে গোটাই লৈছে। তাৰ বিপৰীতে কিন্তু লেখিকাই লগ পোৱা আন এগৰাকী জাপানী মহিলা টমিক' সম্পূৰ্ণৰূপে পৰম্পৰা আশ্ৰয়ী। লেখিকাৰ ভাষাৰে ঃ

"চিজুৰুৱে 'স্বামীসেৱা' ইচ্ছা কৰিয়েই অলপ কমকৈ কৰে, 'নিপুণা জাপানী গৃহকৰ্ত্ৰী হৈ ঘৰখন শিল্পদ্ৰব্যৰ দৰে যতনেৰে সজাই-পৰাই লৈ তাকে ৰখি বহি নাথাকে; মুঠৰ ওপৰত তেওঁ আৰু তেওঁৰ দৰে অনেক আধুনিকাই 'মানৱী' হিচাপে জীৱন কটোৱাৰ অধিকাৰ অৰ্জন কৰি লৈছে; কিন্তু টমিক' হ'ল সম্পূৰ্ণ প্ৰাচীনপন্থী জীৱন কটোৱা নাৰী। তেওঁৰ চকুৰ দুপাহিত যেন টোপনিয়ে লুকা-ভাকু কৰি থাকে। সোধাত কৈছিল যে (নিখুঁতভাৱে গৃহকৰ্ম আৰু স্বামীসেৱা কৰাৰ উপৰি) তেওঁ চাকৰি এটাও কৰিবলৈ লৈছে, ফলত দিনে মাত্ৰ তিনি ঘণ্টাকৈহে শুবলৈ পায়। তাতকৈ বেছি সময় শুবলৈ গ'লে

চাগে' তেওঁৰ স্বামীৰ সুখ-আৰামৰ কিবা কিবা হীন-দেড়ি ঘটিব বা তেওঁৰ শিল্প-সুষমামণ্ডিত ঘৰখনৰে কিবা ব্যতিক্ৰম ঘটিব।" এনে শোষণৰ পৰা জাপানৰ ৰাজকুমাৰী কিম্বা ৰাজৰাণীও কিন্তু সাৰি যোৱা নাই। এই বিষয়ে লেখিকাই কৰা বৰ্ণনা মৰ্মস্পৰ্শী ঃ "জাপান প্ৰাচীনপন্থী দেশ। মাৰ্কিন দেশত ডাঙৰ-দীঘল হোৱা বৈদেশিক দপ্তৰৰ চাকৰিয়াল মাছাক'ক জাপানৰ যুৱৰাজে বিয়া কৰাই অনাৰ পিছত তেওঁৰ বদনাম ৰৈ বৈ গৈছিল। তেওঁ হেনো খোজকাঢ়ি যাওঁতে স্বামীৰ পিছে পিছে নগৈ সমানে সমানে যায়, স্বামীয়ে ক'ব খোজোতেই তেওঁহে আগতে মাত মাতে—এনে অনেক বদনাম। আজিকালি অৱশ্যে তেওঁ জাপানৰ পৰম্পৰাগত নীতি-নিয়ম মানি চলা হ'ল।" গ্ৰন্থখন পঢ়ি উঠি মনত এনে ভাব হয়, আধুনিক প্ৰযুক্তি বিদ্যাৰে জাপানীসকলে আকাশ চুব খুজিলেও সিংহভাগ জাপানী নাৰীৰ মনৰ দিগন্ত এতিয়াও যেন ডেউকা ভগা বিহংগ সদৃশ। "তাহানিতে কনফুছিয়াছে নিৰূপণ কৰি দিয়া প্ৰভুৰ প্ৰতি ভৃত্যৰ, পিতাৰ প্ৰতি পুত্ৰৰ, অগ্ৰজৰ প্ৰতি অনুজৰ, স্বামীৰ প্ৰতি স্ত্ৰীৰ, বন্ধুৰ প্ৰতি বন্ধুৰ একান্ত আনুগত্যৰ সম্পৰ্কবিলাকৰ জেৰ টানি আজিও জাপানত কিছু প্ৰাচীনপন্থী পৰিয়ালত স্ত্ৰীৰ স্থান অৱনমিত হৈয়েই আছে।"

ভেণ্ডিং মেচিনৰ দেশ জাপান। লেখিকাৰ ভাষ্য অনুসৰি ভিন ভিন নামৰ মদ, চিগাৰেট, নানা ধৰণৰ কেণ্ডিজাতীয় বস্তু, ক'ল্ড ড্ৰিংক, ঠাণ্ডা চাহ আনকি গৰম চাহ পৰ্যন্ত এই মেচিনত পইচা ভৰাই উলিয়াই আনিব পৰা ব্যৱস্থাই ব্যস্ত লোকসকলক বহু পৰিমাণে উপকৃত কৰিছে। প্ৰতি পাঁচ মিনিট খোজ কঢ়াৰ বাটত এই ভেণ্ডিং মেচিনসমূহ ৰখীয়াবিহীন হিচাপে থকা সত্ত্বেও কোনো ধৰণৰ উৎখাত বা লুটপাতৰ ভয় নাই। অৱশ্যে কিশোৰ বা চেমনীয়াসকলক এই অবাধ সুবিধাৰ অপব্যৱহাৰে সমস্যাৰো সৃষ্টি কৰাৰ কথা লেখিকাই উল্লেখ কৰিছে।

মাতৃভাষাৰ অনাদৰ হয়তো অসমতে আটাইতকৈ বেছি। ৰাজ্যভাষাৰূপে স্বীকৃত হোৱাৰ পাছতো অনুভৱ হয়, ইংৰাজী ভাষাপ্ৰীতিৰ কবলত অসমীয়া ভাষা আজি যেন নিজ ঘৰতে এলাগী। অথচ, জাপানীসকলৰ মাতৃভাষা-প্ৰীতিৰ কথা পৃথিৱী বিখ্যাত। 'জিংলিশ্ব' আৰু অন্যান্য শিতানত তোষপ্ৰভা কলিতাই মাতৃভাষাৰ জৰিয়তেই কিদৰে জাপানীসকল সমৃদ্ধ হৈছিল তাৰ



বিৱৰণ অতি সুন্দৰভাৱে এইদৰে দিছে ঃ "দ্বিতীয় বিশ্বযুদ্ধৰ পিছত জাপানত ইংৰাজী ভাষাৰ প্ৰচলন বন্ধ কৰি দিয়া হৈছিল। তেতিয়াৰে পৰা আনকি বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যা বিষয়তো অকল নিজৰ ভাষাটোৰ ব্যৱহাৰৰ যোগেদিয়েই উন্নতি কৰি কৰি গৈ সিদিনাৰ সেই যুদ্ধবিধ্বস্ত দেশখন কেনেকৈ বিশ্বৰ এখন শীৰ্ষস্থানীয় সমুন্নত দেশ হ'লগৈ সেই কথা আমি আটায়ে জানো।" সি যি নহওক জাপানত এই ইংৰাজী ভাষা-বিদ্বেষ এতিয়া কমিছে আৰু ইংৰাজী ভাষা শিকাৰ লগতে জাপানীসকলৰ মাজত জাপানী ইংলিছ বা 'জিংলিশ্ব'ৰ ব্যৱহাৰ সততে পৰিলক্ষিত হৈছে। উচ্চাৰণৰ পাৰ্থক্য 'জিংলিশ্ব'ত সততে বিদ্যমান। ইয়াত প্ৰায়ে ব্যঞ্জনান্ত শব্দবোৰ মানুহৰ মুখে মুখে হয়গৈ স্বৰান্ত।

বৌদ্ধ ধৰ্মৰ জৰিয়তে জাপান আৰু ভাৰতৰ আন্তঃসম্পৰ্কৰ কথাও লেখিকাই তথ্যসহকাৰে গ্ৰন্থখনত ব্যাখ্যা কৰিছে। ধৰ্মৰ ক্ষেত্ৰত জাপানীসকল অতি উদাৰমনা। লেখিকাৰ মতে, "ভাৰতত হিন্দু ধৰ্মই যেনেকৈ বুদ্ধক ভগৱান সজাই বিষ্ণুৰ নৱম অৱতাৰ হিচাপে নিজৰ ধৰ্মৰ মাজত সুমুৱাই ল'লে, যেনেকৈ জাপানীসকলে বুদ্ধৰ অৱলোকিতেশ্বৰ ৰূপটোক কান্নন নামে 'দয়াৰ দেৱী' হিচাপে গ্ৰহণ কৰি আকৌ তাত খ্ৰীষ্টান ধৰ্ম নিষিদ্ধ ঘোষিত হৈ থকা কালছোৱাত মাতৃ মেৰীক সুঁৱৰি তাকে 'মেৰিয়া কান্নন'লৈ পৰিবৰ্তিত কৰি উপাসনা কৰিবলৈ ল'লে।"

আগ্নেয়গিৰি আৰু ভূমিকম্পৰ দেশ হিচাপেও প্ৰখ্যাত জাপান। জাগ্ৰত অৱস্থাত এতিয়াও জাপানত আছে বহু আগ্নেয়গিৰি, আছে মাউণ্ট আছ' আগ্নেয়মণ্ডল। পাঁচটা শৃংগৰে গঠিত এই মাউণ্ট আছ' আগ্নেয়মণ্ডলৰে নাকাডাকে' শৃংগত বহুকাল ধৰি সক্ৰিয় হৈ থকা আগ্নেয়গিৰি চাবলৈ গৈ লেখিকাই বৰ্ণনা কৰিছে কেনেকৈ আগ্নেয়গিৰি দৰ্শনক কেন্দ্ৰ কৰি বিশাল পৰ্যটন উদ্যোগ গঢ়ি উঠিব পাৰে জাপানত। মাউণ্ট আছ'ৰ পাঁচোটা শৃংগৰ পাহাৰ লানি দূৰৈৰ পৰা দেখিলে এনে অনুভৱ হয় যেন সেয়া শায়িত বুদ্ধ'হে—জাপানীসকলৰ বাবে 'শ্লীপিং বুদ্ধ'। তাতেই লেখিকাই অতি ওচৰৰ পৰা দেখা পাইছে শ্যেলীৰ কবিতাৰ জীৱন্ত স্কাইলাৰ্ক পখীক। ৰ'ড'ডেণ্ড্ৰন, কেমেলীয়া, মেগ্ন'লিয়া ফুলে শোভা বঢ়োৱা; ৰঙা আৰু হালধীয়া টিউলিপ আৰু চেৰী ফুলে পৰ্যটকক হাতবাউলি মতা জাপানত এই স্কাইলাৰ্ক পখীয়েও যেন মৰ্ত্যলৈ

কঢ়িয়াই আনিছে সৰগীয় বাৰ্তা। এনে পৰিৱেশৰ মাজতে বতাহত গন্ধকৰ গোন্ধ লৈ লেখিকা জ্বালামুখীৰ কাষ পাইছিলগৈ যদিও জ্বালামুখীৰ পৰা বিষাক্ত গেছ নিৰ্গৰিত হোৱাৰ বাবে ওপৰৰ পৰা চোৱাৰ সৌভাগ্য আৰু নহ'ল।

"ছায়'নাৰা"—বিদায় সম্ভাষণ জনোৱা এই অধ্যায়টিত লেখিকাই বৰ কৌশলগতভাৱে জাপানৰ উদাৰ টেক্সী সেৱাৰ স'তে ভাৰতীয় মানসিকতাৰ তুলনা কৰিছে এইদৰে ঃ

"প্ৰথম জোকাৰণিটো খালোঁ, বুজি পালোঁ—ভাৰত পালোঁহি।

তাৰ পিছত আছাম-হ্যউছলৈ বুলি, প্ৰী-পেইট টেক্সীত উঠি অলপ দূৰ আগবাঢ়োঁতেই সুখস্বপ্নৰ সম্পূৰ্ণ অৱসান ঘটিল।

প্ৰী-পেইড হোৱা সত্ত্বেও কৰ্কশ দৰ্শন টেক্সী-ড্ৰাইভাৰে উদ্ধতভাৱে দাবী কৰা আৰম্ভ কৰিলে—'মাল-বস্তুৰ কাৰণে সুকীয়াকৈ ত্ৰিশ টকা দিব লাগিব। অঁ এইটো নিয়ম হৈ গৈছে।'

হয়, আমি স্বদেশ পালোঁহি।"

ভাৰতীয় মানসিকতাৰ নিদৰ্শন ইয়াতকৈ আৰু কি লাগিছে?? আৰু জাপানী মানসিকতা? আমাৰ স'তে তুলনা নহয় আৰু সেইবাবেই তেওঁলোক চিন্তাধাৰা আৰু কৰ্মৰ জৰিয়তে আগবাঢ়িবলৈ সমৰ্থ হৈছে সময়ৰ লগে লগে।

জাপানত এভুমুকি মৰাৰ পিছত গ্ৰন্থখনিত লেখিকাই অন্যান্য সংযোজন শিতানত 'উন্মাদনাৰ দিন ঃ অনুতাপৰ দিন', "হানাৰ ছুটকে'ছ" আৰু 'এটা অবিশ্বাস্য সত্য কাহিনী' শীৰ্ষক তিনিটা বিশেষ লেখা সংযোজন কৰিছে। উল্লেখযোগ্য যে, এই বিশেষ লেখা তিনিটাই সকলো পাঠকৰে হৃদয় নিশ্চয় স্পৰ্শ কৰিব।

'উন্মাদনাৰ দিন ঃ অনুতাপৰ দিন'—এই বিশেষ লেখাত এৰিক লোমাক্স আৰু জাপানী দোভাষী তাকাশ্বি নাগাছে'ৰ বিশ্বযুদ্ধৰ পঞ্চাশ বছৰৰ পাছত 'চৰম ঘৃণাৰ পৰা পৰম ক্ষমালৈ' পৰিণত হোৱা পুনৰ মিলনৰ মুহূৰ্ত বৰ্ণিত হৈছে। "হানাৰ ছুটকে'ছ" শীৰ্ষক লেখাত আঠ বছৰীয়া ইহুদী শিশু হানাৰ গেছ চেম্বাৰত অবৰ্ণনীয় কৰুণ মৃত্যু আৰু পিছলৈ বিশ্ববন্দিত হোৱা তাইৰ কণমানি ছুটকে'ছটোৰ বিষয় উল্লেখনে সকলো পাঠককে কৰুণ-বিহ্বল কৰি তুলিব। 'এটা অবিশ্বাস্য সত্য কাহিনী' শীৰ্ষক বিশেষ লেখাত মানুহৰ প্ৰবল আত্মবিশ্বাস



আৰু সেই আত্মবিশ্বাসে আনি দিয়া আত্মপ্ৰতিষ্ঠাৰ কথা অ'ত'-চ্চান নামৰ জন্মগতভাৱেই হাত-ভৰি নোহোৱা এজন ব্যক্তিৰ সফল জীৱন-চৰ্যাৰ জৰিয়তে পাঠকলৈ আগবঢ়োৱা হৈছে। সেইবাবেই এই তিনিওটা লেখাই গ্ৰন্থখনক আন এক সুকীয়া মাত্ৰা প্ৰদান কৰিবলৈ সক্ষম হৈছে।

তোষপ্ৰভা কলিতাৰ লেখন-শৈলী অপূৰ্ব। একাষাৰে ক'বলৈ গ'লে জাপান দেশ আৰু জাপানীসকলৰ সমাজ-সংস্কৃতিৰ প্ৰায়বোৰ দিশকে ভুৰুকাত হাতী ভৰোৱাদি মাত্ৰ ১০৮ পৃষ্ঠা (অন্যান্য সংযোজন বাদ দি)ৰ মাজত লেখিকাই অতি সুন্দৰ আৰু নিখুঁতভাৱে উপস্থাপন কৰিবলৈ সক্ষম হৈছে। একে বহাতে পঢ়ি শেষ কৰিব পৰা আউল নলগা ভাষা-শৈলীৰে গ্ৰন্থখন ৰচিত। ভৱিষ্যতে জাপান দৰ্শনৰ বাবে ইচ্ছুক পৰ্যটকৰ বাবে এই গ্ৰন্থখন বিশেষ সহায়ক হ'ব বুলি আশা কৰিব পাৰি। এনে গ্ৰন্থ সঁচাকৈয়ে অসমীয়া ভ্ৰমণ-সাহিত্যৰ এক অমূল্য সম্পদস্বৰূপ।▸▸

# বিদেশ ভ্ৰমণ আৰু সাহিত্য-পঠন

## কৰবী ডেকা হাজৰিকাৰ চাৰিখন গ্ৰন্থৰ মাজেদি

গায়ত্ৰীদেৱী গোস্বামী

ভ্ৰমণৰ অভিজ্ঞতা মানেই এজন ব্যক্তিৰ মন কোনো এখন ঠাইলৈ যোৱাৰ প্ৰস্তুতিৰ পৰা ঘূৰি অহালৈকে এক মানসিক ব্যস্ততা। সেই ব্যস্ততা ভৰা ভ্ৰমণৰ সমানে একোজন ব্যক্তিৰ মনৰ বিচৰণো এক গুৰুত্বপূৰ্ণ বিষয়। সেই অভিজ্ঞতা অনুভৱৰ ভাগ আনলৈকে ভগাই দিবলৈ বিচৰাতে ভ্ৰমণে সাহিত্যৰ ৰূপ পাইছে। কিন্তু সকলো ভ্ৰমণ কাহিনী যে সাহিত্য এনে হ'ব নোৱাৰে। কিন্তু যেতিয়া ভ্ৰমণকাৰীয়ে পাঠকক ভ্ৰমণৰ স্বাদ দিব পাৰে আৰু তাৰ লগে লগে নিজৰ কলমটোৰ কথা মনত ৰাখি পাঠকৰ মনত উপন্যাসৰ দৰে, গল্পৰ দৰে, কবিতাৰ দৰে সাহিত্যৰ স্বাদ দিবলৈ নাপাহৰে - ঠিক ভ্ৰমণত পৰিচায়ক বা পৰিচায়িকাই মনত পেলাই দি যোৱা ভিন্ন সুস্বাদু আহাৰৰ জুটিৰ দৰে কৌশলী লেখকে ভ্ৰমণ আৰু সাহিত্যৰ স্বাদ সমান্তৰালভাৱে যদি দিব পাৰে তেনে সেই ভ্ৰমণ সাহিত্যই পাঠকক আনন্দ দিয়াই নহয় — জাতীয় সাহিত্যৰ ভঁৰাললৈকো ভ্ৰমণ সাহিত্যৰ বিশেষ অৱদান যোগায়।

অসমীয়া সাহিত্যত তেনে এগৰাকী লেখিকা ড° কৰবী ডেকা হাজৰিকা। শিশু সাহিত্যৰ পৰা ভিন্ন সাহিত্য, অনুবাদ, কবিতাকে ধৰি গবেষণামূলক কিতাপ,পত্ৰ লিখা ড° কৰবী ডেকা হাজৰিকাই যোৱা দুটা দশকত ভ্ৰমণৰ গুৰুত্বৰ সমানে তৎপৰতাৰে তাক সাহিত্যৰ ৰূপ দিয়াটোতো গুৰুত্ব দিয়া দেখা গ'ল, এখন দুখনকৈ চাৰিখন কিতাপ।

প্ৰতিখন ভ্ৰমণ কাহিনীত যাত্ৰাৰ মধুৰ-স্মৃতি আৰু অভিজ্ঞতা, বিচিত্ৰ মানুহৰ নিখুঁত চৰিত্ৰাংকন, লেখিকাৰ নিজৰ মনৰ জগতত পাঠকক নিৰ্বাসন, বিভিন্ন ঠাই আৰু জানিবলগীয়া কথাৰ সম্ভেদ, প্ৰাচীন কাহিনীৰ উপস্থাপন,



যাত্ৰাৰ নিচিগা সময়েৰে অভিজ্ঞতাৰ বৰ্ণনাই যাত্ৰাৰ ক'তো যতি পৰিবলৈ নিদিয়ে। গতিকে ভ্ৰমণ সাহিত্য হিচাপে প্ৰতিখনেই সফল সুখপাঠ্য। ভাষা চুটি চুটি বাক্যৰ বাবে আৰু বৰ্ণনা সহজ-সৰল হোৱাৰ হেতু আমনি নালাগে। ভ্ৰমণ কাহিনীৰ নামকৰণ ব্যঞ্জনাময় কাব্যিক প্ৰকাশ হোৱাৰ হেতু ঠাইখনৰ প্ৰতি পাঠকৰ কৌতূহল জাগে - সুন্দৰৰ বাস্তৱৰূপ বৰ্ণনা পঢ়িবলৈ। দীঘলীয়া ভ্ৰমণক একো একোটা কাব্যিক অথবা ইংগিতসূচক শীৰ্ষৰে ভগাই লোৱাটো পাঠকৰ প্ৰতি লেখিকাৰ সচেতন সহযোগৰ পৰিচয়।

**নীলা সাগৰ আৰু সোণালী দেশ ঃ**

২০০০ খ্ৰীষ্টাব্দৰ ডিচেম্বৰ মাহত ডিব্ৰুগড়ৰ বনলতা প্ৰকাশনে প্ৰকাশ কৰা লেখিকাৰ আমেৰিকা - লণ্ডন (ফ্ল'ৰিডা, অৰ্লাণ্ডো, চিকাগো, নিউজাৰ্ছি, আটলাণ্টিক চিটি, ফিলাডেলফিয়া, লণ্ডন, ছিংগাপুৰ) প্ৰথম বিদেশ ভ্ৰমণৰ অভিজ্ঞতা। লেখিকাই নিজৰ লগতে কথা পতাৰ দৰে লেখাৰ কৌশলৰ বাবে পাঠকক প্ৰথমতেই নিজৰ মনৰ মাজত নিৰ্বাসন দি ল'লে। ভ্ৰমণ মানেই ঘৰৰ পৰা পৰিয়ালৰ পৰা আঁতৰি যোৱা। আপোন ঘৰখন এৰি সুদূৰ আমেৰিকালৈ দীঘলীয়াকৈ যোৱা মানেই এটা সেমেকা মন অৰ্থাৎ আন্ধাৰৰ অনুভৱেৰে পাঠকক নিজৰ মনলৈ চপাই লৈ কিতাপখন আৰম্ভ কৰিছে কল্পনাৰে নেদেখা দেশখন চাবলৈ - পোহৰৰ যাত্ৰা। পৰিয়ালৰ বান্ধোনৰ কঠিন মায়া এৰি কি পাবগৈ পাঠকৰ জানিবলৈ কৌতুহল নহৈ পাৰেনে! ছিংগাপুৰমুখী উৰাজাহাজত ফ্ল'ৰিডা বিশ্ববিদ্যালয়ৰ কন্‌ফাৰেন্সক উদ্দেশ্যি প্ৰথম বিদেশ ভ্ৰমণৰ উৰাজাহাজৰ ভিতৰ চ'ৰাৰ পৰিচায়ক, আহাৰকে ধৰি নিখুঁত ছবি, সহযাত্ৰীৰ চৰিত্ৰাংকন, চিত্ৰাংকনেৰে যাত্ৰাৰ আমোদ অনুভৱ কৰি ভাল লাগে।

ভ্ৰমণ কাহিনীত মাজে মাজে কবিতা কবিতা লগা মিঠা আবেশত ডুবি থাকিব পাৰি। "...পাতল নীলা পোহৰত প্লেনৰ ভিতৰখন সপোনপুৰী যেন লাগিছিল। মনটো এক শান্ত আবেশত ভৰি আছিল সুদূৰৰ কল্পনাই আনন্দৰ ভাব এটা আনি দিছিল...চেংগি এয়াৰপোৰ্ট আৰু ওচৰ পাজৰৰ ঠাইৰ সীমাহীন বিজুলী বত্তি লাখ লাখ জোনাকী পৰুৱাৰ দৰে ক'লা আন্ধাৰৰ মাজত তিৰবিৰাই জিলিকি আছে (সৰুকালৰ আন্ধাৰৰ বিশালতাত কোটি কোটি জোনাকীপৰুৱাৰ

বিচৰণ মনত পৰি গ'ল পঢ়োঁতে)। লাহে লাহে ডেউকা মেলা চৰাইৰ দৰে আমাৰ বিমান মাটিৰ ওচৰ চাপি আহিল।"

ত্ৰেভেল এজেন্সিৰ যোগেদি যোৱাৰ বাবে নিৰ্দ্দিষ্ট হোটেললৈ অহাৰ পথত লেখিকাই মনতে ভবাৰদৰে ছিংগাপুৰৰ ইতিহাসৰ কথা থোৰতে জনালে। হোটেল পোৱাৰ পাছত আকৌ বাস্তবৰ অভিজ্ঞতা। ভাষা সৰল, ৰসাল স্বগতোক্তি, সংলাপৰ যোগেদি অভিজ্ঞতাবোৰৰ পোনপটীয়া প্ৰকাশ। যেনে - "ছিংগাপুৰত এবিধ চৰকাৰী বাচ আছে। হ'পটপ বাছ বুলি কয়। প্লেনৰ বৰ্ডিং কাৰ্ডটো দেখুৱাই দিলে সেইধৰণৰ যি কোনো বাছত বিনামূলীয়াকৈ যাব পাৰি... মেৰুণ ৰঙৰ চুৰিদাৰ, ছানগ্লাচ আৰু হাইহিল পিন্ধি ছিংগাপুৰৰ বাটত ঘূৰি ফুৰোঁতে অকলে অকলে হাঁহি উঠিল - আমাৰ বিশ্ব বিদ্যালয়ৰ ছোৱালীবোৰে দেখা হ'লে। সিহঁতৰ কৰবী বাইদেউ এনে বেশত...।" সুন্দৰী ছিংগাপুৰ পাশ্চাত্যৰ পোহৰত আধুনিকা, ঐতিহ্যৰ সংৰক্ষণত গৰিমাময়ী —

চিৰনৱীনা তুমি
চিৰ পুৰাতনী
উজ্জ্বল যৌৱনৰ জিলমিল দুপৰত
তুমি খোজ কাঢ়ি আছা
পোহৰৰ পৰা পোহৰলৈ

এদিনীয়া ভ্ৰমণতে ছিংগাপুৰৰ নিখুঁত ছবি এখন দি আকৌ পোহৰৰ যাত্ৰা কৰিলে নিউয়ৰ্কলৈ। তাৰপৰা ৱাছিংটনহৈ মায়ামিৰ ফ্লৰিডা বিশ্ববিদ্যালয়লৈ। ছিংগাপুৰত লগ পালে মেনকাক। ভ্ৰমণ কাহিনীৰ শেষলৈকে উপন্যাসৰ নায়িকাৰ দৰে উপকাহিনীৰ অন্য এক যাত্ৰাসুখ পাঠকে পাই থাকিল মেনকাৰ জড়িয়তে। পাঠকৰ প্ৰতি সহৃদয় লেখিকাই এটা কাহিনীক নিটোলভাৱে উপন্যাসৰ স্বাদেৰে সজাই ভ্ৰমণ কাহিনীৰ সমান্তৰালকৈ লৈ গৈ আছে। মেনকাই পাঠকৰ বুকুত খোপনি পুতিছে। তেনেদৰেই মানুহ লগ পোৱাৰ, মানুহক জনাৰ, বিদেশত আপোনত্ব, বিজ্ঞান প্ৰযুক্তিৰ সৰ্বত্ৰ ব্যৱহাৰ, আলোচনাচক্ৰ সকলোবোৰতে পাঠকৰ ক'তো আউল নলগাকৈ লেখিকাৰ মনৰ সহযাত্ৰী হ'ব পাৰি। মায়াভৰা মায়ামিত আকৌ এটি মায়াময় চৰিত্ৰ সুকন্যা। এইবোৰ হৃদয়ৰ নিৰ্জন দ্বীপত লেখিকাৰ প্ৰবেশৰ অন্য এক ভ্ৰমণ স্বাদ (!) দিয়াৰ প্ৰয়াস। 'মায়ামি'



- টুৰিষ্টৰ বাবে সজাগ ঠাইখনৰ ছবিত ভালেমান বাৰ্তা আছে। বৰ্ণনা চাক্ষুস বাবে বৰ্ণনা নুবুলি ছবি বুলিব পাৰি। ডিজনি ৱৰ্ল্ডৰ চকুত চমক লগোৱা কাৰবাৰ। পোহৰ উপভোগ কৰিবলৈ লৈ লেখিকাই চকুৰ পানীৰে আন্ধাৰ দেখিছে - ঘৰত মাইনাক এৰি গ'ল যে! পৰিয়ালৰ বান্ধোনৰ কোমল অনুভৱবোৰে পাঠকৰো মনত জুৰ পেলায়। বগা ভালুকৰ দেশ উত্তৰ মেৰুৰ যাত্ৰাৰ স্বাদ - "প্লেনে টলং ভটং কৰিবলৈ ধৰিলে। আমাৰ ছিটবোৰ এনেকৈ সিফালে সিফালে হালি গ'ল - এই যেন মাটিত বাগৰি পৰিম। ছিট্‌বেল্ট নাথাকিলে লেঠাই। খিৰিকিৰে দেখিলো প্ৰচণ্ড বৰফৰ বৰষুণৰ ধুমুহা। প্লেনে লুটি বাগৰ মাৰিবলৈ ধৰিলে, এই যেন বাগৰি পৰিম - যাত্ৰীবোৰৰ চিঞৰ বাখৰ লাগি গ'ল।"... একেবাৰে উত্তৰ মেৰুৰ পৰিবেশ।

লেখিকা আৰু সহযাত্ৰী এনি হাজৰিকাই ৰামায়ণ সমাৰোহৰ অন্তত অৰ্লাণ্ডোত খোঁজ কাঢ়ি কাঢ়ি আমেৰিকাৰ গাঁও চোৱাৰ সিদ্ধান্ত ল'লে আৰু তাৰ অভিজ্ঞতাৰ বৰ্ণনা দিয়াৰ মাজতে আমেৰিকাৰ গাঁৱত ল'লে স্বামীৰ পদোন্নতিৰ বাৰ্তা। আন্ধাৰত পোহৰৰ চমকনি দেখাৰ আনন্দ দেখি অৰ্লাণ্ডোৰ কম্পিউটাৰ থকা লাইব্ৰেৰীটোৰ লোকে এপাহ হালধীয়া গোলাপ উপহাৰ দিলে। আৰু ফুলেৰে উপচি থকা টেবুল এখনত লেখিকাই দিয়া অসমীয়া ফুল তোলা ৰুমাল এখন সজাই থলে - চিন হিচাপে ৰাখি থব। মানুহৰ লগত মানুহৰ সম্পৰ্কৰ এই সৰু সৰু কথাবোৰৰ শিপা গভীৰ, তাৰ মূল্য একোৰে জোখা নাযায়।

ইয়াৰ পাছত চিকাগো, তাৰ পাছত নিউয়ৰ্ক ভ্ৰমণ। বৰদিনৰ আগে আগে যোৱাৰ বাবে সকলোতে উৎসৱৰ আয়োজন দেখাৰ অভিজ্ঞতা। লগতে 'ট্ৰাম্প তাজমহলৰ' কথা। ট্ৰাম্প এজন প্ৰসিদ্ধ কোটিপতি আৰু আমেৰিকাৰ সৰ্বশ্ৰেষ্ঠ ধনীসকলৰ অন্যতম। আমেৰিকাৰ প্ৰেছিডেণ্টৰ ইলেকশ্যনত উঠিব বুলিও মানুহে কোৱা মেলা কৰা শুনিছিল (২০১৬ ত এতিয়া প্ৰেছিডেণ্ট)। এই অতিপাত জাকজমক 'ট্ৰাম্প তাজমহল'ৰ এদিনৰ ব্যৱস্থাপনাৰ খৰচ বোলে ১.৩ মিলিয়ন ডলাৰ। লেখিকাৰ ভাষাত —

ওপৰত ৰাতিৰ আকাশ
পটভূমিত পোহৰৰ কাৰেং 'তাজমহল'
সমুখত সুবিশাল আটলাণ্টিক,

ইয়াৰ পাছত নিউজাৰ্ছি তাৰপাছত লণ্ডন বিশাল। ফ্ৰেংকফোৰ্ট এয়াৰপৰ্টৰ বৰ্ণনাৰ পাছত হিথ্ৰ এয়াৰপৰ্টৰ ছবি তাৰপাছত লণ্ডন। Royal Court of Justice, টাৱাৰ অব লণ্ডন, টেমছ নদী এইবিলাকৰ সমানে ইকবাল, আজাহাৰৰ দৰে বিশেষ চৰিত্ৰ কেইটামান লগপোৱাৰ স্মৃতিও বহুত বেছি গুৰুত্বপূৰ্ণ। সাধাৰণতে বিদেশ ভ্ৰমণ পেকেজ টুৰৰ যোগেদি কৰা যায়। লেখিকাৰ সহযাত্ৰীৰ সৈতে নিজাববীয়াকৈ খোজকাঢ়ি বাছত উঠি, ৰেলেৰে ভ্ৰমি, ঠাই চাই ফুৰাৰ পৰাও বহুত কথা, বহুত সৰু সৰু কথাও জনোৱাত সুবিধা বাঢ়িছে। বিখ্যাত মেডাম টুছুৰ ৱাক্স মিউজিয়ামৰ বৰ্ণনাতো লেখিকাই ৰসিক উপস্থাপনেৰে সাহিত্যৰ সোৱাদ দিছে। তেনেদৰেই স্পিৰিট অৱ লণ্ডনৰ বিভৎস দৃশ্যৰ আতংক বৰ্ণনাত ভয়াবহ।

ভ্ৰমণ কাহিনীখনত জানিবলগীয়া ঠাইৰ বিষয়ে, অনুষ্ঠানৰ বিষয়ে ভাবগধুৰ, তথ্য সমৃদ্ধখিনিৰ বিপৰীতেও আছে "ফুল, ঘাঁহ, চৰাইৰ মাতেৰে মিশ্ৰিতি গোন্ধ", দেৱতা যেন একোজন মানুহৰ সান্নিধ্য — " ভগৱানে চাগে এনেকৈয়ে মানুহৰ যোগেদি মানুহক সহায় কৰে।"

পাশ্চাত্যৰ আস্বস্ত আৰু পাশ্চ্যৰ অস্বস্তিৰে ভ্ৰমণ কাহিনীৰ ইতি পৰিব খুজিছিল যদিও পূবৰ, ভাৰতৰ-পাকিস্থানৰ আৰু পাশচাত্যৰ মানুহৰ নিৰ্মল সান্নিধ্যৰ অন্য এক গুণগুণনিয়ে গৃহভূমিত লেখিকাৰ বুকু ভৰি উঠিছে - মানুহৰ দেশহীন নিৰ্মল বন্ধুত্ব আৰু মৰমৰ সুৰীয়া স্মৃতিৰে। একেটা বহাতে পঢ়ি শেষ কৰিবলৈ মন যোৱা "নীল সাগৰ আৰু সোণালী দেশ" সাহিত্যৰ উপাদানেৰে সমৃদ্ধ এখন মনোৰম ভ্ৰমণ কাহিনী।

**ছেউজীয়া চীন ঃ**

২০০৭ খ্ৰীষ্টাব্দৰ জানুৱাৰিত ধেমাজীৰ কিৰণ প্ৰকাশনে প্ৰকাশ কৰা লেখিকাৰ দ্বিতীয়খন ভ্ৰমণ গ্ৰন্থ। পাৰ্ল বাকৰ উপন্যাস, লু চুনৰ কবিতা, মাও চে টুঙৰ ব্যক্তিত্ব, হিউৱনে চাঙৰ দেশ চীনলৈ বুলি ড° কৰবী ডেকা হাজৰিকাই সাহিত্য অকাডেমীৰ দহজনীয়া দলৰ এজন হৈ যাত্ৰা কৰিছে। চীনা লেখক সংঘৰ আমন্ত্ৰণক্ৰমে মালয়েছিয়া হৈ বেইজিঙত নামিছেগৈ। 'বেইজিং পালোহি' শীৰ্ষত হোটেল, খাদ্য, প্ৰাকৃতিক দৃশ্যৰ উপৰিও কেইবাকিলোমিটাৰ জুৰি এখন



ছবিৰে ভৰা প্ৰাচীৰৰ বৰ্ণনা কৰিছে — সেই ছবিত বাটৰ কাষৰ হাজাৰ হাজাৰ ফুল যেন দেখা গৈছে... সেইখন চিমেণ্টৰ দেৱাল নহয়, ভিতৰত নিৰ্মাণ কাৰ্য চলি থকাৰ হেতু কেনভাজৰ আৱৰণ — বিস্ময় হ'বলগীয়াকৈ কলা সুলভ মনৰ পৰিচয়। আমাৰ ইয়াতো আজিকালি বেৰা দি নিৰ্মাণ কাৰ্য্য চলে, কিন্তু !! বেইজিঙ একাপ 'ছেউজীয়া চাহেৰে' আৰম্ভ হোৱা ভ্ৰমণ অভিজ্ঞতাই মধুৰ গতি লৈ গৈ আছে -।

কিতাপখনৰ বিভিন্ন শীৰ্ষত ভগাই লোৱাৰ বাবে ভ্ৰমণ অভিজ্ঞতাক বিভিন্ন দিশৰ পৰা চাবলৈ চীন দেশক বিভিন্ন দিশৰ পৰা বুজিবলৈ সুবিধা হৈছে। ৫ম শীৰ্ষ 'স্বৰ্গ মন্দিৰ'। ই প্ৰাচীন চীনৰ স্থাপত্য কলাৰ অপূৰ্ব নিৰ্দশন। স্বৰ্গৰ উপাসনাৰ বাবে বৃহত্তম পুৰাতাত্বিক প্ৰকল্প আৰু ইয়াক ১৪২০ খ্ৰীষ্টাব্দত নিৰ্মাণ কৰা হৈছিল। কৃষি উৎপাদন ভাল হ'বলৈ তাত প্ৰাৰ্থনা কৰা হৈছিল। ১৯৯৮ চনত বিশ্ব ঐতিস্যৰ অন্তৰ্ভুক্ত হয়। প্ৰতিধ্বনি প্ৰাচীৰ ঃ মন্দিৰৰ ৰত্নভাণ্ডাৰৰ লগতে এখন প্ৰতিধ্বনি প্ৰাচীৰ আছে। প্ৰাচীৰৰ কোনো এঠাইত ফুচফুচাই কথা ক'লে আনফালে পৰিষ্কাৰকৈ শুনা যায়। সংলাপ শিলা (১৮ নং শিল) তাৰ ওপৰত উঠি কথা ক'লে উত্তৰ পুব আৰু উত্তৰ পশ্চিম কোনত পৰিস্কাৰকৈ শুনা যায় (দূৰত্ব ৩৬ মিটাৰ), তিনি প্ৰতিধ্বনি শিলা ঃ প্ৰাৰ্থনা কৰাৰ প্ৰথম শিলত ভৰি দি চাপৰি বজালে বা কথা ক'লে এবাৰ প্ৰতিধ্বনি, দ্বিতীয়টোত দুবাৰ, ৩য় টোত তিনিবাৰ প্ৰতিধ্বনি হ'ব। বিশেষ ধৰণৰ নিমজ ইটা আৰু বৃত্তাকাৰ গঠনৰ বাবে শব্দৰ ঢৌৱে এনেদৰে প্ৰতিধ্বনি তোলে। মন্দিৰৰ মধ্যত থকা 'স্বৰ্গ গহ্বৰ' নামৰ শিলচটাৰ পৰাও এনে প্ৰতিধ্বনি হয়। 'স্বৰ্গ মন্দিৰ' শীৰ্ষৰ লেখাত মন্দিৰৰ বিষয়ে ভালেমান কৌতূহলপুৰ্ণ কথা আছে। আঠাইছটা খুঁটা, ছাদৰ ৰং, সপ্ততৰা, নখলপীয়া চোতাল, ৰঙৰ ব্যৱহাৰ, ড্ৰেগনৰ চিত্ৰ আৰু বহুতো। এই মন্দিৰত আছে ৰাজকীয় স্বৰ্গ, স্বৰ্গৰ ৰাজকীয় ৰত্ন ভাণ্ডাৰ, স্বৰ্গৰ ৰান্ধনিশাল। মিং আৰু কিন্ সম্ৰাটসকলে স্বৰ্গৰ উপাসনা এই মন্দিৰত কৰিছিল। তাৰ কাৰণৰো ব্যাখ্যা আছে।

ছেউজীয়া চাহেৰে আৰম্ভ হোৱা চীনৰ আতিথ্য ছেউজীয়া পাচলিৰ পৰা নানাবিধ খাদ্যৰ বৰ্ণনা, বাট-পথ, মানুহ, লগতে ফুলবেছা কণমানি ছোৱালীজনীৰ লগত ফটো তোলাৰ অভিজ্ঞতা, হোটেলৰ পুৱাৰ খাদ্য সম্ভাৰৰ

বৰ্ণনাৰে সৰসহৈ ভ্ৰমণ কাহিনী আগুৱাই গৈ আছে।

এইবাৰ 'নিষিদ্ধ নগৰ' অৰ্থাৎ মিং ৰাজপ্ৰাসাদ য'ত আছে -- ৰঙা ইটাৰ প্ৰাচীৰেৰে আগুৰা আৰু বাহিৰত বহল গড় খাৱৈ। চীনত অসমীয়া কাপোৰসাজৰ প্ৰতি মানুহৰ আকৰ্ষণ বিশেষ গুৰুত্বপূৰ্ণ হৈ বৰ্ণিত হৈছে। "শেষ হৈ যোৱা যৌৱনৰ এচেৰেঙা সেউজীয়া"ই হুৱৰাইছে। এইখিনিতে দোভাষী চীনা যুৱক হুৱৰ মনৰ ভাগৰ আৰু ছিয়ান নগৰে উপকাহিনীৰ কৌতূহলেৰে ভ্ৰমণ সাহিত্যৰ অন্য এক স্বাদৰ পাতনি মেলিছে। তাৰ পাছত প্ৰতিবাদীৰ ওপৰত নিষ্ঠুৰভাৱে টেংক চলাই সমূহীয়া হত্যাকাণ্ডৰ (১৯৮৯, ৩ জুন) ঠাই টিয়ানমান স্কোৱাৰ -- য'ত একেসময়তে দহ হাজাৰ মানুহে বিচৰণ কৰিব পাৰে -- মধ্যত উৰি আছে স্বাধীন চীনৰ ৰঙা পতাকা -- উত্তৰে টিয়ানমান টাৱাৰ (ভিতৰত সাতখন দলঙেৰে জিন্ ছুই নদী -- সোণালী পানীৰ সেতু), দক্ষিণত মাও চেটুঙৰ স্মৃতিভৱন, পূবত ৰাষ্ট্ৰীয় যাদুঘৰ, পশ্চিমত জনতাভৱন।

'আধুনিক চীনা সাহিত্যৰ ৰাষ্ট্ৰীয় সংগ্ৰহালয়' শীৰ্ষৰ অধ্যায়ত আধুনিক চীনৰ সুখ্যাত লেখকসকলৰ লেখাকে ধৰি আধুনিকতা আৰু নান্দনিকতা জিলিকি থকা ৰং আৰু ৰেখাৰ সুষম বিন্যাসৰ চিত্ৰসমূহলৈকে বৰ্ণনা কৰিছে -- তদুপৰি সংগ্ৰহালয়ত লিখকসকলৰ স্মৃতি সংৰক্ষণৰ শলাগীবলগীয়া ব্যৱস্থাপনা -- সাহিত্যিক একোগৰাকীৰ সাক্ষাত লাভ কৰাৰ দৰে অনুভৱ হয়। লেখিকাই বৰ্ণনা কৰা টাং টাও বুক বেংকৰ বিচিত্ৰ সংগ্ৰহখিনিও জানিবলগীয়া, দৰ্শকৰ হিয়া চুই যোৱা সংগ্ৰহ। চীনা সাহিত্যৰ প্ৰবাদ পুৰুষ বা জিন আছিল এই সংগ্ৰহালয়ৰ স্বপ্নদ্ৰষ্টা।

চীনা সংঘত চীনা লেখকৰ লগত মত বিনিময় পৰ্বত ভাৰতীয়, চীনা সাহিত্য, চীন দেশৰ মহিলা লেখিকা, নাৰীবাদী চিন্তা, চীনা সাহিত্যলৈ প্ৰত্যাহ্বান, টিভি, সংগীত, চিনেমা ইত্যাদি বহু দিশত আলোচনা চলিল।

আহাৰৰ টেবুলত অধিক আপ্যায়ন আনহাতে নিৰামিষ ভোজীৰ খাদ্য গ্ৰহণৰ অসুবিধা এনে অভিজ্ঞতাই পাঠকক আকৰ্ষণ কৰিছে। "গৰম গৰম পাচলিৰ চুপ, সুদাকৈ দিবলৈ পাই তাত কণী দুটামান ভাঙি দিছে।" "বগা বগা ভাতকেইটা খাম কেনেকৈ? সেউজীয়া চাহত তিয়াই খালেহে হ'ব।" চীনা খাদ্যৰ বৈচিত্ৰ্যৰ প্ৰতি আকৰ্ষিত হৈ লেখিকাই কিন্তু খাদ্যৰ বিষয়ে জুকিয়াই "চীনা আহাৰৰ



জুতি" বুলি ভ্ৰমণ কাহিনীৰ গতিৰ পৰা আঁতৰি এটি অধ্যায় সুকীয়াকৈ লিখিছে -- যিবোৰ ইতিমধ্যে ভ্ৰমণ অভিজ্ঞতাৰ বৰ্ণনাতো আছে। হোটেলৰ বিনামূলীয়া কম্পিউটাৰ সেৱাৰ প্ৰতি লেখিকাৰ প্ৰশংসাত অধ্যায় শেষ হৈছে।

"চীনৰ প্ৰাচীৰ"ৰ অধ্যায়ত তথ্য আৰু সৰু সৰু ৰসাল অভিজ্ঞতা তাৰ মাজত উপকাহিনীৰ নায়ক হৈ পৰা হুৱে কৌতূহল বঢ়াইছে। হোটেলত ডাঙৰ ভেলভেট কাপোৰত সোণালী সুতাৰে ফুলৰ দৰে চীনা আখৰত লিখি থোৱা "এটা ফুলাম কবিতা" হুৱে লেখিকাক দেখুৱাইছে। কবিৰ নাম 'লি'। কবিতাটোৰ হুৱে ইংৰাজীত বুজাই দিয়া অৰ্থই পাঠকৰো মন চুই যায়। খোৱা টেবুলত এফালে খোৱা মাছটো ভাৰতীয় এজনে লুটিয়ালে। চীনা বিশ্বাস এফাল খাই মাছটো লুটিয়াই নিদিয়ে -- লুটিয়ালে হেনো মাছমৰীয়াৰ নাও দুৰ্ঘটনা হয় -- হুৱে টপৰাই কৈ উঠিল।

হুটং। আধুনিক চীনৰ বুকুত ৰক্ষিত হৈ আছে পুৰণি চীনৰ অন্য এটি ৰূপ -- পাঠকৰবাবে উপাদেয় অধ্যায় -- পৰ্যটকৰ আকৰ্ষণ থলি। হুটঙলৈ প্ৰকৃতাৰ্থত যোৱা নহলেও লেখিকাই ইয়াৰ বৰ্ণনা কৰিছে সুন্দৰকৈ।

বেইজিঙক বিদায় দি যাত্ৰা "মনোমোহা ছিয়ন"লৈ। লিফ্টতো সুন্দৰ ছবি। ৱেই নদীৰ পাৰৰ ধুনীয়া চহৰ -- চীনৰ সাংস্কৃতিক ৰাজধানী। ২২ কিঃমিঃ দীঘল প্ৰাচীৰ -- নগৰখনৰ বৰ্ণনাই পাঠকক ভ্ৰমণৰ আনন্দ দিয়াৰ উপৰিও লেখিকাৰ চুটি চুটি বাক্যৰ কাব্যিক ভাষাত প্ৰকৃতিৰ ৰূপৰ বৰ্ণনাই সাহিত্য পঢ়াৰ ৰসাস্বাদ দিয়ে, "তলৰ মুকলি ঠাইত হাজাৰ হাজাৰ সৈনিক ঘোঁৰা আৰু ৰথে শাৰী পাতি আছে, সঁচা নহয় পোৰা মাটিৰ। পৃথিৱীৰ অষ্টম আশ্চৰ্যৰ এটা টেৰাকেট্টা মিউজিয়ামলৈ যোৱাৰ অভিজ্ঞতা, চোৱাৰ অভিজ্ঞতাই ভ্ৰমণ কাহিনীখনে বিস্ময় আৰু আনন্দ অনুভূতিৰ খোৰাক যোগাইছে। খনন কাৰ্যত ওলোৱা হাজাৰজন সৈন্যৰ প্ৰতিমূৰ্তি, ৰথ, অস্ত্ৰ-সস্ত্ৰ আদিৰে টেৰাকোট্টা মিউজিয়াম। ৰেষ্টুৰেণ্টৰ ব্যতিক্ৰম অভিজ্ঞতায়ো ভ্ৰমণ কাহিনীক বৈচিত্ৰ্য ৰূপ দিছে। ছিয়ানৰ ঐতিহ্য বিচাৰি গৈ বুদ্ধৰ আঙুলি এটা প্ৰতিষ্ঠা কৰি অশোকে নিৰ্মাণ কৰা মন্দিৰ, ভাৰতৰে সম্পৰ্কিত পেগোডা চোৱাৰ অভিজ্ঞতা -- লেখিকাৰ সহযাত্ৰীৰ ভাষাত "চীনদেশত ভৰি নহ'লে এই দেশক বুজা নাযায়। কি বিচিত্ৰ সংস্কৃতি।" কথাষাৰৰ যুক্তি ভ্ৰমণকাহিনীখন পঢ়ি যাওঁতে পাঠকে উপলব্ধি কৰিব

পাৰিব। তাৰ মাজতে ৬২ চনৰ চীনা যুদ্ধৰ প্ৰভাৱৰ বৰ্ণনাই গতানুগতিকতাৰ পৰা আঁতৰাই পাঠকক খন্তেকলৈ ভিন্ন স্বাদ দিছে। এটা পেগোডাৰ নাম বনহংস (The wild goose pagoda) — চীনা পৰিব্ৰাজক হিউৱেন চাং এই মঠৰ মঠাধিকাৰ আছিল। ছিয়ান ভ্ৰমণৰ গাম্ভীৰ্যভৰা পৰিবেশৰ মাজতে সহযাত্ৰী সোমাৰ লগত লেখিকাৰ বাংলা ভাষাত তাৎক্ষণিক গীত ৰচনাই আকৌ ভিন্ন স্বাদৰ সুযোগ দিলে — তাৰ পাছত সুৰৰ, সংগীতৰ আলোচনা — তেনেতে ভাঁহি অহা চীনা ধৰ্মীয় সংগীতত অসমীয়া সুৰৰ মিল — ইত্যাদিৰে ভ্ৰমণ কাহিনীখন গহীন সাহিত্যৰসেৰে ভৰি আছে। ভ্ৰমণ কাহিনীৰ আৰু এটা উল্লেখযোগ্য দিশ দলটোৰ ব্যক্তিসকল যথেষ্ট ৰসিক হোৱাৰ বাবে কথোপকথনে পাঠকক হঁহুৱাই থাকে। গভীৰতাত ডুব গৈ থকাৰ মাজত অলপ হাস্যসুখ সকলোৱে বিচাৰে - সুখপাঠ্য হোৱাৰ ইয়ো এক কাৰণ।

পুনৰ ছিয়ানত লেখক সভা। আকৌ একেই বিস্ময়। বহুভাষিকতাৰ ভাৰতীয় সাহিত্য কেনেকৈ তিষ্ঠি আছে! সকলো আঞ্চলিক সাহিত্যৰ মাজেদি অখণ্ড ভাৰতীয় সত্ত্বা কেনেকৈ প্ৰতিভাত হয় ভাৰতীয় দলে বুজাই দিলে। চীনত ৫৬ টা ভাষা আছে যদিও ৯১% ভাগ লোকে মান্যভাষা "মান্দাৰিণ" ব্যৱহাৰ কৰে। ৫৬ হাজাৰটা চিত্ৰলিপিৰ তিনি হাজাৰটা সকলোৱে শিকিবই লাগে। মূল আঁক এঘাৰটাৰ দ্বাৰা আখৰ লিখা হয়।

হোটেলত দুই দেশৰ সাহিত্যিকৰ গভীৰ আলোচনাৰ অন্তত গীত কবিতাৰ জোৱাৰ আৰু ৰসিক কথা বতৰাই ভ্ৰমণ কাহিনীক অন্য এক গতি দিছে — লেখিকাৰ "ব্ৰহ্মপুত্ৰৰ পৰা হোৱাংহোলৈ" কবিতা ভাৰতৰ পৰা চীনলৈ হৃদয়ৰ এক সঁচা উপহাৰ।

"চীনা নৃত্য গীতৰ গধূলি" শীৰ্ষৰ অধ্যায় চীনা নৃত্য গীতৰ এক চমক। পাঠকে নেদেখিলেও সেই চমকৰ মধুৰতা অনুভৱ কৰিব পাৰিব।

ছিয়ান চহৰৰ মিউজিয়ামবোৰ পৰ্যটকৰ বাবে আকৰ্ষণৰ কেন্দ্ৰ। বিভিন্ন যুগৰ বস্তু, সমাজ জীৱনৰ চিত্ৰ, গাঁও, নগৰ সকলো পোহৰ, আন্ধাৰৰ আৰু পুতলা মানুহৰ সহায়ত সঁচা যেনকৈ দেখুৱাইছে। লেখিকাই বৰ্ণনাৰে তাৰ চাক্ষুস স্বাদ দিছে।

চাংহাইত সীমাহীন গছৰ শোভা, ধুনীয়া উৰণীয়া সেতু, চাংহাইৰ



প্ৰাকৃতিক সৌন্দৰ্যত মানুহ আৰু প্ৰকৃতি দুয়োটাই সমানে সহযোগিতা কৰাতো লেখিকাৰ চকুত পৰিছে — সেয়া এক দীঘলীয়া বৰ্ণনাৰে গৈ আছে। কেউফালে মন্ত্ৰমুগ্ধ কৰি তোলা সেউজীয়া। মধ্যবৃত্ত মানুহৰ যেন লগা কিছুমান ফ্লেট, তাৰ পাছত গৈ মুখৰ মাত হৰি নিয়া সুউচ্চ অট্টালিকা। — নিউয়ৰ্কৰ দৰেই গগনচুম্বী অট্টালিকাৰ বাবে চাংহাই বিখ্যাত; কিন্তু সেইবোৰ থিয় থিয় নহয়। বিভিন্ন আকৃতিৰ ছন্দ আছে শিল্প সুষমা আছে। চাংহাইৰ পুংখানুপুংখ বৰ্ণনা লেখিকাই দিছে। চাংহাইৰ প্ৰসিদ্ধ লেখকসকলৰ লগত আলোচনাত মিলিত হৈছে। চীনত ১৯২৭ চনৰ পৰা ২০০৭ চনলৈ অনুবাদ সাহিত্যই যথেষ্ট গুৰুত্ব পাইছে। ভাৰত, ফৰাচী, জাৰ্মান, ৰুচ ভাষাৰ পৰা প্ৰচুৰ গ্ৰন্থ অনুবাদ কৰিছে, শিশু সাহিত্যও সমৃদ্ধ আৰু শক্তিশালী আৰু তাৰ বাবে শক্তিশালী প্ৰকাশন গোষ্ঠী আছে। তদুপৰি অধিকসংখ্যক শিশু সাহিত্যিক মহিলা। টি.ভি., কাৰ্টুন, কম্পিউটাৰ গেমত ব্যস্ত শিশুৰ সমস্যা সৰ্বত্ৰ — চাংহাইতো। দুই দেশৰ প্ৰাচীন সংস্কৃতিয়ে কি দৰে সাহিত্যত মচিব নোৱাৰা সাঁচ বহুৱাইছে আৰু নতুন প্ৰজন্মই পুৰণি ঐতিহ্যক কিছু আওকাণ কৰাৰ বিষয়টোৱেই আলোচনাত গুৰুত্ব পাইছে। তদুপৰি লেখক আৰু সাহিত্যৰ প্ৰবীণ নবীনৰ দৃষ্টিভংগীৰ তুলনামূলক বিশেষণেৰে দীঘলীয়া আলোচনা হৈছে। "Selected works of by members of Shanghai, P.E.N. Centre' নামৰ বিবিধ ৰচনাৰ সংকলন এটিৰ পৰা লেখিকাই কবিতাকেইটামান অনুবাদ কৰি ভ্ৰমণ কাহিনীখনত চীনা কবিতাৰ সোৱাদ দিছে।

"চাংহাইৰ কলা কৃষ্টি" শীৰ্ষত চাংহাই মিউজিয়ামৰ অভিজ্ঞতা বৰ্ণনা কৰিছে। বুদ্ধৰ নতুন ৰূপৰ বিষয়ে আৰু অধিক জনাৰ সুবিধা হৈছে। চীনত বুদ্ধিসত্বই নাৰীৰূপ লাভ কৰিছে। শুভ্ৰতাৰা দেৱীমূৰ্ত্তি, বুদ্ধমূৰ্ত্তিৰ নতুন ৰূপ এঠাইত লানি পাতি বুদ্ধ, লোকপাল, কাশ্যপ, এঘাৰতা মূৰ থকা অৱলোকিতেশ্বৰ, শাক্যমুনি, অমিতাভ, মৈত্ৰেয়। সহস্ৰভূজ বুদ্ধমূৰ্তিও দেখা গ'ল। ব্ৰঞ্জশিল্পৰ তথ্য, ৰূপৰ সুন্দৰ টেমা আৰু পাত্ৰ তথা ৰূপ-শিল্পৰ তথ্য, চীনা চালে চকু-ৰোৱা পৰ্চেলিন, সাজপাৰ, তিনিৰংগী সাজ-বাচন, টাং চান চাই, বিভিন্ন অস্ত্ৰ, অৰ্পূব আৰ্ট গেলেৰী — সমগ্ৰ সংগ্ৰহ বিশ্বৰ চিত্ৰকলাৰ প্ৰতিনিধিত্ব কৰা শিল্প ইত্যাদিৰ পৰিচয়েৰে ভ্ৰমণ কাহিনীখন আমনি নলগা তথ্য সমৃদ্ধ সাহিত্য।

"চাংহাই এখন গতিশীল চহৰ" শীৰ্ষ লেখাত সাহিত্যত মহিলাৰ কথাৰে পঢ়ি আমোদ লগা চীনা সাহিত্যৰ পৰিচয়ৰ বিপৰীতে এগৰাকী মাতৃৰ অধিক সন্তান জন্ম দিয়াৰ উপৰিও দৰিদ্ৰতাৰ লগত সংগ্ৰামৰ কথা, — সেইদৰে চাংহাইৰ বিভিন্ন মনোৰম বৰ্ণনাৰ সাহিত্যৰ কথা বুজা যায়।

শেষৰ দিনটোত মহা বিপদৰ আতংক। টাইফুনৰ সম্ভাৱনা। বতাহ বৰষুণৰ মাজতে টংলি গাঁৱলৈ যোৱা, গাঁৱৰ মিউজিয়াম চোৱা, বাহনৰ যান-জঁটৰ মাজেদি চাংহাই পোৱা আৰু টাই ফুনৰ বাবে পিছদিনা আগতীয়াকৈ পুৱাই ভাৰতীয় দলটোক ঘূৰাই পথোৱাৰ ব্যৱস্থাত এয়াৰপৰ্ট পছুচাই দিয়াৰ কথা — তাৰ মাজতে হুৱেৰ কাহিনীয়ে গতি লৈ আছিল আৰু সমাপ্তি ঘটিছে লেখিকাৰ বুকুত টাইফুনত কৈয়ো অধিক ধুমুহা তুলি। পিছদিনা পুৱা নিৰাপদে এয়াৰপৰ্ট — সহযাত্ৰীৰ চীনা বস্তু অনাত বাধাৰ কথা এনেকৈ গৈ মালয়েছিয়া হৈ ভাৰতলৈ অহা লেখিকাই চীনা মানুহৰ মৰম চেনেহৰ, বন্ধুত্বৰ "একুকি নজহা নপমা ফুল" লৈ উভতিছে — ভাস্কৰ বৰ্মাৰ দেশৰ পৰা গৈ হিউৱেন চাঙৰ দেশৰ পৰা আনিছে প্ৰীতিৰ একুকি ফুল।

**গ্ৰীচ দেশৰ সূৰ্যমুখী দিন আৰু অপৰাজিতা ৰাতি ঃ**

২০১১ খ্ৰীষ্টাব্দৰ নৱেম্বৰ মাহত বনলতা প্ৰকাশনে প্ৰকাশ কৰা লেখিকাৰ তৃতীয়খন ভ্ৰমণ গ্ৰন্থ ।

এথেন্সত থকা "এথেন্স ইন্‌ষ্টিটিউট অৱ প্ৰডুকেছন এণ্ড ৰিছাৰ্চ" নামৰ শৈক্ষিক প্ৰতিষ্ঠানে আয়োজন কৰা ভাষা-সাহিত্যৰ আন্তৰ্জাতিক আলোচনাচক্ৰত যোগ দিয়াৰ উদ্দেশ্যে গৱেষণা পত্ৰৰ যুটীয়া লেখক হিচাপে দিল্লী জৱাহৰলাল নেহৰু বিশ্ববিদ্যালয়ৰ গৱেষক ছাত্ৰ তথা লেখিকাৰ পুত্ৰ কৌস্তভৰ সৈতে ভ্ৰমণৰ পাতনি মেলিছে। কিন্তু এই যাত্ৰাতে দহদিন থাকি এথেন্স চোৱাৰো হেঁপাহ আৰু সেইমতে আঁচনি।

ভ্ৰমণ কাহিনীখন পঢ়ি যাওঁতে বুজিব পাৰি লেখিকাৰ গ্ৰীক ঐতিহ্যৰ প্ৰতি এক গভীৰ আকৰ্ষণ। সেয়ে দেৱতাৰ দেশ গ্ৰীচৰ ভ্ৰমণ কালত দেৱী দেৱতাৰ নামবোৰ পাহাৰে, সাগৰে, যাদুঘৰে যতেই পাইছে আঁৰৰ কাহিনীবোৰ বৰ্ণাই গৈছে। যাতায়ত ব্যৱস্থা, দৃশ্যাৱলী, মানুহৰ, খাদ্যৰ কথাৰে ভ্ৰমণৰ স্বাদ,



লেখিকাৰ অনুভৱৰ স্বাদ আৰু তাৰ লগে লগে সাধু শুনোৱাৰ দৰে গ্ৰীচৰ প্ৰাচীন ঐতিহ্যত পাঠকক সানন্দ নিৰ্বাসন দিবলৈ সমৰ্থ হৈছে। দেৱ দেৱীৰ সংখ্যা যেনেকৈ অধিক ভ্ৰমণ কাহিনীত তেনেকৈ ইটোৰ পাছত সিটো কাহিনী সংলগ্ন হৈছে। লেখিকাই যাত্ৰাৰ ব্যৱধানত কটোৱা দীঘলীয়া সময়ৰ মাজত কাহিনীবোৰ খাপখাই সোমাই পৰিছে। অৱশ্যে প্ৰতিটো কাহিনী চকুৰে দেখা ঠাইৰ লগত মধুৰভাৱে সংশ্লেষিত। কিন্তু তাৰ বিপৰীতে লেখিকাৰ সমুখত সাক্ষাৎ দৃশ্য আছিল অত্যাধুনিক জীৱনৰ ছবি। তথাপিও দেৱ-দেৱী, উপদেৱতা, অপদেৱতা, জল-দেৱতা, পৰী, জলকুঁৱৰী আদিৰ কাহিনীৰে ভৰপূৰ প্ৰাচীন গ্ৰীক সাহিত্যৰ কথা-কাহিনীবোৰত ডুব গৈ থকা লেখিকাক এবাৰ কৌস্তভে সোঁৱৰাই দিলে — "পিছে তুমি গ্ৰীচৰ পৌৰাণিক জগতত থাকিলে নহব নহয়, অলপ আধুনিক জগতখনো চোৱাঁ।" সহযাত্ৰী পুত্ৰ একেলগেই আছে যদিও ক'ৰবাত ক'ৰবাতহে চুটি চুটি কথোপকথন আছে তাৰো বাকভংগীত পাঠকে মনে মনে মিচিকিয়াই হাঁহিবলগীয়া। লেখিকাৰ চৌপাশত অত্যাধুনিক জীৱন প্ৰবাহ! হয় পূৰ্বৰ দীঘল, আহল বহল পোছাকবোৰ ঐতিহ্যৰ প্ৰদৰ্শনলৈ ৰূপান্তৰিত হ'বলৈ ধৰিছে — সৰ্বত্ৰ। কিন্তু লেখিকাই এই পৰিৱৰ্তনক সময় সাপেক্ষে অথবা সাজপাৰৰ ক্ষেত্ৰত আধুনিকতা, শালীনতা আৰু সুবিধা সদায়ে আপেক্ষিক বুলি পোছাকৰ সুবিধা অসুবিধা বিচাৰ কৰিছে। কোনো ঠাইত জনগোষ্ঠীৰ পোছাকলৈয়ো মনত পেলাই কোনো কোনো ক্ষেত্ৰত পোছাক দেখাৰ অভিজ্ঞতাৰে বৰ্তমানক ৰিজাই চাইছে। পোছাকৰ এই সহজ গ্ৰহণক কলাৰূপে গ্ৰহণ কৰিব পাৰি — এনে এটা বাণীও শুনাইছে — যাৰ অৰ্থ অশালীনতাৰ বিপৰীতে নতুনক নতুন ৰূপহে গ্ৰহণ কৰাৰ সহজ বিবেচনা বুলিব পাৰি।

এথেন্সক অনুভৱ কৰিব পৰাকৈ সুকীয়া সুকীয়া শীৰ্ষ প্ৰয়োগ কৰি বেলেগ বেলেগ দিশত ভ্ৰমণ অভিজ্ঞতা নিৰ্দিষ্ট কৰাৰ বাবে ঠাইখনক বিভিন্ন কোণৰ পৰা চাবলৈ বুজিবলৈ সহজ হৈছে। লেখিকাৰ দৃষ্টিৰ পৰা প্ৰকৃতিৰ ৰূপ বৈচিত্ৰ্য, মানুহ, ব্যৱসায়-বাণিজ্য, সামাজিক জীৱন, পৰিয়ালৰ স্থিতি, প্ৰসাশন, জনতাৰ প্ৰতিবাদ, শিশু, যুৱ, মেকুৰী, কুকুৰ, পইতাচোৰা একো বাদ যোৱা নাই।

জখভত সূৰ্য্যাস্ত, ফটফটীয়া পানীৰ পৰিষ্কাৰ সাগৰ, এপলোৰ দেশ

ডেল্‌ফি, ডেল্‌ফিৰ এপলো মন্দিৰৰ ভৱিষ্যত গণনাৰ কেন্দ্ৰ । আলেকজেণ্ডাৰেও যাৰ অনুমতি, সিদ্ধান্ত লৈহে প্ৰতিটো অভিযানৰ বাবে সাজু হৈছিল, মাৰথনৰ যুদ্ধৰ পৰা মাৰাথন দৌৰলৈকে, থিব্‌চ চহৰ, মানৱী লেট'না, দেৱতা এপলোৰ কাহিনী, হাৰকিউলিছ, স্ফিংচ, ওডিপাছ, সাথৰ, ইডিপাছ, গ্ৰীক ভাস্কৰ্যৰ বিশেষত্ব, পিথিয়ান গেমছ, জলফাইৰ গুৰুত্ব, ছক্ৰেটিছ, শতোৰ্দ্ধ দীৰ্ঘজীৱী লোকৰ গাঁও আৰাকোভা, হাইদ্ৰা-পেৰোছ-এজেইনা-এই তিনিটা দ্বীপত ভ্ৰমণ, পৃথিৱীৰ অন্যতম সুন্দৰ দ্বীপ ছাণ্টোৰিণি, এথেন্সৰ ৰাষ্ট্ৰীয় উদ্যান, প্ৰথম অলিম্পিকৰ ক্ষেত্ৰ, সাজপাৰ, দোকান বজাৰ, ভিক্ষাৰী, বাংলাদেশী, প্ৰসাশন, জনসাধাৰণ, পৰিয়াল সকলো দিশ প্ৰতিফলিত কৰা এখন ভ্ৰমণ কাহিনী য'ত আকৌ সুবিধা বুজি মানুহৰ ভিতৰ চ'ৰাত প্ৰবেশ — সাহিত্যৰ সমল। পাহৰিব নোৱৰা সাগৰৰ নীলাখিনিৰ দৰে, সোণালী ৰ'দৰ দৰে - এলিনা নামৰ সোণালী দেহাৰ ধুনীয়া মানুহজনীক বাহৰেইনৰ পৰা চকুৰে বুটলি নি লেখিকাই শেষত ভিতৰৰ হুমুনিয়াহ এটা লগত লৈ আহিল। এলিনাৰ পুত্ৰস্নেহে কি ৰূপ পালেগৈ পাঠককো কৌতূহলত ৰাখিলে — এয়াই বিশ্বজনীন মানৱীয় অনুভূতি। এনেদৰে বিভিন্ন অভিজ্ঞতাৰে এখন সুখপাঠ্য। ভ্ৰমণ আগবাঢ়ি গৈ থকাৰ অন্তত লেখিকাই আকৌ চমুকৈ এথেন্সৰ বিষয়ে জুটিয়াই নিৰ্দিষ্টকৈ লিখিছে। গ্ৰীচৰ দেৱ দেৱতাৰ প্ৰাচীন সাহিত্য সম্পৰ্কেও এটা শীৰ্ষ সংযোগ কৰিছে "দেৱতাৰ দেশ গ্ৰীচ"। এথেন্সক সামগ্ৰিকভাৱে বুজাত প্ৰাচীন গ্ৰীচক কল্পনা কৰাত সুবিধা হৈছে। লেখিকাৰ কেইশাৰীমান বাক্যৰ উদ্ধৃতি দিলে এথেন্সৰ ছবি এখন অনুমান কৰিব পৰা যাব —

...আকৌ সেই ধুনীয়া চকু জুৰ পেলোৱা পাহাৰ, অৰণ্য, নীলা পানীৰ সৰোবৰ আৰু জলফাই বনৰ পৰা বৈ অহা বতাহ

...পেৰো... ই হ'ল এটা পুৰণি ঠাঁচতে ৰাখি থোৱা দ্বীপ

...আটাইতকৈ ডাঙৰ কথা... গ্ৰীচদেশৰ নিৰ্মল বাতাবৰণে এনেকৈ মুহি পেলাইছিল যে এই দেশৰ বাকী থকাখিনিও তিলতিলকৈ উপভোগ কৰিম যেন লাগিছিল।

...হাজাৰ বিজাৰ খোৱা ঠাই। আমি অভিভূত হৈ পৰিলো... এইয়া হ'ল এছিয়ান সাগৰ। সমগ্ৰ গ্ৰীচ দেশখন আগুৰি আছে... ইয়াৰ পানী গভীৰ



নীলা স্ফটিকৰ দৰে পৰিষ্কাৰ... এক সুদীৰ্ঘ অঞ্চল জুৰি শাৰী শাৰী ৰেষ্টুৰেণ্ট সীমা সংখ্যা নাই।

...প্ৰাচীন গ্ৰীচত দেৱ দেৱীৰ মূৰ্তি নিৰ্মাণ কৰাটো এক প্ৰচলিত অভ্যাসৰ দৰে... বিশ্বাস কৰিছিল মূৰ্তি সাজিলে দেৱ-দেৱী সন্তুষ্ট হয়। আটাইবোৰ ভাস্কৰ্য আগতে এক্ৰপলি পাহাৰত সিঁচৰতি হৈ আছিল। এতিয়া সংগ্ৰহালয়ত শৃংখলাবদ্ধ ৰূপত থোৱা হ'ল।... প্ৰাচীন গ্ৰীচৰ মঠ মন্দিৰসমূহত হিন্দু ধৰ্মৰ দৰেই মূৰ্তি পূজা কৰা হৈছিল আৰু বলি বিধানৰো প্ৰচলন আছিল। ভাৰতৰ... পূজা অৰ্চনাৰ ধাৰাবাহিকতা গ্ৰীচত যতি পৰিছে।

মানুহ আৰু প্ৰকৃতি মিলিহে গ্ৰীচ দেশ অপৰূপা হৈ উঠিছে। মানুহ আৰু প্ৰকৃতিৰ সহাৱস্থান গ্ৰীচ দেশৰ অন্যতম বৈশিষ্ট্য। "গ্ৰীচদেশৰ সূৰ্য্যমুখী দিন আৰু অপৰাজিতা ৰাতি" এই কাব্যিক নামকৰণৰ দৰেই ভ্ৰমণকাহিনীয়ে পাঠকক সাহিত্যৰ ৰসত ভ্ৰমণৰ স্বাদ দিব পাৰিছে।

**লেটিন আমেৰিকাৰ বিস্ময় আৰু শিহৰণ ঃ**

২০১৫ খ্ৰীষ্টাব্দৰ জানুৱাৰিত বনলতা প্ৰকাশনে প্ৰকাশ কৰা লেখিকাৰ চতুৰ্থখন প্ৰকাশিত ভ্ৰমণ কাহিনী। প্ৰথম বিদেশ ভ্ৰমণৰ এক আলসুৱা যাত্ৰীৰ বিপৰীতে পেৰুৰ ৰাজধানী লিমা আৰু কিউবাৰ ৰাজধানী হাভানাত ভাৰত চৰকাৰৰ দ্বাৰা আয়োজিত 'মিনি ফেষ্টিভেল অৱ ইণ্ডিয়া'ৰ ভাৰতীয় তথা আঞ্চলিক ভাষাৰ অন্য এক অভিজ্ঞ প্ৰতিনিধিৰূপে চৰকাৰী ভ্ৰমণ (লেখিকা ইতিমধ্যে ভ্ৰমণ অভিজ্ঞতাৰে যথেষ্ট অভিজ্ঞ হৈ উঠিছে)। গতিকে লেখিকাই ৰাজকীয় ভ্ৰমণৰ ভূমিকাৰে নতুন নতুন অভিজ্ঞতাৰ বৰ্ণনা কৰিছে। এইবাৰৰ যাত্ৰা বিজনেচ ক্লাচত হোৱাতো লেখিকাৰ বাবে আহলাদৰ কথাও। সাহিত্য অকাডেমিৰ সচিবকে ধৰি সাতজনৰ যাত্ৰাত ভাৰতক প্ৰতিনিধিত্ব কৰা কবি, সেই বিশেষ ব্যক্তিসকলৰ কথাৰে কিতাপৰ আৰম্ভণিত গুৰুত্ব পাইছে। গতিকে এক শৈক্ষিক বাতাবৰণৰ পৰিৱেশত যাত্ৰা অভিজ্ঞতাৰ সুযোগতে স্বভাৱতে লেখিকাই সৃষ্টি কৰা সাহিত্য ৰস বৰফৰ উপস্থাপনেৰে গল্পৰ দৰে সহযাত্ৰীৰ কাহিনীৰ স্বাদ পাঠকক দিছে।

পেৰিছ এয়াৰপৰ্টত ৰোৱা দীৰ্ঘ সময় লেটিন আমেৰিকা আৰু ভাৰতীয়

সাহিত্যৰ সম্পৰ্ক, তুলনাৰ আলোচনা, বৰ্ণনাই সাহিত্য জগতৰ তথ্য দিছে। দীঘলীয়া যাত্ৰাত কিতাপ পঢ়া, খোৱা, শোৱা, চিনেমা চোৱা, চিনেমাৰ কথাৰে বৰ্ণনা দি গতি লৈছে।

আমাজান নৈ আৰু এণ্ডিজ পৰ্বতৰ মাজেৰে লিমা চহৰে ধৰা দিলে। এয়াৰপৰ্টত বেগত ফল থকাৰ বাবে (ফল পেৰুলৈ নিয়া নিষেধ) প্ৰকাণ্ড পুলিচ কুকুৰে ককালত সাবতি ধৰাৰ অভিজ্ঞতা — কিন্তু চৰকাৰী আলহী হোৱাৰ বাবে পুলিচৰ খানা তালাচ বন্ধ হ'ল।

পাব্‌লো নেৰুডাৰ দেশত চিমেনা, ৰ'ছা নামৰ দুগৰাকী দোভাষীৰ উপৰিও গাড়ীৰ ড্ৰাইভাৰ আছিল মায়া। মায়াৰ সান্নিধ্য আনবোৰ ভ্ৰমণ কাহিনীৰ দৰে উপকাহিনীৰ, সাহিত্যৰসৰ সমল হৈছে। এনে লেখকে লগ পোৱা পাঠকে লগ নোপোৱা মনস্তত্বৰ দিশেৰে গতিশীল চৰিত্ৰৰ কাহিনী পাঠকৰ বাবে উপন্যাসৰ, গল্পৰ চৰিত্ৰৰ দৰে উপভোগ্য।

১৫৩৫ চনত স্পেইনৰ বিজয়ী নেতা ফ্ৰান্সিচকো পিজাৰোৱে প্ৰতিষ্ঠা কৰা লিমা চহৰত বিস্ময়ৰ অনেক দিশ ভ্ৰমণ কাহিনীত দেখা গ'ল। জলদস্যুৰ আক্ৰমণ, ভূমিকম্প আনহাতে সোণ আদি খনিজ সম্পদ, সুচল সাগৰীয় পথ — ইত্যাদিৰ বাবে লিমা আক্ৰমণকাৰীৰ লক্ষ্য। ১৮৮৩ ত প্ৰশান্ত সাগৰীয় যুদ্ধ সংঘটিত হৈছিল। ধনী দুখীয়াৰ সংঘৰ্ষ, লুটপাত — অস্থিৰ লিমাত লাহে লাহে শান্তিৰ হাত ধৰি সমৃদ্ধি আহিল। সেয়ে মিউজিয়ামবোৰ যুদ্ধৰ লগত জড়িত অনেক সামগ্ৰীৰে ভৰি আছে। অস্ত্ৰ-সস্ত্ৰ, সোণৰ নাল লগোৱা ডেগাৰ, আনকে মেডেল, মাও চেটুঙ, ফিডেল কেষ্ট্ৰোৱে দান দিয়া লাঠি আৰু বৰ্ণনাতীত বহু সামগ্ৰী সংৰক্ষিত — লেখিকাই বিস্ময় হৈছে যেনেকৈ ভ্ৰমণ কাহিনীত সেই চিত্ৰ দিবলৈকো সমৰ্থ হৈছে।

লিমাৰ মানুহৰ মন কবিতাৰ বাবে আগ্ৰহী। উদ্যানৰ পকী খটখটিতো লেটিন আমেৰিকাৰ কবিৰ কবিতাৰ শাৰী লিখি থোৱা আছে।

পেৰুৰ পুৰণি সভ্যতাৰ চাবলগীয়া ঠাই 'মাচুপিচ্চু' — ইন্‌কা সভ্যতাৰ বিলুপ্ত চহৰ। দেৱকান্ত বৰুৱাৰ কালজয়ী কবিতা "আমি দুৱাৰ মুকলি কৰোঁ"ত ইনকা সভ্যতাৰ উল্লেখ আছে — লেখিকাৰ মনত পৰিল। ১৯৮৩ চনত ৰাষ্ট্ৰসংঘই 'মাচুপিচ্চু'ক বিশ্ব ঐতিহ্যৰ আখ্যা দিয়ে। ইন্‌কা সভ্যতাৰ বিষয়ে লেখিকাই



ভ্ৰমণ কাহিনীত তথ্য সহকাৰে জানিবলৈ দিছে।

'গল্ড মিউজিয়াম' চাবলৈ গৈ 'চিকন সংস্কৃতি'ৰ নিদৰ্শন (খ্ৰীঃ পূঃ ৯০০-৭৫০ লৈ) অনেক সোণৰ বস্তুৰ বৰ্ণনা - নখ-টুপীলৈকে পঢ়িবলগীয়া। আন এঠাইত চিমু সংস্কৃতিৰ নিদৰ্শন — তবধ মানিবলগীয়া।

ভাৰতীয় দূতাবাসৰ কামবোৰে সন্তোষ্টি দিব পৰা নাছিল। গতিকে সাহিত্যোৎসৱৰ তদাৰক ভাৰতীয় দলটোৱেই আগভাগলৈ কৰিবলগীয়া হৈছিল। ঘাই চোতালৰ পৰা বহল চ'ৰাঘৰৰ মাজেদি তললৈ নামি অহা আহল বহল ছিৰিবোৰত বিখ্যাত কবিসকলৰ কবিতা খোদিত কৰা আছে। পুথিভঁৰাল, তথ্যচিত্ৰ ... গোটেই পৰিৱেশটো সৰল অথচ নামে-কামে সাহিত্য-ভৱন। নব্য-ধ্ৰুপদী ভংগীৰে সজাই পৰাই তোলা ভৱনটো ২০০৯ চনত পেৰুৰ সাহিত্য ভৱন, (কাছা ডে লা লিটাৰেছাৰা পেৰুণা) নাম দিয়া হয়। অনুষ্ঠানলৈ কবি সাহিত্যিকসকল আহিল - দৰ্শক নাই, এঘণ্টা পলমকৈ স্থানীয়লোক, কম সংখ্যক ভাৰতীয়, কম বয়সীয়া ল'ৰা-ছোৱালী আহিল। ভাৰতীয় পুস্তিকাবোৰ সংগ্ৰহ কৰিলে। সাহিত্যিকসকলে তথ্যৰ সাজু হৈ আহি আলোচনা কৰিছে, কথা-বতৰা পাতিছে।

ভাৰতৰ উপ-ৰাষ্ট্ৰপতি হামিদ আনছাৰীয়ে উদ্বোধন কৰা 'ক্ষুদ্ৰ ভাৰত মহোৎসৱ'ত বোলছবিৰ সমাৰোহৰো আয়োজন আছিল। প্ৰথম দুদিন আলোচনা, তৃতীয় দিনা কবিতা পাঠ। আলোচনাত ভাৰত লেটিন আমেৰিকাৰ পুৰণি প্ৰসংগ ঘাইকৈ দুয়ো দেশৰ ৰহস্যময় চমদপ্ৰদ প্ৰাকৃতিক বৈচিত্ৰ্য, হাজাৰ বছৰ পুৰণি ক'লা-সংস্কৃতিৰ ঐতিহ্য, দৈনন্দিন জীৱনত আজিও পৌৰাণিকতাৰ উপাদান, ইতিহাসৰ উঠা-নমা, সামাজিক উন্নতিৰ দোদুল্যমান অৱস্থা, সাহিত্য জনপ্ৰিয় হৈ পৰা কল্পনাৰ সংযোগ, প্ৰতিবাদী চেতনা, অধিবাস্তৱতাৰ প্ৰতি মোহ আদি বিষয়বোৰে ঠাই পাইছিল। এই সাদৃশ্যবোৰ ভাৰত লেটিন আমেৰিকাৰ সাহিত্যিক সংযোগ কবিতাত প্ৰতিভাত হৈছিল। অক্টোভিয়পাছ, পাব্‌লো নেৰুডাই ভাৰতত কিছুদিন থাকি ভাৰতৰ বিষয়ে তেওঁলোকৰ উপলব্ধি লেখাত প্ৰকাশ পাইছিল। পাজৰ কবিতাৰ আধুনিকতাৰ শিহৰণে ভাৰতীয় পাঠকক ভালদৰে চুই যোৱাৰ ফলত ভাৰতীয় ভাষালৈ তেওঁৰ কবিতা প্ৰচুৰ পৰিমাণে অনুদিত হৈছে। পাব্‌লো নেৰুডা প্ৰথমৰ ফালে ৰাজনৈতিক চিন্তাৰ কবি কিন্তু পাছলৈ প্ৰেম, মৃত্যু আৰু

প্ৰকৃতি বিষয়ক কবিতাসমূহ ভাৰতত জনপ্ৰিয় হৈ পৰে। ৰবীন্দ্ৰনাথেও লেটিন আমেৰিকাৰ কবিসকলক এক নতুন চেতনাৰে প্ৰভাৱিত কৰিছিল। আলোচনাই এই কথায়ো প্ৰাধান্য পাইছিল যে কল্পনাৰ মোহময় বিচ্ছুৰণৰ লগত ৰহস্যময় মনোজগতৰ অনুভৱৰ মিশ্ৰণ ভাৰতীয় কবিতাৰ পৰাই সংগ্ৰহ কৰাৰ কথা তেওঁলোকে কৈছিল। এনেধৰণৰ সাহিত্য আলোচনাৰ দীঘলীয়া বিশ্লেষণে ভ্ৰমণ সাহিত্যখনৰ গুৰুত্ব বঢ়াইছে। সাহিত্যৰ তথ্য পোৱা গৈছে কবিতা পাঠত কবিতাবোৰ লগে লগেই অনুবাদৰূপত কাণত শুনোৱাৰ ব্যৱস্থা আছিল। ভাৰতীয় লেখকসকলে কেইবাটাও কবিতা অনুবাদো কৰিছিল। ভাৰতীয় কবিতাবোৰ ইতিমধ্যে স্পেনিছ ভাষালৈ অনুবাদ কৰি পঠিয়াই দিয়া হৈছিল। লেখিকাৰ কবিতা 'পৰীৰ বাঁহী'য়ে মায়াক কন্দুৱাইছিল। কবিৰ বাবে মান প্ৰশংসাতকৈ মায়াৰ চকুপানীহে মূল্যৱান পুৰস্কাৰ যেন লাগিছিল।

শেহতীয়া কেইদশকমানত জনপ্ৰিয় হৈছে 'প্ৰামাণিক সাহিত্য'। এনে সাহিত্যৰ উদ্দেশ্য হ'ল সংখ্যালঘু গোটসমূহে সন্মুখীন হোৱা শোষণৰ বিষয়ে সামাজিক সচেতনতা আৰু সজাগতাৰ সৃষ্টি কৰা পেৰুত 'কবিতা অনুবাদ কেন্দ্ৰ'ও আছে। তেওঁলোকে অনুবাদতো প্ৰচুৰ কবিতা পঢ়ে। সুবিখ্যাত আৰু নবেল বঁটা বিজয়ীসকলৰ নাম লেখিকাই লৈছে।

হোটেল ওচৰতে যদিও ৰাতি খোজ কাঢ়ি অহা নিৰাপদ নহয়। নগৰৰ মাজ অংশ, চান মাৰ্টিন স্কোৱাৰ মেলাৰ দৰে মানুহেৰে গিজগিজাই আছে। লিমাত চাবলগীয়া অনুষ্ঠান "চেঞ্জ অৱ গাৰ্ড"। প্ৰতিৰক্ষা বিভাগৰ সমুখত এই দৃশ্য চাবলৈ হাজাৰ হাজাৰ দৰ্শক গোট খায়। লিমাত প্ৰাচীন সুউচ্চ প্ৰাসাদ, কাৰুকাৰ্য কৰা খিৰিকি আৰু দুৱাৰেৰে কিছুমান পুৰণি ঘৰ, ডাঙৰ ডাঙৰ বাট আৰু ফুলৰ সমাহাৰ আৰু পোন বাটবোৰত কিছু দূৰে দূৰে খেজুৰ গছ।

লিমাৰ ঘাই আকৰ্ষণ মিউজিয়ামবোৰ, নগৰৰ বাহিৰত থকা পৰিমিডবোৰ, মৰুভূমিত খান্দি উলিওৱা পুৰণি সভ্যতাৰ চিহ্নবোৰ। চৰকাৰী আৰু ৰাজহুৱা সংস্থাসমূহে খনন, সংৰক্ষণ, অনুসন্ধান, গবেষণাৰ কামত গুৰুত্ব দিয়াত মাটিৰ তলৰ পৰা চমকলগোৱা নিদৰ্শন উদ্ধাৰ হৈছে। তেনে এক বোকা পিৰামিডৰ পৰা খান্দি উলিওৱা পুৰণি সভ্যতাৰ ৰেঙণি "পুচলানা" দৰ্শন কৰিবলৈ যোৱাৰ বৰ্ণনা। 'পাশ্বাকামা' দ্বীপৰ কাহিনী, যাত্ৰাপথৰ বৰ্ণনাত পিৰামিডৰ মাজভাগত পোৱা কেচা



ইটাৰ মন্দিৰ য'ত বলি দিয়া ঠায়ো আছিল। গাইডে কৈছিল ইন্‌কাবোৰে এই ঠাই দখল কৰাৰ পাছত পুৰুষবোৰক দাস কৰিছিল, মহিলাবোৰক ৰক্ষিতা আৰু সাতৰ পৰা দহবছৰীয়া ছোৱালীক বলি দিছিল। দহ হাজাৰ পৰ্যন্ত। কেঁচা ইটাৰ ৰাজকাৰেং আৰু মন্দিৰ কেইবছৰ মানৰ মূৰে মূৰে সাজিবলগীয়া হওঁতেই নাৰী বলি দিয়া হৈছিল। পিৰামিড চাবলৈ যাওঁতে পূজাৰ ঠাই, দেৱীৰ প্ৰতীক, মূৰ্তি, বোকা ইটাৰ ঘৰ, প্ৰহৰীৰ কুঠৰী আদি দীঘলীয়া বৰ্ণনাৰে পেৰুৰ প্ৰাচীন ঐতিহ্যৰ পৰিচয় পোৱা গৈছে। বজাৰলৈ ঘূৰাৰ পৰত মায়াৰ প্ৰিয় বন্ধুৰ দোকানে মায়াৰ কাহিনীৰ মোৰ সলাইছে। লেখিকাই ভ্ৰমণ কাহিনীত পেৰুৰ স্থানীয় আহাৰৰ সন্ধান কৰি তাৰ এক ধাৰণা দিছে। ত্ৰয়োদশ শতিকাতে ইন্‌কাসকলে খাদ্য সংৰক্ষণৰ কৌশল আৱিষ্কাৰ কৰিছিল বুলি উল্লেখ কৰিছে। পিছকো, পিছকো ছউৰৰ উপকৰণৰ বিষয়েও জানিবলৈ দিছে। এনেকৈয়ে লিমাৰ পৰা বিদায় লবৰ পৰত লেখিকাই বিস্ময়কৰ ঠাইখনৰ কথা দোহাৰিছে।

কিউবালৈ যাত্ৰা কৰি এয়াৰপৰ্টত নমাৰ পাছত তাৰ অভিজ্ঞতাৰ দীঘলীয়া বৰ্ণনা। ইলেক্‌ট্ৰিক প্ৰেছাৰ কুকাৰ, ছপা কাগজ (কিউবালৈ বাহিৰৰ পৰা ছপা সামগ্ৰী নিবলৈ নিদিয়ে) পুস্তিকা লৈ হাৰাশাস্তি ইত্যাদি। হাভানাৰ প্ৰথম এয়াৰপৰ্টৰ নাম আছিল কলম্বিয়া এয়াৰপৰ্ট। ১৯৩০ চনত জাতীয় কবি জোছ মাৰ্টিৰ নামেৰে জোছমাৰ্টি ইণ্টাৰনেচনেল এয়াৰপৰ্ট কৰা হয়। ভাৰতীয় পৰ্যটক কমকৈ আহে। ভাৰতীয় বুলিবলৈ মিছনেৰী চেৰিটি ট্ৰাষ্টৰ পঁচিশগৰাকী নান আৰু ছজন মেডিকেলৰ ছাত্ৰ।

সমগ্ৰ পৃথিৱীয়ে স্পেইনলৈ অনা সকলো মাল প্ৰথমতে হাভানাত নমায়হি। ১ মিলিয়ন পৰ্যটক হাভানালৈ আহে। আটলাণ্টিক মহাসাগৰে চুই আছে। লেখিকাইয়ো ইচ্ছা কৰাৰ দৰে সাগৰ দেখা (কোঠাৰ বেলকনিৰ তলতে) কোঠাৰে ক'মৰড' হোটেলত নামিলহি।

কিউবাৰ ভাৰত মহোৎসৱলৈ ভাৰতীয় সংগীত নাটক অকাডেমীৰ শিল্পী দল আৰু অকলসৰে গৈ ওলাবলগীয়া হোৱা চৰকাৰৰ দ্বাৰা অনুমোদিত এগৰাকী মেহেন্দিৱালীও। জেতুকা লগাবলৈ প্ৰচণ্ডভীৰৰ মাজতো ছোৱালী মহিলাৰ দীঘল কিউ।

এদিন হাভানা বিশ্ববিদ্যালয়লৈ মত-বিনিময়ৰ বাবে আমন্ত্ৰণ। বিশাল

আৰু বিখ্যাত বিশ্ববিদ্যালয়। ১৭২৮ চনত স্থাপিত আৰু কিউবাৰ ভিতৰতে প্ৰাচীন। চৌহদতে ১৫ খন কলেজ। 'স্কুল অব মেডিচিন' তাৰ ভিতৰত পৃথিবীৰ ভিতৰতে জনাজাত। শিক্ষক আৰু ছাত্ৰ-ছাত্ৰীৰ লগত সুকীয়া সুকীয়াকৈ মত বিনিময় হ'ল।

কিউবাত ভাৰত মহোৎসৱ সাতোটা শাখাত পালন কৰা হৈছিল। পৰিবেশ্য কলা, দৃশ্য কলা, সাহিত্য কৰ্মশালা, যোগ উৎসৱ, খাদ্য উৎসৱ, বোলছবি মহোৎসৱ। স্থানীয় চিনেমা হল আৰু টি ভি চেনেলত অবিৰাম ভাৰতীয় চিনেমা প্ৰদৰ্শন কৰা হৈছিল। কিউবাৰ পটভূমি 'এক থা টাইগাৰ' চিনেমাই প্ৰচুৰ জনপ্ৰিয়তা অৰ্জন কৰা বুলি লেখিকাই গম পাইছিল। সাহিত্য কৰ্মশালাত কবিতা পঢ়া, কবিতা শুনা আৰু দুয়োদেশৰ সাহিত্যৰ বিষয়ে মত বিনিময় কৰা হৈছিল। এই অনুষ্ঠানটোৰ সবিশেষ ভ্ৰমণ কাহিনীখনত যথেষ্ট তথ্যচ সাহিত্যৰ, কবিতাৰ অনুভৱত বিদেশৰ কবিৰ ভাবধাৰা, ৰচনাশৈলীৰ লগত পাঠকৰপৰিচয় ঘটিব। এই মহোৎসৱত ভাৰতীয় খাদ্যৰ ৰং আৰু সুবাসে সকলোকে মতলীয়া কৰিছিল। ৰুমালী ৰুটী কৰাৰ বিশেষভংগী চাবৰ বাবে হাঁহাকাৰ লাগি গৈছিল। অৱশ্যে লেখিকাৰ মতে ভাৰতীয় লোক নৃত্যৰ বেলিকা সৌন্দৰ্যবিহীন আছিল - নিৰ্বাচন শুদ্ধ নাছিল। বিহু, ভাংৰাৰ দৰে নাচৰ বিপৰীতে সেইবোৰে সঠিক প্ৰতিনিধিত্ব কৰা নাছিল।

ভাৰতীয় দূতাবাসত ডিনাৰৰ নিমন্ত্ৰণ আৰু আয়োজনৰ বৰ্ণনা, ফিডেল কাষ্ট্ৰোৰ পুত্ৰৰ ভাৰতীয় দলটোৰ প্ৰতি আনন্দ প্ৰকাশ, দেশ বিদেশৰ অভিজাত আলহীৰ লগত আলাপ ইত্যাদিৰে দূতাবাসৰ পৰিবেশৰ বৰ্ণনা লেখিকাই নিখুঁতভাৱে কৰিছে।

হাভানাৰ জনসাধাৰণৰ সাহিত্য প্ৰীতি বিশেষত্ব। যুৱ কলাকাৰ সন্থায়ো আলোচনাত মিলিত হৈছিল। তেওঁলোকৰ পৰাও সাহিত্যক জনপ্ৰীয় কৰি তোলাৰ, উৎসাহ দিয়াৰ ব্যৱস্থাবোৰ জানিব পাৰি। কিউবাত বৃত্তিজীৱি লেখক আছে। তেওঁলোকে মালিকপক্ষ আৰু মূল লেখকৰ পৰা বেলেগ বেলেগ হাৰত দৰমহা পায়। এনে চাকৰিৰ বাবে আগধৰি "চিকিউৰিটি মণি" জমা দিব লাগে। যুৱ সাহিত্যিক দলটোৱে দিয়া "ওবামালৈ ষোলখন চিঠি আৰু এটা কবিতা" পত্ৰিকাখনৰ পৰাও এটা নতুন প্ৰতিবাদৰ দিশ উন্মোচিত হৈছে। 'কিউবান ফাইভ',



৫ ছেপ্টেম্বৰত চিঠি লিখি (প্ৰেছিডেণ্টলৈ) অনুৰোধ কৰি প্ৰতিবাদ সাব্যস্ত কৰাৰ দৰে কথাবিলাকে পাঠকক ভ্ৰমণ সাহিত্য পঢ়াৰ আনন্দ দিয়ে। হালধীয়া ফিটা বান্ধি প্ৰতিবাদ — তাৰপৰাই 'বান্ধা এডাল হালধীয়া ফিটা' এটা মন চুই যোৱা কবিতাৰো সৃষ্টি।

হাভানাৰ বিখ্যাত অনুষ্ঠান 'কেনন চেৰিমণি' তাৰ আঁৰৰ কথা, তাতে ছে গুৱেভাৰৰ স্মৃতি-চিহ্নৰে এটা সৰু মিউজিয়াম চোৱাৰ বৰ্ণনা কৰিছে। হাভানাৰ লোকজীৱন লোকমনৰ চিত্ৰ এখনো পোৱা যায়। তেওঁলোকে 'ছেইবা' গছক পবিত্ৰ বুলি মানে আৰু পইচা, কল, নাৰিকল, কণী আদি দি প্ৰদক্ষিণ কৰে আৰু মনেৰে নিজা কামনা কৰে - এই বৃক্ষই পূৰণ কৰিব বুলি বিশ্বাস।

কিউবাৰ খাদ্য হ'ল আমেৰিকান, স্পেনিছ, আফ্ৰিকান, কেৰিবিয়ান খাদ্য প্ৰণালীৰ সংমিশ্ৰণ। ফলত এইবোৰ হৈ পৰে একক আৰু অতুলনীয়। হাভানাৰ খাদ্যাভাস লেখিকাই সুন্দৰকৈ বৰ্ণাইছে। কেইবিধমান খাদ্যৰ নাম — মুৰসকল আৰু খ্ৰীষ্টীয়সকল, নাৰীৰ হুমুনিয়াহ, ফটাকানি, জলকীয়াৰ জোল।

এই ভ্ৰমণকাহিনীত এদিন ৰাতি লেখিকাৰ কোঠাত এক অদ্ভুত অভিজ্ঞতাৰ বৰ্ণনা আছে। কাষৰ খালি বিচনাত এগৰাকী নানে আঠুৱা তৰাৰ যত্ন কৰিছে। ছাট্‌কৈ নোহোৱা হ'ল। লাইট জ্বলাবলৈ একো নাই। ভাবি গুণি একো পাৰ নোপোৱা প্ৰশ্ন!

সাহিত্য উৎসৱৰ দ্বিতীয় দিনাৰ বিষয় "বহুভাষিক সমাজত সম-সাময়িক সাহিত্যিক ধাৰাসমূহ আৰু ইয়ালৈ অহা প্ৰত্যাহ্বান আৰু ভাৰত আৰু লেটিন আমেৰিকাৰ দেশসমূহৰ মাজত সাহিত্য চিন্তাৰ বিনিময় আৰু পাৰস্পৰিক প্ৰভাৱ।" অনুষ্ঠানটোৰ পুংখানুপুংখ বৰ্ণনা কৰাৰ উপৰিও পাঠকৰ বাবে চিন্তাৰ খোৰাক আছে। লেটিন আমেৰিকাৰ সাহিত্য অভিধাৰ বিস্ময় আৰু চমকৰ গুৰিতে কেইজনমান বিশিষ্ট কবি-সাহিত্যিক। শেহতীয়া নব্য সাহিত্যৰ ধাৰাই (লেটিন আমেৰিকাৰ) সমগ্ৰ বিশ্বকে আলোড়িত কৰি তুলিছে। আলোচনাৰ সহমত যে — গ্ৰেবিয়েল গাৰ্চিয়া মাৰ্কুইজ, পাব্‌লো নেৰুদা, পাওলো কোৱেলহো আদি লেখকৰ অনবদ্য ৰচনাই হ'ল সমগ্ৰ লেটিন আমেৰিকাৰ সাহিত্যৰ চিনাকি। মাৰ্কুইজৰ ৰচনাৰ মাজত কল্পনা-দিঠক-মায়া-অবাস্তৱতা সকলো একাকাৰ হৈ পৰি পাঠকক এনে এটা নতুন সোৱাদ দিছে যে পাঠকে সেইবোৰৰ সোৱাদত

আপোন পাহৰ হৈ থাকে। ভ্ৰমণৰ মাজতে এই অনুষ্ঠানবোৰৰ অভিজ্ঞতাৰ বৰ্ণনাই পাঠকক দুখন দেশৰ সাহিত্যিক, সাহিত্যৰ মাজত বিচৰণ কৰাৰো সুবিধা দিছে। কেৱল ভ্ৰমণৰ সোৱাদ লোৱাজনে নতুন ৰুচীৰে ভ্ৰমণৰ সোৱাদ ল'ব পাৰিব।

কিউবাত ধৰ্মৰ ধাৰণা সম্পৰ্কেও লেখিকাই বহলাই আলোচনা কৰিছে — আৰু কিউবাক জানিবলৈ ই এটা গুৰুত্বপূৰ্ণ দিশ। ফিডেল কাষ্ট্ৰো আৰু ছে গুৱেভাৰাক বাদ দি কিউবাৰ আলোচনা কৰিব নোৱাৰি। বিপ্লৱৰ যাদুঘৰত (মিউজিয়াম অৱ ৰিভলিউচন) এক মূল্যবান ইতিহাস সংৰক্ষিত হৈ আছে। বাতিষ্টাৰ শাসন, বাতিষ্টাৰ নাৰীৰ বাবে সংবিধান সংশোধন - লিংগ বৈষম্য নাশ, সম অধিকাৰ সম মজুৰি স্বীকৃত আৰু পশ্চিম গোলাৰ্ধত এনে সমতা এয়েই প্ৰথমচ ফিডেল কষ্ট্ৰো, ছে গুৱেভাৰাৰ বিদ্ৰোহ, বাতিষ্টাৰ পলায়ন, কিউবা সাম্ৰাজ্যবাদী দেশ বুলি ঘোষণা আৰু ফিডেল কষ্ট্ৰো, ছে গুৱেভাৰাৰ বিষয়ে সবিশেষ লেখিকাই বৰ্ণনা কৰিছে আৰু কিউবাৰ জন নায়ক দুজনৰ বিস্ময়কৰ কথাবোৰে পাঠকক ভিন্ন স্বাদ দিছে। যদিও এই ইতিহাস ভ্ৰমণ কাহিনীৰ বাহিৰতো জানিব পাৰি — কিউবাত থকা লেখিকাৰ অভিজ্ঞতাৰ সৈতে একান্ত হৈ পঢ়াত আনন্দ আছে। দুখন ঠাইৰ সাহিত্য আৰু অন্যান্য অভিজ্ঞতাৰ সমানে ঠাই দুখনৰ বিস্ময় আৰু শিহৰণ পাঠকেও অনুভৱ কৰিব।

চাৰিওখন ভ্ৰমণ কাহিনীয়েই ভাষা, উপস্থাপন, বিষয়বস্তু (ভিন্ন শীৰ্ষত বিভক্ত), অভিজ্ঞতা, সাহিত্যৰ সমলেৰে উপাদেয় গ্ৰন্থ।▸▸



# ড° ভাৰতী দত্তৰ ভ্ৰমণ কাহিনীৰ দুখন গ্ৰন্থ 'ইউৰোপ ভ্ৰমণৰ সোঁৱৰণ' আৰু 'দেশে বিদেশে'

লক্ষীনন্দন বৰগোহাঞি

(এক)

সাহিত্যত ভ্ৰমণ সাহিত্যৰ এক সুকীয়া স্থান আছে। জনপ্ৰিয় সাহিত্যৰ শাখাবোৰৰ ভিতৰত ভ্ৰমণ সাহিত্য অন্যতম। নিজে ভ্ৰমণ নকৰিলেও পাঠকক পৈণত হাতেৰে লিখা ভ্ৰমণ বৃত্তান্তই দিব পাৰে কিছু ভ্ৰমণ সদৃশ আনন্দ। ভ্ৰমণ কাহিনীত উল্লেখ কৰা একোখন ঠাইৰ ত্ৰুটীহীন তথ্যৰাজী, লেখকৰ সূক্ষ্মাতিসূক্ষ্ম অনুভৱ, ৰসপূৰ্ণ বৰ্ণনাই ভ্ৰমণ কাহিনীৰ গ্ৰন্থ একোখনক কালজয়ী কৰি তুলিব পাৰে। ভূগোল, বিজ্ঞান, সমাজ, সংস্কৃতি, ৰাজনীতি, অৰ্থনীতিক কৌশলেৰে চুই যোৱা তেনে এখন গ্ৰন্থ ভৱিষ্যতে ইতিহাসৰ সমল হোৱাৰো সম্ভাৱনা থাকে।

'আমেৰিকালৈ জোআ এজন নগাঁও স্কুলৰ চাতৰৰ পৰা' শিৰোনামৰ এখন চুটি চিঠিৰে ১৮৪৯ চনৰ আগষ্ট সংখ্যাৰ 'অৰুণোদই'ৰ পাততেই অসমীয়া ভ্ৰমণ সাহিত্য অংকুৰিত হৈছিল। চিঠিখন লিখিছিল লুচিএন হেইডেন নামৰ এজন ছাত্ৰই। কিন্তু প্ৰকৃতাৰ্থত ভ্ৰমণ সাহিত্য হিচাপে ১৮৯০ চনত ধাৰাবাহিকভাৱে 'জোনাকী'ত পাঁচটা খণ্ডৰে প্ৰকাশিত গুণাভিৰাম বৰুৱাৰ 'সৌমাৰ ভ্ৰমণ' হ'ল অসমীয়া ভ্ৰমণ-কাহিনীৰ বাটকটীয়া। আনহাতে জ্ঞানদাভিৰাম বৰুৱাৰ 'বিলাতৰ চিঠি' ১৯৩৯ চনত গ্ৰন্থাকাৰে প্ৰকাশিত প্ৰথমখন ভ্ৰমণ কাহিনী। পৰৱৰ্তী সময়য়ত পূৰ্ণকান্ত বুঢ়াগোহাঞিৰ 'পাটকাইৰ সিপাৰে ন বছৰ', হেমাংগ বিশ্বাসৰ 'চীন চাই আহিলো', বিৰিঞ্চিকুমাৰ বৰুৱাৰ 'প্ৰফেছাৰ বৰুৱাৰ চিঠি' আদিকে ধৰি বৰ্তমানলৈকে অতি বেছি নহ'লেও অসমীয়া সাহিত্যত ভ্ৰমণ কাহিনীৰ গ্ৰন্থৰ সংখ্যা কম নহয়। অৱশ্যে বিশ্বৰ সকলো দেশ

অসমীয়া ভ্ৰমণ সাহিত্যত এতিয়াও অন্তৰ্ভুক্ত হ'বলৈ বাকী। আমেৰিকাকে ধৰি ইউৰোপ-এছিয়াৰ কেইখনমান দেশেই অসমীয়া ভ্ৰমণ সাহিত্যত বেছিকৈ স্থান দখল কৰা দেখা যায়। বৰ্তমানলৈকে যি ভ্ৰমণ সাহিত্যৰাজিৰ সৃষ্টি হৈছে তাৰ মাধ্যমেৰে অসমীয়া মানুহৰ ভ্ৰমণ বিলাসিতাৰ সঠিক উমান পাব পাৰি।

ড° ভাৰতী দত্তৰ ভ্ৰমণ কাহিনীৰ দুখন গ্ৰন্থ 'ইউৰোপ ভ্ৰমণৰ সোঁৱৰণ' নৱেম্বৰ ২০০৮ চনত আৰু 'দেশে বিদেশে' নৱেম্বৰ ২০১৩ ত প্ৰকাশ হয়। দুয়োখনৰে প্ৰকাশক ডিব্ৰুগড়ৰ 'কৌস্তুভ প্ৰকাশন'। অসমীয়া ভ্ৰমণ সাহিত্য যিহেতু মূল দুটা ভাগত বিভক্ত — দেশ বা ভাৰত ভ্ৰমণ আৰু বিদেশ ভ্ৰমণ। দেশ বা ভাৰত ভ্ৰমণক পুনৰ দুটা ভাগত বিভক্ত কৰা হৈছে — তীৰ্থ ভ্ৰমণ আৰু সাধাৰণ ভ্ৰমণ। সেই বিভাজনৰ দিশৰ পৰা লেখিকাৰ 'ইউৰোপ ভ্ৰমণৰ সোঁৱৰণ' অসমীয়া বিদেশ ভ্ৰমণ সাহিত্যৰ অন্তৰ্গত আৰু 'দেশে বিদেশে' দেশ বা ভাৰত ভ্ৰমণৰ অন্তৰ্গত হোৱাৰ লগতে তীৰ্থ ভ্ৰমণ আৰু সাধাৰণ ভ্ৰমণৰো অন্তৰ্গত।

লেখিকাই পোন্ধৰ দিনীয়া ইউৰোপ ভ্ৰমণৰ ভিত্তিত 'ইউৰোপ ভ্ৰমণৰ সোঁৱৰণ' গ্ৰন্থখনি লিখি উলিয়াইছে। গ্ৰন্থখনৰ পাতনিত ইউৰোপ ভ্ৰমণলৈ যোৱাৰ সুযোগ কেনেকৈ ওলাল সেয়া ব্যক্ত কৰিছে। 'ইউৰোপ ভ্ৰমণৰ সোঁৱৰণ' গ্ৰন্থখনত আছে লণ্ডন, ব্ৰুছেল্‌ছ, জাৰ্মানীৰ ৱাৰ্জৱাৰ্গ-নিউৰেমবাৰ্গ, ছেক গণৰাজ্যৰ ৰাজধানী প্ৰাগ্‌, অষ্ট্ৰিয়াৰ ৰাজধানী ভিয়েনা, ইটালীৰ ভেনিছ্-ৰোম-ফ্ল'ৰেন্স, ভেটিকান ছিটি, ছুইজাৰলেণ্ড, ফ্ৰান্সৰ ৰাজধানী পেৰিছৰ ভ্ৰমণ বৃত্তান্ত। গ্ৰন্থখনৰ প্ৰতিটো ভ্ৰমণ লেখাতে ঠাইখনৰ দৰ্শন কৰিবলগীয়া স্থান-স্মাৰক, শিল্প-সংস্কৃতি আদিৰ বৰ্ণনা দিছে। সিবিলাকৰ স'তে জড়িত ইতিহাস-ঘটনা, নিৰ্মাণ শৈলী, গুৰুত্বৰ কাৰণ আদিৰ উল্লেখ কৰিছে আৰু অবাসীসকলৰ আচৰণ, খাদ্যাভাস, দায়িত্ববোধৰো ধাৰণা একোটা দিছে।

ড° ভাৰতী দত্ত সৰুৰে পৰা ভ্ৰমণ বিলাসী — আছে ভ্ৰমণৰ প্ৰতি দুৰ্বলতা। সেই হেঁপাহ তেওঁ পাৰ্যমানে পুৰাইছে। তেওঁৰ দুয়োখন ভ্ৰমণ কাহিনীৰ গ্ৰন্থ তাৰে নিদৰ্শন। 'ইউৰোপ ভ্ৰমণৰ সোঁৱৰণ' গ্ৰন্থৰ 'লণ্ডন স্মৃতি'ত তেওঁ লিখিছে — '... আমি সদায় শুনি থকা বা কিতাপে পত্ৰই পঢ়া বস্তুবোৰ নিজ চকুৰে চাবলৈ পাই বৰ ভাল লাগিল।' অৰ্থাত তেখেতে কোনোবা সময়ত পঢ়া বা



শুনা কিছুমান ঠাইৰ কথা মনত ৰাখিছে। সাধাৰণতে ফুৰি ভাল পোৱা মানুহে এই কথা বেছিকৈ মনত ৰাখে।

ইউৰোপ ভ্ৰমণৰ সময়খিনিত লেখিকাই ভ্ৰমণ কৰা ঠাইবোৰৰ মাজতো কিছু তুলনা কৰিছে — '... ব্ৰুছেল্‌ছ ছিটিখন... সু-সজ্জিত, পৰিপাটি, পৰিষ্কাৰ-পৰিচ্ছন্ন... লণ্ডনৰ দৰে ৰাস্তাবোৰ ইটাৰে বৰ সুন্দৰ ডিজাইন কৰি বনোৱা... সুউচ্চ অট্টালিকাৰ আৰ্হিতো মিল দেখা পাইছিলোঁ।' (ব্ৰুছেল্‌ছত এসন্ধ্যা)

আমি তৃতীয় বিশ্বৰ দেশবোৰে সময়, নীতি-নিয়ম মানি চলিবলৈ এতিয়ালৈকে যেন শিকা নাই। নিৰ্ধাৰিত সময়ত, নিৰ্দিষ্ট নিয়মত আমাৰ বেছিভাগ কামেই নহয়। ইউৰোপীয় দেশৰ মানুহৰ নিয়মানুবৰ্তিতা, সময় সচেতনতা আমাৰ ভাৰতীয় মানুহৰ স'তে তুলনা নহয়— 'সময়ানুবৰ্তিতা কাক কয়, ইয়ালৈ আহিলে মানুহে পদে পদে বুজি পায়। সময়মতে চলিব নোৱাৰিলে ইয়াত সকলো খেলি-মেলি হ'ব। উন্নত দেশবোৰৰ এই সময়জ্ঞান অনুকৰণীয়। ... পূৰ্বতে কৈ থোৱা সময়মতে কোনোবা উপস্থিত হ'ব নোৱাৰিলে বাছে তেওঁলৈ অপেক্ষা কৰিব নোৱাৰিব...' (ৰাইন নদীৰ দেশত এভুমুকি)। ইয়াত লেখিকাৰ আক্ষেপো মিহলি হৈ আছে। সময়ানুবৰ্তিতা বা নিয়মানুবৰ্তিতাক গুৰুত্ব দিয়া ব্যক্তিসকলৰ ভিতৰত তেখেতো আছে; কিন্তু আমি যে ভাৰতীয় — য'ত বেছিভাগ মানুহৰে নাই এই সচেতনতা। গতিকে আক্ষেপ হ'বই।

ভৌগোলিক অৱস্থান অনুসৰি, জলবায়ু ভেদে আমাৰ পৃথিৱীখনৰ বিভিন্ন ঠাইৰ জীৱন ধাৰণ পদ্ধতিও পৃথক হয়। একেদৰে প্ৰকৃতিৰ প্ৰতি থকা দায়বদ্ধতা, সৌন্দৰ্যবোধতো আছে তাৰতম্য। লেখিকাৰ চকুত পৰিছে ৰাইন নদীৰ পাৰৰ মানুহৰ কৃষি পদ্ধতি আৰু প্ৰকৃতিৰ প্ৰতি থকা প্ৰেম, ভেনিছ্-ৰোমৰ নাগৰিকৰ শৃংখলাবদ্ধতা — 'ৰাইন নদীখনক legendary river বোলা হয়। ... নদীখনৰ দুয়োপাৰে থকা থিয় পাহাৰত শাৰী শাৰীকৈ আঙুৰৰ খেতি কৰা হয়। বেদিকা কৃষি পদ্ধতি অৱলম্বন কৰি অত্যন্ত শৃংখলাবদ্ধভাৱে প্ৰকৃতিৰ একো হানি-বিঘিনি নঘটোৱাকৈ ফলমূলৰ খেতি কৰা দেখি ভাবিছিলোঁ এওঁলোকহে প্ৰকৃত অৰ্থত প্ৰকৃতিপ্ৰেমী।' (ৰাইন নদীৰ দেশত এভুমুকি), ভ্ৰমণৰ অনাবিল আনন্দৰাজিৰ মাজত কোনো কোনো সময়ত বিষণ্ণতাইও মনটোক চুই যায় সূক্ষ্ম অনুভৱী ভ্ৰমণকাৰীক। আনহাতে সূক্ষ্ম অনুভৱ-উপলব্ধি থকাজনেহে সাধাৰণ এজন

মানুহতকৈ অন্তৰ্দৃষ্টিৰে চাব পাৰে সকলোবোৰ — 'ভেনিছৰ পৰা ৰোমলৈ যাত্ৰা কৰা পথছোৱা অতিক্ৰম কৰোঁতে এপেনাইন পৰ্বতৰ সৌন্দৰ্য উপভোগ কৰাৰ বাৰুকৈ সুযোগ পাইছিলোঁ। পৰ্বতৰ পাদদেশত অৱস্থিত সৰু সৰু গাঁওবোৰ আৰু চহৰসমূহো একো একোখন ছবি যেন লাগিছিল। চাৰি-ছয়লেনযুক্ত মসৃণ ৰাস্তা, বিস্তীৰ্ণ কৃষি পথাৰ, শাৰী শাৰীকৈ ৰোৱা বিভিন্ন ফলৰ গছ... নদন বদন পথাৰ, সুদূৰত একোখন গাঁও বা চহৰৰ আবাসিক অঞ্চল এই সকলোবোৰ বাছৰ খিৰিকিয়েদি লক্ষ্য কৰি যাওঁতে বাৰে বাৰে আমাৰ দেশৰ বিশৃংখল অৱস্থাত থকা চিনাকি দৃশ্যবোৰে মনৰ মাজত ভুমুকি মাৰি মনটো সময়ে সময়ে বিষণ্ণ কৰি তুলিছিল।' (ঐতিহ্যমণ্ডিত মহানগৰ ৰোমত এভুমুকি)

ফ্ল'ৰেন্স চামৰাৰ সামগ্ৰীৰ বাবে বিখ্যাত, ভিয়েনাত খাদ্যৰ প্ৰধান অংগ চালাড, ঐতিহাসিক নিউৰেমবাৰ্গৰ প্ৰখ্যাত Ginger Bread , বিয়েৰ কেপিটেল প্ৰাগ, ইটালীৰ বিখ্যাত আৰু জনপ্ৰিয় এবিধ ছেণ্ড উইচ Mojjarolla Pamodoro, বিশ্বৰ ক্ষুদ্ৰতম দেশ ভেটিকান ছিটিৰ ছেইন্ট পিটাৰ্ছ বেছিলিকা বিশ্বৰ ভিতৰতে সৰ্ববৃহৎ চাৰ্চ, ছুইজাৰলেণ্ডৰ এশ শতাংশ সাক্ষৰতাৰ হাৰ, ছুইজাৰলেণ্ডৰ বিখ্যাত তিনিটা বস্তু — Handmade Swiss Watch, Cuckoo Clock আৰু কটাৰী, উৎকৃষ্ট মদ প্ৰস্তুতকাৰী দেশ ফ্ৰান্স বা ফেশ্বনৰ মহানগৰী পেৰিছ, পেৰিছ বুলিলেই আইফেল টাৱাৰ... আদিৰ দৰে কথাবোৰে 'ইউৰোপ ভ্ৰমণৰ সোঁৱৰণ' গ্ৰন্থখনিক অন্য এক মাত্ৰা দিছে।

ছুইজাৰলেণ্ড ধুনীয়া আৰু শান্তিপূৰ্ণ দেশ হিচাপে সমগ্ৰ বিশ্বত পৰিচিত। দেশখনৰ মানুহবোৰ ভদ্ৰ নম্ৰ আৰু অধ্যয়ন বিলাসী। লেখিকাৰ চকুত সেইখিনি পৰিছে — "মাউন্ট টিট্‌লিছৰ শিখৰত উপস্থিত হৈ কেউফালৰ শুভ্ৰ বৰফৰ মাজত নিজকে আৱিষ্কাৰ কৰি অভূতপূৰ্ব এক শিহৰণ অনুভৱ কৰিলোঁ।... দেশখনৰ শান্তিপূৰ্ণ অৱস্থাই উন্নতিত অৰিহণা যোগাইছে। এশৰো অধিক দৈনিক কাকত প্ৰকাশ হোৱা ছুইজাৰলেণ্ডত বছৰি কেইবাহাজাৰ কিতাপ প্ৰকাশ হোৱাটো... ইয়ে দেশখনৰ বৌদ্ধিক দিশৰ উন্নতিৰ দিশটো উদঙাই দেখুৱায়। লুছাৰ্ণতো সেয়েহে হয়তো বহুতো লাইব্ৰেৰী আছে।... ছুইজাৰলেণ্ডৰ মানুহৰ ভদ্ৰ ব্যৱহাৰত মুগ্ধ হ'লোঁ।" (ছুইজাৰলেণ্ড)

লেখিকাই ভ্ৰমণ কৰা দেশকেইখন — গ্ৰেট বৃটেইন, বেলজিয়াম, জাৰ্মানী,



ছেক গণৰাজ্য, অষ্ট্ৰিয়া, ইটালী, ছুইজাৰলেণ্ড আৰু ফ্ৰান্সৰ কিছু ইতিহাস, ভূগোল, ৰাজনীতি, অৰ্থনীতি আদিৰ থূল-মূল ধাৰণা এটা দিবলৈ গ্ৰন্থখনৰ শেষৰ ফালে 'চকুৰ পচাৰতে দেশকেইখন' শিৰোনামেৰে এটা লেখা অন্তৰ্ভুক্ত কৰিছে। লেখাটো পাঠকৰ বাবে সহায়ক হৈছে।

গ্ৰন্থখনত 'পৰিশিষ্ট' শিৰোনামেৰে এটা লেখা একেবাৰে শেষৰ ফালে অন্তৰ্ভুক্ত কৰিছে। লেখাটোত আমাৰ দেশ ভাৰত আৰু আমাৰ ৰাজ্য অসমৰ স'তে লেখিকাই ভ্ৰমণ কৰা ঠাইবোৰৰ কিছু দিশ — যাতায়াত, বাট-পথ, চহৰৰ নিয়ম-শৃংখলা, পৰিষ্কাৰ-পৰিচ্ছন্নতা, দোকান-বজাৰ, ঐতিহাসিক দায়বদ্ধতা, নিৰ্মাণ কাৰ্য, সম্পদৰ ব্যৱহাৰ-সংৰক্ষণ, কৃষি, সংস্কৃতি, প্ৰাচীন ঐতিহ্যৰ সংৰক্ষণ আদিৰ তুলনা কৰিছে।

(দুই)

'দেশে বিদেশে' ড° ভাৰতী দত্তৰ ভ্ৰমণ লেখাৰ দ্বিতীয় প্ৰকাশিত সংকলন।

দেশ-বিদেশৰ বহুকেইখন ঠাই ভ্ৰমণ কৰি লেখিকাই 'দেশে বিদেশে' সংকলনটোত সিবিলাকৰ বিৱৰণ মনোগ্ৰাহীকৈ লিখি তেওঁৰ ভ্ৰমণ স্মৃতি জীৱন্ত কৰি ৰাখিছে। এই গ্ৰন্থখনতো ভ্ৰমণ কৰা ঠাইবিলাকৰ বহু তথ্য সুন্দৰভাৱে উল্লেখ কৰাৰ বাবে সেইবোৰ পাঠকৰ বাবে আকৰ্ষণীয় হৈছে। কিছুমান তথ্যই প্ৰথম বাৰৰ বাবে সেইবোৰ ঠাইলৈ যাব বিচৰা পাঠকক ঠাইবিলাক ভ্ৰমণ কৰোতে সহায় কৰিব।

লেখিকাই সংকলনটোৰ প্ৰথম ভ্ৰমণ লেখাটো বিশ্ববিখ্যাত মাজুলীক লৈ লিখিছে। 'মাজুলী ঃ প্ৰকৃতি আৰু সংস্কৃতিৰ মিলনভূমি' লেখাটোত লেখিকাই মাজুলী ভ্ৰমণ কৰি লাভ কৰা অভিজ্ঞতা-অনুভৱেৰে মাজুলীৰ প্ৰাকৃতিক সৌন্দৰ্য-সংস্কৃতিৰ বিশালতা, মাজুলীৰ মানুহৰ ভদ্ৰ ব্যৱহাৰ-শিষ্টাচাৰৰ কথা ব্যক্ত কৰিছে। মাজুলীৰ সত্ৰীয়া পৰিবেশ-সংস্কৃতি, প্ৰকৃতিৰ অপৰূপ সৌন্দৰ্য লেখাটোত তুলি ধৰাৰ লগতে শেষৰ ফালে আক্ষেপ প্ৰকাশ কৰিছে — চৰকাৰে সঠিকভাৱে মাজুলীৰ ঐশ্বৰ্য-ঐতিহ্য বিশ্ববাসীৰ বাবে আটকধুনীয়াকৈ তুলি ধৰিব নোৱাৰাৰ বাবে। সংকলনটোৰ আৰু দুটামান ভ্ৰমণ লেখাত এনে ধৰণৰ আক্ষেপ প্ৰকাশ পাইছে। এই আক্ষেপে

লেখিকাৰ নিজৰ ৰাজ্যখনৰ প্ৰতি থকা ভালপোৱা-দায়িত্বৰ পৰিচয় বহন কৰিছে। এটা কথা এইখিনিতে ক'ব লাগিব যে অসমীয়া সাহিত্যত উত্তৰ-পূৰ্বাঞ্চল সম্পৰ্কীয় ভ্ৰমণ লেখা পূৰ্বৰ তুলনাত বাঢ়িছে যদিও ই পৰ্যাপ্ত নহয়। উত্তৰ পূৰ্বাঞ্চলৰ পৰ্যটকৰ বাবে আকৰ্ষণীয় অনেক ঠাই বা সংস্কৃতি সম্পৰ্কত বহু কাম কৰিবলৈ এতিয়াও অৱকাশ আছে।

'দেশে বিদেশে'ত অন্তৰ্ভুক্ত বাকী ভ্ৰমণ লেখাকেইটা হৈছে — 'তীৰ্থ দৰ্শনঃ কিছু অনুভৱ', 'গোৱা, পানাজী আৰু কিছু অনুভৱ', 'ভাৰত ত্যাগ আন্দোলন, ঐতিহাসিক আগাঁখা পেলেছ আৰু মোৰ অনুভৱ', 'ৰাজস্থানৰ অম্বৰৱাটিকাত এসন্ধ্যা', 'থাইলেণ্ডত সাত দিন', 'মৰুভূমিৰ পৰা সপোনপুৰী ইউনাইটেড আৰব এমিৰেট্‌ছ', গংগাৰ তীৰে তীৰে শিৱালিকাৰ আশে-পাশে থকা পাঁচখন ঠাইক লৈ 'হৰিদ্বাৰ দৰ্শন', 'ঋষিকেশৰ পবিত্ৰ ভূমিত এবেলা', 'দেৰাদুনৰ সেউজী ৰূপ', 'মনোমোহা মানালি', "ৰ'হটাং-মণিকৰ্ণৰ স্মৃতি" আৰু আমেৰিকাত এমাহ থাকি ভ্ৰমণ কৰা কেইখনমান ঠাইক লৈ ছয়টা লেখা ক্ৰমে 'হিউষ্টন স্মৃতি', 'অষ্টিনত এনিশা', 'ছেন এণ্টনিম', 'নিউয়ৰ্ক ভ্ৰমণ', 'বাফেল', বিশ্ববিখ্যাত 'নায়েগ্ৰা জলপ্ৰপাত', 'ৱাশ্বিংটন ডি চি'।

ড° দত্তই গংগাৰ তীৰত অৱস্থিত পবিত্ৰ স্থানবোৰলৈ গৈছে। দৰ্শন কৰিছে হৰিদ্বাৰ, ঋষিকেশ। দুয়োখন ঠাইলৈ যোৱাৰ অভিজ্ঞতা আৰু দৰ্শনৰ বৰ্ণনা কৰিছে 'হৰিদ্বাৰ দৰ্শন' আৰু 'ঋষিকেশৰ পবিত্ৰ ভূমিত এবেলা'ত। লেখিকা উত্তৰাখণ্ডৰ ৰাজধানী ডেৰাডুনলৈ গৈছে। তাত থকা Indian Council of Forest Research Institute, টপোকেশ্বৰ মন্দিৰ, গৰম পানীৰ উঁহ, বৌদ্ধ মন্দিৰ আদি এটা দিনৰ ভিতৰতে দৰ্শন কৰিছে। ডেৰাডুনৰ সেউজীয়া ৰূপে তেওঁক কেনেকৈ আকৃষ্ট কৰাৰ কথা লিখিছে 'ডেৰাডুনৰ সেউজী ৰূপ'ত।

লেখিকাই মানালি ভ্ৰমণ কৰি প্ৰকৃতিৰ সুন্দৰ ৰূপ দৰ্শন কৰাৰ লগতে পাহাৰীয়া হিমাচলী লোকসকলৰ সহজ-সৰলতা প্ৰত্যক্ষ কৰাৰ কথা লিখিছে 'মনোমোহা মানালি'ত। মানালিৰ পৰা কেইঘণ্টামান অতিক্ৰম কৰিলেই পোৱা ৰ'হটাং গিৰিপথেৰে গৈ উনৈশ হাজাৰ ফুট উচ্চতাত থকা পাহাৰীয়া ৰ'হটাঙৰ সৌন্দৰ্য উপভোগ কৰিছে। ওভতনি যাত্ৰাত মানালিৰ পৰা ছিমলাৰ



মাজত থকা মণিকৰ্ণ ঘাটৰ গৰম পানীৰ উঁহটো (যিটো উঁহৰ পানীৰ উষ্ণতা ৮৮ ডিগ্ৰী ছেলছিয়াছৰ পৰা ৯৪ ডিগ্ৰী ছেলছিয়াছ) দৰ্শন কৰি লিখিছে "ৰ'হটাং-মণিকৰ্ণৰ স্মৃতি"।

হৰিদ্বাৰ, ঋষিকেশ আৰু লছমনঝুলালৈ যোৱা ড° দত্তই তীৰ্থ দৰ্শনৰ কিছু অনুভৱ, মিঠা-তিতা অভিজ্ঞতা ব্যক্ত কৰিছে 'তীৰ্থ দৰ্শনঃ কিছু অনুভৱ'ত। পশ্চিমঘাট পৰ্বতৰ পৰা ওলাই আৰব সাগৰত গৈ পৰা মনভৰি নদীৰ পাৰত অৱস্থিত পৰিচ্ছন্ন গোৱাৰ ৰাজধানী চহৰ পানাজীৰ শৃংখলাবদ্ধতা আৰু ঠাইখনত থকা পাশ্চাত্য সংস্কৃতিৰ প্ৰভাৱৰ কথা ব্যক্ত কৰিছে 'গোৱা, পানাজী আৰু কিছু অনুভৱ'ত। মূলত পৰ্যটন উদ্যোগৰ ভিত্তিতে যে গোৱা উন্নয়নৰ জখলাত দোপতদোপে আগবাঢ়ি গৈছে সেই কথা ঠাইখন ভ্ৰমণ কৰি লেখিকাই নিজাকৈ উপলব্ধি কৰিছে।

ভাৰতৰ উল্লেখিত স্থানবোৰৰ ওপৰিও পুণেৰ আগাঁখা পেলেছ, ৰাজস্থানৰ অম্বৰৱাটিকা ভ্ৰমণৰ কথা লিখিছে ক্ৰমে 'ভাৰত ত্যাগ আন্দোলন, ঐতিহাসিক আগাঁখা পেলেছ আৰু মোৰ অনুভৱ' আৰু 'ৰাজস্থানৰ অম্বৰৱাটিকাত এসন্ধ্যা'ত। ভাৰতৰ ওপৰিও থাইলেণ্ড, আমেৰিকা, ইউনাইটেড আৰব এমিৰেট্‌ছৰ বহুকেইখন ঠাইক লৈ লেখা ড° ভাৰতী দত্তৰ ভ্ৰমণ লেখাসমূহে ভ্ৰমণ কৰি ভাল পোৱা অথবা ভ্ৰমণৰ প্ৰতি আগ্ৰহ থকা পাঠকক যে আকৃষ্ট কৰিব সেয়া নিশ্চিত।

সামৰণিত ড° ভাৰতী দত্তৰ 'ইউৰোপ ভ্ৰমণৰ সোঁৱৰণ' আৰু 'দেশে বিদেশে' পঢ়ি উঠি ক'ব পাৰি দুয়োখন গ্ৰন্থই অসমীয়া ভ্ৰমণ সাহিত্যক চহকী কৰাত অৰিহণা যোগাইছে। লেখিকালৈ এই আপাহতে আমাৰ শুভকামনা জনাই ভৱিষ্যতে আৰু ভ্ৰমণ সাহিত্যৰ সোৱাদ তেখেতৰ কলমৰ পৰা ল'বলৈ পাম বুলি আশা ৰাখিলো।

# লেখক পৰিচিতি

- **ড° মৃদুল শৰ্মা**
  বিশিষ্ট লেখক-সমালোচক তথা সহযোগী অধ্যাপক, কানৈ মহাবিদ্যালয়, ডিব্ৰুগড়
- **ড° বৰ্ণালী বড়া**
  লেখক-গৱেষক, দুলীয়াজান
- **বীণা বৰদলৈ বৰুৱা**
  সহযোগী অধ্যাপিকা, দুলীয়াজান মহাবিদ্যালয়
- **ড° ডম্বৰুধৰ নাথ**
  প্ৰথিতযশা বুৰঞ্জীবিদ তথা ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অনিৰুদ্ধদেৱ আসনৰ প্ৰাধ্যাপক
- **প্ৰফুল্ল গগৈ**
  লেখক তথা অৱসৰপ্ৰাপ্ত অধ্যাপক, ডি.ডি.আৰ. মহাবিদ্যালয়, চাবুৱা
- **ৰত্না দত্ত**
  বিশিষ্ট লেখিকা তথা সহযোগী অধ্যাপিকা,
  মনোহাৰী দেৱী কানৈ মহিলা মহাবিদ্যালয়, ডিব্ৰুগড়
- **গীতাশ্ৰী ফুকন**
  গৱেষিকা, ডিব্ৰুগড় বিশ্ববিদ্যালয়
- **ড° অৰবিন্দ ৰাজখোৱা**
  লেখক-সমালোচক তথা সহকাৰী অধ্যাপক,
  নৰ্থ লখিমপুৰ মহাবিদ্যালয় (স্বতন্ত্ৰ)
- **ড° নৱকুমাৰ চমুৱা**
  লেখক-গৱেষক, ডিব্ৰুগড় বিশ্ববিদ্যালয়



- **ড° স্মৃতিৰেখা চেতিয়া সন্দিকৈ**
  লেখক তথা সহকাৰী অধ্যাপিকা, ডিব্ৰু মহাবিদ্যালয়, ডিব্ৰুগড়
- **ড° ৰাজশ্ৰী হাজৰিকা**
  সমন্বয়ক, প্ৰাচ্যবিদ্যাৰ্ণৱ ড° মহেশ্বৰ নেওগ অসমতত্ত্ব গৱেষণা সংস্থান,
  অসম সাহিত্য সভা
- **ড° ৰলীন সন্দিকৈ**
  লেখক তথা সহযোগী অধ্যাপক, মনোহাৰী দেৱী কানৈ মহিলা মহাবিদ্যালয়, ডিব্ৰুগড়
- **গৌতমপ্ৰসাদ বৰুৱা**
  বিশিষ্ট লেখক, গুৱাহাটী
- **চৰিফুল ইছলাম**
  বিশিষ্ট লেখক, দুলীয়াজান
- **ডঃ মৌচুমী দত্ত**
  সহকাৰী অধ্যাপিকা, ডিব্ৰু মহাবিদ্যালয়, ডিব্ৰুগড়
- **ডঃ ধৰণী লাহন**
  লেখক তথা সহকাৰী অধ্যাপক, গুৱাহাটী মহাবিদ্যালয়, গুৱাহাটী
- **তাম্ৰপালি ৰাজকোঁৱৰ**
  গৱেষিকা, ডিব্ৰুগড় বিশ্ববিদ্যালয়
- **ৰমানন্দন বৰা**
  আহ্বায়ক, মুক্ত শিক্ষা সংসদ, অসম সাহিত্য সভা
- **অলকা শৰ্মা**
  সহকাৰী অধ্যাপিকা, ভোলানাথ মহাবিদ্যালয়, ধুবুৰী
- **ডঃ উপেন্দ্ৰজিৎ শৰ্মা**
  সহযোগী অধ্যাপক, ভোলানাথ মহাবিদ্যালয়, ধুবুৰী
- **মণি ফুকন**
  সহযোগী অধ্যাপক, নাহৰকটীয়া মহাবিদ্যালয়
- **লক্ষীনন্দন বৰগোহাঞি**
  সহকাৰী অধ্যাপক, ডি.ডি.আৰ. মহাবিদ্যালয়, চাবুৱা

- **ডঃ পল্লৱী ডেকা বুজৰবৰুৱা**
  লেখিকা তথা প্ৰাধ্যাপিকা, ডিব্ৰুগড় বিশ্ববিদ্যালয়
- **ডঃ ভাৰতী দত্ত**
  লেখিকা, ডিব্ৰুগড়
- **ডঃ জ্যোতিৰেখা হাজৰিকা**
  বিশিষ্ট লেখিকা তথা সহযোগী অধ্যাপিকা,
  জগন্নাথ বৰুৱা মহাবিদ্যালয় (স্বতন্ত্ৰ), যোৰহাট
- **গায়ত্ৰীদেৱী গোস্বামী**
  সহযোগী অধ্যাপিকা, মনোহাৰী দেৱী কানৈ মহিলা মহাবিদ্যালয়, ডিব্ৰুগড়

# অসমীয়া
# ভ্ৰমণ-সাহিত্য সমীক্ষা



মুখ্য সম্পাদক
ভূপেন শইকীয়া

সম্পাদক
ড° চিত্ৰজিৎ শইকীয়া

ISBN

978-93-84679-89-7